# ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য
# জীৱন আৰু সাধনা

*সম্বৰ্ধনা গ্ৰন্থ*

অশীতি বৰ্ষপূৰ্তি উপলক্ষে
১৬ / ২ / ২005 ইং

অসম জনকৃষ্টিসমাজ
গুৱাহাটী

***Dr. Pramod Chandra Bhattacharya : Jivan Āru Sādhana :***
**A Felicitation volume on the life and academic achievements of Dr. Pramod Chandra Bhattacharya on his completion of Eighty years on 16th February, 2005, Edited and Published by the Folklore Society of Assam, Guwahati, First Edition, 2005, Price Rs. 250.00 (two hundred and fifty only).**

প্ৰথম প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ২০০৫ ইং

মূল্য ঃ ২৫০.০০ (দুশ পঞ্চাশ টকা মাত্ৰ)

সম্পাদনা সমিতি ঃ
নাট্যনিপুণ শ্ৰীধৰণীধৰ চৌধুৰী, উপদেষ্টা

ড° নবীন চন্দ্ৰ শৰ্মা, মুখ্য সম্পাদক

ড° ভৃগুমোহন গোস্বামী, আহ্বায়ক

ডাঃ অপূৰ্ব কুমাৰ ভট্টাচাৰ্য্য }
ড° মনোজ কুমাৰ চৌধুৰী } সহযোগী সম্পাদক

ডি টি.পি ছেটিং ঃ প্ৰিণ্টৰথ, কামাখ্যাগেট, গুৱাহাটী-৯

মুদ্ৰণ ঃ ষ্টাৰ প্ৰিণ্টাৰ্চ, ৰাজগড় পথ, গুৱাহাটী - ৩

# অসম জনকৃষ্টি সমাজৰ সম্পাদকীয় নিবেদন

অসম জনকৃষ্টি সমাজৰ জন্ম ১৯৬৯ চনৰ ৫ জুলাই তাৰিখে বি বৰুৱা কলেজত। সমাজৰ প্ৰতিষ্ঠাপক সভাপতি ড প্ৰফুল্লদত্ত গোস্বামী আৰু প্ৰতিষ্ঠাপক সম্পাদক ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য সমাজৰ পঞ্জীয়ন সংখ্যা ৯/১৯৬৯ ৭০।

যোৱা একুৰি যোল বছৰ ধৰি অসম জনকৃষ্টি সমাজে আলোচনা চক্ৰ, বক্তৃতা প্ৰদান, প্ৰকাশন আঁচনি, ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ জন্মদিন তথা স্মৃতিচাৰণ উপলক্ষে বিষয়ভিত্তিক ভাষণ, সভা সমিতি আদি কাৰ্যসূচী সম্পন্ন কৰি আহিছে। প্ৰকাশন আঁচনিৰ অধীনত ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ সম্পাদনাত 'বহাগ বিহুৰ বাৰে বৰণীয়া ছবি, 'ছংগ এণ্ড টেইলচ অব নৰ্থ ইষ্ট ইণ্ডিয়া', আৰু টেটকুটি, ডক্টৰ বীৰেন্দ্ৰনাথ দত্তৰ দ্বাৰা সংগৃহীত সম্পাদিত 'এ বিবলিওগ্ৰাফী অব ফ'কলৰ মেটেৰিয়েল অব আছাম এণ্ড এডজইং এৰিয়াজ', জে ডি এণ্ডাৰছনৰ 'কছাৰী ফ'কটেইলচ্ছ এণ্ড ৰাইমছ'ৰ পুনৰ মুদ্ৰণ, ''ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ ঃ জীৱন আৰু কৃতি,'' ''নাট্যনিপুণ ধৰণীধৰ চৌধুৰী'' - এই সাতখন গ্ৰন্থ ইতিপূৰ্বে সমাজে প্ৰকাশ কৰি উলিয়াইছে। *ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য ঃ জীৱন আৰু সাধনা* অসম জনকৃষ্টি সমাজৰ অষ্টম প্ৰকাশন

অসম জনকৃষ্টি সমাজৰ প্ৰতিষ্ঠাপক সম্পাদক আৰু বৰ্তমান সমাজৰ সভাপতি ড প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ জন্ম দিবস উপলক্ষে তেওঁৰ এই অভিনন্দন গ্ৰন্থখন ড ভট্টাচাৰ্যৰ অশীতিবৰ্ষ পূৰ্তি উপলক্ষে সম্পাদনা কৰিবলৈ সমাজৰ উপ-সভাপতি ড নবীনচন্দ্ৰ শৰ্মাদেৱক ২০০৩ চনৰ ১১ অক্টোবৰত 'চন্দ্ৰালয়'ত বহা সমাজৰ কাৰ্য্যনিৰ্বাহক সমিতিয়ে দায়িত্ব দিয়ে। ২০০৪ চনৰ ২৫ চেপ্তেম্বৰত 'চন্দ্ৰালয়'ত বহা কাৰ্য্যনিৰ্বাহক সভাত *ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য ঃ জীৱন আৰু সাধনা* অভিনন্দন গ্ৰন্থখনৰ বাবে নিম্নলিখিত ব্যক্তিসকলৰে এখন সম্পাদনাসমিতি গঠন কৰা হৈছিল ঃ

| | | |
|---|---|---|
| উপদেষ্টা | ঃ | শ্ৰীধৰণীধৰ চৌধুৰী |
| মুখ্য সম্পাদক | ঃ | ড নবীনচন্দ্ৰ শৰ্মা |
| সহযোগী সম্পাদক | ঃ | ডাঃ অপূৰ্ব কুমাৰ ভট্টাচাৰ্য্য |
| | | ড মনোজ কুমাৰ চৌধুৰী |
| আহ্বায়ক | ঃ | ড ভৃগুমোহন গোস্বামী |
| | | সম্পাদক অসম জনকৃষ্টি সমাজ। |

ড' নবীন চন্দ্ৰ শৰ্মাৰ আশাশুধীয়া চেষ্টাৰ ফলতে আজি ২০০৫ চনৰ ১৬ ফেব্ৰুৱাৰী তাৰিখে ড' ভট্টাচাৰ্য্যদেৱৰ জন্মদিনত তেখেতৰ হাতত এই অভিনন্দন গ্ৰন্থখন তুলি দিবলৈ পাই আমি গৌৰৱ অনুভৱ কৰিছোঁ।

সমাজৰ আজীৱন সভ্যৰ লগতে ড' ভট্টাচাৰ্য্যৰ গুণমুগ্ধসকলে মুক্তহস্তে সমাজলৈ দান-বৰঙণি আগবঢ়াই এই অভিনন্দন গ্ৰন্থ প্ৰকাশত সহায় কৰিছে। এইসকলো লোকলৈ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। ড' ভট্টাচাৰ্য্যৰ পৰিয়ালৰ ফালৰ পৰাও এই গ্ৰন্থ প্ৰকাশনত আৰ্থিক সহায়ৰ উপৰিও বিভিন্ন দিশত সহায়-সহযোগ পোৱা বাবে তেখেতৰ পৰিয়ালবৰ্গলৈ কৃতজ্ঞতা জনালোঁ। আমাৰ ত্ৰুটি বিচ্যুতিৰ কাৰণে সহৃদয় ৰাইজৰ পৰা ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

ড' ভৃগুমোহন গোস্বামী
সম্পাদক, অসম জ্ঞানকৃষ্টি সমাজ — ০৪.০২.২০০৫ ইং

# আগকথা

আমাৰ জনকৃষ্টি সমাজৰ প্ৰতিষ্ঠাপক সম্পাদক আৰু বৰ্তমান সভাপতি ভাষাবিদ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ আশীবছৰীয়া জন্ম-জয়ন্তীত তেখেতৰ গুণমুগ্ধসবে প্ৰণয়ন কৰা প্ৰবন্ধৰাজিৰে প্ৰস্তুত অভিনন্দন গ্ৰন্থ এখনেৰে আনুষ্ঠানিকভাৱে অভিনন্দন জনাবলৈ প্ৰয়াস কৰা হৈছিল, যদিও নানা কাৰণবশতঃ সেই গ্ৰন্থখন প্ৰস্তুত আৰু প্ৰকাশ কৰিব পৰা নগ'ল। সুদীৰ্ঘ ৩৬৫ দিন মহাকালৰ নিৰ্দেশানুসৰি পাৰ হৈ গ'ল - গ্ৰন্থখন প্ৰস্তুত হ'ল, কলেবৰো বাঢ়িল আশাতীতভাৱে। আমাৰ পৰিকল্পনা আছিল গ্ৰন্থখনৰ পৰিসৰ দুশ পৃষ্ঠাৰ ভিতৰতে সীমিত ৰখাৰ; কিন্তু বাস্তৱ ক্ষেত্ৰত সেই সীমাতে গ্ৰন্থৰ পৰিসীমা সীমিত ৰাখিব নোৱাৰিলোঁ – তাৰ পৰিণতিত গ্ৰন্থৰ পৰিসীমা বৰ্ধিত হ'ল প্ৰায় ৪৫০ পৃষ্ঠা পৰ্য্যন্ত। কেইবাগৰাকী প্ৰখ্যাত লিখক-লিখিকা, সাহিত্যিক-সাহিত্যিকাৰ প্ৰবন্ধাদি এই গ্ৰন্থখনৰ অবয়ৱ আৰু পৰিসৰভুক্ত কৰিব নোৱাৰিলোঁ তাৰবাবে আমি অতিকে দুঃখিত। ড° ভট্টাচাৰ্য্য আবাল-বৃদ্ধ-বনিতা, গাওঁ-চহৰীয়া, জাতি-জনজাতি সকলোৰে সুপৰিচিত, সুজ্ঞাত, তেখেতৰ বিষয়ে সকলোলোকেই লিখিব খোজে, তেখেতৰ প্ৰতি থকা সীমাহীন মৰম-চেনেহ, শ্ৰদ্ধা-ভক্তিক বাঙ্ময় ৰূপ দিব খোজে, তেখেতৰ প্ৰতি থকা ঋণ-কৃতজ্ঞতা প্ৰকাশ কৰিব খোজে। অন্যহাতে যিহেতু ছাৰৰ জীৱন-সাধনা কৃতি বহুদিশ বিস্ফাৰিত গতিকে প্ৰায় সকলোৱেই সেইবোৰ দিশত আলোক সম্পাত কৰি কিবা নহয় কিবা লিখিব পাৰে। ড ভট্টাচাৰ্য্য ছাৰৰ জীৱন সাধনা কৃতি কি যে ঐশ্বৰ্য্যময়, কি যে শ্ৰীময় ভাবিলে আচৰিত হ'বলগীয়া হয়।

অভিনন্দন গ্ৰন্থখনত এশছয়জন লেখকে প্ৰবন্ধ, কবিতা ৰচনা কৰিছে। আমাৰ এই গ্ৰন্থখনৰ লেখকসকলৰ পৰিসৰত আছে পণ্ডিত, শিক্ষাবিদ, শিক্ষাব্ৰতী, শিক্ষাসেৱী, একাডেমিছিয়ান, লব্ধপ্ৰতিষ্ঠ কবি-সাহিত্যিক, শিশু-চেমনীয়া আদি। আকৌ বৰো আৰু ইংৰাজী ভাষাত ৰচিত প্ৰবন্ধ-নিবন্ধ আদিও অভিনন্দন গ্ৰন্থখনত সন্নিবেশিত হৈছে।

এই প্ৰবন্ধৰাজিৰ জৰিয়তে ড° ভট্টাচাৰ্য্যদেৱৰ বৈশিষ্ট্যপূৰ্ণ আৰু তাৎপৰ্য্যপূৰ্ণ জীৱন আৰু কৃতিৰ বিভিন্ন দিশত সন্ধানী আলোকপাত কৰা হৈছে – যিবোৰ দিশৰ বিষয়ে আমি বহুতেই সম্পূৰ্ণ অজ্ঞাত আছিলোঁ। প্ৰবন্ধৰাজিত মাজে মাজে পুনৰুক্তি থাকিব পাৰে, কিন্তু এই পুনৰুক্তিখিনি পৰিহাৰ কৰি এক সামগ্ৰিক দৃষ্টিৰে চালে এই গ্ৰন্থখনে ড' ভট্টাচাৰ্য্যৰ "মহা জীৱন"ৰ বিষয়ে সম্যক ধাৰণা এটি লাভ কৰাৰ ক্ষেত্ৰত নিশ্চিতভাৱে পাঠকক সহায় কৰিব পাৰিব। ইয়াৰ উপৰিও ড' ভট্টাচাৰ্য্যদেৱে এৰি থৈ অহা কালৰ সমাজ জীৱনৰ পৰিচয় লাভ কৰাতো গ্ৰন্থখনে সহায় কৰিব পাৰিব পৰ্য্যাপ্তভাৱে। সম্বৰ্ধনা গ্ৰন্থখনত ভুল-ত্ৰুটি থাকিব পাৰে, সদাশয় পঢ়ুৱৈসকলে যেন ক্ষমা কৰে। গ্ৰন্থখন পোহৰলৈ অহাৰ ক্ষেত্ৰত যিসকলে ধনে-জনে, উৎসাহ-উদগনিয়ে সহায় কৰিলে তেখেতসকললৈ আমি কৃতজ্ঞতা যাচিলোঁ। কিমাধিকম্।

০২. ০১. ২০০৫ ইং

# সূচীপত্ৰ

## Boro Section :



## English Section :

# ।। সাৰস্বতসাধকস্য ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য মহোদয়স্য প্ৰশস্তিঃ।।

শ্ৰীমুকুন্দ মাধৱ শৰ্মা

পিতুৰ্নামাস্তি বৈ যস্য শংকৰঃ শুভলক্ষণম্ ।
কাকতালীয়ন্যায়েন মাতু ৰ্নামাপি পাৰ্ব্বতী ।।
অৱশ্যাং স ভৱেদ্ ধন্যঃ লম্বোদৰসমপ্ৰভঃ ।
ক্ষণজন্মা সুধীঃ শ্ৰীমান্ বিদ্যাবৈভৱবাৰিধিঃ ।।
শ্ৰীগণেশসমঃ স স্যাৎ ভাষাশাস্ত্ৰবিশাৰদঃ ।
কাৰ্তিকেয়সমঃ চাপি সুশ্ৰীৰ্দৰ্শনীয়স্তথা ।।
স এৱ সাম্প্ৰতং সাক্ষাৎ প্ৰমোদচন্দ্ৰনামকঃ ।
ভট্টাচাৰ্য্যকুলস্যাস্তি নিতান্তং গৌৰৱাস্পদম্ ।।
নলবাৰী সমাখ্যাতে ভূভাগে বৈ সুশোভনে।
বহুভিঃ পণ্ডিতৈৰ্ধন্যে দীঘেলী নামকে গ্ৰামে ।।
পাৰ্ৱতী-তনয়ঃ সোঽয়ং শংকৰস্য সুপুত্ৰকঃ।
আবাল্যাদগ্ৰণীৰাসীৎ পৰীক্ষাসু পদে পদে ।।
কালক্ৰমেণ সঞ্জাতঃ সোঽয়ং পণ্ডিতপুঙ্গৱঃ ।
বিশেষতস্তু ভাষাসু সাহিত্যেপি তথৈৱ চ ।।
নিৰ্মাতা গ্ৰন্থৰত্নানাং মহাৰ্হানামনেকশঃ ।
ভাষাণাং বৈ বিশেষজ্ঞঃ প্ৰথিতোঽয়ং মহীতলে ।।
বড়োভাষাং সমুদ্ধাৰ্য্য দত্তৱান্ সুদৃঢ়াং স্থিতিম্ ।
ততশ্চ সুয়শস্তস্য স্ফাৰী ভৱতি ভূতলে ।।
গায়ত্ৰ্যাং য়াৱতী সংখ্যা ৱৰ্ণানাং পৰিলক্ষ্যতে ।
তাৱদ্‌ভিৰ্হায়নৈৰাসীদধ্যক্ষঃ সুমহানয়ম্ ।।
মহাবিদ্যালয়ে ভব্যে ভোলানাথসমাহ্বয়ে ।
ভোলানাথ পদেনাপি জনাঃ জানন্তি শংকৰম্ ।।
অত্ৰাপি চ পিতুৰ্নাম্না সাদৃশ্যংলভ্যতে ধ্ৰুৱম্ ।
এৱং বৈ বহুধা তস্য শংকৰেণ সুসঙ্গতিঃ ।।
অয়মস্তি মহান্ বক্তা হাস্যৰসমহাৰ্ণৱঃ ।
মন্যে প্ৰমোদনামাস্তি তস্মাদেৱ সুধীৰয়ম্ ।।

বিদ্যাব্যসনসংসক্তঃ সাধুৰয়ং জনপ্ৰিয়ঃ ।
সুশীলঃ সৰ্বদা চাস্তি জনতাভিঃ সমাদৃতঃ ।।
ভাষাতত্ত্ববিশেষজ্ঞবিশেষোঽয়ং মহান্ সুধীঃ ।
অভৱৎ কুত ইত্যত্ৰ ৰহস্যং শ্ৰূয়তাং শুভম্ ।।
শংকৰতনয়ঃ সোঽয়ং জন্মসূত্ৰেণ ভাগ্যবান্ ।
শিৱস্য প্ৰেৰণাং প্ৰাপ্য ভাষাগঙ্গাং বিগাহতে ।।
বৈয়াকৰণমুখ্যেষু শিৱ এৱ মহত্তমঃ ।
য়স্য ব্যাকৰণং দিব্যমাজীৱং পাণিনেৰপি ।।[১]
শিৱস্য বাহনং সাক্ষাৎ বৃষঃ বেদেষু বৰ্ণিতঃ ।
মহাদেৱ ইতি প্ৰোক্তঃ ভাষাতত্ত্বং হৃদি স্থিতম্ ।।[২]
পিতুঃ শংকৰচন্দ্ৰস্য ভট্টাচাৰ্যস্য ধীমতঃ ।
কৰ্মবাগীশ- নাম্নি চ 'বাগীশঃ' বাগ্‌বিচক্ষণঃ ।।
অশীতিবৰ্ষদেশীয়ঃ সাম্প্ৰতং সুদৃঢ়ো যুৱা ।
প্ৰকাণ্ডঃ পণ্ডিতঃ সোঽয়ং সম্ভাব্যতে সুধীজনৈঃ ।।
অস্মিন্ সন্ধিক্ষণে পুণ্যে ভট্টাচাৰ্য সভাজনে ।
গুণমুগ্ধঃ স্বয়ং চাস্মি সম্বৰ্ধনা সমুৎসুকঃ ।।
দৈৱযোগাদয়ং ধীমান্ বৈয়াকৰণপুঙ্গৱঃ ।
সাফল্যং সৰ্বদা লব্ধ্বা সেৱাৰূপেষু কৰ্মসু ।।
আৰোগ্যমচলং প্ৰাপ্য ভদ্ৰং সৰ্বত্ৰ সৰ্বদা ।
সুখসৌভাগ্যসম্পন্নঃ গুণমুগ্ধৈঃ সভাজিতঃ ।।
জীৱতাদ্ ধন্যধন্যঃ সন্ শৰদশ্চ শতাধিকম্ ।
তদৰ্থং প্ৰাৰ্থয়ে চাহমাশুতোষং নিৰন্তৰম্ ।।
যুগ-শূন্য-বিয়ৎ-পক্ষ-মিতে বৰ্ষে য়িশুক্ৰমে।
শোভনে প্ৰথমে মাসে পুণ্যে ত্ৰয়োদশে দিনে।।
প্ৰশস্তি ৰ্বিহিতা য়েয়ং বিদ্বদ্‌বৰ্যস্য সাদৰম্ ।
ভগৱদিচ্ছয়া সা স্যাৎ সৰ্বলোকসুখায় শম্ ।।
(ড" মুকুন্দ মাধৱ শৰ্মনা বিৰচিতা)

---

১ য়ান্যুজ্জহাৰ মাহেশাদ্ ব্যাসো ব্যাকৰণাৰ্ণ ৱাৎ।
তানি কিংপদৰত্নানি সন্তি পাণিনিগোষ্পদে।। ইতি
শ্লোকে "শিৱস্য ব্যাকৰণস্য তুলনায়াং পাণিনেঃ
ব্যাকৰণং গোষ্পদ এৱ" ইতি কথিতমস্তি ।

২ 'চত্বাৰি শৃংগা ত্ৰয়োঽস্য পাদা'– ইতি বৈদিকমন্ত্ৰে
শিৱঃ স্বয়মেৱ বৃষঃ স্বয়মেৱ চ ৰক্তুৰ্হৃদয়ে
স্থিতং ভাষাতত্ত্বমিতি কথিতমস্তি ।

# ড° ভট্টাচাৰ্য্যৰ জীৱন-বৃত্ত

শ্ৰীনবীন চন্দ্ৰ শৰ্মা

ডক্টৰ বাণীকান্ত কাকতিদেৱে তেখেতৰ তীক্ষ্ণধীসম্পন্ন ছাত্ৰ শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টচাৰ্য্যক তদানীন্তন অসমৰ বিভিন্ন ভাষা বিশেষকৈ ভাৰত চীনীয় ভাষাৰ অন্তৰ্গত বৰো ভাষাৰ উদ্ভৱ-বিকাশ-ধ্বনিতত্ত্ব ৰূপতত্ত্ব-অৰ্থতত্ত্ব—সাংযুতিক বিশ্লেষণ আদিৰ বিষয়ে পদ্ধতিগতভাৱে অধ্যয়ন কৰিবলৈ অৰ্থাৎ গৱেষণা কৰিবলৈ নিৰ্দেশ দি কৈছিল বোলে ঃ "ভাষাবোৰৰ বিজ্ঞান সম্মত অধ্যয়ন ন'হলে আমাৰ মাজত পাৰস্পৰিক বুজাবুজি সম্ভৱ নহয়।"

স্বৰূপাৰ্থত ড° বাণীকান্ত কাকতিয়েই পুৰণি অসমীয়া ভাষা-সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠাকাৰী পুৰোধা ব্যক্তি। *পুৰণি অসমীয়া সাহিত্য* প্ৰকাশৰ আগলৈ পুৰণি অসমীয়া সাহিত্য আছিল ধৰ্মীয় অনুষ্ঠানত গেয় বা পঠিত গীত-পদ। ড° কাকতিয়েই পুৰণি অসমীয়া সাহিত্যক বিদ্যায়তনিক দিশত ন্যায্য স্থান দিবলৈ সক্ষম হয়।

শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টচাৰ্য্যই এম্ এ পঢ়াৰ কথা আছিল আধুনিক বিষয় অৰ্থনীতিত (ড° কাকতিৰ মতেও ছাত্ৰ-ছাত্ৰীয়ে অৰ্থনীতিত এম্ এ পঢ়া উচিত আৰু বিদেশলৈ যাব খুজিলে যোৱা উচিত জাপানলৈ-সূৰ্য্য উঠাৰ দেশ, এটা ভাষা আৰু এটা ধৰ্ম চলে য'ত আৰু যাৰ টেকনলজিয়ে বিশ্বক চমৎকৃত কৰিছে)। কিন্তু ভট্টচাৰ্য্যৰ অৰ্থনীতিত এম্ এ পঢ়া নহ'ল, ড° বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ উপদেশ পালন কৰি তেওঁ এম্ এ পঢ়িবলৈ ললে অসমীয়াত, বিশেষকৈ অসমীয়া বিষয়ৰ বি-গ্ৰুপত, অৰ্থাৎ ভাষাত আৰু ড° কাকতিদেৱৰ উপদেশ মতে তেওঁ 'বৰো ভাষাৰ বৰ্ণনাত্মক বিশ্লেষণ' বিষয়ত গৱেষণা কৰিবলৈ ধৰিলে। গৱেষণাৰ প্ৰসংগত তেওঁ ক্ষেত্ৰসমল সংগ্ৰহৰ বাবে গৈছিল—টিহুলৈ আৰু টিহুৰ বীৰেণ দাস বৰোৰ ঘৰত থাকিবলৈ লৈ বৰোভাষাৰ প্ৰাসংগিক ক্ষেত্ৰ সমলৰাজি সংগ্ৰহ কৰিবলৈ আৰম্ভ কৰিলে। দাসবৰোৰ গাঁৱৰ বোৱাৰী স্বৰূপে বিয়া কৰাই অনা হৈছিল এগৰাকী ডিমাছা তিৰোতা। ডিমাছা-বোৱাৰীৰপৰা শ্ৰীভট্টাচাৰ্যই ডিমাছা ভাষা শিকিবলৈ মানস কৰি মাত লগালে ঃ

'বাজই, মোক ডিমাছা ভাষা শিকাবনে ?

('বাজই' পদৰ অৰ্থ বৌ ।)

বাজই ক'লে ঃ ডিমাছা ভাষা শিকিব খুজিছা? মদ খাব লাগিব। মদ খাবানে?

ভট্টচাৰ্য্য (সন্দেহ আৰু সংকোচ নকৰাকৈ) ঃ খাম।

বাজই ঃ গাহৰিৰ মঙহ খাবানে ?

ভট্টচাৰ্য্য (ইতস্ততঃ নকৰাকৈ) ঃ খাম।

বাজই ঃ আমাৰ ছোৱালী বিয়া কৰাবানে ?

ভট্টচাৰ্য্য (ইতস্ততঃ কৰি) ঃ মই ইতিমধ্যে এজনী গাভৰুক বিয়া কৰাইছোঁ। তেওঁ বিয়া কৰাবলৈ অনুমতি দিলে বিয়া কৰাব পাৰিম।

সুদীৰ্ঘ বাৰ বছৰ অক্লান্ত পৰিশ্ৰম কৰি ভট্টচাৰ্য্যই গৱেষণা কাৰ্য্য সম্পূৰ্ণ কৰিলে; আৰু এই গৱেষণালব্ধ সমল ৰাজিৰ আধাৰত ৰচনা কৰিলে *A Descriptive Analyasis of the Boro Language* শীৰ্ষক গৱেষণা গ্ৰন্থখন। তেওঁ পি এইচ. ডি. (ডি. ফিল) ডিগ্ৰী লাভ কৰিলে ১৯৬৫ চনত, এই গ্ৰন্থখনৰ জৰিয়তে তেওঁ বৰোভাষাক দ্বিজত্ব প্ৰদান কৰিলে আৰু ড° কাকতি আৰু ড° বৰুৱাৰ ইচ্ছাক বাস্তৱ ৰূপ দিলে। ভট্টাচাৰ্য্যৰ এই কীৰ্তি বিশেষে আন্তৰ্জাতিক খ্যাতি অৰ্জন কৰিলে আৰু ড° ভট্টাচাৰ্য্যকো এগৰাকী বিশিষ্ট আৰু কৃতিসম্পন্ন ভাষাতাত্ত্বিক পণ্ডিত স্বৰূপে আন্তৰ্জাতিক ক্ষেত্ৰত প্ৰতিষ্ঠা কৰিলে; কিন্তু চকু চৰহা কোনো কোনো অসমীয়া পণ্ডিত আৰু অকাডেমিছিয়ানৰ দৃষ্টিত ড° ভট্টাচাৰ্য্য হৈ পৰিল বিচ্ছিন্নতাবাদী; যিহেতু মৃতপ্ৰায় বৰোভাষাক পুনৰ্জীৱন দান কৰি বৰোসকলৰ আত্মজাগৃতিৰ পথ ৰচনা কৰিলে ড° ভট্টাচাৰ্য্যই তেওঁৰ গৱেষণাৰ জৰিয়তে। তেওঁলোকৰ ধাৰণা বৰোসকলক অসমৰ মূল সুঁতিৰপৰা আঁতৰি যাব খোজাৰ প্ৰয়াসত ড° ভট্টাচাৰ্য্যই পৰোক্ষভাৱে সহায় কৰিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীযা বিভাগৰ প্ৰথিতযশা অধ্যাপক, অসম সাহিত্য সভাৰ সভাপতি, মন্ত্ৰী-বিধায়ক আদিও এই প্ৰসংগত আঁতৰি থকা নাই। কিন্তু ড° ভট্টাচাৰ্য্য নিজৰ সিদ্ধান্ত, কৰ্ম আৰু আদৰ্শত অচল-অটল। তেওঁৰ মতে "মই বিদ্যায়তনিক কৰ্মহে কৰিছোঁ- মোৰ গুৰু ড° কাকতি আৰু ড° বৰুৱাৰ আশা-আকাংক্ষাক বাস্তৱায়িত কৰিবলৈ। অসমৰ জনজাতীয় ভাষাসমূহৰ বিচাৰ-বিশ্লেষণ অবিহনে অসমীয়া ভাষাৰ বিজ্ঞান সম্মত চিন্তা-চৰ্চ্চা, অধ্যয়ন-বিশ্লেষণ অসম্ভৱ।"

আধুনিক বৰো ভাষাৰ পিতৃ-স্বৰূপ, অথচ কোনো কোনো পণ্ডিতৰ দৃষ্টিত বিচ্ছিন্নতাবাদী স্বৰূপে পৰিচিত এই গৰাকী মহান পণ্ডিত গৱেষকৰ জন্ম হৈছিল নলবাৰী চহৰৰ নিকটস্থ দীঘেলীগাঁৱত, খৃঃ ১৯২৫ চনৰ ফেব্ৰুৱাৰী মাহৰ ষোল তাৰিখে। তেওঁৰ পিতৃৰ নাম শংকৰ চন্দ্ৰ ভট্টাচাৰ্য্য কৰ্মবাগীশ আৰু মাতৃৰ নাম পাৰ্বতী দেৱী। শংকৰ-পাৰ্বতীৰ পুত্ৰ সন্তান ছয়জন আৰু কন্যা সন্তান দুজনী। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আছিল জ্যেষ্ঠপুত্ৰ। শংকৰ চন্দ্ৰ ভট্টাচাৰ্য্যৰ জীৱিকা আছিল

পুৰোহিতালি বা যজমানী। সেই সময়ত নলবাৰী অঞ্চলত শংকৰ চন্দ্ৰ 'শংকৰ-পুৰোহিত' স্বৰূপে পৰিচিত হৈছিল। শংকৰ পুৰোহিতৰ আৰ্থিক অৱস্থা যে তথৈবচ হ'ব তাত সন্দেহ নাই। পুৰোহিতালি বৃত্তিৰে আঠটি সন্তানৰ সৈতে নিজক আৰু পত্নীক পোহপাল দিয়া অতিকে কষ্টকৰ হৈছিল। ইয়াৰ উপৰি ভাই ভতিজা, অওহী বওহী, মিতিৰ-কুটুম্বৰ কথাটো বেলেগেহ। অৱশ্যে তেওঁলোকৰ অভাৱ নাছিল ভাত মুঠিৰ। তেতিয়াৰ নলবাৰী অঞ্চলত মাছ পুঠি, শাক পাচলি ফল মূল, গাখীৰ-দৈৰ অভাৱ নাছিল। শংকৰ-পুৰোহিতে যজমানী বৃত্তিৰে নিজৰ ঘৰত বাৰ মাহত তেৰটা পূজা-পাৰ্বন, উৎসৱ-অনুষ্ঠান উদযাপন কৰি আঠোটা সন্তান, তেওঁলোকৰ মাতৃ আৰু নিজৰ সৈতে দহোটা পৰিয়ালক খুৱাই ধুৱাই, পিন্ধাই-উৰাই পঢ়াই-শুনাই পৰিয়ালটো নিযাৰিকৈ চলাই নিজৰ কৰ্মদক্ষতাৰ পৰিচয় দি গৈছে। তেওঁ আছিল তীক্ষ্ণ বুদ্ধিসম্পন্ন, স্পষ্টবাদী, মানৱ-দৰদী স্থিত প্ৰজ্ঞ, আধ্যাত্মিকতাবাদী আৰু কৰ্মত বিশ্বাসী শংকৰ-পুৰোহিত সংস্কৃতত সুপণ্ডিত -সেই পাণ্ডিত্যৰ প্ৰতিফলন ঘটিছে তেওঁৰ বৰপুত্ৰ ড° ভট্টাচাৰ্যাৰ পাণ্ডিত্যত। শংকৰ পুৰোহিতৰ পত্নীও আছিল আদৰ্শগৃহিণী। নমো শিবায কিৰাতৰূপায শংকৰ আৰু তেওঁৰ পত্নী কিৰাতিনী স্বৰূপা হৈমৱতীযেই যেন শংকৰ-পাৰ্বতী স্বৰূপে অৱতীৰ্ণ হৈছিল। শিৱ হৈমৱতীৰ দৰে শংকৰ-পাৰ্বতীও আছিল সনাপিঠাৰ দৰে। দুয়োৰে মাজত উখনা উখনি লগাৰ কথা আই পাৰ্বতীৰ মনত নাই। স্বামীৰ মতৰ বিৰুদ্ধে যোৱাৰ কথাও তেওঁৰ মনত নাই। তেওঁ আছিল এবুকু মৰম-চেনেহ দয়া মমতাৰে এগৰাকী সাদৰী মাতৃ। তেওঁৰ মৃত্যুৰ আগে আগে মই গৈছিলোঁ বালিলেছাৰ কালী মন্দিৰলৈ- চাবলৈ। দীঘেলীগাঁওখন মোৰ দৃষ্টিত পবিত্ৰ গাঁও, মহিমাযুক্ত গাঁও, স্থানমহিমাৰে মহিমামণ্ডিত গাঁও- যিখন গাঁৱত আন্তৰ্জাতিক খ্যাতি সম্পন্ন শাক্ত দাৰ্শনিক পণ্ডিত চক্ৰেশ্বৰ ভট্টাচাৰ্য্যদেৱৰ জন্ম হৈছিল, যিখন গাঁৱত ড ভট্টাচাৰ্য্যৰ দৰে আন্তৰ্জাতিক যশস্যাশালী ভাষাবিদৰ জন্ম হৈছিল— সেইখন গাঁৱৰ মাটি-বালি, আকাশ-বতাহ জল স্থল আদি মোৰ দৃষ্টিত অতিকে পূত-পবিত্ৰ। কালী-মন্দিৰত সেৱা সৎকাৰ কৰি পোনতে গলো চক্ৰেশ্বৰ ভট্টাচাৰ্য্যদেৱৰ গৃহলৈ। তেখেত তেতিয়া ঢুকাইছে, তেওঁৰ পো-বোৱাৰী নাতি-নাতিনীৰ আতিথ্যৰদ্বাৰা — বিমুগ্ধ হৈ যাত্ৰা কৰিলোঁ শংকৰ-পুৰোহিতৰ ঘৰলৈ। ইতিমধ্যে তেখেতৰ মৃত্যু হৈছিল। ঘৰত দুজনী বোৱাৰী আৰু নাতি-নাতিনীহঁত আছিল। পুৰুষসকলৰ কোনোজন গৈছিল চাকৰি কৰিবলৈ, কোনোজন ব্যস্ত আছিল আন আন কামত। ভট্টাচাৰ্য্যদেৱৰ মাতৃ পাৰ্বতীদেৱী ভট্টাচাৰ্য্যাক আমি দেখা পালোঁ- বৰঘৰৰ বাৰন্দাৰ সমুখতে থকা এটি আহল-বহল কোঠাৰ মাজতে ডাঙৰ-দীঘল এখন কঠাল গছৰ তক্তাৰে নিৰ্মিত পীৰাত বহি আছিল চোতালৰ ফালে মুখ দি। আমাৰ মাত শুনি তেখেতে মাত লগালে, "অ' বাপাহত ওহায় আহ।" আমি আগবাঢ়ি গ'লো। মাতৃৰ সমস্ত গৰিমা আৰু ত্যাগেৰে ভাস্বৰা এগৰাকী মহিলাক আমি

দেখা পালোঁ। তেখেতে ইতিমধ্যে দৃষ্টি শক্তি চিৰদিনৰ বাবে হেৰুৱাইছিল। সন্তুষ্টিৰ হাঁহি এটিৰে তেখেতে আমাক বহিবলৈ দিলে, আমাৰ পৰিচয় দিলোঁ– ভাত খাই যাবলৈ ক'লে, জলপান খাই আহিবলৈ বাধ্য হ'লো। মাকৰ চেহেৰাৰ সৈতে ড° ভট্টাচাৰ্য্যদেৱৰ চেহেৰাৰ সাদৃশ্য স্পষ্ট। কথাতে কয় বোলে মাক গঢ়ী ল'ৰাৰ সুখ, পিতাক গঢ়ী ল'ৰাৰ দুখ। মাতৃ পাৰ্বতী দেৱীৰ অকপট হৃদয়, মানৱপ্ৰীতি, আতিথ্য সন্তুষ্টি আদি দুৰ্লভ গুণাৱলীৰ অধিকাৰী হ'বলৈ সক্ষম হৈছে তেওঁৰ বৰপো ড° ভট্টাচাৰ্য্য ।

এনে এখন আদৰ্শস্থানীয় পৰিয়াল এটিত ভট্টাচাৰ্য্যৰ শৈশৱকাল অতিবাহিত হৈছিল এদিন-দুদিনকৈ, এবেও-দুবেওকৈ। শৈশৱকালতেই তেওঁ সংস্কৃত শিকিছিল পিতাকৰ পৰা। পিতাকৰ মুখত শুনি শুনি ড° ভট্টাচাৰ্য্যই সংস্কৃত স্তোত্ৰবোৰ মুখস্থ ৰাখিছিল। তেওঁৰ স্মৃতিশক্তি অতিকৈ প্ৰখৰ আছিল, বৰ্ত্তমানো সেই গুণটো মুঠেই অন্তৰ্হিত হোৱা নাই। এই সময় ছোৱাতেই তেওঁ বিভিন্ন লোককথা, লোকগীত আদি শুনিছিল "ওজা আই"ৰ মুখৰপৰা। 'ওজা-আই' আছিল ড° ভট্টাচাৰ্য্যৰ পিতৃৰ মাহীয়েক। সেই লোককথা আৰু গীত-পদবোৰ ভট্টাচাৰ্য্যদেৱৰ কণ্ঠস্থ হৈয়ে আছে। শৈশৱকালৰে পৰা আমাৰ ভট্টাচাৰ্য্যই পিতাকক যমৰ দৰে ভয় কৰিছিল, আৰু মাকক মৰম কৰিছিল। আনকি সৌ-সিদিনালৈকে ভট্টাচাৰ্য্য গুৱাহাটীৰপৰা গৈ মাকৰ ওচৰতে ঢাৰী বা পীৰা এখনত লেপেট কাঢ়ি বহিছিল, মাকে মূৰে-গাৱে হাত বুলাই দি মৰম কৰিছিল-- কি যে জুৰণি, কি যে শান্তি., কিয়ে নিৰ্মল আনন্দ- কৰ্মজীৱনৰ শতশত দুখ-কষ্ট, উত্তেজনা-উদ্বিগ্নতা নিমিষতে পানী হৈ গ'ল- কি যে অনাবিল চেনেহৰ বান্ধোন। ড° ভট্টাচাৰ্য্যৰ জীৱন-কৰ্ম আৰু কৃতিত্বত মাকৰ প্ৰভাৱ সুদূৰ প্ৰসাৰী আৰু তাৎপৰ্য্যপূৰ্ণ ঃ ষাঠি বছৰত বোলে আই ভাদ মাহত দুৱে গাই।

দীঘেলী গাঁৱৰ প্ৰাকৃতিক পৰিৱেশ কি যে মনোৰম! ওখ ওখ সেউজীয়া গছ-গছনি, বিহগীৰ ললিত ৰাগিণী, উন্মুক্ত পথাৰ, নিঃসীম আকাশ সহজ-সৰল মানুহ, আই-বাই, মৰম-চেনেহ এনে এটা পৰিৱেশে ভট্টাচাৰ্য্যৰ কবি-মন আৰু হৃদয় গঢ়ি উঠাত সহায় কৰিছিল বিস্ময়কৰ ভাবে। সেয়েহে তেওঁ কবি স্বৰূপেও আত্ম প্ৰকাশ কৰিবলৈ সক্ষম হৈছে।

ভট্টাচাৰ্য্যৰ আনুষ্ঠানিক শিক্ষা আৰম্ভ হয় বালিলেছা প্ৰাথমিক বিদ্যালয়ত। প্ৰতিযোগিতামূলক বৃত্তিৰ সৈতে ১৯৩৪ চনত তেওঁ প্ৰাইমাৰী শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ নলবাৰী মজলীয়া স্কুলত নাম লগায় আৰু প্ৰতিযোগিতা মূলক বৃত্তি সহ ১৯৩৬ চনত এম্ ভি-পৰীক্ষাত কৃতকাৰ্য্যতা লাভ কৰে। নলবাৰী গৰ্ডন হাইস্কুলত নাম ভৰ্ত্তি কৰি তেওঁ ১৯৩৬ চনৰপৰা ১৯৪৩ চনলৈ পঢ়ে আৰু প্ৰৱেশিকা পৰীক্ষাত দুটা

বিষয়ত লেটাৰ মাৰ্কছ লাভ কৰি পোন্ধৰ টকীয়া প্ৰতিযোগিতামূলক বৃত্তি সহ প্ৰথম বিভাগত কৃতকাৰ্য্যতা লাভ কৰে। কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰৱেশিকা পৰীক্ষাত নলবাৰী গৰ্ডন হাইস্কুলৰপৰা পৰীক্ষা দিয়া পৰীক্ষাৰ্থীসকলৰ ভিতৰত প্ৰথম স্থান লাভ কৰা হেতু শ্ৰীভট্টাচাৰ্য্যই *ফুলাৰ* ৰূপক পদক লাভ কৰে। গুৱাহাটী বি. বৰুৱা কলেজৰ আই. এ. শ্ৰেণীত তেওঁ ১৯৪৩ চনৰপৰা ১৯৪৫ চনলৈ অধ্যয়ন কৰে। তেওঁ যদিও কলা বিভাগৰ ছাত্ৰ আছিল তথাপি বাণিজ্য বিষয়ক পাঠ্যক্ৰমতহে অধিক গুৰুত্ব দিছিল (অৰ্থাৎ বাণিজ্য বিভাগৰ বিভি ন্ন বিষয়ত)। ১৯৪৫ চনত তেওঁ অসমীয়া বিষয়ত লেটাৰ মাৰ্কছ সহ আই. এ পৰীক্ষাত প্ৰতিযোগিতামূলক বৃত্তি সহ প্ৰথম বিভাগত উত্তীৰ্ণ হয়। ১৯৪৩-১৯৪৫ চনৰ বি বৰুৱা কলেজৰ ছাত্ৰ সমূহৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ ছাত্ৰ স্বৰূপে তেওঁ বি. বৰুৱা কলেজ-বৃত্তি লাভ কৰিবলৈ সক্ষম হয়। নলবাৰী গৰ্ডন হাইস্কুলৰ ছাত্ৰৰূপে ১৯৪২ চনৰ আউনিআটী কমলদেৱ ৰচনা প্ৰতিযোগিতাত স্বৰ্ণ পদক লাভ কৰে।

১৯৪৮ চনত শ্ৰীভট্টাচাৰ্যই গুৱাহাটী কটন কলেজৰপৰা ডিষ্টিংকছন সহ বি এ পৰীক্ষাত উত্তীৰ্ণ হয়। এই পৰীক্ষাত বিকল্প অসমীয়া বিষয়ত তেওঁ লেটাৰ মাৰ্কছ লাভ কৰে। দ্বিতীয শ্ৰেণীৰ প্ৰথম হৈ ১৯৫১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীযা বিভাগৰপৰা তেওঁ অসমীযা বিষয়ৰ গ্ৰুপ বি-ত এম এ. ডিগ্ৰী লাভ কৰে। ১৯৫১ চনত অসম চৰকাৰৰপৰা বৰো ভাষা শিক্ষাৰ বাবে মাহে এশটকীয়া বৃত্তি দু বছৰৰ বাবে লাভ কৰে। প্ৰাথমিক পৰীক্ষাৰপৰা আৰম্ভ কৰি এম এ পৰীক্ষালৈকে— যিবোৰ পৰীক্ষাত তেওঁ উত্তীৰ্ণ হৈছে সেইবোৰ পৰীক্ষাৰ ফলাফলৰ আধাৰত আমি অতি সহজেই কব পাৰোঁ যে শ্ৰীভট্টাচাৰ্য্যদেৱ এগৰাকী আসাধাৰণ প্ৰতিভা সম্পন্ন ছাত্ৰ। তেওঁৰ দৰে মেধাবী আৰু শ্ৰুতিধৰ ছাত্ৰ যথাৰ্থতে বিৰল।

অসমীয়া ভাষা বিষয়ত এম এ পৰীক্ষাত কৃতকাৰ্য্য লাভ কৰাৰ অব্যৱহিত তিনিবছৰ পিছতেই তেওঁ গৈছিল পুণাৰ ডেক্কান কলেজলৈ-সেই কলেজত অনুষ্ঠিত স্কুল অব্ লিংগুইষ্টিকচ্ত প্ৰশিক্ষণ লবলৈ। ১৯৫৪ চনৰপৰা ১৯৫৬ চনলৈ অনুষ্ঠিত শীতকালীন, গ্ৰীষ্মকালীন আৰু শৰৎকালীন প্ৰশিক্ষণত তেওঁ নিষ্ঠাৰে অংশ গ্ৰহণ কৰিছিল। ১৯৬০ চনত আগ্ৰা বিশ্ববিদ্যালয়ত অনুষ্ঠিত শীতকালীন প্ৰশিক্ষণতো শ্ৰীভট্টাচাৰ্য্যই প্ৰশিক্ষাৰ্থী স্বৰূপে যোগ দিছিল। এই প্ৰশিক্ষণ সমূহৰ জৰিয়তে তেওঁ ভাষা-বিজ্ঞানৰ উচ্চ প্ৰশিক্ষণ লাভ কৰি পৰৱৰ্ত্তী কালৰ ভাষা-চৰ্চাৰ পথ সুকৰ আৰু সুগম কৰি গৈছে। উচ্চ-প্ৰশিক্ষণৰ কালছোৱাত তেওঁ ক্ষেত্ৰ-অধ্যয়নৰ পদ্ধতি সম্পৰ্কে বিস্তৰ জ্ঞান লাভ কৰিছিল— যি পদ্ধতি তেওঁ পৰৱৰ্ত্তী গৱেষণা কৰ্মত সফলভাবে প্ৰয়োগ কৰিবলৈ সক্ষম হৈছে।

১৯৬৫ চনৰ জুন মাহত শ্ৰীভট্টাচাৰ্য্যই *A Descriptive Analyasis of the Boro Language* শীৰ্ষক গৱেষণা গ্ৰন্থৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট ডিগ্ৰী (D.Phil) লাভ কৰে।

***চাকৰি জীৱন ঃ***

শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ পিতৃ শংকৰ পুৰোহিতৰ বৃত্তি আছিল যজমানী বা পুৰোহিতালি। সেই হিচাবে পুৰোহিতৰ ল'ৰা পুৰোহিত হ'ব লাগিছিল; কিন্তু বাস্তৱ ক্ষেত্ৰত সেইটো হৈ নুঠিল; পিতৃৰ সহজ-বৃত্তি তেওঁ গ্ৰহণ নকৰিলে; কাৰণ তেওঁৰ পিতৃৰ কঠোৰ নিৰ্দেশ তেওঁ উলংঘা কৰিব নোৱাৰিলে; যিহেতু তেওঁৰ পিতৃয়ে কৈছিল ঃ "ঘৰৰ কাৰণে পূজা-উপাসনা কৰিবা; কিন্তু যজমানী বা পুৰোহিতালি নকৰিবা। যজমানী বৰ কষ্টকৰ। শিক্ষকতা ভাল কাম, প্ৰফেছৰ হ'ব পাৰিলে ভাল হয়, আচাৰ্যবৃত্তি সবাতোকৈ উত্তম। প্ৰশাসনিক চাকৰি বা বৃত্তি বৰ জটিল, গতিকে বেয়া।"

পিতাকৰ সেই নিৰ্দেশ বৰপোৱে আখৰে আখৰে পালন কৰিবলৈ বদ্ধ পৰিকৰ হ'ল। পঢ়া-শুনাৰ বাবে প্ৰয়োজনীয় অৰ্থৰ সু-ব্যৱস্থা পিতৃ-মাতৃয়ে তেওঁলোকৰ আৰ্থিক দুৰৱস্থা বাবে কৰিব নোৱাৰা হেতু নৈশ-কলেজত পঢ়ি থকা অৱস্থাতে শ্ৰীভট্টাচাৰ্যই চাকৰি কৰিবলৈ বাধ্য হৈছিল। তেওঁ চাকৰি বিচাৰি ললে দৈনিক কাকতত । ১৯৪৭ চনৰপৰা ১৯৫১ চন পৰ্যন্ত তেওঁ "দৈনিক অসমীয়া" (নিউ প্ৰেছ) আৰু "নতুন অসমীয়া" (ৰংঘৰ, ৰামধেনু) কাকতৰ উপ-সম্পাদক স্বৰূপে কাম কৰিছিল। "দৈনিক অসমীয়া" (নিউ প্ৰেছ) দৈনিক কাকতৰ সম্পাদক আছিল ক্ৰান্তিৰ কবি দেৱকান্ত বৰুৱা। দৈনিক কাকত সম্পাদন, শিৰোনামা প্ৰস্তুতকৰণ, বাতৰি পৰিৱেশনত সম্পাদক, উপ-সম্পাদক আদিৰ আত্মনিয়ন্ত্ৰণ, সম্পাদকৰ বাবে প্ৰয়োজনীয় বহুধা বিস্ফাৰিত জ্ঞান আদিৰ প্ৰসংগত সম্পাদক দেৱকান্ত বৰুৱাৰ অধীনত কীৰ্তিনাথ হাজৰিকাৰপৰা ভট্টাচাৰ্যই অনেক বিষয় নিয়াৰিকৈ শিকিবলৈ সক্ষম হৈছিল। সেইহে তেওঁ আজিও ˚দেৱকান্ত বৰুৱাৰ নাম শ্ৰদ্ধাৰে সোঁৱৰে। তেওঁৰ জীৱনত গভীৰ প্ৰভাৱ পেলাবলৈ সক্ষম হোৱা মনীষীসকলৰ ভিতৰত ˚দেৱকান্ত বৰুৱাও এগৰাকী ।

পিতাকৰ নিৰ্বাচনত উঠা চাকৰি তেওঁ তেতিয়ালৈকে পোৱা নাই; কিন্তু পিতৃ প্ৰিয় বৰপো ভট্টাচাৰ্য্যৰ জীৱন কেতিয়াও পিতৃ-কৃপাৰ পৰা বঞ্চিত হ'ব নোৱাৰে। অৱশেষত পিতৃৰ শুভেচ্ছা আৰু আশীৰ্বাদ ফলৱতী হ'ল, ১৯৫১ চনৰ চেপ্টেম্বৰ মাহত তেওঁ গুৱাহাটী বি বৰুৱা কলেজৰ অসমীয়া বিভাগত লেকচাৰাৰ স্বৰূপে নিয়োজিত হ'ল ।ইয়াৰ পিছত তেওঁ বিভাগীয় প্ৰধান অধ্যাপকৰ দায়িত্ব গ্ৰহণ কৰে।

বিভাগীয় প্ৰধান অধ্যাপকৰ দায়িত্ব কৃতিত্বৰে পালন কৰি থকা অৱস্থাতেই তেওঁ বি. বৰুৱা কলেজৰ উপাধ্যক্ষ ৰূপে নিয়োজিত হয় । ১৯৬২ চনত তেওঁ বি. বৰুৱা কলেজৰ অধ্যক্ষ পদত অধিষ্ঠিত হৈ ১৯৮৬ চনৰ এপ্ৰিল মাহ পৰ্য্যন্ত প্ৰায় একুৰি পাঁচ বছৰ ধৰি সুখ্যাতিৰে এই গধুৰ দায়িত্ব পালন কৰে। বি. বৰুৱা কলেজৰ আৱয়বিক আৰু বিদ্যায়তনিক দিশৰ উত্তৰোত্তৰ গতি-প্ৰগতিত তেওঁ যি অৱদান আগবঢাই গ'ল তাৰ নজিৰ নাই । নজিৰ দিবলৈ গ'লে হ'ব লাগিব ব্যৰ্থকাম। এই সময় ছোৱাত তেওঁ প্ৰশাসক আৰু শিক্ষাযতনীৰূপে যি বলিষ্ঠ আৰু তাৎপৰ্য্যপূৰ্ণ ভূমিকা পালন কৰিছিল ভাবিলে বিস্ময় মানিব লাগিব। কিন্তু এই প্ৰসংগত নিৰপেক্ষভাৱে কব লাগিব যে, প্ৰায় একুৰি পাঁচ বছৰ ধৰি অধ্যক্ষ পদত থাকি ভট্টাচাৰ্যই যি মহৎ কাৰ্য্যাৱলী সম্পাদন কৰিলে সেই কাৰ্য্যাৱলী বা কৰ্মৰাজিৰ মাজেৰে তেওঁৰ অকাডেমিচিয়ান ৰূপটোৰহে গুৰুত্ব আৰু গৌৰৱ তুলনামূলকভাৱে অধিক প্ৰকট হোৱা দেখা যায়।

অধ্যক্ষ স্বৰূপে বি বৰুৱা কলেজৰপৰা অৱসৰ গ্ৰহণ কৰাৰ অন্ততো তেওঁৰ শিক্ষাসেৱী আৰু শিক্ষাব্ৰতী জীৱনৰ অন্ত পৰা নাছিল। গুৱাহাটী বিশ্ববিদ্যালয়ত নতুনকৈ স্থাপিত হোৱা ভাষাতত্ত্ব বিভাগত (Dept of Linguistics) তেওঁ অংশ-কালীন অধ্যাপক স্বৰূপে অধ্যপনা কৰিছিল ১৯৭২ চনৰপৰা ১৯৭৩ চনলৈ। ১৯৯৪ চনৰপৰা ১৯৯৯ চনলৈ তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগত অতিথি শিক্ষক স্বৰূপে (Guest Faculty Member) অধ্যাপনা কৰিছিল। ১৯৯৪ চনত আধুনিক ভাৰতীয় ভাষা বিভাগত বৰো ভাষাত ডিপ্লমা আৰু ক্ৰমে এম এ শ্ৰেণী খোলা হৈছিল যদিও বৰোভাষা-সাহিত্য পঢ়াবপৰা শিক্ষকৰ অভাৱে দেখা দিছিল। তেনে অৱস্থাত ত্ৰাণকৰ্তাৰূপে আগবাঢ়ি গৈছিল ড° ভট্টাচাৰ্য্য আৰু পাঁচ বছৰ কাল তেওঁ সেই বিভাগত অধ্যাপনা কৰি স্নাতকোত্তৰ স্তৰত বৰোভাষাক প্ৰতিষ্ঠা কৰাৰ অনন্য বৰঙনি আগবঢ়াইছিল। এই গৰাকী পণ্ডিতেই বৰোভাষাক বিদ্যায়তনিক স্তৰত নায্য স্থান দিলে গৱেষণাৰ জৰিয়তে আৰু এই গৰাকী পণ্ডিতেই বৰোভাষাক স্নাতকোত্তৰ পৰ্য্যায়ত প্ৰতিষ্ঠা কৰিলে অধ্যাপনাৰ মাধ্যমেৰে। ড° ভট্টাচাৰ্য্য যে বৰো ভাষাৰ প্ৰাণ প্ৰতিষ্ঠাত অবিস্মৰণীয় ভূমিকা গ্ৰহণ কৰি আহিছে তাৰ স্পষ্ট আভাস ইয়াৰ পৰা পোৱা যায়।

ড° ভট্টাচাৰ্য্য এগৰাকী সামৰ্থ্যশীল গৱেষক । গৱেষণা গ্ৰন্থ, বিভিন্ন গৱেষণামূলক নিবন্ধ আৰু প্ৰবন্ধৰাজি তেওঁৰ বস্তুনিষ্ঠ গৱেষণা কৰ্মৰ বিশিষ্ট নিদৰ্শন। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্বীকৃত গৱেষণা গুৰু স্বৰূপে তেওঁ কেইবা গৰাকী গৱেষকৰ গৱেষণা কৰ্মত নিৰ্দেশনা দি আহিছে । এই গৱেষক সকলৰ ভিতৰত ইতিমধ্যে দুজন গৱেষকে পি. এইছ. ডি ডিগ্ৰী লাভ কৰিছে ।

খৃঃ ১৯৭৭ চনত বিশ্ববিদ্যালয় অনুদান আয়োগৰ আৰ্থিক সাহায্যত গুৱাহাটী বিশ্ববিদ্যালয়ে ড° ভট্টাচাৰ্য্যৰ (*A Descriptive Analysis of the Boro Language*) নামৰ গৱেষণা গ্ৰন্থ খন ছপা কৰে ।

ড° ভট্টাচাৰ্য্যৰ ইংৰাজী ভাষাত ৰচিত গৱেষণামূলক প্ৰবন্ধৰাজি তলত উল্লেখ কৰা গৱেষণাধৰ্মী আলোচনীসমূহত ছপা হৈছে; যেনে ঃ

i) *Journal of the University of Gauhati, Gauhati,*

ii) *Indian Folklore, Calcutta,*

iii) *Indian Linguistics, Pune,*

iv) *Journal of the Assam Research Society Gauhati,*

v) *Bulletin of the Tribal Research Institute, Assam, Beltola, Guwahati,*

vi) *AIMAV, Belgium,*

vii) *Souvenirs of Boro Sahitya Sabha,*

viii) *Souvenirs of Eastern India Cultural Conference,*

ix) *Assam Academy Journal, etc.,*

ইয়াৰ বাহিৰেও তেওঁৰদ্বাৰা ইংৰাজী ভাষাত ৰচিত অৰ্দ্ধশতাধিক গৱেষণামূলক প্ৰবন্ধ পৃথিবীৰ বিভিন্ন দেশৰ গৱেষণাধৰ্মী আলোচনীত ছপা হৈছে। তেনেদৰে তেওঁ হিন্দী আৰু বৰোভাষাত কেইবাটিও প্ৰবন্ধ ৰচনা কৰিছে -- যি কেইটি প্ৰবন্ধ সেই সেই ভাষাৰ আলোচনীত ইতিমধ্যে ছপা হৈছে ।

ইংৰাজী আৰু অসমীয়া ভাষাত ভট্টাচাৰ্য্যই ত্ৰিশতাধিক গৱেষণামূলক প্ৰবন্ধ ৰচনা কৰিছে আৰু সেই প্ৰবন্ধৰাজি অসমৰ বিভিন্ন আলোচনী, বুলেটিন, গ্ৰন্থ আদিত ইতিমধ্যে ছপা হৈছে । এনে ধৰণৰ আলোচনী, বুলেটিন গ্ৰন্থ সমূহৰ ভিতৰত তলত কেইখনমানৰ নাম উল্লেখ কৰা হ'ল, যেনে ঃ

ক) *অসম সাহিত্য সভা পত্ৰিকা,*

খ) *অসম সাহিত্য সভাৰ বাৰ্ষিক আৰু দ্বিবাৰ্ষিক অধিবেশন উপলক্ষে ছাপা হোৱা বিভিন্ন স্মৃতি গ্ৰন্থ,*

গ) *কামৰূপ জিলা সাহিত্য পৰিষদৰ সভা বাৰ্ষিক, দ্বিবাৰ্ষিক অধিবেশন উপলক্ষে ছপা হোৱা বিভিন্ন স্মৃতি গ্ৰন্থ,*

ঘ) *বৰো সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ প্ৰসংগত প্ৰকাশ কৰা স্মৃতি গ্ৰন্থ সমূহ,*

ঙ) *জয়ন্তী,*

চ) *আৱাহন,*

ছ) *ৰামধেনু,*

জ) *ৰংঘৰ,*

ঝ) *প্ৰকাশ,*

ঞ) *নামনাই,*

ট) *ড° প্ৰফুল্ল দত্ত গোস্বামী : জীৱন আৰু কৃতি,*

ঠ) *প্ৰাগজ্যোতি,*

ড) *জ্ঞানদীপ* (Research Journal of the Department of Modern Indian Languages, *Dr Satyendra nath Sarma Felicitation Volume*, Gauhati University, 1997-98)

ঢ) *অধ্যাপক হেমন্ত কুমাৰ শৰ্মা*

ণ) *অধ্যাপক ৰজনী কান্ত দেৱ শৰ্মা : প্ৰতিভা আৰু ব্যক্তিত্ব,*

ত) *আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী : জীৱন-সাধনা আৰু কৃতিত্ব,*

থ) *অবিভক্ত গোৱালপাৰা জিলাৰ সত্ৰ আৰু মঠ মন্দিৰৰ ইতিবৃত্ত,*

দ) *পণ্ডিত ভৱদেৱ ভাগৱতী, গিৰিধৰ শৰ্মা, অতুল চন্দ্ৰ বৰুৱা আদিৰ স্মৃতি গ্ৰন্থ।*

ইউৰোপৰ বেলজিয়ামত প্ৰতিষ্ঠিত এছোছিয়েশ্যান ইন্টাৰনেছনেল মেথডছ অডিঅ ভিজুৱেল অৰ্থাৎ শ্ৰব্য-দৃশ্য পদ্ধতিৰ আন্তঃৰাষ্ট্ৰীয় সন্মেলনৰ যোগেদি পৰ্তুগীজ, ফৰাচী আৰু ইংৰাজীত ড° ভট্টাচাৰ্য্যৰ গৱেষণা-পত্ৰ প্ৰকাশিত হৈছে। গৱেষণা গুৰু অৰ্থাৎ ড° সুকুমাৰ সেনৰ বিষয়ে বঙলা পত্ৰিকাত আৰু ৰাষ্ট্ৰসেৱক নামৰ হিন্দী পত্ৰিকাত কেইটাও হিন্দী ভাষাত চিন্তামূলক প্ৰবন্ধ প্ৰকাশিত হৈছে।

ড° ভট্টাচাৰ্য্য আলোচনা চক্ৰ, শিক্ষাসদী সত্ৰ, কৰ্মশালা আদি প্ৰেমী। তেওঁ স্থানীয়, আঞ্চলিক, জাতীয় আৰু আন্তৰ্জাতিক বিভিন্ন আলোচনা চক্ৰ, শিক্ষাষদী সত্ৰ, কৰ্মশালা আদিত যোগ দিছে অংশ গ্ৰহণকাৰীৰূপে, প্ৰবন্ধ-নিবন্ধ পৰিৱেশনকাৰী ৰূপে, বিশেষজ্ঞ স্বৰূপে। এনে ধৰণৰ আলোচনা চক্ৰ, শিক্ষাষদীসত্ৰ, কৰ্মশালাৰ ভিতৰত কেইখনমানৰ নাম উল্লেখ কৰা হ'ল, যেনে :

ক) ভাৰতৰ বিভিন্ন নগৰত অনুষ্ঠিত ভাৰতীয় ভাষা বিজ্ঞান সমিতিৰ [Linguistic Society of India] সৌজন্যত অনুষ্ঠিত বিভিন্ন আলোচনা সত্ৰত যোগদি ইংৰাজী ভাষাত ৰচিত ভাষা আৰু ভাষাতত্ব বিষয়ক গৱেষণামূলক প্ৰবন্ধৰাজি উপস্থাপন কৰি তেওঁ নিজৰ মননশীলতা আৰু পণ্ডিত্যৰ পৰিচয় দিবলৈ সক্ষম হোৱাৰ উপৰি অসমৰ বিদ্যায়তনিক গৰিমা প্ৰচাৰ আৰু প্ৰসাৰণত তাৎপৰ্য্যপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে ।

খ) কুৰুক্ষেত্ৰ, পুনা, ধাৰোৱাৰ আদিত অনুষ্ঠিত সৰ্বভাৰতীয় প্ৰাচ্য সন্মেলনত [All India Oriental Conference] যোগ দি তেওঁ ভাষাতত্ত্ব আৰু সমাজ-ধৰ্ম [Socio-Religious] বিষয়ক গৱেষণামূলক প্ৰবন্ধ নিবন্ধ পাঠ কৰিছে।

গ) ১৯৭৯ চনত পেৰিছত অনুষ্ঠিত 'চীন-তিব্বতীয় ভাষা আৰু ভাষাতত্ত্ব'ৰ [Sinio-Tibetan Languages and Linguistics] দ্বাদশ আন্তৰ্জাতিক সন্মেলনত তেওঁ যোগ দিছিল আৰু 'অসমৰ চীন তিব্বতীয় বৰো ভাষা' [Sinio-Tibetan Boro Language of Assam ] বিষয়ক ইংৰাজীত ৰচিত দুটা প্ৰবন্ধ পাঠ কৰি বিশ্বৰ ভাষাতত্ত্ববিদসকলৰ মনোযোগ আকৰ্ষণ কৰে আৰু নিজৰ বিশালতা আৰু পাণ্ডিত্যৰ পৰিচয় দিছে ।

ঘ) ১৯৯৬ চনত নেডাৰলেণ্ডৰ ৰিক্‌স, বিশ্ববিদ্যালয়ত [Riks University] অনুষ্ঠিত 'চীন-তিববতীয় ভাষা আৰু ভাষাতত্ত্ব'ৰ ২৯তম আন্তৰ্জাতিক সন্মেলনত ড° ভট্টাচাৰ্য্যই নিজৰ প্ৰায় পঞ্চাশ হাজাৰ টকা খৰচ কৰি যোগ দিছিল। এইখন সন্মেলনৰ লগতে 'হিমালয়ান লেংগুৱেজ ইনষ্টিউট কনফাৰেন্স'ৰ [Himalayan Language Institute Conference] দ্বিতীয় আন্তৰ্জাতিক সন্মেলনতো তেওঁ অংশ গ্ৰহণ কৰি ইংৰাজী ভাষাত ৰচিত 'চিনো তিবেতান্ লিংগুইষ্টিক ইমপেক্ট অন ইণ্ডোআৰায়ন' [Sinio-Tibetan Linguistic Impact on Indo-Aryan] শীৰ্ষক এখন গৱেষণাধৰ্মী পেপাৰ (অৰ্থাৎ প্ৰবন্ধ) পাঠ কৰিছিল। এই প্ৰবন্ধটো গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ ১৯৯৮ চনৰ আলোচনীত ছপা হৈছে।

গুৱাহাটী-আলোচনা চক্ৰ অতুলচন্দ্ৰ বৰুৱা, ড° প্ৰফুল্লদত্ত গোস্বামী, ড° কালীনাথ শৰ্মা, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আদি কেইগৰাকীমান সাৰস্বত সাধকৰ চেষ্টা-প্ৰচেষ্টা-সাধনাৰ ফলশ্ৰুতি। ১৯৫৫ চনত স্থাপিত গুৱাহাটী আলোচনা চক্ৰ স্বৰূপাৰ্থত এটা সাংস্কৃতিক অনুষ্ঠান যাৰ উদ্দেশ্য জন-গণ-মনত জাতীয় ভাৱনাৰ সঞ্চৰণ আৰু সাংস্কৃতিক চেতনাৰ উদয়ন। এই চক্ৰৰ জৰিয়তে এদল সাহিত্যিকে তেওঁলোকৰ চিন্তাৰ বিকেন্দ্ৰীকৰণ প্ৰক্ৰিয়া সম্ভৱ কৰি তুলিছে। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য গুৱাহাটী-আলোচনাচক্ৰৰ লাইখুটা সদৃশ। সদস্য ৰূপে, সম্পাদকৰূপে, সভাপতি স্বৰূপে ড° ভট্টাচাৰ্য্যই গুৱাহাটী আলোচনা চক্ৰৰ প্ৰতি সেৱা আগবঢ়াই আহিছে। এই চক্ৰৰ বিভিন্ন সভাবোৰত বিভিন্ন চক্ৰধাৰীৰদ্বাৰা পঠিত প্ৰবন্ধ-নিবন্ধ-ৰচনা, গল্প-কবিতা আদিও প্ৰকাশ কৰিবলৈ যত্ন কৰি অহা হৈছে, আৰু চেষ্টাৰ বিনিময়ত ড° ভট্টাচাৰ্য্যৰ যুটীয়া সম্পাদনাত *চক্ৰ-সুৰভি* (১৯৯৩) আৰু *আলোচনা চক্ৰৰ ৰূপৰেখা* (১৯৮৩) আদি গ্ৰন্থ ছপা হৈছে।

অসমৰ সাংস্কৃতিক জীৱনৰ সৈতে ড° ভট্টাচাৰ্য্য ওতপ্ৰোতভাৱে জৰিত। সাংস্কৃতিক জীৱনৰ অতিকে গুৰুত্বপূৰ্ণ দিশটো হৈছে সাংস্কৃতিক সভা-সমিতিবোৰ। এইধৰণৰ সভা-সমিতিবোৰত ড° ভট্টাচাৰ্য্যই সভাপতিৰূপে লিখিত বক্তৃতা প্ৰদান কৰিছে; অথবা কোনো কোনো বিশেষ ব্যক্তিৰ স্মৃতিত স্মাৰক বক্তৃতা লিখিতভাৱে উপস্থাপন কৰি আহিছে। উভয় শ্ৰেণীৰ বক্তৃতাই গৱেষণাধৰ্মী। তলত উল্লেখ কৰা সভা-সমিতিবোৰত ড° ভট্টাচাৰ্য্যই গৱেষণাধৰ্মী ভাষণ প্ৰদান কৰিছে; যেনে ঃ

(ক) অসম সাহিত্য সভাৰ মাকুম অধিবেশন, ১৯৭১ ;

(খ) অসম সাহিত্য সভাৰ শিৱসাগৰ অধিবেশন, ১৯৯৩ ;

(গ) অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিবেশন, ১৯৯৫ ;

(ঘ) অসম ভাষা-বিজ্ঞান সমিতিৰ মিৰ্জা অধিবেশন, ১৯৮৯ ;

(ঙ) অসম ভাষা-বিজ্ঞান সমিতিৰ ডিমৰীয়া অধিবেশন, ১৯৯০ ;

(চ) অবিভক্ত কামৰূপ জিলা সাহিত্য সভাৰ তামুলপুৰ অধিবেশন, ১৯৭৪;

(ছ) ১৯৯০ চনত নলবাৰীত অনুষ্ঠিত নাট্যকাৰ ধনেশ্বৰ শৰ্মাৰ জন্ম শত বাৰ্ষিকীৰ অভ্যাৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ ;

(জ) গিৰিধৰ শৰ্মা স্মাৰক বক্তৃতা, ১৯৯১ ;

(ঝ) তীৰ্থনাথ শৰ্মা স্মাৰক বক্তৃতা, ১৯৯৫ ;

(ঞ) জ্বলতি ৰাম লহকৰ স্মাৰক বক্তৃতা, ১৯৯৬ ;

(ট) কথাশিল্পী হিতেশ ডেকা স্মাৰক বক্তৃতা, ২০০৩ ;

(ঠ) শিক্ষাবিদ ৰঘুনাথদেৱ চৌধুৰী স্মাৰক বক্তৃতা, ২০০৪;

ওপৰোল্লিখিত সভা, অধিবেশন, স্মাৰক বক্তৃতা আদিৰ প্ৰসংগত দিয়া ভাষণৰাজি পুস্তিকাৰূপত ছপা হৈছে। এই পুস্তিকাসমূহ একেলগে গ্ৰন্থাকাৰে প্ৰকাশ হ'লে ড° ভট্টাচাৰ্য্যৰ গৱেষণালব্ধ পাণ্ডিত্যৰ সম্যক পৰিচয় লাভ কৰাত সহায়ক হ'ব।

*দৈনিক অসমীয়া, নতুন অসমীয়া, মণিদীপ, অসম-বাণী* আদিত শতাধিক পুথি-পৰিচয়, সমালোচনা লিখি ভট্টাচাৰ্য্যই অসমীয়া সমালোচনামূলক সাহিত্যত বিস্তৃত বৰঙনি যোগাইছে। গুৱাহাটী আৰু শ্বিলং অনাতাঁৰ কেন্দ্ৰত নাটিকা, ভাষণ অসমীয়া তথা ইংৰাজী মাধ্যমত প্ৰচাৰিত হৈছে। এই কথিকাবিলাকৰো আছে এক স্বকীয় মূল্য ঃ কিন্তু সেইবোৰ সংৰক্ষিত নহ'ল।

(ঙ) ১৯৮৫ চনত চেণ্ট্ৰেল ইনষ্টিটিউট অব্ ইণ্ডিয়ান লেংগুৱেজৰ সৌজন্যত মহীশূৰত অনুষ্ঠিত 'চাউথ ইষ্ট এচিয়ান লিংগুইষ্টিকছ' (South East Asian Linguistics) বিষয়ক আন্তৰ্জাতিক সম্মেলনত ড° ভট্টাচাৰ্য্যই যোগ দি ইংৰাজী ভাষাত ৰচিত দক্ষিণ-পূব এচিয়াৰ ভাষা সম্পৰ্কীয় এটা প্ৰবন্ধ পাঠ কৰিছিল।

এই প্ৰবন্ধটো ইতিমধ্যে ট্ৰাইবেল ৰিছাৰ্চ ইনষ্টিটিউট, আসামৰ (বেলতলা, গুৱাহাটী) বুলেটিনত ছপা হৈছে।

(চ) ১৯৮০-৮৬ চনৰ ভিতৰত 'নৰ্থ-ইষ্ট ইণ্ডিয়ান কাউন্সিল অৱ্ ছছিয়েল চাইনচেছ'ৰ (North-East Indian Council of Social Sciences) জৰিয়তে শ্বিলঙত অনুষ্ঠিত আলোচনা সত্ৰত ইংৰাজীত ৰচিত কেইবাটিও গৱেষণামূলক প্ৰবন্ধ পাঠ কৰিছিল, যিবোৰ প্ৰবন্ধ ইতিমধ্যে এই অনুষ্ঠানৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থৰাজিত ছপা হৈছে।

(ছ) অসম অনুসন্ধান সমিতিৰ (Assam Research Society, estd. 1912, A.D ) দ্বাৰা অনুষ্ঠিত বিভিন্ন আলোচনা চক্ৰত ইংৰাজীত ৰচিত গৱেষণাধৰ্মী কেইবাটিও প্ৰবন্ধ তেওঁ পাঠ কৰিছিল। এই প্ৰবন্ধৰাজি ইতিমধ্যে আলোচনীত ছপা হৈছে।

(জ) ভুবনেশ্বৰৰ ৰিজনেল ইনষ্টিটিউট অৱ্ ইণ্ডিয়ান লেংগুৱেজছৰ (Regional Institute of Indian Languages, Bhubaneswar) দ্বাৰা দাৰ্জিলিঙত অনুষ্ঠিত আলোচনা চক্ৰ আৰু কৰ্মশালাত ড° ভট্টাচাৰ্য্যই অংশ গ্ৰহণ কৰি এটি প্ৰবন্ধ পাঠ কৰিছিল।

(ঝ) বিশ্ববিদ্যালয় অনুদান আয়োগৰ (UGC) সৌজন্যত মণিপুৰ, ইম্ফল, আৰু মণিপুৰ বিশ্ববিদ্যালয়ত অনুষ্ঠিত আলোচনা চক্ৰত ড° ভট্টাচাৰ্য্যই অংশ গ্ৰহণ কৰি একোটিকৈ গৱেষণামূলক প্ৰবন্ধ পাঠ কৰিছিল।

(ঞ) বিশ্ববিদ্যালয় অনুদান আয়োগ, কেন্দ্ৰীয় ভাষা সংস্থান (C. I. I. L ), সাহিত্য অকাডেমি, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থান আদি অনুষ্ঠান-প্ৰতিষ্ঠানৰ অৰ্থ-সাহায্যত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া, বঙলা, হিন্দী, আধুনিক ভাৰতীয় ভাষা (বৰো+অন্য আধুনিক ভাৰতীয় ভাষা), লোকসংস্কৃতি আদি বিভাগত অনুষ্ঠিত বিভিন্ন আলোচনা চক্ৰ, শিক্ষাষদী সন্মেলন, কৰ্মশালা আদিত ড° ভট্টাচাৰ্য্যই অংশ গ্ৰহণ কৰি আহিছে বিশেষজ্ঞ ৰূপে। বিশেষজ্ঞ স্বৰূপে তেওঁ সেই আলোচনা চক্ৰৰ শিক্ষাষদী সন্মেলন, কৰ্মশালা আদিৰ মূল-প্ৰবন্ধ (Key-Paper) পাঠকৰাৰ দায়িত্ব প্ৰায়ে তেওঁক দিয়া দেখা যায়। এই মূল প্ৰবন্ধ অথবা নিবন্ধৰাজি ৰচিত হৈছিল-ভাষা, সাহিত্য, সংস্কৃতিৰ বিভিন্ন দিশত আলোক সম্পাত কৰি।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই তেওঁৰ জীৱনৰ প্ৰায় সকলোখিনি সময় বিদ্যায়তনিক চিন্তন-মনন, অধ্যয়ন-বিশ্লেষণ আদিতেই ব্যয় কৰিছিল। এই চিন্তন-মনন আৰু অধ্যয়ন-বিশ্লেষণৰ এটি বৈশিষ্ট্যপূৰ্ণ দিশ হৈছে শিক্ষাষদী আলোচনা, বিদ্যায়তনিক সন্মেলন আদি। এই জাতীয় আলোচনা-চক্ৰ, সন্মেলন, কৰ্মশালা

আদিত যোগ দিবলৈ পালে বা অংশ গ্ৰহণ কৰিবলৈ পালে ড° ভট্টাচাৰ্য্যই ভোক-পিয়াহ সকলোকে পাহৰে। সৌসিদিনা গা-অসুস্থ থকা সত্ত্বেও আৰু চৰকাৰ, বিশ্ববিদ্যালয়, বিশ্ববিদ্যালয় অনুদান আয়োগ আদিৰপৰা কোনো ধৰণৰ আৰ্থিক সাহায্য নোপোৱাকৈ বা পোৱাৰ কোনো ধৰণৰ আশা নকৰাকৈ নিজৰ সঞ্চিত টকাৰ পৰা প্ৰায় ৫০,০০০.০০ (পঞ্চাশ হাজাৰ) টকা খৰচ কৰিও, ঘৰৰ পৰিয়ালৰ বাধা-নিষেধ নেওচি দূৰ-সুদূৰ নেডাৰলেণ্ডলৈ উৰা মাৰিছে। অনেক পণ্ডিত বিদেশলৈ যায় আলোচনা চক্ৰত যোগ দিবলৈ- আনৰ মূৰত কঠাল ভাঙি; কিন্তু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই অৱসৰী অৱস্থাতো বিদেশলৈ গৈছে— বিদ্যায়তনিক উদ্দেশ্য সিদ্ধিৰ বাবে। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য যে, নামে-কামে বিশুদ্ধ অকাডেমিচিয়ান তাৰ স্পষ্ট নিদৰ্শন ইয়াতকৈ অধিক কি লাগে?

ড° ভট্টাচাৰ্য্য বহিৰ্মুখী ব্যক্তি, তেওঁৰ চাৰিত্ৰিক বৈশিষ্ট্যত অন্তৰ্মুখিতাৰ স্থিতি মুঠেই লক্ষ্য কৰা নাযায়। লোকায়ত সমাজত ড° ভট্টাচাৰ্য্যৰ জন্ম, লোক সমাজত তেওঁ লালিত-পালিত, তেওঁৰ চিন্তা-ভাৱনা আৰু কল্পনাত লোক-সমাজৰ উদাৰতা, সাধুতা, মধুৰতাৰ স্থিতি পৰিলক্ষণীয়। লোকজীৱন সমাজ মুখী, ব্যক্তিকেন্দ্ৰিকতাৰ স্থান নাই লোকজীৱনত। ড° ভট্টাচাৰ্য্যৰ চিন্তন তথা মননত সমাজ সচেতনাই অহৰহ ক্ৰিয়া কৰি থাকে, সেইহে তেওঁ প্ৰাণভৰি ভাল পায় – সমাজৰ আচৰণৰাজিৰ সমষ্টি স্বৰূপ সভা-সমিতি, অনুষ্ঠান-প্ৰতিষ্ঠান আদিক। দহো বন কাটি কৰি থৈ দেহৰ অৱস্থাকো কেৰেপ নকৰি তেওঁ সভা-সমিতিলৈ যায়-জনতা-জনাৰ্দনক দেখা কৰিবলৈ। সমাজ-সংস্কৃতি আৰু অনুষ্ঠানৰ প্ৰতি তেওঁৰ কিমান গভীৰ আকৰ্ষণ তাৰ পৰিচয় পোৱা যায় অসম তথা ভাৰত তথা পৃথিৱীৰ বিভিন্ন সভা-সমিতি, অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে ৰখা গভীৰ সম্পৰ্কৰ মাধ্যমত। তেওঁ আমেৰিকাৰ নিউ-ইৱৰ্ক বিজ্ঞান অকাডেমিৰ (New York Academy of Sciences) সক্ৰিয় সদস্য। ভাৰতীয় থিয়ছফিকেল ছোচাইটিৰো (Indian Theosophical Society) এগৰাকী বিশিষ্ট সদস্য। ড° ভট্টাচাৰ্য্য অসম সাহিত্য সভাৰ আজীৱন সদস্য। গুৱাহাটী সাহিত্য সভাৰ তেওঁ প্ৰতিষ্ঠাপক আৰু আজীৱন সদস্য আৰু এই সভাৰ তেওঁ সভাপতিও নিৰ্বাচিত হৈছিল। তেওঁ তৰুণ লেখক সংঘৰ প্ৰতিষ্ঠাপক সদস্য আছিল (বৰ্তমান এই সংঘ জীৱন্ত অৱস্থাত নাই)। তেওঁ গুৱাহাটী আলোচনা চক্ৰৰ প্ৰতিষ্ঠাপক সদস্য, আৰু একেৰাহে কেইবাবছৰ ধৰি তেওঁ এই চক্ৰৰ সম্পাদকৰ দায়িত্বও পালন কৰিছিল। লিংগুইষ্টিক ছোচাইটিৰ তেওঁ আজীৱন সদস্য, আৰু এই ছোচাইটিৰ কাৰ্য্যকৰী সমিতিৰ সদস্য স্বৰূপেও তেওঁ একেৰাহে পাঁচ বছৰ কাল (১৯৯৪-৯৯) দায়িত্ব পালন কৰিছিল। শ্বিলঙৰ নৰ্থ-ইষ্টাৰ্ণ ইণ্ডিয়া কাউন্সিল ফৰ ছছিয়েল চাইন্‌ছ ৰিছাৰ্চ অনুষ্ঠানৰো তেওঁ আজীৱন সদস্য। অসম জনকৃষ্টি সমাজৰ তেওঁ প্ৰতিষ্ঠাপক সদস্য আৰু সম্পাদক। ১৯৬৮ চনৰপৰা ১৯৯৩ চনলৈকে এই

সুদীৰ্ঘ কালছোৱাত ড° ভট্টাচাৰ্য্যই এই সমাজৰ সম্পাদক ৰূপে সমাজৰ গতি-প্ৰগতিত অৰ্থপূৰ্ণ অৰিহণা আগবঢাবলৈ সক্ষম হৈছিল। ১৯৯৩ চনৰপৰা বৰ্তমানলৈকে তেওঁ অসম জনকৃষ্টি সমাজৰ সভাপতিৰ গুৰু দায়িত্ব পালন কৰি আহিছে। অসম ভাষা বিজ্ঞান সমিতিৰো তেওঁ প্ৰতিষ্ঠাপক সদস্য। ১৯৮৪ চনৰপৰা ১৯৯০ চনলৈকে তেওঁ এই সমিতিৰ নিৰ্বাচিত সভাপতি স্বৰূপে তাৎপৰ্য্যপূৰ্ণ বৰঙনি যোগাবলৈ সক্ষম হৈছিল।

বি বৰুৱা কলেজৰ অধ্যক্ষ হৈ থাকোতে তেওঁ আসাম কলেজ প্ৰিন্সিপালছ' কাউন্সিলৰ সম্পাদক ৰূপে নিৰ্বাচিত হৈ ১৯৬২ চনৰপৰা ১৯৬৩ চনলৈকে কাৰ্য্যসম্পাদন কৰিছিল আৰু ১৯৮৪ চনত তেওঁ এই কাউন্সিলৰ সভাপতি নিৰ্বাচিত হৈ যোৰহাটৰ দেৱীচৰণ গাৰ্লছ' কলেজত অনুষ্ঠিত কাউন্সিলৰ বাৰ্ষিক অধিৱেষনত সভাপতিৰ পদ অলংকৃত কৰিছিল (১৯৮৫) আৰু তেওঁৰ লিখিত ভাষণত অসমৰ কলেজীয়া শিক্ষণ সমস্যাত গুৰুত্ব প্ৰদান কৰি প্ৰশংসা লাভ কৰিছিল।

ড' ভট্টাচাৰ্য্য নৰ্থ-ইষ্টাৰ্ণ লেংগুৱেজ ছোচাইটিৰ প্ৰতিষ্ঠাপক সদস্য। এই ছোচাইটিৰ সভাপতিৰ পদো তেওঁৰ দ্বাৰা অলংকৃত হৈছিল (১৯৮০-৮১)। পিছলৈ তেওঁ এই ছোচাইটিৰ অন্তৰ্গত 'ইনষ্টিটিটত অব নৰ্থ ইষ্টাৰ্ণ লেংগুৱেজ'ৰ সঞ্চালক ৰূপে কাৰ্য্য সম্পাদন কৰিছিল। অসম প্ৰকাশন পৰিষদ, আনন্দৰাম বৰুৱা ভাষা-কলা সাংস্কৃতিক সংস্থান, ভাৰতীয ভাষা সংস্থান, আদি বিবিধ সামাজিক আৰু সাংস্কৃতিক অনুষ্ঠানৰ সৈতে তেওঁ ঘনিষ্ঠ ভাবে জৰিত। ১৯৫৬ চনৰ অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনত এই সভাৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ সদস্যৰূপে তেওঁ সংগঠনমূলক দায়িত্ব বহন কৰিছিল। ১৯৫৮ চনত জালুকবাৰীত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছত অসম সাহিত্য সভাৰ পুথি-প্ৰদৰ্শনী চ'ৰাৰ কাৰ্য্যালযৰ সচিব ৰূপেও ড° ভট্টাচাৰ্য্যই দায়িত্ব বহন কৰিছিল সাৰ্থকভাবে।

(ক) ড° ভট্টাচাৰ্য্যই তেওঁৰ জীৱনৰ বিভিন্ন স্তৰত জলপানী, পুৰস্কাৰ, সম্মান আদি লাভ কৰিবলৈ সক্ষম হৈছে। ইতিমধ্যে উল্লেখ কৰা হৈছে যে, প্ৰাথমিক স্কুলত বৃত্তি পৰীক্ষা, এম্ ভি পৰীক্ষা, প্ৰবেশিকা পৰীক্ষা, আই-এ পৰীক্ষা আদিত তেওঁ প্ৰতিযোগিতা মূলক বৃত্তি লাভ কৰিছিল।

(খ) হাইস্কুলৰ দশমমান শ্ৰেণীত পঢ়ি থাকোঁতেই তেওঁ সদৌ অসম আউনিআটি সত্ৰাধিকাৰ দত্তদেৱ গোস্বামী স্মাৰক ৰচনা প্ৰতিযোগিতাত যোগ দি প্ৰথম স্থান অধিকাৰ কৰি স্বৰ্ণপদক লাভ কৰে (১৯৪২)।

(গ) নলবাৰী গৰ্ডন হাইস্কুলৰপৰা কলিকতা বিশ্ববিদ্যালয়ৰ জৰিয়তে প্ৰবেশিকা পৰীক্ষা দিয়া পৰীক্ষাৰ্থীসকলৰ ভিতৰত সৰ্বোচ্চ নম্বৰ পাই প্ৰথম স্থান অধিকাৰ কৰাবাবে ড° ভট্টাচাৰ্য্যক প্ৰদান কৰা হৈছিল ফুলাৰ ৰৌপ্য পদক (ইতিমধ্যে উল্লিখিত)।

(ঘ) ১৯৮৬ চনৰ ১৫ আগষ্টত তেওঁ অসম চৰকাৰৰপৰা সাহিত্যিক পাৰিতোষিক (লিটাৰেৰী পেঞ্চন) লাভ কৰে।

(ঙ) ১৯৯৯ চনত অসম সাহিত্য সভাৰ হাজো অধিবেশনত ড° ভট্টাচাৰ্য্যই অসমৰ লোক সংস্কৃতিলৈ আগবঢ়োৱা বিস্ময়কৰ বৰঙনিৰ বাবে অসম সাহিত্য সভাৰ ড° লীলা গগৈ স্মাৰক বঁটা প্ৰদান কৰা হয়।

(চ) ড° ভট্টাচাৰ্য্যই ১৯৯৫ চনৰ ১৬ ফেব্ৰুৱাৰীত তিনিকুৰি দহ বছৰীয়া জীৱন কাল পূৰ্ণ কৰাৰ পৰিপ্ৰেক্ষিতত গুণগ্ৰাহী প্ৰাকৃতিক কবি সন্মিলনে গভীৰ আন্তৰিক সম্বৰ্ধনা জ্ঞাপন কৰি ড° *প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য : অভিনন্দন* শীৰ্ষক গ্ৰন্থ প্ৰকাশ কৰে আৰু ২০০৪ চনত 'প্ৰজ্ঞাভূষণ' উপাধিৰে বিভূষিত কৰে।

(ছ) ড° ভট্টাচাৰ্য্যই 'অসমৰ বিভিন্ন ভাষা গোষ্ঠী' (Language Groups in Assam) নামৰ গ্ৰন্থখন প্ৰণয়ন কৰিবৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগৰপৰা 'পদবী দাযিত্ব' (assignment) লাভ কৰি এই দায়িত্ব পালন কৰি আছে নিষ্ঠাৰে। এই সম্পৰ্কত প্ৰাসংগিক ক্ষেত্ৰ সমল সংগ্ৰহৰ কাম সম্পূৰ্ণ কৰা হৈছে আৰু লিখা কামো প্ৰায় পৰিণতিৰ পথত।

***ড ভট্টাচাৰ্য্যৰ নিৰ্মিতি ৰাজি :***

ড° ভট্টাচাৰ্য্য এগৰাকী একনিষ্ঠ সাধক, সাধনাত সিদ্ধিলাভকাৰী প্ৰথিতযশা পণ্ডিত আৰু কৃতবিদ্য পুৰুষ। তেওঁৰ সাধনা স্বৰূপাৰ্থত ত্ৰিমুখী অথবা একেটা উৎসৰেই ত্ৰিধাৰা ঃ লোক সংস্কৃতি, ভাষা আৰু ভাষাতত্ত্ব আৰু বিশুদ্ধ সাহিত্য চৰ্চা। এই ত্ৰিধাৰাৰ মূল উৎস এটা বুলি কোৱা হৈছে– আৰু এই উৎসটো হৈছে লোকসংস্কৃতি। তেওঁৰ ভাষা-চৰ্চাৰ জননী লোক সংস্কৃতি। ড° ভট্টাচাৰ্য্যৰ শৈশৱকালীন নলবাৰী অঞ্চল আছিল লোকসংস্কৃতিৰ যাদুঘৰ। আগতেই কৈ অহা হৈছে যে, ড° ভট্টাচাৰ্য্যই শৈশৱ কালতেই তেওঁৰ 'ওজা-আই'ৰ মুখৰপৰা বিবিধ লোককথা, লোকগীত আদি শুনিছিল। তেওঁৰ জন্মস্থানৰ আশে-পাশে নানা উৎসৱ-অনুষ্ঠান, পূজা-পাৰ্বণ, জ্ঞাতিসেৱা, ব্ৰহ্মভোজন আদি দেখা পাইছিল, সেইবোৰত তেওঁ অংশ গ্ৰহণ কৰিছিল, ওজাপালি-ঢুলীয়া-খুলীয়া আদিৰ বাদ্য বাজনা, নৃত্য-গীত, অভিনয় আদি দেখা পাইছিল, সেইবোৰত তেওঁ অংশ গ্ৰহণ কৰিছিল। পৰৱৰ্তী কালত লোকসংস্কৃতিৰ তেওঁ চিন্তা-চৰ্চা, বিচাৰ-বিশ্লেষণ কৰিছিল জাতীয়বাদী চেতনাৰদ্বাৰা উদ্বুদ্ধ হৈ। সেই একেই জাতীয় চেতনাৰদ্বাৰা অনুপ্ৰাণিত হৈয়েই তেওঁ ভাষা আৰু ভাষাতত্ত্বৰ চিন্তা-চৰ্চা কৰি আহিছে। স্বৰূপাৰ্থত ভাষা, লোকসংস্কৃতিৰ অন্যতম উপাদান। গতিকে আমি নিশ্চিতভাৱে ক'ব পাৰোঁ যে ড° ভট্টাচাৰ্য্যৰ লোকসংস্কৃতি আৰু ভাষা-চৰ্চাৰ মূল চালিকাশক্তি জাতীয়চেতনা আৰু সাংস্কৃতিক প্ৰেৰণা।

ঔপনিৱেশিক পটভূমিত ড° ভট্টাচাৰ্য্যৰ জন্ম, সাংস্কৃতিক সত্তাৰ প্ৰস্তুতিকৰণ আৰু মহাত্মা গান্ধীৰ আদৰ্শত বৈপ্লৱিক চেতনাৰ জাগৰণ। মানৱীয় মূল্যবোধ আৰু আদৰ্শ ৰক্ষাৰ হেতু আৰু প্ৰবল জাতীয় চেতনাৰদ্বাৰা অনুপ্ৰাণিত আৰু উদ্বোধিত হৈ ভাৰতবৰ্ষৰ স্বাধীনতাৰ সংগ্ৰামত তেওঁ আগ্ৰহ আৰু আন্তৰিকতাৰে যোগ দিছিল। গৰ্ডন হাইস্কুলৰ নৱমমান শ্ৰেণীত পঢ়ি থাকোতে তেওঁ আছিল ছাত্ৰ সভাৰ সম্পাদক। ছাত্ৰ সন্থাৰ সম্পাদক হিচাবে তেওঁ ভাৰতৰ স্বাধীনতা সংগ্ৰামত যোগ দিছিল ভলণ্টিয়াৰ ৰূপে। ভলণ্টিয়াৰ হৈ তেওঁ গাঁৱে গাঁৱে স্বাধীনতা সংগ্ৰামৰ বাণী প্ৰচাৰকাৰী প্ৰচাৰ পত্ৰবোৰ গাঁৱে-ভূঞে বিলাই ফুৰিছিল আৰু স্বাধীনতা সংগ্ৰামত সক্ৰিয়ভাবে যোগ দিবলৈ জনসাধাৰণক অনুপ্ৰাণিত কৰি ফুৰিছিল। ইয়াৰ পৰিণতিত তেওঁ থানা-হাজোতলৈ যাবলগীয়া হৈছিল। ড° ভট্টাচাৰ্য্যৰ সমসাময়িক বন্ধুকল্প ড° উপেন্দ্ৰনাথ গোস্বামীদেৱেও স্বাধীনতা সংগ্ৰামত সক্ৰিয়ভাবে যোগদি কাৰাবৰণ কৰিবলৈ বাধ্য হৈছিল। তেনেদৰে ড° গোলোক চন্দ্ৰ গোস্বামীদেৱেও স্বাধীনতাৰ যুঁজত জঁপিয়াই পৰি কাৰাবৰণ কৰিবলগীয়া হৈছিল। ইয়াৰপৰা অতি সহজে অনুমান কৰিব পাৰি যে, অসমৰ আগশাৰীৰ এই তিনিগৰাকী ভাষাবিদে বৃটিছ ঔপনিবেশৰ বিৰুদ্ধে মহাত্মা গান্ধীৰ নেতৃত্বত গঢ়ি উঠা অহিংস সংগ্ৰামত সক্ৰিয়ভাবে যোগ দি কাৰাবৰণ কৰাৰ মূলতে আছিল গভীৰ জাতীয় প্ৰেৰণা আৰু অফুৰন্ত সাংস্কৃতিক চেতনা। শেষলৈ ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ব্ৰতী হ'ল লোক সংস্কৃতি আৰু ভাষা-চৰ্চাত- ইও এক প্ৰকাৰে ঔপনিৱেশিক শাসনতন্ত্ৰ আৰু এই শাসনতন্ত্ৰই আমাৰ বিভিন্ন নৃগোষ্ঠীৰ মাজত বপন কৰি থৈ যোৱা বিভেদ বীজৰ বিষক্ৰিয়াৰ বিৰুদ্ধে কৰা সাংস্কৃতিক বিপ্লৱ। লোকসংস্কৃতি আৰু ভাষা অতিকে আবেগিক অথচ স্বাভাৱিক প্ৰক্ৰিয়া। লোকসংস্কৃতি আৰু ভাষাৰ নামত অন্তৰ্কলহ, বহিৰ্কলহ কেনেকৈ সৃষ্টি হয় তাক আমি সকলোৱে জানো। কোন নৃ-গোষ্ঠীৰ বা কোন জাতিৰ লোকসংস্কৃতি বা ভাষা কিমান ডাঙৰ বা কিমান বিশেষত্বপূৰ্ণ তাক লৈয়ো আমাৰ মাজত নানা খোৱা-কামোৰ, উখনা উখনি। বাস্তৱাৰ্থত সকলো ভাষাই সমান আৰু সংস্কৃতি বা ভাষামাত্ৰেই সমন্বয়ৰ প্ৰবণতা প্ৰকাশ কৰে। অন্যহাতে ভাষা হ'ল সংস্কৃতিৰ প্ৰত্যক্ষ বাহক। গতিকে ভাষা আৰু সংস্কৃতিৰ মাজত ৰক্ষিত হৈ আহিছে নিবিড় সম্পৰ্ক। সাংস্কৃতিক উপাদানে বাচিক ৰূপ লাভ কৰে ভাষাৰ মাধ্যমেৰে। সংস্কৃতিয়েই হওক বা লোকসংস্কৃতিয়েই হওক তাৰ চিন্তন-মনন আৰু বিচাৰ-বিশ্লেষণ সম্ভৱ হ'ব পাৰে ভাষাৰ সহায়তহে। সেইবাবে আমি নিশ্চিতভাবে ক'ব পাৰোঁ যে, ভাষা অবিহনে কোনো এটা জাতি বা নৃগোষ্ঠীৰ সাংস্কৃতিক সত্তাৰ স্বৰূপ জনা নাযায়। দ্বিতীয়তে ভাষা সংহতি-সেতু আৰু কাৰ্য্যসাধিকা। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই ভাষাৰ এই তাৎপৰ্য্যপূৰ্ণ ভূমিকা সম্পৰ্কে চিৰ সচেতন আৰু সেই বাবেই ভাষাৰ ক্ষেত্ৰসমল বিচাৰি তেওঁ গৈছে -- ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন নৃগোষ্ঠীৰ সমাজলৈ। সেই

সেই নৃগোষ্ঠীৰ সমাজত তেওঁ এদিন দুদিন নহয়- এসপ্তাহ, দুসপ্তাহ, এমাহ কটাই দিছে- ঘৰ-বাৰীৰ কথা বিস্মৃত হৈ, পৰিয়ালৰ চিন্তা- পাহৰি, উদ্দেশ্য ক্ষেত্ৰ সমলৰ সন্ধান, সংগ্ৰহ আৰু বিশ্লেষণ। বৰো ভাষাৰ ক্ষেত্ৰ সমল বিচাৰি তেওঁ গৈছিল অসমৰ বৰো অধ্যুষিত অঞ্চলবোৰলৈ। সেইবোৰ অঞ্চলত তেওঁ কেইবা দিনো একেৰাহে থাকি বিভিন্ন অনুষংগৰপৰা বৰোভাষাৰ সমলৰাজি সংগ্ৰহ কৰিছিল সমাজৰ পুৰুষ, মহিলা, ডেকা-গাভৰুৰ মুখৰপৰা। গ্ৰীম ভ্ৰাতৃৰ দৰে ড° ভট্টাচাৰ্য্যয়ো বৰোসকলৰ ভাষাৰ ক্ষেত্ৰ সমলৰাজি সংগ্ৰহ কৰাৰ লগে লগে তেওঁলোকৰ বাচিক কলাৰ ক্ষেত্ৰ সমলসমূহো সংগ্ৰহ কৰিছিল। এই সমলৰাজিৰ বিশ্লেষাত্মক বাঙ্ময়ৰূপেই তেওঁৰ *Boro Folksongs and Tales* নামৰ গ্ৰন্থখন।

ড° ভট্টাচাৰ্য্যৰ ক্লান্তিকৰ ক্ষেত্ৰ অধ্যয়ন আৰু ক্ষেত্ৰসমল সংগ্ৰহ তথা সমলৰাজিৰ বিশ্লেষণাত্মক অধ্যয়নৰ ফলশ্ৰুতিত আমি পাইছোঁ তেওঁৰ যুগান্তকাৰী কৃতি *A Descriptive Analysis of the Boro Language* নামৰ গ্ৰন্থখন। ড° ভট্টাচাৰ্য্যৰ গুৰু ড° বাণীকান্ত কাকতিৰ অমৰ সৃষ্টি *Assamese, Its Formation and Development* শীৰ্ষক গ্ৰন্থৰ পিছতেই ড° ভট্টাচাৰ্য্যৰ এই গ্ৰন্থখনৰ স্থান নিৰ্দেশ কৰিব পাৰি। ড° কাকতিয়ে অসমীয়া ভাষাক বিদ্যায়তনিক দিশত পৰমোৎকৰ্ষিত স্থান দিলে তদ্ৰূপ তেওঁৰ সুযোগ্য ছাত্ৰ ড° ভট্টাচাৰ্য্যয়ো বৰো ভাষাক বিদ্যায়তনিক দিশত দিলে পৰমোৎকৰ্ষিত স্থান। বৰোভাষাক বিদ্যায়তনিক মৰ্য্যাদা প্ৰদানত ড° ভট্টাচাৰ্য্যৰ ত্যাগ আৰু ক্লান্তিৰ অবধি নাই। অন্যহাতে এই নিৰ্মিতি বিশেষৰ জৰিয়তেই তেওঁ আন্তৰ্জাতিক প্ৰতিষ্ঠা লাভ কৰিলে— কৃতবিদ্য ভাষাতাত্ত্বিক পণ্ডিত স্বৰূপে।

*A Descriptive Analysis of the Boro Language* তেওঁৰ গৱেষণা গ্ৰন্থ। বিশ্ববিদ্যালয় অনুদান আয়োগৰ আৰ্থিক সাহায্যত গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৭৭ চনত এই গ্ৰন্থখন প্ৰকাশ কৰে। বিশ্বৰ ভাষাতত্ত্ব অধ্যয়নৰ ইতিহাসত এই গ্ৰন্থখনে তাৎপৰ্য্যপূৰ্ণ স্থান লাভ কৰিবলৈ সক্ষম হৈছে।

*A Descriptive Analysis of the Boro Language* গৱেষণা গ্ৰন্থৰ জৰিয়তে ভট্টাচাৰ্য্যক প্ৰদান কৰা হৈছিল ডি. ফিল ডিগ্ৰী (D. Phil. = Ph.D.)। অসম চৰকাৰৰ অৰ্থ সাহায্যত প্ৰফেছাৰ ড° বাণীকান্ত কাকতিৰ তত্ত্বাবধানত তেওঁ গৱেষণা আৰম্ভ কৰিছিল, যদিও ১৯৫২ চনৰ নৱেম্বৰ মাহত প্ৰফেছাৰ ড° কাকতিৰ লোকান্তৰ ঘটে। প্ৰফেছাৰ ড° বিৰিঞ্চি কুমাৰ বৰুৱাই এই প্ৰসংগত ড° ভট্টাচাৰ্য্যক সহায় কৰিবলৈ আগ বাঢ়ি আহে; কিন্তু দুৰ্ভাগ্যৰ বিষয় ড° বৰুৱাদেৱো আকস্মিকভাৱে মৃত্যুৰ মুখত পৰে। অৱশেষত তেওঁ ড° সুকুমাৰ সেন মহোদয়ৰ ওচৰ চাপে আৰু তেওঁৰ তত্ত্বাবধানতেই ভট্টাচাৰ্য্যই তেওঁৰ গৱেষণা কৰ্ম সমাপ্ত কৰে।

এই প্ৰসংগত ড° ভট্টাচাৰ্য্যই সহায় লাভ কৰিছিল ড° সুনীতি কুমাৰ চেটাৰ্জী, ড° সুকুমাৰ সেন, ড° এছ. এম. কাট্রে, ড° বি. এন. প্ৰসাদ, ড° পি. বি পণ্ডিত, জন বুৰ্টন পেজ, ড° ডব্লিউ ব্ৰাইট, ই ডিমোক, জি. বি. ধল, ড° জন. জে. গুমপাৰ্জ, ড° এইচ. এম হোনেগজ্‌বাল্‌ড, ড° এইছ. এ. গ্লিছন, ড° প্ৰফুল্লদত্ত গোস্বামী আদি প্ৰথিতযশা পণ্ডিতসৱৰ পৰা। গৱেষণা কৰ্মত ড° ভট্টাচাৰ্য্যক সহায়কৰা গৱেষক-পণ্ডিতসৱৰ মাজত ড° ৰবটি ছেফাৰ, প্ৰফেছাৰ আৰ. কে. স্প্ৰিগ, ৰেভাৰেণ্ড হলবোৰচুড, ড° অশোক আৰ. কেলকাৰ আদি নামো লব লাগিব। এই প্ৰসংগত সংবাদদাতা, সংবাদদাত্ৰী স্বৰূপে ড° ভট্টাচাৰ্য্যক সহায় কৰিছিল ভবেন নাৰ্জি, মদাৰাম ব্ৰহ্ম (কোকৰাঝাৰ), ৰতিকান্ত ব্ৰহ্ম সিংহ আৰু তেওঁৰ পত্নী (ঝাৰগাওঁ) ; ছায়াৰাম বৈষ্ণৱ (টিহু), বীৰেন্দ্ৰ কুমাৰ দাস (টিহু), ধূপৰাম বসুমতাৰী (নলবাৰী), বিষ্ণু প্ৰসাদ ৰাভা, সতীশ চন্দ্ৰ বসুমতাৰী, কালীচৰণ ব্ৰহ্ম, প্ৰমোদ চন্দ্ৰ ব্ৰহ্ম, মোহিনী মোহন ব্ৰহ্ম, সীতানাথ ব্ৰহ্মচৌধুৰী, ধৰণীধৰ বসুমতাৰী, প্ৰসেনজিৎ ব্ৰহ্ম, ৰণেন বসুমতাৰী, মেদিনী চৌধুৰী আদি সদাশয় ব্যক্তিসকলে।

গৱেষণা গ্ৰন্থখন ৰচনা কৰা হৈছে আমেৰিকাৰ ভাষাবিদ পণ্ডিতসকলে প্ৰবৰ্তন কৰা বিৱৰণাত্মক পদ্ধতি অনুযায়ী। ইউৰোপৰ পণ্ডিতসকলে প্ৰবৰ্তন কৰা ঐতিহাসিক বা তুলনামূলক পদ্ধতিত ড° ভট্টাচাৰ্য্যই গুৰুত্ব দিয়া নাই; যিহেতু বৰোভাষা-ঐতিহাসিক বা তুলনামূলক পদ্ধতিৰ সহায়ত অধ্যয়ন কৰা টান। গৱেষণা-গ্ৰন্থৰ বিষয়বস্তু ছয়টা ভাগত বিভক্ত ঃ অৱতৰণিকা, ধ্বনিতত্ত্ব আৰু ধ্বনি-বিজ্ঞান; সন্ধি পৰিৱৰ্তন (Morphophonemics), অক্ষৰ-অক্ষৰ বিন্যাস (Morphemics and Tactics), ৰূপতত্ত্ব আৰু বাক্যৰীতি (Syntax)। ইয়াৰ বাহিৰেও পাঠ, পাঠৰ বৰো লিপ্যন্তৰ, বৰো-ইংৰাজী শব্দ ভাণ্ডাৰ, গ্ৰন্থপঞ্জী, নিৰ্ঘণ্ট, মানচিত্ৰ, বৰোধ্বনি উচ্চাৰণ শৈলী আদি গ্ৰন্থখনত সংযোজন কৰা হৈছে । এই অধ্যায়টোৰ প্ৰয়োজনীয়তাৰ বিষয়ে ড° ভট্টাচাৰ্য্যই এনেদৰে কৈছে ঃ

*The Sino-Tibetan elements is the Indo-Aryan languages with special reference to Assamese, Bengali, Maithili, Parbatiya, Hindi etc., will be possible to ascertain only after close analysis of all the Sino-Tibetan languages of India including Boro.*

*The Scientific study and analysis of various tribal languages willl also pave the way for national development and emotional intergration in our independent India.*

*[A Descriptive Analysis of the Boro Language, Introduction, P 19]*

আধুনিক বিৱৰণাত্মক প্ৰণালী প্ৰয়োগ কৰি প্ৰণয়ন কৰা এই গ্ৰন্থখন সমীক্ষাৰ দৃষ্টিৰে সমালোচনা কৰি ড° এছ. এম. কাট্রে মন্তব্য দিছে - এনেদৰে ঃ

*It is a matter of great satisfaction that Indian linguistics have at last realised that the Principal task of Modern Linguistics is the accurate description of a spoken language and Shri P C Bhattacharya must be congratulated on his bold step to join the ranks of Pioneers in descriptive analysis by taking the Boro Language and studying its structure for well over twelve years*

*Modern descriptive techniques have been fully utilized with a proper control of facts and critical judgement*

সেইদৰে ড ই জে এ হেণ্ডাৰছন ড সুনীতি কুমাৰ চেটাৰ্জী, ড সুকুমাৰ সেন আদি বিশ্ববিশ্রুত পণ্ডিতসৱেও ড ভট্টাচাৰ্যাৰ এই বিশেষ কৃতিটিক ভূয়সী প্ৰশংসা কৰিছে। ড ভট্টাচাৰ্য্য যথাৰ্থতে প্ৰশংসাৰ পাত্ৰ।

## *BORO FOLKSONGS AND TALES*

বৰো ফোকছংগছ এণ্ড টেইলছ ড ভট্টাচাৰ্য্যৰ এখনি উল্লেখযোগ্য কিতাপ। গ্ৰন্থখন ৰচনা কৰা হৈছে ইংৰাজী ভাষাত। পুথিখন পোনতে প্ৰকাশ হৈছে ১৯৫৭ চনত। বৰো ভাষা-সাহিত্যৰ পাৰংগত ভবেন নাৰ্জিৰ দ্বাৰা ৰচিত *বৰো কছাৰীৰ জনসাহিত্য* (গুৱাহাটী, ১৯৫৭) নামৰ গ্ৰন্থখনৰ পৰিশিষ্ট ৰূপে ড ভট্টাচাৰ্য্যৰ *বৰো হাৰিণি মেতাই আৰো চলো বাতা (Boro Folksongs and Tales)* শীৰ্ষক প্ৰবন্ধটো সংযোজিত হৈছে আৰু এই দীঘলীয়া প্ৰবন্ধটোকেই স্বযং সম্পূৰ্ণ কিতাপৰ ৰূপত সেই নামেৰেই পুনঃ প্ৰকাশ কৰা হৈছে। কিতাপ খনৰ নাম পৃষ্ঠাত (title page) এনেদৰে উল্লেখ কৰা হৈছে ঃ

**BORO HARINI METAI ARO COLOBATA**

[Folksongs and Folktales from the Boro-Kachari People]
[Intended as an Appendix to Shri Bhabendra Narzi's Boro Kacharir Jana Sahitya]

By

Prof Pramod Chandra Bhattacharya, M A
of B Borooah College, Govt Research Scholar,
Gauhati University, Gauhati, Assam

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই ডি ফিল ডিগ্ৰী নৌপাওতে এই কিতাপখন ৰচিত আৰু প্ৰকাশিত হৈছে। কিতাপখনৰ আৰম্ভণিতে বৰো ভাষাৰ সাধাৰণ পৰিচয় দিয়া হৈছে। বৰো-জনগীতৰ উদাহৰণ দিয়া হৈছে ভবেন নাৰ্জিৰ *বৰো-কছাৰীৰ জন সাহিত্যৰ* ক্ৰম অনুসৰি, আৰু সেই গীতবোৰৰ ইংৰাজী অৰ্থ দিয়া হৈছে সেইবোৰৰ অনুষংগ অৰ্থাৎ Context ৰ প্ৰতি চকু ৰাখি। ড° ভট্টাচাৰ্য্যৰ ভাষাত ঃ

*I give below the text first according to the order of Shri Narzi's book and secondly the meaning with an eye to the context of situation*

ড° ভট্টাচাৰ্য্যৰ কিতাপখনত বৈসাগুগীত, কেচুৱাটোপনি নিওৱা আৰু নিচুকনিগীত, ল'ৰা-ছোৱালীৰ খেল-ধেমালিৰ গীত, বিয়াৰ গীত, বিবিধ গীত, খেৰাই-উৎসৱৰ সৈতে জৰিত গীত অৰ্থাৎ মন্ত্ৰ, কাহিনীগীত আদিৰ উদাহৰণ দি সেইবোৰৰ ইংৰাজী ভাঙনি দিয়া হৈছে। মাজে মাজে টীকা-টিপ্পনীও সংযোগ কৰিছে মূল বিষয়ৰ অৰ্থ সু স্পষ্ট কৰিবলৈ।

*বৰো ফোকছংগছ এণ্ড টেইলছ*ত তিনিটা সাধুকথাৰ উদাহৰণ দি সাধুকথা কেইটাৰ ইংৰাজী ভাঙনি দিয়া হৈছে। সাধুকথাকেইটা ঃ 'যম ডাকিনীৰ সাধুকথা', 'লোদোৰ পোদোৰ মতা মানুহৰ সাধু', আৰু 'ৰাওনা-ৰাওনীৰ সাধুকথা'।

*Boro Folksongs and Tales* কিতাপখন ড' ভট্টাচাৰ্য্যৰ গৱেষণাধৰ্মী অধ্যয়নৰ প্ৰকৃষ্ট নিদৰ্শন নহ'লেও বৰো জন বা লোক-সাহিত্যৰ এটি সাধাৰণ অভাস অবৰো পাঠকক দিবৰ বাবে যথেষ্ট। দ্বিতীয়তে, অসমৰ বাহিৰৰ পাঠক আৰু পণ্ডিতক এই পুথিখনে বৰো মৌখিক পৰম্পৰা সম্পৰ্কে এটি থূলমূল আভাস দিয়াৰ প্ৰসংগত পুথিখনৰ তাৎপৰ্য্য লক্ষ্য কৰা যায়।

*This is Assam* ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ এখনি সম্পাদিত গ্ৰন্থ। বিশ্ব নাৰায়ণ শাস্ত্ৰীৰ সৈতে ড ভট্টাচাৰ্য্যই যুটীয়াভাৱে এই গ্ৰন্থখন সম্পাদনা কৰিছে, আৰু অসম সাহিত্য সভাই ১৯৫৮ চনত গ্ৰন্থখন ছপাইছে। অসমৰ বাহিৰৰ লোকক কম পৰিসৰৰ ভিতৰতে অসমৰ ভৌগোলিক, ঐতিহাসিক, সামাজিক, সাংস্কৃতিক আদি দিশৰ আভাস দিয়াৰ প্ৰয়াসতেই গ্ৰন্থখন সম্পাদন কৰা হৈছে আৰু এই ক্ষেত্ৰতেই গ্ৰন্থখনৰ বৈশিষ্ট্য ৰক্ষিত।

*The Journal of the University Students*, (Ist year, Ist issue) নামৰ অসমীয়া আৰু ইংৰাজী উভয়ভাষাতে লিখা প্ৰবন্ধ, নিবন্ধ, গল্প, কবিতাৰ সমষ্টি এই আলোচনী খনো ড' ভট্টাচাৰ্য্যই সম্পাদনা কৰিছিল তেওঁ এম. এ মহলাত পঢ়ি থকা অৱস্থাতেই।

### *অসমৰ লোক উৎসৱ ঃ*

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ লোক সংস্কৃতি প্ৰীতি আৰু লোকআচাৰ-অনুষ্ঠান সম্পৰ্কীয় গভীৰ জ্ঞানৰ নিদৰ্শন স্বৰূপ *অসমৰ লোক-উৎসৱ* গ্ৰন্থখন প্ৰকাশ হয় ১৯৬৯ চনত। এই গ্ৰন্থখন প্ৰকাশ কৰিছে সূৰ্য্যতাৰা প্ৰকাশনৰ হৈ শ্ৰীমতী দেৱী প্ৰভা ভট্টাচাৰ্য্যই অসম প্ৰকাশন পৰিষদৰ অৰ্থ সাহায্যত। শ্ৰীত্ৰৈলোক্য দত্তই গ্ৰন্থখনৰ প্ৰচ্ছদপট অংকন কৰে। নাম-পৃষ্ঠাত গ্ৰন্থৰ মূল নামৰ তলত তলত দিয়াৰ দৰে উল্লেখ কৰা হৈছে ঃ

*অসমৰ পাহাৰ-ভৈয়ামত প্ৰচলিত আৰু অনুষ্ঠিত গএগা উছৱ পৰবৰ চমু পৰিচয়*

স্বৰচিত এটি সংস্কৃত শ্লোকেৰে এই গ্ৰন্থখন উৎসৰ্গিত হৈছে তেওঁৰ পিতৃ-মাতৃ শংকৰ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু মাতৃ পাৰ্বতীদেৱী ভট্টাচাৰ্য্যৰ পবিত্ৰ স্মৃতিত, যেনে ঃ পৰাশৰ গোত্ৰজায় পিতৃ শঙ্কৰচন্দ্ৰায়। মাতৃ পাৰ্বতীদেব্যৈশ্চাৰ্পিতা পুস্তকমিদম। "

গ্ৰন্থখনত অসমৰ ঐতিহাসিক, ভৌগোলিক, সামাজিক আৰু সাংস্কৃতিক পটভূমি সম্পৰ্কে আলোচনা কৰা হৈছে - গ্ৰন্থখনৰ অৱতৰণিকা স্বৰূপে। ইয়াৰ পিছতেই ক্ৰমে লোক-উৎসৱৰ পটভূমিত বিহু, বিহু আৰু অসমৰ জনজাতি, বহাগী লোক উৎসৱ ভাওঁলি, সাধ আৰু আমতি, শাওণ মাহতে শান্তি বোৰণৰে দিন, জন্মাষ্টমী আৰু পচতি, আহিনৰ মাহতে শান্তি, তুলসীৰ গোৰে চাতি, লখিমী আদৰা, মহো হো আৰু ৰাস পূৰ্ণিমা, ভোগালি বিহুৰে বড়ালী পথাৰখন, মাঘৰ মাহতে শান্তি ধৰমৰে তিথি মাঘৰ পৰা বহাগলৈ মুকলি বতৰে মাতে, চৈতৰ মাহতে শান্তি পকে সৰে বেল, পাহাৰ ভৈয়ামৰ বিবিধ লোক উছৱৰ বিষয়ে গীত পদ আদিৰ উদ্ধৃতিৰ সৈতে আলোচনা কৰা হৈছে ড ভট্টাচাৰ্য্য এগৰাকী বিশিষ্ট গৱেষক পণ্ডিত অন্যহাতে তেওঁ এগৰাকী নাম থকা সাংবাদিকো।

ড ভট্টাচাৰ্য্যৰ বস্তুনিষ্ঠ ৰচনাত মাজে মাজে সাংবাদিকতাই খেলিমেলি লগাব খোজে অৱশ্যে এনে ধৰণৰ ৰচনা সাধাৰণ পাঠকৰ বাবে উপযোগী । *অসমৰ লোক-উৎসৱ* ত গৱেষণা প্ৰসূত উপাদান ৰাজি সাংবাদিক শৈলীত উপস্থাপন কৰা হৈছে। গ্ৰন্থখনত ধৰ্মীয় তিথি-কৃত্যতকৈও গএগা সামূহিক উছৱ-পৰবৰ প্ৰতি বিশেষদৃষ্টি ৰখা হৈছে বুলি লিখকে উল্লেখ কৰিছে (পৃ ০১) । অসমৰ লোক উৎসৱৰ আলোচনা প্ৰসংগত ড" ভট্টাচাৰ্য্যই অসমৰ জন-গাঠনিক দিশটোত সন্ধানী আলোক সম্পাত কৰা হেতু উৎসৱ-অনুষ্ঠানৰ স্বৰূপ বুজাত সুকল হৈছে, যিহেতু কোনো এক ভৌগোলিক অঞ্চলৰ জন-গণৰ সামাজিক আচৰণৰ আধাৰতহে উৎসৱ-অনুষ্ঠানৰ জন্ম। ড' ভট্টাচাৰ্য্যৰ বৰ্ণনাৰীতিত সহানুভূতিশীলতাৰ স্পৰ্শ স্পষ্ট। গৱেষণামূলক গ্ৰন্থৰ দৰেই এই গ্ৰন্থখনতো এই অধ্যয়নৰ প্ৰয়োজনীয়তা, লোক-উৎসৱ সম্পৰ্কে ইতিমধ্যে হোৱা অধ্যয়নৰাজিৰ খতিয়ান, তথ্য সংগ্ৰহ আদিৰ চমু আভাস দিয়াৰ উপৰিও পদ্ধতিগতভাৱে এখন গ্ৰন্থপঞ্জী উপস্থাপন কৰিছে। এই গ্ৰন্থখনৰ আন এটা উল্লেখযোগ্য দিশৰ বিষয়ে নকলে আমাৰ আলোচনা সম্পূৰ্ণ নহ'ব— লিখকে অসম তথা ভাৰতৰ উত্তৰ পূৰ্বাঞ্চলৰ জনজাতীয় লোকসকলৰদ্বাৰা উদ্‌যাপিত উৎসৱ-অনুষ্ঠানসমূহৰ সাধাৰণ আভাস দিবলৈ সাৰ্থকভাৱে প্ৰয়াস কৰিছে। গ্ৰন্থখনত উপস্থাপিত বিষয়বস্তুৰ সৈতে সংগতিৰাখি কেইবিধমান পৰিৱেশ্য কলা যেনে ঃ

ওজাপালি, দেউৰীসকলৰ বিহু, দেৱদাসী নৃত্য, চাওডাংসকলৰ বিহুনৃত্য, ৰাসলীলা, খেৰাযনৃত্য, ভাওনা, মিজোসকলৰ বাহনৃত্য আৰু নংক্ৰেম নৃত্য (আৰম্ভণি স্তৰ), আৰু টঙিঘৰ ঢোলৰ ছেও, পৰৱৰ্তী জালেৰে মাছ মৰা নৃত্য, ভোগালী বিহুৰ মঠ আৰু ভোগালীৰ মেজিৰ আলোকচিত্ৰ সংযোজন কৰিছে।

*অসমৰ লোক-উৎসৱ* অসমৰ সংস্কৃতিৰ বিষয়ে চিন্তা-চৰ্চাকাৰী ছাত্ৰ ছাত্ৰী/গৱেষকৰ বাবে যে অতিকৈ প্ৰয়োজনীয় গ্ৰন্থ তাত দ্বিমত থাকিব নোৱাৰে। ক্ষেত্ৰ সমলেৰে সমৃদ্ধ *অসমৰ লোক-উৎসৱ* ড ভট্টাচাৰ্য্যৰ বিশিষ্ট কৃতি।

### অসমৰ জনজাতি ঃ

*অসমৰ জনজাতি* ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰদ্বাৰা সম্পাদিত গ্ৰন্থ। 'অসম' পদটোৱে তাহানিৰ বৰ অসমক সূচাইছে, অৰ্থাৎ বৰ্তমানৰ খণ্ডিত অসম, মেঘালয়, অৰুণাচল, নগালেণ্ড, মণিপুৰ, মিজোৰামৰ সৈতে বৰ্তমানৰ বৃহৎ ভৌগোলিক অঞ্চলটো ভাৰতে স্বাধীনতা লাভ কৰাৰ পিছতো অসম বুলিয়েই জনাজাত আছিল। গতিকে অসমৰ জনজাতি বুলি ক'লে অসম, নগাভূমি, অৰুণাচল আদিৰ জনজাতিকো সামৰি লোৱা হৈছিল। সেইবাবে গ্ৰন্থখনৰ নাম-পৃষ্ঠাত সম্পাদকে এনেদৰে উল্লেখ কৰিছে "অসম, নগাভূমি আৰু উত্তৰ-পূব সীমান্ত অঞ্চলৰ জনজাতি সমূহৰ বিবৰণ।" গ্ৰন্থখন ৰচিত হৈছে অসম সাহিত্য সভাৰ তৎপৰতাত আৰু এইসভাৰ্তে গ্ৰন্থখন দ্বিতীয় সংস্কৰণ ছপা কৰিছে অসমৰ বিখ্যাত প্ৰকাশক লয়াৰ্ছ বুক ষ্টলে (গুৱাহাটী, ১৯৯১ চনত)।

গ্ৰন্থখনৰ 'পাতনি'ত সম্পাদক ড ভট্টাচাৰ্য্যই প্ৰাকৃতিক গৱেষণাগাৰ স্বৰূপ অসমৰ অধিবাসী, অধিবাসীসকলৰ সামাজিক আৰু সাংস্কৃতিক জীৱন, অসমৰ জাতি, জনজাতি, খেল ফৈদ, ভাৰতৰ জাতি জনজাতি, জনজাতীয়া বৈশিষ্ট্য, জনজাতীয় চৰ্চা, অতীত আৰু বৰ্তমান আদিৰ বিষয়ে যুক্তিনিষ্ঠ বৰ্ণনা উপস্থাপন কৰিছে। গৱেষণা ধৰ্মী-এই প্ৰবন্ধটো ড ভট্টাচাৰ্য্যৰ ক্ষেত্ৰ অভিজ্ঞতা সম্বলিত পাণ্ডিত্যৰ স্বাক্ষৰ। *অসমৰ জনজাতি* গ্ৰন্থ প্ৰায় ত্ৰিশজন পণ্ডিত-লিখকৰ প্ৰায় দুকুৰি প্ৰবন্ধৰ সমষ্টি। প্ৰত্যেকটো প্ৰবন্ধই একো একোটি জনজাতিৰ জীৱন-সমাজ আৰু সংস্কৃতি বিষয়ক বৰ্ণনাৰে সমৃদ্ধ। গ্ৰন্থখনত অকা, আদি বা আবৰ, খাছি আৰু ছিনটেং, গাৰো, ডিমাছা, বৰো, সোণোৱাল, ডফলা (নিশি), দেউৰী, চুতীয়া, দোৱনীয়া, ফাকিয়াল, মিকিৰ(কাৰবি), মিজো, মিৰি বা মিছিং, ৰাভা, লালুং, নগাভূমিৰ জনজাতি, আওনগা, কন্যাক নগা, টাংখুল নগা, মণিপুৰী (মেইকেই?), নৰা-তুৰুং আইতনীয়া, নক্টে, ৱাঞ্চো, টাংছা, খাম্‌টি, মিছিমি, চিংফৌ, ছিয়াং সীমান্ত বিভাগৰ জনজাতি, আপাটানি, পৰ্বতৰ মিৰি, টাগিন, ছেৰদুক্‌পেন, মন্‌পা, কামেং সীমান্ত বিভাগৰ ভুটীয়া আৰু পাহাৰ-ভৈয়ামৰ অন্যান্য জনজাতি আদিৰ নৃতাত্ত্বিক

ৰূপৰেখাৰ সমষ্টি। অসমৰ জনজাতিৰ সাংস্কৃতিক জীৱনৰ পৰিচয় স্বল্প পৰিসৰৰ ভিতৰতে দিবলৈ প্ৰয়াস কৰা হৈছে - বিশ্বকোষৰ নিচিনাকৈ। প্ৰবন্ধৰাজিৰ সম্পাদনা ৰীতি নিখুঁত আৰু প্ৰণালীবদ্ধ। ড ভট্টাচাৰ্যৰদ্বাৰা সু সম্পাদিত গ্ৰন্থসমূহৰ ভিতৰত অসমৰ জনজাতি নিঃসন্দেহে উচ্চখাপৰ।

## *প্ৰতিনিধি ভাষা-নিবন্ধ ঃ*

*প্ৰতিনিধি ভাষা-নিবন্ধ* ড ভট্টাচাৰ্যাৰ আন এখনি ভাষা বিষয়ক গ্ৰন্থ। গ্ৰন্থখনৰ সম্পূৰ্ণ নাম *ডক্টৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যাৰ প্ৰতিনিধি ভাষা নিবন্ধ* আৰু গ্ৰন্থখন সম্পাদন কৰিছে অধ্যাপক পবন কুমাৰ বৰুৱাই আৰু প্ৰকাশ কৰিছে ডিব্ৰুগড়ৰ ষ্টুডেন্টচ্ এম্পোৰিয়ামৰ স্বত্বাধিকাৰী মৃণাল কান্ত ভট্টাচাৰ্যাই ১৯৯৮ চনত।

ড ভট্টাচাৰ্য্য এগৰাকী ভাষাতত্ত্ব বিষয়ত গৱেষক আৰু পণ্ডিত। তেওঁৰ শিক্ষায়দী জীৱনৰ বিভিন্ন স্তৰত ভাষা আৰু ভাষাতত্ত্ব বিষয়ক শতাধিক প্ৰবন্ধ ৰচনা কৰিছে অসমীয়া, বঙলা, হিন্দী, ইংৰাজী বৰো আৰু আন দুই এটা জনজাতীয় ভাষাত। ইংৰাজী ভাষাত তেওঁ যিদৰে অনেক গৱেষণামূলক প্ৰবন্ধ ৰচনা কৰিছে, তেনেদৰে বিভিন্ন অনুষংগত শতাধিক গৱেষণাধৰ্মী নিবন্ধ প্ৰণয়ন কৰিছে অসমীয়া ভাষাত। তেনেবিধৰ নিবন্ধসমূহৰ ভিতৰত একুৰি বাৰটা নিৰ্বাচন কৰি একত্ৰে প্ৰকাশ কৰা হৈছে ওপৰোক্ত শিৰোনামাৰে এই নিবন্ধকেইটা হৈছে ঃ ভাষাৰ গুৰি কথা, আধা ফুটা মাত, ভাব ভাষা আৰু পৰিভাষা, ভাষাতাত্ত্বিক অধ্যয়নত কাল নিৰূপণ পদ্ধতি, ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় সংহতিত ভাষাৰ ভূমিকা, অসমৰ ভাষা ঃ শ্ৰেণী বিভাগ, অসমীয়া ভাষাতাত্ত্বিক আলোচনা, অসমীয়া ভাষাৰ পোৰ্বতী সুঁতি, উত্তৰ পূৰ্বাঞ্চলৰ উমৈহতীয়া ভাষা অসমীয়া, অসমীয়া ভাষাৰ ব্যাকৰণ-ঐতিহাসিক বিচাৰ, অসমীয়া ভাষাৰ আখৰ-জোঁটনি, অসমীয়া ভাষাৰ উচ্চাৰণ সমস্যা, বৰগীতৰ ভাষা, অসমীয়া ভাষাত জনজাতীয় ভাষাৰ প্ৰভাৱ, চীন-তিব্বতীয় ভাষা পৰিয়ালত অসম অঞ্চলৰ তিব্বত বৰ্মী শাখাৰ ভূমিকা, অসম তথা উত্তৰ পূব-ভাৰতীয় ৰাজ্যাঞ্চলত জনগোষ্ঠীয় চৰ্চা, ভাৰতীয় আৰ্য্য নদী আৰু স্থানবাচক নামত চীন-তিব্বতীয় উপাদান, অসমৰ চীন তিব্বতীয় ভাষা পৰিয়ালত ডিমাছা ভাষাৰ স্থান, অসমৰ কিৰাত অধিবাসী আৰু কিৰাতীভাষা বৰোৰ পূৰ্বাভাষ, বৰোভাষাৰ পৰিচয়, বৰোভাষা ঃ এটি আলোকপাত, অসমীয়া ভাষাত বৰো (কছাৰী) উপাদান, অসমৰ বৰো ভাষাত বহু বচনান্ত প্ৰত্যয়, বৰো (কছাৰী) ভাষাত স্ত্ৰী প্ৰত্যয়ৰ প্ৰয়োগ, কথিত ভাষাত এভুমুকি, অসমীয়া ভাষাৰ উজনি-নামনিৰ ঠাঁচৰ নিদৰ্শন, কামৰূপী উপভাষাৰ বৈশিষ্ট্য, অসমৰ অবিভক্ত কাছাৰ জিলাৰ ভাষা-উপভাষা, পশ্চিম অসমৰ উপভাষাৰ ধ্বনি বিচাৰ, দখিণপাৰৰ মাতবোল, অসমীয়া শব্দকোষত কামৰূপী আৰু দৰঙী উপাদান, আৰু অসমীয়া ভাষাৰ শব্দকোষ ঃ পঠন-পাঠন, পৰীক্ষণ আৰু পাঠ্য সম্ভাৰ।

এই একুৰি বাৰটা নিবন্ধ সংগ্ৰহ, সম্পাদন কৰি একতে প্ৰকাশ কৰিবলৈ প্ৰয়োজনীয় পৰিৱেশ সৃষ্টি কৰিবলৈ সক্ষম হোৱা বাবে অধ্যাপক পবন বৰুৱা আমাৰ প্ৰশংসাৰ পাত্ৰ। গ্ৰন্থখনিত স্থান পোৱা নিবন্ধসমূহৰ ভিতৰত কেইটামান গতানুগতিক, কিন্তু কেইটামান প্ৰবন্ধই ড ভট্টাচাৰ্য্যৰ যুক্তি নিষ্ঠ-বিশ্লেষণশীল অধ্যয়নৰ পৰিচয় দিব পাৰে নিশ্চিতভাৱে।

*তৰুণ জাগৰণ* নামৰ নিবন্ধ সংকলনটি ড প্ৰমোদ ভট্টাচাৰ্য্য আৰু প্ৰভাত গোস্বামীৰ যুটীয়া সম্পাদনাত প্ৰকাশ হৈছিল ১৯৪৬ চনত। তেনেদৰে ড' ভট্টাচাৰ্য্য আৰু গোস্বামীৰ যুটীয়া সম্পাদনাতেই ১৯৪৮ চনত প্ৰকাশ হৈছিল *সন্ধান* নামৰ গ্ৰন্থখন ড ভট্টাচাৰ্য্যৰ *শংকৰাচাৰ্য্য* একে নামৰ ইংৰাজী গ্ৰন্থখনৰ প্ৰাঞ্জল অসমীয়া অনুবাদ নেছনেল বুক ট্ৰাষ্ট অৱ ইণ্ডিয়াৰ সৌজন্যত কিতাপখন প্ৰকাশ হৈছে ১৯৮৯ চনত। জগৎ গুৰু শংকৰাচাৰ্য্যৰ জীৱন, সাধনা আৰু কৃতিৰ চমু আভাস কিতাপখনৰ জৰিয়তে দিবলৈ চেষ্টা কৰা হৈছে।

*গুৱাহাটী আলোচনা চক্ৰৰ ৰূপৰেখা* আৰু *চক্ৰসুৰভি* নামৰ গ্ৰন্থ দুখন সহযোগী সম্পাদকৰ সহায়ত ড ভট্টাচাৰ্য্যই সম্পাদনা কৰিছে আৰু ক্ৰমে ১৯৮৩ আৰু ১৯৯৩ চনত গ্ৰন্থ দুখন প্ৰকাশ কৰা হৈছে ইয়াৰ বাহিৰেও তেওঁ *গৌতমবুদ্ধ* আৰু *বিবেকানন্দ* নামৰ দুখনি জীৱনী প্ৰণয়ন কৰিছে।

অপ্ৰকাশিত হৈ থকা ভবেন নাৰ্জৰি *বৰো অসমীয়া অভিধান* খনো ড ভট্টাচাৰ্য্যই যুটীয়াভাৱে সম্পাদন কৰিছে ইংৰাজী ভাষাত ৰচিত তেওঁ শতাধিক গৱেষণামূলক নিবন্ধৰাজিৰ প্ৰতিনিধিমূলক ছব্বিশটা নিবন্ধ একত্ৰে প্ৰকাশ কৰিবলৈ সিদ্ধান্ত কৰি ইতিমধ্যে আনন্দৰাম বৰুৱা ভাষা-কলা সংস্কৃতি সংস্থানে *Aspects of North East Indian Languages 2003* প্ৰকাশ কৰিছে।

ড ভট্টাচাৰ্য্য এগৰাকী গৱেষক পণ্ডিতেই নহয়, এগৰাকী কবি আৰু নিবন্ধ লিখকো। হাইস্কুলৰ ৫ম মান শ্ৰেণীত পঢ়ি থাকোতেই 'ভক্তি' নামৰ এটি কবিতা তেওঁ ৰচনা কৰিছিল। নলবাৰী গৰ্ডন হাইস্কুলৰ বাৰ্ষিক মুখপত্ৰ *নৈবেদ্যত* তেওঁ হাইস্কুলৰ নৱম মান শ্ৰেণীত পঢ়ি থাকোতে 'কবিৰ সমাধি' নামৰ আন এটি কবিতা ছপা হৈছিল জীৱনৰ বিভিন্ন সময়ত- বিভিন্ন বিদ্যায়তনিক আৰু সামাজিক কৰ্মৰ মাজতে সুৰুঙা উলিয়াই বিভিন্ন আলোচনী আৰু সম্পাদিত গ্ৰন্থত তেওঁ বহু সংখ্যক কবিতা ৰচনা কৰিছে। এই কবিতাসমূহৰ ভিতৰত কেইটিমান কবিতা *সৰাফুলত* (১৯৯৭) ছপা হৈছে। *কুৰলীৰ আঁৰে আঁৰে* (১৯৯৮) নামৰ এখন কাব্য তেওঁ প্ৰকাশ কৰিছে। *সৰাফুল* একুৰি সাতোটা কবিতাৰ সমষ্টি আৰু এই কবিতা পুথিখন প্ৰকাশ কৰিছে সূৰ্যাতাৰা প্ৰকাশনৰ হৈ শ্ৰীমতী দেৱী প্ৰভা ভট্টাচাৰ্য্যই। *সৰাফুলৰ* বাটচ'ৰাত সংযোজিত পাতনি স্বৰূপ 'মনৰ কথাত' কবি ভট্টাচাৰ্যই উল্লেখ কৰিছে ঃ

*১৯৪৩ চনৰ পৰা ক্ৰমে গুৱাহাটীত থাকি যোৱা পঞ্চাশ বছৰৰো অধিককাল বিভিন্ন উপলক্ষত কবিতা ৰচনা কৰি আলোচনী, পত্ৰিকাত মাজে সময়ে প্ৰকাশ কৰিবলৈ সুযোগ পাইছোঁ। ভাষাতত্ত্ব ব্যাকৰণৰ হেঁচাত ৰচিত কবিতাবোৰৰ কিছুমান প্ৰকাশিত-অপ্ৰকাশিত অৱস্থাত হেৰাবলৈ ধৰিলে। এনে পটভূমিত আমাৰ মাজু ল'ৰা ডাঃ অপূৰ্ব কুমাৰ ভট্টাচাৰ্য্য আৰু মাজু বোৱাৰী ডাঃ শিখা ভট্টাচাৰ্য্যৰ প্ৰযত্নত কেইটামান নিৰ্বাচিত কবিতা থুপাই 'সৰাফুল' ৰূপে প্ৰকাশ কৰিবলৈ আমাৰ পৰিয়ালৰ সমূহীয়া উদ্যোগ সূৰ্য্যতোৰা প্ৰকাশনে ব্যৱস্থা ললে। কবিতা হয় যদি হওক বুলি নহয়-- মনৰ প্ৰেৰণাতে যোৱা পঞ্চাশ বছৰৰ অধিক কালৰ সমসাময়িক ঘটনা প্ৰবাহৰ বিবিধ ভিলিঙনি ৰচিত কবিতাবোৰৰ ব্যক্তিগত ভাৱানুৰাগৰ চৌপাশে প্ৰকাশিত হৈছে।*

*সৰাফুল* ৰ বিষয়বস্তুৰ পৰিধিয়ে ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰাম, চীন-ভাৰতযুদ্ধ, পাক-ভাৰত সংঘৰ্ষ, বাংলাদেশত শ্বেখ মুজিবৰ ৰহমানৰ হত্যাকাণ্ড, সমাজৰ বিভিন্ন সমস্যা আৰু কবিৰ ব্যক্তিগত অনুভৱ আৰু অনুভূতি পৰ্য্যন্ত সামৰিছে। তেওঁ আৰু কৈছে যে, পূৰ্বসূৰী কবিসকলৰ প্ৰেৰণাৰদ্বাৰা উদ্বুদ্ধ হৈ তেওঁ কাব্য কবিতা ৰচনাত প্ৰবৃত্ত হৈছে।

প্ৰথিতযশা কবি আৰু সমালোচক আৰু অসমৰ এলিয়টস্বৰূপ অধ্যাপক নবকান্ত বৰুৱাই সমালোচনাৰ দৃষ্টিভংগীৰে কবি ভট্টাচাৰ্য্যৰ কবিতাৰ বিষয়ে এনেদৰে লিখিছে ঃ

*প্ৰমোদে কবিতা লেখে তেওঁৰ আবেদিক মুহূৰ্তবোৰৰ প্ৰকাশ হিচাপে, কলা-কৌশলী কবিৰ আঙ্গিকৰ পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰ হিচাপে নহয়। পাঠক হিচাপে যি ধৰণৰ কবিতাৰে তেওঁৰ ৰসচিত্ৰ নিৰ্মিত হৈছিল সেই ভংগীতে তেওঁ কবিতা ৰচনা কৰে। এইবোৰযেন তেওঁৰ অন্তৰজগতৰ দিনলিপি। তেওঁৰ নিজৰ উচ্চ জ্ঞান মাৰ্গৰ পৰা নামি আহি কৰা চিত্ত কণ্ডূয়ন।*

অতীতৰ মধুৰ স্মৃতি, জীৱনৰ দুখ-বেদনা, সান্ধ্য সমীৰণৰ মধুৰতা, ব্যৰ্থ প্ৰেমৰ দীৰ্ঘশ্বাস, মৃত্যুৰ ভয়াবহতা, বিধাতাৰ নিৰ্মম বিধান, বিৰহ-বিচ্ছেদৰ জ্বালাতন আদি নানা ভাবেৰে কবি ভট্টাচাৰ্য্যৰ কবিতাৰাজি ৰসসিক্ত। *সৰাফুল*-ৰ কবিতাৰাজিত বিহগী কবি ৰঘুনাথ চৌধুৰী আৰু গীতিকবি যতীন্দ্ৰনাথ দুৱৰাৰ কাব্য-কবিতাৰ ভাব আৰু ভাষাৰ মৃদু পদধ্বনি অনুৰণিত। তেওঁৰ কবিতাত বিপ্লৱ নাই আছে আত্মসমৰ্পণ। কবি ভট্টাচাৰ্য্যৰ কবিতাত ৰোমাণ্টিক ভাব-বিলাসেই নহয় ধূলি-ধূসৰিত পৃথিৱীৰ বাস্তৱ চিন্তাও আছে। কবিতাৰ ভাব আৰু শৈল্পিক ৰূপায়ণ সময়সাপেক্ষ। সময়ৰ ব্যৱধানৰ বাবে অৰ্থাৎ *সৰাফুল*-ত সন্নিবিষ্ট কবিতাৰাজিৰ ৰচনাকালৰ মাজত আছে যথেষ্ট ব্যৱধান আৰু সেইবাবেই কবিতাসমূহৰ ভাব, বিষয় আৰু আংগিকৰ মাজত

কিছু কিছু ক্ষেত্ৰত বৈষম্য দেখা যায়। *সৰাফুল*-ত ঠাই পোৱা কবিতাকেইটি নান্দনিক প্ৰমূল্যৰে সমুজ্জ্বল।

প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এগৰাকী কাব্য নিৰ্মাতা, ইয়াৰ প্ৰত্যক্ষ প্ৰমাণ তেওঁৰ *কুঁৱলীৰ আঁৰে আঁৰে* নামৰ পুথিখন। এই কাব্যখন ছয়টি তৰংগৰ সমষ্টি আৰু আদি তথা অন্তত 'প্ৰস্তাৱনা' আৰু 'উপসংহাৰ' নামৰ দুটা উপ-তৰংগও সংযোজিত হৈছে। কাব্যখনত প্ৰবাহিত হৈ আছে এক অখণ্ডভাব, এক সামগ্ৰিক অনুভৱ, জীৱনৰ অৰ্থ হাঁহি-কান্দোনৰ মাজে মাজে জীৱন আগবাঢ়ি গৈছে — দুখ-যন্ত্ৰণা আৰু ব্যথা-বেদনা তথা মানৱীয় মূল্যবোধৰ অবক্ষয় আৰু অৱমাননাৰ তালে তালে, কিন্তু ঘনঘোৰ মেঘৰ মাজতো আশাৰ বিজুলিয়ে তিৰবিৰায়, শীতৰ অন্ততো আহে বসন্ত। কবি আশাবাদী, পুনৰ্জন্মবাদত বিশ্বাসী, দুখ-যন্ত্ৰণা ক্লিষ্ট জীৱনৰ কিন্তু মাধুৰ্য্য নাই মৰণত, আছে মৰণ বিজয়ত।

নামক্ষৰী ৰচনাতো তেওঁ সিদ্ধহস্ত। বিভিন্ন অনুষংগত তেওঁ কেইবাটিও নামক্ষৰী ৰচনা কৰিছে। ভট্টাচাৰ্যই মাজে মাজে দুই এটা গল্পও লিখিছিল। এই গল্পবোৰ বিভিন্ন আলোচনী, বাতৰিকাকত, স্মৃতিগ্ৰন্থ আদিত প্ৰকাশ হৈছিল যদিও সেইবোৰ সংৰক্ষণৰ অভাৱত চিৰদিনৰ বাবে হেৰাই গ'ল। বাংগ্য ৰচনাতো তেওঁৰ সিদ্ধহস্ততা অস্বীকাৰ কৰিব নোৱাৰি।

বাতৰি কাকত, স্মৃতিগ্ৰন্থ, আলোচনী, স্মাৰকগ্ৰন্থ আদিত তেওঁ অসংখ্য সমালোচনামূলক, আলোচনাধৰ্মী প্ৰবন্ধ-নিবন্ধ ৰচনা কৰিছে, বিভিন্ন সভা-সমিতিত দিয়া লিখিত বক্তৃতা আদিৰ সামগ্ৰিক তথা প্ৰণালীৱদ্ধ অধ্যয়ন অবিহনে ভট্টাচাৰ্যৰ সাহিত্য-কৃতিৰ পৰিপূৰ্ণ অধ্যয়ন অসম্ভৱ। ভট্টাচাৰ্য্যৰ ব্যক্তিসত্তা আৰু অনুভৱৰ গভীৰতাই তেওঁৰ মনন আৰু চিন্তনত কিদৰে অহৰহ ক্ৰিয়া-প্ৰতিক্ৰিয়া কৰি আছে— তাৰ প্ৰত্যক্ষ নিদৰ্শনৰ সন্ধান কৰিব লাগিব তেওঁৰ হিয়া স্বৰূপ নিৰ্মিতি ৰাজিত।

ভট্টাচাৰ্য্য বহু ভাষাবিদ্— মাতৃভাষা অসমীয়া, ওচৰচুবুৰীয়া ভাষা বঙলা, ৰাষ্ট্ৰভাষা হিন্দী, আন্তৰ্জাতিক ভাষা ইংৰাজী, প্ৰাচীন ভাষা সংস্কৃত, নৃগোষ্ঠীগত ভাষা বৰো, ডিমাছা, কাৰ্বি আদিত তেওঁৰ আছে গভীৰ দখল। অসমীয়া, বঙলা, হিন্দী, সংস্কৃত, ইংৰাজী আৰু বৰোভাষাত তেওঁ স্বচ্ছন্দ গতিত বক্তৃতা দিব পাৰে, লিখিব পাৰে। বৰো ভাষাৰ এম এ মহলাৰ ছাত্ৰ-ছাত্ৰীক তেওঁ পঢ়ুৱাইছিল। সংস্কৃতত তেওঁ শ্লোক ৰচে, বক্তৃতা দিয়ে। জ্যোতিষ-শাস্ত্ৰতো তেওঁৰ বিশ্বাস আৰু ৰাপ আছে। দিন-দশা আৰু ৰাহি-যোৰা বা ৰাহি-পুজি চাই ভট্টাচাৰ্যই আনন্দ লাভ কৰে।

ভট্টাচাৰ্যই মেল-মিটিং, সভা-সমিতি আদি ভাল পায়। কোনোবাই তেওঁক মেল-মিটিং, সভা, সমিতিলৈ নিমন্ত্ৰণ জনালে পাৰ্য্যমানে তেওঁ নোযোৱাকৈ নাথাকে। আনকি ৰোগাক্ৰান্ত হৈ থকা অৱস্থাতো পত্নী আৰু ডাঃ পুতেক আৰু ডাঃ বোৱাৰীৰ বাধা-নিষেধ আওকাণ কৰিও সভা-সমিতিলৈ যায়, ৰাইজৰ আমন্ত্ৰণ-নিমন্ত্ৰণ ৰক্ষা

কৰে। বিয়া-বাৰু, শ্ৰাদ্ধ-পাৰ্বণ, পূজা-উপাসনা আদিলৈ নিমন্ত্ৰণ জনালে তেওঁ পৰাপক্ষত নোযোৱাকৈ নাথাকে। সুখে-দুখে, আপদে-বিপদে, আনন্দে-উৎসৱে ড° ভট্টাচাৰ্য্যই অগুহী-বগুহী, মিটিৰ-কুটুম, বন্ধু-বান্ধৱ আদিৰ খা-খবৰ লয়, আনন্দৰ ভাগ লয়, দুখতো সহানুভূতি প্ৰকাশ কৰে।

ভট্টাচাৰ্য্যই মানুহক ভালপায়, মানৱ-প্ৰীতি তেওঁৰ অন্যতম চাৰিত্ৰিক বৈশিষ্ট্য। ধনী-দুখীয়া, সৰু-ডাঙৰ, বামুণ-কলিতা, ডেকা-ৰাজবংশী, শইকীয়া-হাজৰিকা, বৰো-ৰাভা, ডিমাছা-লালুং, কাৰ্বি-মিছিং, নগা-ত্ৰিপুৰী, মেইতেই আদি সকলোকে তেওঁ ভালপায়, মৰম কৰে, চেনেহ কৰে অপৰিসীমাভাৱে। তেওঁ মানৱতাবাদী আৰু মানৱ দৰদী। মানৱ প্ৰীতিৰ গভীৰতাত তেওঁৰ জাত্যাভিমান সূৰুযৰ দীপ্ত আলোকত ঘন কুঁৱলী আঁতৰি যোৱাৰ দৰে আতৰি গৈছে দূৰ-দূৰান্তলৈ। জনজাতীয় প্ৰীতি তেওঁৰে চৰিত্ৰৰ এক উজ্জ্বলতম দিশ। তেওঁৰ দৃষ্টিত আমি সকলোৱেই কিৰাত। কিৰাতৰাজ্য অসমত কৈৰাতজ ধৰ্ম চলে। সেই ধৰ্মৰ সুদূৰ প্ৰসাৰী প্ৰভাৱ অসমৰ সমাজ আৰু সাংস্কৃতিক জীৱনত সুদূৰ প্ৰসাৰী। আনকি অসমৰ অন্যতম উপাস্য দেৱতা আৰু উপস্যাদেৱী শিৱ কিৰাত ৰূপায় আৰু শিৱানীও কিৰাত ৰূপিণী। তেওঁৰ মতে যিসকলে প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছে তেওঁলোক ব্ৰাহ্মণ, কাৰণ তেওঁলোকে ব্ৰহ্মক চিনিবলৈ বা জানিবলৈ সক্ষম হৈছে। গতিকে যিসকলে ব্ৰহ্মক জানিছে বা জানিবলৈ চেষ্টা কৰিছে তেওঁলোক ব্ৰাহ্মণ।

ড° ভট্টাচাৰ্য্যই মানুহক খুৱাই- ধুৱাই বৰ তৃপ্তি পায়। তেওঁৰ ঘৰলৈ দুপৰীয়া অহাজনক ভাত খাবলৈ জোৰ কৰে; কাৰণ দুপৰীয়াৰ অতিথি সাক্ষাৎ দামোদৰ। তেওঁৰ ঘৰত ভাত খোৱা আলহীৰ ক্ষেত্ৰত জাতৰ বাচ-বিচাৰ লক্ষ্য কৰা নাযায় — তেওঁৰ দৃষ্টিত জীৱ মাত্ৰেই শিৱ।

কৃতী সাহিত্যিক, পণ্ডিত, বিজ্ঞলোক আদিক নিমন্ত্ৰণ কৰি আনি ষোড়শ ব্যঞ্জনেৰে এসাজ খুৱাই আৰু নিজেও খাই তেওঁ কৃতকৃত্য বোধ কৰে। এবাৰ তেওঁ প্ৰথিতযশা পণ্ডিত আৰু সাহিত্যিক তীৰ্থ নাথ শৰ্মাক দুপৰীয়া ভোজনৰ বাবে নিমন্ত্ৰণ কৰিছিল লগতে মোকো মাতিছিল। তীৰ্থ নাথ শৰ্মা ছাৰৰ সৈতে ড° ভট্টাচাৰ্য্য আৰু মই তিনিও একেলগে ভাত খাইছিলোঁ – পৰম্পৰাগত আঞ্জা-ব্যঞ্জনৰ সৈতে। কি যে সৌভাগ্যময় সেই দিনটো আছিল মোৰ বাবে!

ড° প্ৰফুল্লদত্ত গোস্বামীয়ে ভট্টাচাৰ্য্যৰ ঘৰত মাজে-সময়ে দুপৰীয়াৰ সাজ খাইছিল। গোস্বামীৰ জুতি ভট্টাচাৰ্য্যৰ পৰিবাৰে ভালদৰে জানে। গোস্বামী ছাৰে জুতি পাইছিল সোৱাদ লগাকৈ ৰন্ধা অসমীয়া পৰম্পৰাগত আঞ্জা-ব্যঞ্জনবোৰত। ড° ভট্টাচাৰ্য্যৰ পৰিবাৰ বাইদেউ এনে বিধৰ আঞ্জা-ব্যঞ্জন ৰন্ধাত পাকৈত।

ড° ভট্টাচাৰ্য্যক প্ৰথম দৃষ্টিত ক্ৰোধী যেন লাগে। ১৯৬৫ চনৰ চেপ্তেম্বৰ মাহ। আমাৰ এম. এ. পৰীক্ষাৰ (ফাইনেল) খবৰ ওলোৱা নাই। মই তেতিয়া গুৱাহাটী

আৰ্য্যবিদ্যাপীঠ উচ্চতৰ মাধ্যমিক স্কুলত বিষয় শিক্ষক হিচাবে চাকৰি কৰি আছোঁ। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, বিশিষ্ট সাহিত্যিক শ্ৰীযুত অতুল চন্দ্ৰ বৰুৱাদেৱে তেতিয়া প্ৰশাসনিক বিষয়া স্বৰূপে চাকৰি কৰি আছে। বৰুৱা ছাৰে মোক মৰম কৰে, লিখা -মেলাত উৎসাহ দিয়ে, সহায় কৰে, প্ৰকাশৰ পথত অৰিহণা যোগায়। বি. বৰুৱা কলেজত কিজানিবা অসমীয়া বিভাগত চাকৰি এটা পোৱাই যায়, ইয়াকে ভাবি বৰুৱা ছাৰে মোক ক'লে বোলে ঃ তুমি ড° ভট্টাচাৰ্য্যক লগ ধৰি চোৱাচোন। তেওঁ বি. বৰুৱা কলেজৰ অধ্যক্ষ, সহায়কাৰী ব্যক্তি, সকলোকে উপকাৰ কৰি ভাল পায়। তোমাকো সহায় কৰিব পাৰে।'

মই ক'লো ঃ তেখেতৰ সৈতে মোৰ জনা-শুনা নাই। তেখেতে মোক চিনি নাপায়। আপুনি মোক তেখেতৰ সৈতে চিনাকি কৰি দিবনে?

বৰুৱা ছাৰ ঃ কিয় নিদিম ? অহাকালি দেওবাৰ নহয়, তুমি ৰাতিপুৱা দহমান বজাত আমাৰ ঘৰলৈ আহিবা।

এবুকু আশালৈ মেছলৈ উভতিলোঁ। বাটে বাটে ভাবিলোঁ — অধ্যাপক চাকৰি পামেই — বৰুৱা ছাৰে যেতিয়া সহায় কৰিবলৈ কথা দিছে— মোৰ মনোৰথ পূৰণ হ'বই। বৰুৱা ছাৰৰ নিচিনা এগৰাকী ব্যক্তিৰ কথা বি. বৰুৱা কলেজৰ অধ্যক্ষই কেতিয়াও নেপেলায়। আশাপূৰ্ণ হোৱাৰ ক্ষণ সমাগত হোৱাৰ আকাংক্ষাত অধীৰ হৈ উঠিলোঁ। ৰাতিটো কেনেকৈ কটালোঁ কব নোৱাৰোঁ। চিলমিলকৈ টোপনি আহিলেই শ্ৰীযুত বৰুৱা ছাৰক সপোনত দেখোঁ। সাৰ পালোঁ। ঘড়ী চালোঁ — মাত্ৰ ১ বাজি ৩০ মিনিট গৈছে। নিৰুপায় হৈ আকৌ চকু মুদিলো। ....... দেওবাৰে দিনৰ ৯ বজাতেই বৰুৱা ছাৰৰ ঘৰ পালোঁ গৈ। .........১০ বজাত বৰুৱা ছাৰৰ সৈতে ড° ভট্টাচাৰ্য্যৰ ঘৰত উপনীত হ'লোগৈ। তেতিয়া ড° ভট্টাচাৰ্য্যৰ বৰ্তমানৰ দুমহলীয়া ঘৰটো বোধকৰোঁ সম্পূৰ্ণ হোৱা নাছিল বা বান্ধিবলৈ যো-জা কৰাই নাছিল। তেওঁ এখন ডাঙৰ বাৰন্দাত এখন কাঠৰ চিয়াৰত বহি আছিল। সমুখত এখন ডাঙৰ মেজ। ওচৰতে কেইবাখনো চিয়াৰ। তেনে এখন চিয়াৰত মই চিনি নোপোৱা এগৰাকী মানুহ বহি আছিল। ড° ভট্টাচাৰ্য্যৰ সমুখত পৰীক্ষাৰ বহী কিছুমান আছিল। তেওঁৰ সমুখত এখন তেনে বহী মেলি থোৱা অৱস্থাত আছিল। সোঁহাতত এডাল ৰঙীল পেঞ্চিল। বাৰন্দাত উঠিয়েই বৰুৱা ছাৰে মাত লগালে ঃ কিনো কৰি আছে? ড° ভট্টাচাৰ্য্যই বহীটো ওভোটাই থৈ পেঞ্চিল ডাল সোঁহাতেৰে ধৰি থকা অৱস্থাতেই ক'লে ঃ আহক আহক। এই বোৰ কি ক'ব — পৰীক্ষাৰ কাম।

তেওঁ আমাক বহিবলৈ ক'লে। আমি পাৰি থোৱা চিয়াৰত বহিলোঁ। বৰুৱা ছাৰে চমুকৈ আমাৰ আগমনৰ উদ্দেশ্য ব্যক্ত কৰি মোৰ কথা ক'লে।

ড° ভট্টাচাৰ্য্যৰ কিবা কথাত খং উঠি আছিল নেকি ক'ব নোৱাৰোঁ। তেওঁ প্ৰায় ৰুদ্ৰমূৰ্তি ধৰি ক'লে ঃ 'যোৱা যোৱা বি. বৰুৱা কলেজলৈ আহি কি কৰিবা?

ইউনিভাৰ্ছিটিলৈ যোৱা, ভূবনেশ্বৰলৈ যোৱা, কটন কলেজলৈ যোৱা। মোৰ কলেজত চাকৰি নাই।'

মোৰ আশাৰ স্বৰ্ণ কাৰেং যেন নিমিষতে চূড়মাৰ হৈ গ'ল। কোনোমতে প্ৰকৃতিস্থ হৈ বৰুৱা ছাৰৰ মুখলৈ চালোঁ। তেখেতে মোক উঠিবলৈ চকুৰে ইংগিত দিলে। ড° ভট্টাচাৰ্য্যক মাত দি ওলাই আহিলোঁ।' ........

বাটত বৰুৱা ছাৰে ক'লে ঃ ভট্টাচাৰ্য্য আচলতে বৰ ৰসাল ব্যক্তি। কাৰোবাৰ ওপৰত তেওঁৰ খং উঠি আছে। আদাৰ ঝাৰ পইতাত জুৰালে। ........ বৰুৱা ছাৰৰ মন্তব্য আখৰে আখৰে সঁচা। ড° ভট্টাচাৰ্য্যৰ তৎক্ষণাৎ খং উঠে, তৎক্ষণাতে খঙৰ উপশম হয়। তেওঁৰ খং ধানখেৰৰ জুইৰ দৰে খন্তেকীয়া। ভট্টাচাৰ্য্যৰ খং দেখিছোঁ, সমুখীন হৈছোঁ আৰু শাঁতও কৰিছোঁ। তেওঁ ক্ৰোধী নহয়, মৰমিয়াল, মানৱ প্ৰেমী।

ড° ভট্টাচাৰ্য্যই মহিলা, ছোৱালী বিশেষকৈ ছোৱালীক বৰ মৰম কৰে, পিতাকৰ দৰে, আতাক অৰ্থাৎ ককাকৰ দৰে ; কাৰণ তেওঁৰ ভাগ্যত নিজৰ ছোৱালী বুলিবলৈ কোনো নাই; তেওঁৰ বৰ দুখ। ছোৱালীৰ প্ৰতি থকা আকৰ্ষণৰ মূল হেতু এইটোৱেই। পুত্ৰ প্ৰধান পৰিয়ালবোৰত কোমলতা, মধুৰতা প্ৰায়ে নাথাকে, ছোৱালী প্ৰধান বা ছোৱালী থকা ঘৰ কোমলতা আৰু মধুৰতাৰে চিৰ সিক্ত।

ড° ভট্টাচাৰ্য্য ছাত্ৰ-ছাত্ৰী আৰু পৰীক্ষাৰ্থীৰ ক্ষেত্ৰত উদাৰ। অনেক অধ্যাপকে পৰীক্ষাৰ বহী চাবলৈ টান পায়, বা হেহোৰ-নেহোৰ কৰে। কিন্তু ড° ভট্টাচাৰ্য্যৰ ঘৰলৈ পৰীক্ষাৰ বহী পঠিয়াই দিলে কেতিয়াও নোচোৱাকৈ ঘূৰাই নপঠিয়ায়। পৰীক্ষাৰ্থীসবৰ প্ৰতি তেওঁ বৰ সহানুভূতিশীল। পৰীক্ষক হিচাবেই হওক; নাইবা মুখ্য পৰীক্ষক হিচাবেই হওক তেওঁ সদায় পৰীক্ষাৰ্থীৰ স্বাৰ্থৰ প্ৰতি সচেতন। গৱেষণা গ্ৰন্থ নিৰীক্ষণকাৰী হিচাবেও তেওঁ ন্যায় আৰু যুক্তিৰদ্বাৰা কৰ্তব্য সম্পাদন কৰি আহিছে।

ড° ভট্টাচাৰ্য্য সৰ্ব-বিদ্যা বিশাৰদ। তেওঁ ভাষা, সাহিত্য, সংস্কৃতি, গীত-বাদ্য, নৃত্য, পূজা-উপাসনা, ৰন্ধা-বঢ়া, খেতি-বাতি, বেজ-বেজালি, মন্ত্ৰ-ঔষধ আদি সকলো বিদ্যাতে পাৰ্গত। এনে এটা বিষয় নাই, যিটো বিষয়ত তেওঁ পাণ্ডিত্যপূৰ্ণ বক্তৃতা দিব নোৱাৰে। ঢোল-তাল-মৃদংগৰ তাৎপৰ্য্য বিচাৰিলে তেওঁ তাৰ ব্যাখ্যা দিব তান্ত্ৰিক-পৰম্পৰাৰ আধাৰত। মাছৰ বিষয়ে আপুনি যদি কিবা জানিব খোজে ছাৰৰ ওচৰ চাপক -- তেওঁ দিব বিভিন্ন ব্যাখ্যা বিভিন্ন দিশৰ ফালৰ পৰা।

ড° ভট্টাচাৰ্য্যই লিখাতকৈও কোৱাত তুলনামূলকভাৱে অধিক গুৰুত্ব দিয়ে। তেওঁ প্ৰায়ে কয় ঃ 'শতং বদেৎ মা লিখেৎ।' অৰ্থাৎ এশবাৰ কোৱা কিন্তু নিলিখিবা। তেওঁৰ আছে সৰ্ব ধৰ্মত, সৰ্ব মাৰ্গত, সৰ্ব আচাৰত গভীৰ ৰতি। শৈৱ-শাক্ত-তান্ত্ৰিক-বৈষ্ণৱ-নৱবৈষ্ণৱ-কৌলিক মাৰ্গ, দক্ষিণাচাৰ, বামাচাৰ আদি সৰ্ব মাৰ্গ আৰু সৰ্ব আচাৰত তেওঁ আস্থাশীল, শ্ৰদ্ধাশীল।

ড° ভট্টাচাৰ্য্য অভিমান শূন্য, নিৰহংকাৰী লোক। এই গুণটিয়ে তেওঁক জন-গণ-মনত কালজয়ী স্থান লাভ কৰাত অনুকূল পৰিৱেশ সৃষ্টি কৰিছে। লগত থকা তামোলখন, শিলিখা, তপত পানী - আদি ভগাই খাইহে তেওঁ পায় আনন্দ। তেওঁৰ ব্যক্তিগত 'কাৰ'ত (Car) ধৰে মানে মানুহ তুলি আনে। কেতিয়াবা প্ৰয়োজন হ'লে ঘৰতো থৈ দিয়ে। তেওঁ প্ৰায়ে নামঘৰ, মন্দিৰ আদিলৈ যায়। ঘৰৰ ওচৰতে থকা শিৱ-মন্দিৰলৈ সঘনে যায় - তাত নাগৰা (নাগেৰা), তালসহ নাম ধৰে। নাগেৰা বজোৱাত পাৰংগদ আছিল ঁ ড° কালী নাথ শৰ্মা। লোকগীত, বিয়াগীত, ওজাপালি আদি গোৱাতো ড° ভট্টাচাৰ্য্য কাঠিকৰ।

ভট্টাচাৰ্য্য অতিকে স্পষ্টবাদী। সত্যান্বেষণ আৰু ন্যায়নিষ্ঠতাই তেওঁৰ স্পষ্টবাদিতাৰ মূলধন। সৰ্বজনৰ প্ৰতি তেওঁৰ সমভাব-সমদৃষ্টি-সমব্যৱহাৰ। তেওঁ সৰ্বজনক ভাল পায়, কাৰো বিৰুদ্ধে অশোভনীয় কথা নকয়। তেওঁ মানুহক প্ৰশংসা কৰিব জানে, আদৰিব জানে।

তামোল-প্ৰীতি ভট্টাচাৰ্য্যৰ আন এটি চাৰিত্ৰিক বৈশিষ্ট্য। কিছুদিন আগলৈকে তেওঁ হাতেৰে পকোৱা মিক্সাৰ বা পূৰ্বপ্ৰস্তুত চুৰট হুপিছিল। গাঁৱত থাকোতে হোকাত ধপাত খাইছিল। এতিয়া তেওঁ ধূমাপান নকৰে; ডাঃ পুতেকৰ নিৰ্দেশত। চাউল নিৰ্মিত ৰস বা জুমায় তেওঁ গৱেষণাৰ কালত ক্ষেত্ৰ অধ্যয়নৰ পটভূমিত নিঃসকোচে পান কৰিছিল।

ভট্টাচাৰ্য্য সু-বক্তা, সু-সাহিত্যিক, ভাষাবিদ, কলাবিদ। তেওঁ নানা গুণেৰে বিভূষিত। তেওঁৰ ভাষা স্বাভাৱিক, স্পষ্ট, নিমজ, লোকভাষাৰ প্ৰাচুৰ্য্যসিক্ত, মধ্যযুগীয়া, অসমীয়া কবিৰ ভাষাৰ সৌৰভ যুক্ত-সৰসৰীয়া, আঁৰ নথকা তথা ঐশ্বৰ্য্যময়া। ড° ভট্টাচাৰ্য্যৰ কথাবস্তু বা বিষয়বস্তু উপস্থাপন শৈলী আৰু বিশ্লেষণ ৰীতি অননুকৰণীয়। তেওঁৰ গদ্যৰীতি প্ৰবহশীল আৰু অকৃত্ৰিম।

ভট্টাচাৰ্য্য এগৰাকী সাৰ্থক শিক্ষক। শিক্ষকৰ বাবে প্ৰয়োজনীয় গুণাৱলী যেনে ঃ বিষয়জ্ঞান, ধৈৰ্য্য, সাহস আৰু সহানুভূতি তেওঁৰ ব্যক্তিত্বত বিদ্যমান। ড° ভট্টাচাৰ্য্যই অধ্যাপনা বৃত্তি গ্ৰহণ কৰিছে -- সেৱাৰ মনোভাৱেৰে, পেচা ৰূপে গ্ৰহণ কৰা নাই। হাস্য ৰসিকতা তেওঁৰ চৰিত্ৰৰ অন্যতম ভূষণ স্বৰূপ। ৰসিকতা সুশিক্ষকৰ বাবে প্ৰয়োজনীয় চাৰিত্ৰিক আভৰণ। সূক্ষ্ম ৰসিকতাৰ সহায়ত ড° ভট্টাচাৰ্য্যই এনেদৰে শিক্ষা প্ৰদান কৰে যে, ভাষাতত্ত্ব বা ব্যাকৰণৰ অতিকে দুৰ্বোধ্য পাঠো ৰসাল হৈ পৰে। শিক্ষাসেৱী, শিক্ষাব্ৰতী আৰু শিক্ষণ সাধক স্বৰূপে অসমৰ শিক্ষাজগতত তেওঁ যি অৰিহণা আগবঢ়ালে তাৰ তুলনা নাই।

ভট্টাচাৰ্য্যৰ ৰচনা সাহিত্যিক বা কাব্যিক গুণ সমৃদ্ধ-- তেহেলৈ সেই ৰচনা ভাষাতত্ত্ব বিষয়ৰেই হওক কিম্বা সংস্কৃতি বিষয়কেই হওক নাইবা কাব্য-কবিতাই

হওক। কাব্যিকতা তেওঁৰ ৰচনা আৰু সৃষ্টিৰ অনন্য বৈশিষ্ট্য। সম্পাদকৰ সম্পাদকীয়ই হওক অথবা সভাপতিৰ ভাষণেই হওক অথবা কথিকাই হওঁক — সেই আটাইবোৰেই মনোজ্ঞ।

ভট্টাচাৰ্য্য ইতিহাস সচেতন। ইতিহাসৰ গতি-প্ৰগতিৰ অনুকূলেহে তেওঁ সদায় গতি কৰে, যাত্ৰা কৰে। তেওঁ পৰম্পৰাবাদী, কিন্তু তেওঁৰ দৃষ্টিত পৰম্পৰা স্থবিৰ নহয়, অতীতৰ প্ৰতি অন্ধ আনুগত্য নহয়, ই গতিশীল, পৰিবৰ্তনশীল, এক ঐতিহাসিক চেতনাহে।

ভট্টাচাৰ্য্যই নিজকে কেতিয়াও বুঢ়া বুলি নাভাবে। তেওঁ মাজে মাজে কয় : I am not old ; but I am aging । তেওঁ সদায় ডেকা হৈ থাকিব বিচাৰে, কোনো দিনে বুঢ়া হ'ব নিবিচাৰে। পিন্ধন-উৰণ, কথা-বতৰা, ভাব-ভংগীত তেওঁ কোনো দিনে বাৰ্ধক্যৰ জড়তা প্ৰকাশ কৰিবলৈ নিবিচাৰে।

ভাৰতীয় ঐতিহ্য আৰু পৰম্পৰাৰ প্ৰতি তেওঁৰ গভীৰ শ্ৰদ্ধা। ভাৰতীয় ঐতিহ্যৰ মূলধন সত্য, অহিংসা, ভ্ৰাতৃত্ব, সংহতিত ড° ভট্টাচাৰ্য্যৰ একান্ত বিশ্বাস। তুমিও শান্তিৰে থকা, মোকো শান্তিৰে থাকিবলৈ দিয়া, তুমি সাফল্য লাভ কৰা, মোকো সাফল্য লাভ কৰিবলৈ দিয়া। এয়ে ড° ভট্টাচাৰ্য্যৰ জীৱন দৰ্শন- যি জীৱন দৰ্শনৰ ভিত্তি ভাৰতীয় ঐতিহ্য। তেওঁ হত্যা, লুণ্ঠন, ধৰ্ষণ আদি সামাজিক কলুষতা মুক্ত এখন সমাজ কল্পনা কৰে — যি সমাজত সকলোৱে সুখ-শান্তিৰে বাস কৰিব পাৰে, যিখন সমাজত সকলোৱে এক প্ৰগতিশীল জীৱন যাপন কৰিব পাৰে, দেশ আৰু জাতিৰ কল্যাণ আৰু মংগল সাধন কৰিব পাৰে।

ভট্টাচাৰ্য্যৰ জীৱন আৰু সাধনাৰ পৰিপূৰ্ণতাত যি গৰাকী সদৰী মহিলাই প্ৰায় ওঠৰ বছৰ বয়সৰপৰা আজিলৈকে অশেষ ত্যাগ আৰু অক্লান্ত পৰিশ্ৰমেৰে অৱদান আগবঢ়াই আহিছে তেওঁৰ বিষয়ে দুষাৰ নক'লে -- ভট্টাচাৰ্য্যৰ জীৱন আৰু সাধনাৰ বৰ্ণন অপূৰ্ণ হৈ থাকিব। ভট্টাচাৰ্য্যই তেওঁৰ পত্নী শ্ৰীমতী দেৱী প্ৰভা দেৱীক বিবাহ কৰাইছিল যেতিয়া তেওঁৰ (দেৱীপ্ৰভা) বয়স আছিল মাত্ৰ এঘাৰ বছৰ আৰু ড° ভট্টাচাৰ্য্যৰ ওঠৰ কি ঊনৈশ। মাত্ৰ ওঠৰ বছৰত তেওঁক শাস্ত্ৰি বিবাহ কৰাইছিল ড° ভট্টাচাৰ্য্যই। সেইদিন অবধি আজিলৈকে তেওঁ তেওঁৰ স্বামী ভট্টাচাৰ্য্যৰ জীৱনৰ সুখে-দুখে friend-philosopher-guide ৰূপে ভূমিকা গ্ৰহণ কৰি আহিছে। শ্ৰীৰামচন্দ্ৰই তেওঁৰ পত্নী সীতাক বিভিন্ন দহ প্ৰকাৰে লক্ষ্য কৰাৰ নিচিনাকৈ ভট্টাচাৰ্য্যয়ো তেওঁৰ পত্নীক বান্ধৱী, মন্ত্ৰণাদাত্ৰী, ভ্ৰাতৃ, মাতৃ, প্ৰেয়সী, অংকেশায়িনী, ললনা আদি স্বৰূপে লক্ষ্য কৰে। ভট্টাচাৰ্য্য আৰু শ্ৰীমতী ভট্টাচাৰ্য্য- হৰ-গৌৰীৰ দৰে দুয়োৰে এৰা-এৰি নাই-শ্ৰীমতী ভট্টাচাৰ্য্য অৰ্থাৎ বাইদেউ এখন্তেক নহলেও ভট্টাচাৰ্য্যৰ জীৱন আৰু কৰ্মত আউল লাগে— জীৱনৰ গতি অচল হৈ যায়। ৰাতিপুৱা উঠাৰপৰা ৰাতি শোৱালৈকে বাইদেউৱে ভট্টাচাৰ্য্যৰ লগত ছাঁটোৰ দৰে লাগি থাকে।

চাহ-জলপান, ভাত-আঞ্জাৰ যোগাৰ কৰে, স্বামীৰ জুতিৰ প্ৰতি সজাগ হৈ, অঙহী-বঙহী, আলহি-দুলহিৰ তৃপ্তিলৈ চকু ৰাখি। বজাৰ-সমাৰৰ দায়িত্ব, মাছ-পুঠিৰ ব্যৱস্থা, পূজা-উপাসনা, শ্ৰাদ্ধ-পাৰ্বণ-আদি নিত্য-নৈমিত্তিক কৰ্মৰ দায়িত্ব-অকাতৰে, নিৰ্ভুলভাবে পালন কৰে বাইদেউৱে। ভট্টাচাৰ্য্যৰ কানি-কাপোৰ ধোৱা, তামোল-পাণ-চূণ-ধপাত-শিলিখা, আমলখি-আদা আদিৰ যা-যোগাৰ ধৰা-আদি সমস্ত কৰ্ম বাইদেৱে কৰে। ভট্টাচাৰ্য্যৰ ঘৰলৈ গৈ কোনোৱে শুদামুখে ঘূৰি আহিব নালাগে, তেওঁৰ স্বামীয়ে কিবা কোৱাৰ পূৰ্বেই বাইদেৱে চাহ-জলপান আৰু তামোল-পাণেৰে আলহীক অপ্যায়িত কৰি দু-এষাৰ দুখৰ-সুখৰ কথা পাতি হাঁহি মুখে বিদায় দিয়ে। এয়া তেওঁৰ মাতৃৰূপ, এযা তেওঁৰ অন্নপূৰ্ণাৰ অভিব্যক্তি। বাইদেৱে ভট্টাচাৰ্য্যৰ বাবে যি অসামান্য ত্যাগ আৰু পৰিসীম কষ্ট কৰি আহিছে - তাৰবাবেই তেওঁৰ স্বামীয়ে তেওঁক সমীহ কৰে, শ্ৰদ্ধা কৰে। সেইবাবেই ভট্টাচাৰ্যই বিনাদ্বিধাই ক'বলৈ বাধ্য হৈছে ঃ 'মই যদি কাৰোবাক ভয় কৰোঁ তেনেহলে মই কব লাগিব -- মই মোৰ পত্নীক ভয় কৰোঁ।'

ড ভট্টাচাৰ্য্য বিদ্বান ব্যক্তি। তেওঁ তেওঁৰ পত্নীকো বিদুষী ৰূপত আত্মপ্ৰকাশ কৰাত পৰ্য্যাপ্তভাৱে সহায় কৰিছে। ঘৰুৱা কামত ব্যস্ত থাকিও মাজতে সুৰুঙা উলিযাই বাইদেউ যায় সভা-সমিতিলৈ, মহিলা সমিতিলৈ, নামঘৰ-মন্দিৰলৈ, ওচৰ-চুবুৰীয়া আৰু অঙহী-বঙহীৰ খবৰ লবলৈ। বাইদেউ পাঁচোটা পুত্ৰ সন্তানৰ মাতৃ। অকালতে তেওঁ এটি পুত্ৰ সন্তানক চিৰ দিনৰ বাবে হেৰুৱাইছে -- নিয়তিৰ নিষ্ঠুৰ বিধানত। কন্যা-সন্তানৰ মাতৃ তেওঁ হ'ব নোৱাৰিলে। ভট্টাচাৰ্য্যৰ ঘৰৰ ঘৰোৱাহিৰপৰা সাধ্য-সাধনালৈকে নিয়াৰিকৈ চলোৱাত বাইদেউৰ ভূমিকা অত্যন্ত গভীৰ। ঘৰুৱা কামত ব্যস্ত হৈ থাকিও শাক-পাচলি, ফল-মূল, পাণ-তামোল আদিৰ খেতি কৰিবলৈ তেওঁ কোনো ঋতুতে নাপাহৰে।

ড' ভট্টাচাৰ্য্যৰ জীৱন-যৌৱন, ভাৱ-অনুভূতি, আৱেগ-কল্পনা, অৰ্থাৎ সমগ্ৰ জীৱন-সত্বাক সুদৃঢ় আৰু গভীৰভাৱে আবৰি ৰাখিছে বাইদেৱে তেওঁৰ সীমাহীন মৰম-চেনেহ, ত্যাগ-সহানুভূতি আৰু অনাবিল তথা পূত-পৱিত্ৰ প্ৰেমেৰে। বাইদেউৰ শ্ৰদ্ধা-ৰতি-ভক্তি আৰু ভালপোৱাই ভট্টছাৰৰ সমস্ত দুখ-যন্ত্ৰণা, বেথা-বেদনা, ক্লান্তি-শ্ৰান্তি ধুই নিকা কৰে। ভট্টছাৰৰ মানত বাইদেউৰ সাহচৰ্য্য-মধুৰতাভৰা আৰু কোমলতাভৰা এছাটি মলয়া বা, জিৰ্ জিৰ্কৈ বৈ থকা শান্তিৰ নিজৰা। নিৰৱচ্ছিন্ন জীৱন-প্ৰবাহত বাইদেউ ছাৰৰ অনুভৱ আৰু কৃতিৰ চালিকা শক্তি।

মহাকবি ডাণ্টেৰ দৃষ্টিত বিয়ত্ৰিছ আছিল চিৰ-যৌৱনা, চিৰ-সৌন্দৰ্য্যময়ী। কালে যেন সেই সৌন্দৰ্য্য ম্লান কৰিব নোৱাৰে, সেই সৌন্দৰ্য্য অপাৰ্থিৱ, অবাংমন গোচৰ। ডাণ্টেৰ প্ৰেমিক জীৱনৰ বিস্ময়কৰ অনুভূতিৰ সৈতে কবি প্ৰমোদ চন্দ্ৰ

ভট্টাচাৰ্য্যৰ সৌন্দৰ্য্যানুভূতি আৰু আনন্দানুভূতিৰ সাদৃশ্য লক্ষ্য কৰা যায়, যিহেতু তেওঁৰ দৃষ্টিতো তেওঁৰ পত্নী-দেৱ প্ৰভা দেৱী চিৰ যৌৱনা, চিৰ নবীনা, বয়স আৰু কালে ম্লান কৰিব নোৱাৰা সৌন্দৰ্য্য আৰু আনন্দৰ প্ৰতিৰূপা। ড' ভট্টাচাৰ্য্যৰ এই অনুভৱ কবি ডাণ্টে বা আন কবিৰ অনুচিকীৰ্ষা নহয়, -- ই তেওঁৰ জীৱন -প্ৰতীতি।

তিনিকুৰি দহবছৰৰ দেওনা পাৰ কৰি থৈ যোৱা বাইদেৱে বয়স নামৰ একছত্ৰী সম্ৰাটৰ কঠোৰ নিয়ন্ত্ৰণকো উপেক্ষা কৰি ঘৰৰ সমস্ত কাম বন অতাই ৰাতি এঘাৰ মান বজাত ভট্টছাৰৰ শেতেলিৰ কাষতে থকা আহল-বহল শেতেলিখনত শুই পৰে তেওঁৰ লগত শোৱে এজনী নাতিনী। ওচৰতে ছাৰৰ শেতেলি। তেওঁৰ চকু মুদ নাখাই বহুত সময়লৈ কঁকালৰ বিষ, আঁঠুৰ বিষ, পিঠিৰ বিষৰ বাবে, নষ্টালজিয়াৰ বাবে। বাইদেউৰো সৰ্বশৰীৰত বিষ। খন্তেকতে বাইদেউক নিদ্ৰাদেৱীয়ে আলফুলকৈ, আদৰ-সাদৰকৈ কোলাত সাৱটি লয়। কেঁকাই-গেঁথাই বাইদেউ নিদ্ৰাদেৱীৰ মৰমী কোলাত পৰি থাকে — দীঘল দীঘল কৈ উশাহ টানি। ভট্টাচাৰ্য্যৰ কল্পনাই ৰং-চঙীয়া পাখি মেলি উৰিবলৈ উপক্ৰম কৰে-- নিঃসীম নীলিম আকাশৰ মেঘ-মল্লিকাৰ আঁৰে আঁৰে। তেওঁ লাহেকৈ উঠি শেতেলিত বহে। আঁঠুৱাৰ মাজেৰে বাইদেউলৈ তেওঁ অপলক নয়নে চাই থাকে। চাওঁতে চাওঁতে এজনী উদ্ভিন্না যৌৱনাই যেন জগতৰ সকলোখিনি সৌন্দৰ্য্য-সুষমা একীভূত কৰি জাগি উঠি শেতেলিৰ পৰা ধীৰে-ধীৰে নামি আহিল সেইয়া যেন গুৱাহাটীৰ ঘৰ নহয়, বালিলেছাৰ কালী-মন্দিৰ। ষোড়শীয়ে কালী মন্দিৰৰ ভিতৰলৈ লযলাস ভংগিমাৰে আগবাঢ়ি গ'ল, প্ৰণিপাত জনালে-ৰক্ত চন্দন সিক্ত বেলপাত আৰু ৰক্তজবা এক আঁজলি মহাকালী-ভুৱনেশ্বৰীৰ পাদ-প্ৰান্তত অৰ্পণ কৰি বৰ বিচাৰিলে যুগে যুগে যেন তেঁৱেই মোৰ স্বামী হয়। ষোড়শী মন্দিৰৰ পৰা ওলাই আহিল সেন্দূৰেৰে কপাল ৰাঙলী কৰি। মন্দিৰৰ কাষতেই থকা বেল জোপাৰ তলত যৌৱনৰ বোলেৰে উন্মনা ভট্ট ছাৰ যেন থিয় হৈ আছে - কাৰোবাৰ অপেক্ষাত। চিৰ-যৌৱনা ষোড়শী ভট্টাচাৰ্য্যৰ ওচৰলৈ মৃদু পদক্ষেপেৰে আগবাঢ়ি গ'ল -- অতৰ্কিতে তেওঁৰ চৰণ দুখানিত ষোড়শীয়ে প্ৰণিপাত জনালে। আচম্বিতে ভট্টাচাৰ্য্যৰ মুখৰপৰা ওলাই আহিল - যুগে যুগে যেন তুমিয়ে মোৰ জীৱন সংগিনী হোৱা। ষোড়শী থিয় হ'ল — সেন্দূৰেৰে ভট্টাচাৰ্য্যৰ পদ-পল্লৱ ৰাঙলী হৈ উঠিল।.

মছজিদত তেতিয়া আজান দিছিল। চকমককৈ তেওঁ সাৰ পালে। তেওঁ দেখিলে যে পথানৰ ফালে মূৰ দি তেওঁ শুই আছে। ঘূৰি শিথানৰ ফালে মূৰ দি তেওঁ টোপনি যাবলৈ যত্ন কৰিবলৈ ধৰিলে।

ভট্টাচাৰ্য্য সৰ্বজনৰ মাজত ভট্টছাৰ ৰূপেহে পৰিচিত। তেওঁৰ ব্যক্তিত্বত আছে এক সম্মোহিনী—সেয়ে তেওঁক সকলোৱে ভাল পায়, শ্ৰদ্ধা কৰে। ভট্টাচাৰ্য্যৰ চাৰিত্ৰিক বৈশিষ্ট্যত কোনো গোপনীয়তা নাই অথবা কোনো লুকঢাক

(Confidential) নাই। মুক্ত ভাৱে, অবাৰিতভাৱে তেওঁ সকলো কথা স্বীকাৰ কৰে। সৰল ল'ৰা এজনৰ সৰলতা আৰু কোমলতা তথা নিৰ্মলতা ভট্টছাৰৰ ব্যক্তিত্বত বিদ্যমান।

তেওঁ মুক্ত কণ্ঠে স্বীকাৰ কৰিছে যে তেওঁৰ বয় ফ্ৰেণ্ড বিশিষ্ট কবি নৱকান্ত বৰুৱা আৰু গাৰ্ল ফ্ৰেণ্ড ড° নিৰ্মল প্ৰভা বৰদলৈ।

ড° ভট্টাচাৰ্য্য অতিকে কৃতজ্ঞ। তেওঁৰ জীৱন-প্ৰবাহ, সাধনা আৰু কৃতিৰ মূলতে আছে -- বিশিষ্ট ব্যক্তিসৱৰ প্ৰভাৱ আৰু অনুপ্ৰেৰণা। এইসৱ ব্যক্তিৰ ভিতৰত তেওঁৰ পিতৃ-মাতৃ, মণিৰাম দাস আৰু ভৃগুপতি দত্ত (উভয়ে গৰ্ডন হাইস্কুলৰ শিক্ষক আছিল); প্ৰয়াত বাণীকান্ত কাকতি, বিৰিঞ্চি কুমাৰ বৰুৱা, অতুল চন্দ্ৰ হাজৰিকা, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, সুৰেন্দ্ৰ মোহন দাস, প্ৰফুল্ল দত্ত গোস্বামী, সত্যেন্দ্ৰ নাথ শৰ্মা, মহেশ্বৰ নেওগ, হেম বৰুৱা, সূৰ্য্যকুমাৰ ভূএগ, পণ্ডিত তীৰ্থ নাথ শৰ্মা, পণ্ডিত ৰজনী কান্ত দেব শৰ্মা, কৰ্মযোগী গিৰিধৰ শৰ্মা, হলিৰাম ডেকা, দেৱকান্ত বৰুৱা, কীৰ্তি নাথ হাজৰিকা আদিয়েই উল্লেখযোগ্য।

ড° ভট্টাচাৰ্য্য কীৰ্তিমান পুৰুষ। তেওঁৰ সুকীৰ্তিয়ে তেওঁক মহীয়ান কৰাৰ উপৰিও আমাকো অনুপ্ৰাণিত কৰক। ভট্টছাৰৰ উত্তৰ পুৰুষসকলৰ বাবে তেওঁ সংহতিৰ প্ৰতীক, সমন্বয়ৰ সাধক, উদ্দীপনাৰ উৎস, জীৱন-সাধন-সাফল্যৰ মহান আদৰ্শ। আমি ঈশ্বৰক প্ৰাৰ্থনা কৰিছো; শত শৰত কাল তেওঁ জীয়াই থাকক - কৰ্ম সংস্কৃতিৰ সাধক স্বৰূপে। জয়তু ভট্টছাৰ।



# ড° ভট্টাচাৰ্য্যৰ পাণ্ডিত্য আৰু সাধনা

শ্ৰীপৰমানন্দ কলিতা

১৯৫০ চন। ৰামপুৰ অঞ্চলৰ প্ৰথম অধ্যাপক পূৰ্ণ চন্দ্ৰ মজুমদাৰৰ মাতৃ প্ৰভাৱতী মজুমদাৰে লিখকক এদিন কৈছিল যে আজি পূৰ্ণৰ লগত পঢ়া শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আমাৰ ঘৰত আহিছিল। লিখকৰ ঘৰ আৰু অধ্যাপক মজুমদাৰৰ ঘৰ ৰামপুৰ গাঁৱত একেলগে অৱস্থিত।

১৯৫৩ চন। ৰামপুৰ হাইস্কুলৰ 'বকুলগছ'ৰ তলত এখনি ডাঙৰ সভা বহিছিল। তাত লোক বন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱা, বন্ধুৰাম কছাৰী, ৰামপুৰ হাইস্কুলৰ প্ৰতিষ্ঠাপক প্ৰধান শিক্ষক বলেন্দ্ৰ দেৱ গোস্বামী, মুক্তি যোদ্ধা দেবেন্দ্ৰ চন্দ্ৰ চৌধুৰী আদি বিশিষ্ট ব্যক্তিসকলৰ লগতে ৰামপুৰ হাইস্কুল আৰু ৰামপুৰ এম ভি স্কুলৰ ছাত্ৰ ছাত্ৰীসকল উপস্থিত আছিল। সেই সভাত তেতিয়াৰ বি বৰুৱা কলেজৰ অসমীয়াৰ অধ্যাপক প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যয়ো বক্তৃতা দিছিল। লিখকৰ বক্তৃতাৰ কথা মনত নাই কিন্তু মনত আছে এজন ধুনীয়া স্বাস্থ্যবান ডেকাই নতুন কোট-লংপেণ্ট-টাই পিন্ধি বক্তৃতা দিছিল

ৰামপুৰ হাইস্কুল, উপৰহালি হাইস্কুল, পলাশবাৰী আৰ বি উচ্চতৰ বহুমুখী বিদ্যালয়ৰ শিক্ষকতা কৰি জানিব পাৰিলোঁ যে ভট্টাচাৰ্য্যক দক্ষিণ কামৰূপৰ প্ৰায় সকলো মানুহে জানে। তেখেত মানুহৰ মাজত জনপ্ৰিয়। চুম্বকে যেনেকৈ লো আকৰ্ষণ কৰে ভট্টাচাৰ্য্যইও মানুহক আকৰ্ষণ কৰে। ড ভট্টাচাৰ্য্য সমাজ প্ৰিয়।

বিশ্ববিখ্যাত সংস্কৃত পণ্ডিত আনন্দৰাম বৰুৱা জীৱনী লিখি – 'দৈনিক অসম'ত প্ৰকাশ হোৱাত লিখক উৎসাহিত হয়। ১৯৯৭ চনত উত্তৰ গুৱাহাটী কলেজৰপৰা অৱসৰ লোৱাৰ পিছত *জীৱনীমালা* প্ৰথম খণ্ড (৬৪ জনৰ) লিখিবলৈ আৰম্ভ কৰোঁ। ছয়গাঁৱত জন্ম গ্ৰহণ কৰা ধুবুৰীৰ বি এন কলেজৰ প্ৰাক্তন অধ্যক্ষ যাদব নাৰায়ণ দাসৰ বিষয়ে জীৱনী লিখিব খোজাত -- তথ্য পাতি একো পোৱা নাছিলোঁ। কেবাজনো বিশিষ্ট ব্যক্তিয়ে লিখকক জনালে যে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ওচৰত যাওক তেখেতে জানিব পাৰে। লিখকে ড°ভট্টাচাৰ্য্যক তেখেতৰ

নবগিৰিৰ (চানমাৰি) বাসভৱনত লগ ধৰিলে। অধ্যক্ষ যাদব নাৰায়ণ দাস বি. বৰুৱা কলেজৰ অসমীয়াৰ প্ৰতিষ্ঠাপক অধ্যাপক আছিল। ড° ভট্টাচাৰ্য্যও তেখেতৰ ছাত্ৰ আছিল। অধ্যক্ষ দাসৰ 'জীৱনী'ও *জীৱনীমালাত* ঠাই পালে। জীৱনীমালাত ড° ভট্টাচাৰ্য্যৰ সহপাঠী পূৰ্ণ চন্দ্ৰ মজুমদাৰৰ জীৱনী প্ৰকাশ হোৱাত, তেখেতে অনাবিল আনন্দ পালে। এই বিলাক কথাৰপৰা জানিব পাৰি ড° ভট্টাচাৰ্য্যৰ মন কিমান বহল।

অসম সাহিত্য সভা, অসম জনকৃষ্টি সমাজ, অসম বিজ্ঞান সমিতি, উত্তৰ পূৰ্ব ভাৰত ভূগোল সন্থা, অসম সংস্কৃত মহাসভা আদিত লিখক আজীৱন সভ্য। বিশেষকৈ গুৱাহাটী আলোচনা চক্ৰ আৰু অসম জনকৃষ্টি সমাজত ড° ভট্টাচাৰ্য্যক লিখকে বেছিকৈ লগ পায়।

ড ভট্টাচাৰ্য্যই শৈশৱ কালতেই সংস্কৃত শিকিছিল পিতাকৰ মুখত শুনি শুনি। তেখেতৰ স্মৃতি শক্তি প্ৰখৰ আছিল আৰু হৈ আছে। বাল্যকালতে তেখেতে লোক কথা, লোকগীত আদি শুনিছিল ওজা আইৰ পৰা। ওজাআই ড° ভট্টাচাৰ্যৰ পিতৃৰ মাহীয়েক।

কঠিন পৰিশ্ৰম, নিয়মানুবৰ্তিতা আৰু সময়ৰ সৎ-ব্যৱহাৰ — এই তিনিটা গুণ ড ভট্টাচাৰ্য্যৰ আছিল আৰু বৰ্তমানো আছে।

আৰ্থিক দুৰাৱস্থাৰ বাবে নৈশ কলেজত পঢ়ি থাকোতে ভট্টাচাৰ্য্যই ১৯৪৭ চনৰপৰা ১৯৫১ চনলৈ 'দৈনিক অসমীয়া', 'দৈনিক নতুনঅসমীয়া', 'ৰংঘৰ'ৰ উপ-সম্পাদক স্বৰূপে কাম কৰিছিল। সম্পাদক আছিল *সাগৰ দেখিছা* ৰ কবি দেৱকান্ত বৰুৱা। এই কামত ড° ভট্টাচাৰ্য্যৰ জ্ঞানৰ পৰিধি বহল হয়।

নলবাৰীৰ বিখ্যাত গৰ্ডন হাইস্কুলত পঢ়ি থাকোতে ৯ম মান শ্ৰেণীত তেখেত স্কুলৰ সাধাৰণ সম্পাদক আছিল। জাতিৰ জনক মহাত্মা গান্ধীৰ বাণীয়ে তেখেতক আকৰ্ষণ কৰিছিল। তেখেতেও সত্যাগ্ৰহ আদিত যোগদান কৰি থানা-হাজোতত আছিল। তেখেতৰ জীৱন সত্যৰ ওপৰত প্ৰতিষ্ঠিত। গান্ধীৰ মতে সত্যৰ বাহিৰে অন্য ভগৱান নাই। সত্যক উপলব্ধি কৰিবলৈ অহিংসাই একমাত্ৰ উপায়। সত্য সূৰ্য্যতকৈ লক্ষগুণে উজ্জ্বল। হাইস্কুলত পঢ়ি থাকোতে ড° ভট্টাচাৰ্য্যই 'কবি' স্বৰূপেও আত্মপ্ৰকাশ কৰে।

১৯৫৪ চনৰপৰা ১৯৫৬ চনলৈ তেখেত গৈছিল পুনাৰ ডেক্কান কলেজলৈ। সেই কলেজৰ School of Linguistics-ত প্ৰশিক্ষণ লবলৈ। ১৯৬০ চনত আগ্ৰা বিশ্ববিদ্যালয়ত অনুষ্ঠিত শীতকালীন প্ৰশিক্ষণতো পৰীক্ষাৰ্থী স্বৰূপে যোগদান কৰি — ক্ষেত্ৰ অধ্যয়নৰ পদ্ধতি সম্পৰ্কে বিস্তৰ জ্ঞান লাভ কৰে। যি পদ্ধতিয়ে তেখেতক গৱেষণাৰ কামত সহায় কৰিছিল।

ড ভট্টাচাৰ্য্যই অৰ্থনীতিত এম এ পঢ়াৰ কথা আছিল কিন্তু তেখেতৰ গুৰু ড বাণীকান্ত কাকতি আৰু ড বিৰিঞ্চি কুমাৰ বৰুৱাৰ নিৰ্দ্দেশ মতে ভট্টাচাৰ্য্যই অসমীয়াৰ বি-গ্ৰুপত এম এ ডিগ্ৰী লাভ কৰে।

পূৰণি অসম বা নতুন অসমতো বিভিন্ন জনগোষ্ঠী আছে। তেওঁলোকৰ ভাষাবোৰৰ বিজ্ঞান সন্মত অধ্যয়ন নহ'লে আমাৰ মাজৰ পাৰস্পৰিক বুজাবুজি সম্ভৱ নহয়। অসমৰ বাসিন্দাসকলৰ গীত-মাত, আচাৰ-ব্যৱহাৰ, খেল ধেমালি পৰ্য্যবেক্ষণ কৰিলে দেখা যায় যে, অসমীয়া ভাষীলোকৰ বিহুগীতৰ ভাব-ভাষা, সাধু কথা, আচাৰ-ব্যৱহাৰ আদিত মিৰি, কছাৰী আদি জনজাতীয়লোকৰ প্ৰভাৱ পৰিছে। উপনৈবিলাক মিলি মহাবাহু ব্ৰহ্মপুত্ৰ নদ পুষ্ট হৈছে। সেইদৰে অসমৰ জনগোষ্ঠীবিলাক সবল বা চহকী হ'লেহে অসমৰ উন্নতি সম্ভৱ হ'ব।

সুদীৰ্ঘ ১২ বছৰ কাল অক্লান্ত পৰিশ্ৰম কৰি ভট্টাচাৰ্য্যই ১৯৬৫ চনত *A Descriptive Analysis of the Boro Language* শীৰ্ষক গৱেষণা গ্ৰন্থৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী (D Phil) লাভ কৰে।

পৃথিৱীৰ আগশাৰীৰ ভাষাবিদ ড বাণীকান্ত কাকতিয়ে কৈছে ঃ 'ভীমৰ গদা ঘূৰাবলৈ হ'লে আগতে ভীমৰ বল অৰ্জন কৰিব লাগে।' বিশ্ববিখ্যাত জনকৃষ্টিৰ সাধক ড' প্ৰফুল্লদত্ত গোস্বামীয়ে কৈছে ঃ যোগ্যতা থাকিলে কোনেও কাকো খাব নোৱাৰে। যোগ্য ভোগ্যা বসুন্ধৰা। ড ভট্টাচাৰ্য্য বহু যোগ্যতাৰ বা গুণৰ অধিকাৰী।

Right man in Right place উপযুক্ত ব্যক্তিক উপযুক্ত স্থানত নিযুক্তি দিলে -- সমাজৰ ব' দেশৰ উন্নতি হয়। ড ভট্টাচাৰ্য্যৰ পিতৃয়ে কৈছিল ঃ 'শিক্ষকতা ভাল কাম। প্ৰফেচাৰ হ'ব পাৰিলে ভাল হয়। আচাৰ্য্য বৃত্তি সবাতোকৈ উত্তম।' ১৯৫১ চনত প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই গুৱাহাটীৰ বি বৰুৱা কলেজত লেকচাৰৰ হিচাবে যোগদান কৰে। তেখেত অসমীয়াৰ মুৰব্বী অধ্যাপক, উপাধ্যক্ষ হয় আৰু ১৯৬২ চনৰপৰা ১৯৮৬ চনৰ ২ এপ্ৰিললৈ অধ্যক্ষ পদ অলংকৃত কৰে। শিক্ষক হিচাবে ড ভট্টাচাৰ্য্য জয়ী হৈছিল। তেখেত এজন দক্ষ প্ৰশাসকো।

১৯৭২-৭৩ চনত ড ভট্টাচাৰ্য্যই গুৱাহাটী বিশ্ববিদ্যালয়ৰ নতুনকৈ স্থাপিত হোৱা ভাষাতত্ত্ব বিভাগৰ (Deptt of Linguistics) অংশকালীন অধ্যাপক স্বৰূপে অধ্যাপনা কৰে। ১৯৯৪-৯৯ চনলৈ তেখেতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগত অতিথি শিক্ষক হিচাবে অধ্যাপনা কৰে। ১৯৯৪ চনত আধুনিক ভাৰতীয় ভাষা বিভাগত বৰো ভাষাত এম এ শ্ৰেণী খোলা হৈছিল আৰু ড° ভট্টাচাৰ্য্যই এই বিভাগত ৫ বছৰ অধ্যাপনা কৰে। ড° ভট্টাচাৰ্য্য এজন বিৰামহীন ব্যস্ত শিক্ষক।

ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই স্থানীয়, আঞ্চলিক, জাতীয় আৰু আন্তৰ্জাতিক বিভিন্ন আলোচনা চক্ৰ, শিক্ষাযদীসত্ৰ, কৰ্মশালাত যোগ দান কৰিছে।

ড ভট্টাচাৰ্য্য গুৱাহাটী আলোচনা চক্ৰৰ লাই-খুটা সদৃশ। এই আলোচনা চক্ৰ এটা ভাষা-সাহিত্য সাংস্কৃতিক অনুষ্ঠান ইয়াৰ উদ্দেশ্য জনগণৰ মনত জাতীয় ভাব জগোৱা আৰু সংস্কৃতিৰ চেতনা জগাই তোলা। ড ভট্টাচাৰ্য্য অসমৰ সাংস্কৃতিক-জীৱনৰ লগত ওতপ্ৰোতভাৱে জড়িত তেখেত ১৯৬৯ চনত স্থাপিত অসম জনকৃষ্টি সমাজৰ প্ৰতিষ্ঠাপক সম্পাদক আৰু বৰ্তমান তেখেত এই সমাজৰ সভাপতি।

শিক্ষাযদী আলোচনা চক্ৰ, বিদ্যায়তনিক সন্মিলন, কৰ্মশালা আদিত যোগদান কৰি ড ভট্টাচাৰ্য্যই ভোক পিয়াহ সকলোকে পাহৰি যায়। ড ভট্টাচাৰ্য্য বহুত অনুষ্ঠানৰ লগত সক্ৰিয় ভাবে জড়িত।

অসমীয়া ভাষাত ড ভট্টাচাৰ্য্যই শতাধিক গৱেষণামূলক প্ৰবন্ধ ৰচনা কৰিছে আৰু প্ৰবন্ধৰাজি অসমৰ বিভিন্ন আলোচনী বুলেটিন, গ্ৰন্থ আদিত ছপা হৈছে। ড ভট্টাচাৰ্য্য অসম সাহিত্য সভাৰ আজীৱন সদস্য। তেখেতে সাহিত্য সভাবোৰত বহুত প্ৰবন্ধ পাঠ কৰিছে আৰু সেইবোৰ প্ৰকাশো হৈছে। ড ভট্টাচাৰ্য্যই ড প্ৰফুল্ল দত্ত গোস্বামীৰ জীৱন আৰু কৃতি, অধ্যাপক হেমন্ত কুমাৰ শৰ্মা, অধ্যাপক ৰজনীকান্ত দেৱ শৰ্মা, আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী ঃ জীৱন সাধনা আৰু কৃতিত্ব, জ্যোতি ৰাম লহকৰৰ জীৱনী আদিৰ বিষয়ে লিখিত ভাষণ দিছে। সেই ভাষণবোৰ ছপাও হৈছে।

কেৱল অসমীয়াতেই নহয়, ড ভট্টাচাৰ্য্য বঙলা আৰু হিন্দী ভাষাতো সু পণ্ডিত তেখেতে আচাৰ্য্য ড সুকুমাৰ সেনৰ বিষয়ে বঙলা আলোচনী আৰু ৰাষ্ট্ৰসেৱক নামৰ হিন্দী পত্ৰিকাত কেইবাটাও হিন্দীভাষাত চিন্তামূলক প্ৰবন্ধ প্ৰকাশিত হৈছে।

মহীশূৰত অনুষ্ঠিত 'চাউথ ইষ্ট এচিয়ান লিংগুইষ্টিক' বিষয়ক আন্তৰ্জাতিক সন্মিলনত ড ভট্টাচাৰ্য্যই যোগদান কৰি ইংৰাজী ভাষাত ৰচিত দক্ষিণ পূব-এচিয়াৰ ভাষা সম্পৰ্কীয় এটি প্ৰবন্ধ পাঠ কৰে। North-East Indian Council of Social Sciencesৰ জৰিয়তে চিলঙত অনুষ্ঠিত আলোচনা সত্ৰত তেওঁ ইংৰাজীত ৰচিত কেইবাটিও গৱেষণামূলক প্ৰবন্ধ পাঠ কৰিছে। Regional Institute of Indian Language, Bhubaneswar ৰ দ্বাৰা দাৰ্জিলিঙত অনুষ্ঠিত আলোচনা চক্ৰ আৰু কৰ্মশালাত ড ভট্টাচাৰ্য্যই অংশ গ্ৰহণ কৰে। অসম তথা ভাৰতৰ তথা পৃথিৱীৰ বিভিন্ন সভা-সমিতি, অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে ড ভট্টাচাৰ্য্যৰ সম্পৰ্ক আছে।

যুক্তৰাষ্ট্ৰৰ নিউ ইয়ৰ্ক বিজ্ঞান একাডেমীৰ ড' ভট্টাচাৰ্য্য সক্ৰিয় সদস্য। ভাৰতীয় থিয়ছফিকেল ছোচাইটিৰ তেখেত এগৰাকী বিশিষ্ট সদস্য।

১৯৭৯ চনত পৃথিৱীৰ বিখ্যাত মহানগৰী পেৰিছত অনুষ্ঠিত চীন-তিব্বতীয় ভাষা আৰু ভাষাতত্ত্বত দ্বাদশ আন্তৰ্জাতিক সন্মিলনত তেখেতে যোগদান কৰি অসমৰ চীন-তিব্বতীয় বৰোভাষা বিষয়ক ইংৰাজীত ৰচিত দুটা প্ৰবন্ধ পাঠ কৰি বিশ্বৰ ভাষাতত্ত্ববিদ সকলৰপৰা প্ৰশংসা লাভ কৰে। ১৯৯৬ চনত তেখেতে সুদুৰ নেডাৰলেণ্ড-বিশ্ববিদ্যালয়লৈ উৰা মাৰে। এই যাত্ৰাত তেখেতে গাঠিৰ ধন ৫০,০০০ টকাও খৰচ হয়। ইয়াত তেখেতে চীন তিব্বতীয় ভাষা আৰু ভাষাতত্ত্বৰ বিষয়ে এখনি গৱেষণা 'পেপাৰ' পাঠ কৰে।

কিতাপ ড ভট্টাচাৰ্য্যৰ বন্ধু ভাল কিতাপৰ মৃত্যু নাই। জ্ঞানৰ আধাৰ গ্ৰন্থ। খিৰিকি নথকা কোঠা আৰু কিতাপ নথকা ঘৰ একে। কিতাপে পৃথিৱী শাসন কৰে। বন্ধুৱে ঠগাব পাৰে, কিন্তু কিতাপে নঠগায়। ভাল কিতাপ এখন পঢ়া গংগা স্নানতকৈ শ্ৰেয়ঃ। কিতাপ আমাৰ প্ৰাণ কিতাপে দেশৰ উন্নতি সাধন কৰে।

ড ভট্টাচাৰ্য্যৰ পুথি ভঁৰালত সোমালে আনন্দ লাগে। ড ভট্টাচাৰ্য্য অতিথি পৰায়ণ, অহংকাৰহীন, সৎ-সাহসী আৰু মানৱতাবাদী।

মহাত্মা গান্ধীয়ে কৈছে ঃ 'Strength does not come from physical capacity, it comes, from indomitable will' ড ভট্টাচাৰ্য্যৰ কৰ্মৰ প্ৰতি প্ৰবল ইচ্ছা আছে। জীৱনৰ বেছি ভাগ সময় তেখেতে সাহিত্য-চৰ্চা ভাষা-চৰ্চাত খৰচ কৰিছে। ড°ভট্টাচাৰ্য্যৰ আচাৰ-ব্যৱহাৰ মধুৰ। তেখেতৰ লগত কথা পাতিলে আনন্দ লাগে। ড' ভট্টাচাৰ্য্য অসমৰে নহয়, ভাৰতৰে নহয়, বিশ্বৰ এজন আগশাৰীৰ ভাষাবিদ।



# ড° ভট্টাচাৰ্য্য আৰু তেওঁৰ চালিকা শক্তি দেৱীপ্ৰভা বাইদেউ

শ্ৰীভৃগুমোহন গোস্বামী

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এই জনপ্ৰিয় নামটো মই ছাত্ৰ কালতে শুনিছিলোঁ, যদিও মানুহজনক দেখা নাছিলোঁ। গুৱাহাটী আলোচনা চক্ৰৰ যোগেদিহে তেওঁৰ লগত মোৰ প্ৰথম চিনাকি। ১৯৭২ চন। তেতিয়া তেওঁ বি বৰুৱা কলেজৰ অধ্যক্ষ। বিয়াৰ চিঠি এখন দি বিয়ালৈ নিমন্ত্ৰণ জনাইছিলোঁ। বিয়াৰ দিনা এখন পোষ্ট কাৰ্ড পাইছিলোঁ। তাত লিখিছিল, "তোমাৰ বিয়ালৈ যাব নোৱাৰিলোঁ। হৰ-গৌৰী বসতি হওক। বিয়াৰ পাছত দুয়োজনে আমাৰ তালৈ আহিবা।" তেওঁলৈ কোনোবাই চিঠি লিখিলে তেওঁ সেই চিঠিৰ উত্তৰ নিদিয়াকৈ নাথাকে। সেই সময়ৰপৰা এইজনা ভাষা-সাহিত্য-সংস্কৃতিৰ পূজাৰীৰ সান্নিধ্য লাভ কৰি আহিছোঁ। তেওঁক যেতিয়াই লগ পাওঁ তেতিয়াই এটা নতুন কথা শিকিব পাৰোঁ। ভাষা সাহিত্য-সংস্কৃতি নতুবা জনকৃষ্টিৰ কিবা জানিব লগা হ'লেই তেওঁৰ কাষ চাপোঁ আৰু তেওঁ অতি সহজ ভাষাৰে কথাবোৰ শিকাই দিয়ে, বুজাই দিয়ে। উপকৃত হওঁ। ভাষা-সাহিত্য-সংস্কৃতিক তেওঁ একেডাল গছৰে পাণ বুলি কয়।

গুৱাহাটী আলোচনা চক্ৰতে তেওঁক বেছিদিন লগ পাই আহিছোঁ। তাৰ পাছত লগ পাইছোঁ অসম জনকৃষ্টি সমাজৰ সভা সমিতিত। এই দুয়োটা অনুষ্ঠান তেওঁৰ প্ৰিয় অনুষ্ঠান অসম জনকৃষ্টি সমাজৰ তেওঁ প্ৰতিষ্ঠাপক সম্পাদক আৰু বৰ্তমানো তেওঁ সমাজৰ সভাপতি। অসম জনকৃষ্টি সমাজৰ জন্ম ১৯৬৯ চনত। সমাজৰ প্ৰতিষ্ঠাপক সভাপতি আছিল জনকৃষ্টিৰ সাধক ড° প্ৰফুল্ল দত্ত গোস্বামী। ডক্টৰ গোস্বামীৰ জীৱিত কালতে ১৯৯৩ চনত তেওঁ সমাজৰ সভাপতি হয় আৰু গোস্বামী মহাশয়ে উপদেষ্টা ৰূপে কাৰ্যনিৰ্বাহ কৰে।

ড° ভট্টাচাৰ্য্য জ্যোতিষ শাস্ত্ৰৰ ৰাশি চক্ৰতো বিশ্বাসী। তেওঁ জ্যোতিষ শাস্ত্ৰৰ চৰ্চা কৰে। কোনো এজনৰ লগত ঘনিষ্ঠ সম্বন্ধ গঢ়ি উঠাৰ পাছতে তেওঁ তেওঁৰ ৰাশিচক্ৰৰ কথা সোধা দেখি আহিছোঁ। তেওঁৰ সোঁৱৰণীৰ নাম জগতকৃষ্ণ আৰু

দেৱীপ্ৰভা বাইদেউৰ সোঁৱৰণীৰ নাম জয়মতী দুযোগৰাকীৰে একে ৰাশি। ভট্টাচাৰ্য মহাশয়ৰ গুৱাহাটী নৰ্ৰগিৰিৰ বাসস্থানলৈ গলে বাইদেউৰ লগত কথা পাতিও উপকৃত হওঁ। বাইদেউ এগৰাকী লোক-সংস্কৃতিৰ বাহিকা আৰু ধাৰিকা।

২০০৩ চন ২৮ ডিচেম্বৰ (ৰবিবাৰ) সেইদিনা ৰাতিপুৱা ড ভট্টাচাৰ্য্য ছাৰক লগ ধৰিবলৈ গৈ লগ নাপাই বাৰান্দাৰ চকী এখনত বহি থকা অবস্থাত বাইদেউ দেৱীপ্ৰভা ভট্টাচাৰ্যক লগ পাও। সেইদিনা জানিব পাৰিছিলোঁ বাইদেউৰ কোষ্ঠীৰ নাম জয়মতী। নলবাৰী জিলাৰ (কামৰূপৰ) বাঁলিলেছাৰ ওচৰৰ কটলাকুছিত (কদৈ তোলা) ১৮৫৪ শকৰ (১৯৩২ চন) আহিন মাহৰ ষষ্ঠী পূজাৰ দিনা বাইদেউৰ জন্ম। তেওঁৰ পিতৃ প্ৰয়াত গোলাপ চন্দ্ৰদেৱ শৰ্মা আৰু মাতৃ প্ৰয়াত ইন্দ্ৰবালা দেৱী। বাইদেউৰ পিতৃ পূজাৰী ব্ৰাহ্মণ আছিল। গোৱালপাৰাৰ আলোকঝাৰিৰ মহামায়া থানৰ তেওঁ পূজাৰী ব্ৰাহ্মণ। পূজাৰীৰ উপৰিও তেওঁ পেটলা প্ৰাথমিক বিদ্যালয়ত শিক্ষকতা কৰিছিল আৰু প্ৰধান শিক্ষকৰূপে অৱসৰ পাইছিল।

শ্ৰীমতী দেৱীপ্ৰভাই প্ৰাথমিক বিদ্যালয়ত পঢ়ি থাকোতেই ১১ বছৰ ৬ মাহ বয়সত বিয়া হয়। ১৯৪৪ চনৰ ৪ মে বৃহস্পতিবাৰে তেওঁলোকৰ আগবিয়া হয়। বিয়াৰ সময়ত ভট্টাচাৰ্যৰ বয়স আছিল ১৮ বছৰ ৩ মাহ। ( জন্ম ১৯২৫ চনৰ ১৬ ফেব্ৰুৱাৰী)। সেই সময়ত তেও বি বৰুৱা কলেজত আই এ পঢ়ি আছিল। বি বৰুৱা কলেজ ১৯৪২-৪৩ চনত আৰম্ভ হয়, এই কলেজৰ তেতিয়া অবৈতানিক অধ্যক্ষ তথা পৰিচালনা পৰিষদৰ সভাপতি আছিল লোকপ্ৰিয় গোপীনাথ বৰদলৈ। তেতিয়া বি বৰুৱা কলেজৰ শ্ৰেণীসমূহ কামৰূপ একাডেমীত গধূলি পাঁচ বজাৰ পৰা ন বজালৈকে চলিছিল ভট্টাচাৰ্যই আই এ পঢ়োতে এই বিষয় কেইটা লৈছিল – কমাৰচিয়েল জিওগ্ৰাফী, চিভিকচ কমাৰ্চিয়েল এৰিথমেটিক এণ্ড বুক কিপিং আৰু মেথেমেটিকচ এই বিষয়লৈ পৰীক্ষাত উত্তীৰ্ণ হোৱা আই এ (কম্) বুলিছিল। ভট্টাচাৰ্য আছিল বি বৰুৱা কলেজৰ প্ৰথম দলৰ ছাত্ৰ। আই এ পৰীক্ষাত তেওঁ প্ৰথম বিভাগ আৰু অসমীয়াত লেটাৰ পাইছিল আৰু বৃত্তিও লাভ কৰিছিল। আই এ পঢ়োতে (১৯৪৩ চন) তেওঁ চেনিকুঠিত ৩ টকীয়া ভাড়াঘৰ এটাত আছিল। তেতিয়া তেওঁলোকে কুকুৰমুতাৰ (বৰ্ত্তমান হেদায়েৎপুৰ) ৰাস্তাৰ পৌৰ নিগমে যোগান ধৰা পাইপ লাইনৰ পৰা পোৱা পানী সংগ্ৰহ কৰিছিল।

বিয়াৰ বিষয়ে কওঁতে শ্ৰীমতী ভট্টাচাৰ্যই কৈছিল 'আগতে আমাৰ তিনিটা তিনিটা বিয়া হৈছিল আগবিয়া পাছবিয়া (বৰবিয়া) আৰু পুহন বা পোহন বিয়া, তোলনী বিয়াক ধৰিলে চাৰিখন বিয়া। বিয়াৰ পাছত মোৰ পঢ়িবলৈ মন গৈছিল যদিও দেউতাইঁতে পঢ়িব নিদিলে। আমাৰ ঘৰৰ ওচৰত তেতিয়া হাইস্কুল নাছিল-- ল'ৰাৰ লগত পঢ়িব নিদিছিল। বিয়াৰ পাছত বোৱা-কটা শালৰ কাম কৰিছেলোঁ। মোৰ ১৮ বছৰ বয়সত পাছ বিয়াৰ পাছত শহুৰৰ ঘৰলৈ আহোঁ।

১৯৫১ চনত তেওঁলোকৰ পাছ বিয়া হয়। ১৯৫১ চনৰ পহিলা চেপ্টেম্বৰৰ পৰা ড' ভট্টাচাৰ্য্য পাছ বিয়াৰ পাছত ৮ মাহ দীঘেলীত শহুৰেকৰ ঘৰত থকাৰ পাছত চেনিকুঠীলৈ আহে। তেতিয়া ড" ভট্টাচাৰ্য্য চেনিকুঠীত টিনৰ অসম আৰ্হিৰ ৫৫ টকীয়া ভাড়া ঘৰ এটাত থাকিবলৈ লয়। বিয়াৰ পাছত তেওঁলোক চেনিকুঠীত দুবছৰ আছিল। চেনিকুঠীৰ ভাড়ঘৰটো আছিল হাজোৰ ধৰণী তালুকদাৰৰ ঘৰ। শ্ৰীমতী ভট্টাচাৰ্য্যই চেনীকুঠীত থাকোঁতে সাংবাদিক কীৰ্তিনাথ হাজৰিকা, সাংবাদিক তিলক হাজৰিকা, অধিবক্তা শশীকান্ত গোস্বামী, প্ৰভাত চন্দ্ৰ গোস্বামী, ভাৰত শৰ্মা, ৰাজ্যমল্ল ডেকাক লগ পোৱাৰ কথা সোঁৱৰণ কৰে।

সেই সময়, চেনিকুঠীত ওচৰৰ চুবুৰীয়া হিচপে ভেৰণীয়া ঘৰত থকা ড" সত্যেন্দ্ৰ নাথ শৰ্মা আৰু তেওঁৰ অগ্ৰজ পণ্ডিত তীৰ্থনাথ শৰ্মাৰ উপৰিও বুৰঞ্জী বিশাৰদ বেণুধৰ শৰ্মা, ড' বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য অধ্যক্ষ হেম বৰুৱা, অধ্যাপক যোগেশ দাসক তেওঁ লগ পাইছিল। এই প্ৰসঙ্গতে তেওঁ মনত পেলায়-- "চেনিকুঠীৰ কমলকান্ত ভট্টাচাৰ্য ৰ'ডত পুটুমিঞাৰ (মফিজুৰ ৰহমান) ঘৰ আছিল। আমাৰ বৰ্ত্তমান বাসস্থান চানমাৰি নিজৰাপাৰৰ (নৱগিৰি) মাটিখিনি মফিজুৰ ৰহমানৰপৰা কিনি লোৱা।" তেওঁলোকৰ বিয়াৰ পাছত চেনিকুঠীত দুবছৰ থাকি ১৯৫৩ চনত খেৰৰ ঘৰ এটা সাজি তেওঁলোক চানমাৰি নৱগিৰিলৈ আহে। তেতিয়াৰেপৰা তেওঁলোক স্থায়ীভাৱে তাতেই আছে।

চেনিকুঠীত থাকোঁতেই শ্ৰীমতী ভট্টাচাৰ্য্যই টি চি হাইস্কুলত পঢ়িছিল। লগতে সেই সময়ত লতাশিলত অৱস্থিত অসম ৰাষ্ট্ৰভাষা সমিতিৰ স্কুলত তেওঁ হিন্দী পঢ়িছিল। প্ৰবোধ পৰীক্ষাত উত্তীৰ্ণ হৈ বিশাৰদ পৰীক্ষা দিবলৈ ওলোৱাৰ সময়তে তেওঁলোকৰ মাজু ল'ৰা অমিযৰ মৃত্যু হয়। বিভিন্ন ঘৰুৱা সমস্যাই দেখা দিয়াত তেওঁ বিশাৰদৰ চূড়ান্ত পৰীক্ষাত উত্তীৰ্ণ হ'ব নোৱাৰিলে।

বাইদেউৰপৰা জানিব পাৰিছিলোঁ ড" ভট্টাচাৰ্যৰ সৈতে তেওঁৰ ভাই-ভনী আঠ গৰাকী। ভট্টাচাৰ্য্য পিতৃ-মাতৃৰ জ্যেষ্ঠ সন্তান, সেয়ে তেওঁৰ ঘৰৰ দায়িত্ব অধিক আছিল। তেওঁৰ ভাই-ভনী ক্ৰমে— শ্ৰীৰবিচন্দ্ৰ ভট্টাচাৰ্য্য (ন্যায় ব্যাকৰণ শাস্ত্ৰী) শ্ৰীদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, প্ৰয়াত সুৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্য, প্ৰয়াতা শশীপ্ৰভা দেৱী, শ্ৰীমতী বিমলা প্ৰভা দেৱী, শ্ৰীভূপেন্দ্ৰ নাথ ভট্টাচাৰ্য্য আৰু শ্ৰীবিপিন চন্দ্ৰ ভট্টাচাৰ্য্য।

বাইদেউ এগৰাকী ভাল শিপিনী। ভট্টাচাৰ্য্যৰ এতিয়া য'ত ব্যক্তিগত পুথি ভঁড়াল আৰু অতিথি গৃহ আছে তাত 'বয়ন প্ৰতিষ্ঠান' নামে অসম চৰকাৰৰ পঞ্জীভুক্ত বাইদেউৰ এটা কাৰখানা আছিল। শ্ৰীমতী ভট্টাচাৰ্য্যৰ চাৰিখন পাট আৰু মুগাৰ তাঁত শাল আছিল। সক্ৰিয়ভাৱে ১১ বছৰ তাঁতশালৰ কাম চলিছিল। শুৱালকুছি, বকো অঞ্চলৰ শিপিনী ৰাখি তাঁতশালৰ কাম চলাইছিল। তেওঁ বাঙ্গালোৰৰপৰা পাটসূতা

আৰু গুণা মগাই আনিছিল । তেওঁৰ এই বয়নশিল্পৰ পটুতাৰ বিষায়ে প্ৰয়াতা লেখিকা সাৰদা দেৱীযে লিখা প্ৰবন্ধ পুথি আকাৰত প্ৰকাশিত হৈছে । এতিয়া চকুৰ অসুখ আৰু ঘৰুৱা বেমেজালিৰ কাৰণে তেওঁ তাঁতশালৰ কাম কৰিব নোৱাৰিলেও বিক্ৰীৰ বাবে আৰু নিজৰ বাবে যথেষ্ট পাটৰ মেখেলা চাদৰ আৰু সূতাৰ গামোচা আদি সযত্নে ৰক্ষা কৰিছে । তেওঁ কয়, "আগতে মোৰ চাকৰ-বাকৰ নাছিল। মই নিজেই ঘৰৰ সকলো কাম কৰিছিলোঁ । এখেতৰ পইচা-কড়ি সিমান নাছিল । কম দৰমহা সেয়ে মই ঘৰখন চলাবলৈ যথেষ্ট কাম কৰিব লগা হৈছিল ।" শ্ৰীমতী ভট্টাচাৰ্য্য এগৰাকী ভাল চিত্ৰ শিল্পীও, তেওঁ অকাঁ কেইখন মান ছবি ভট্টাচাৰ্য্য ছাৰৰ পুথিভড়ালত দেখিবলৈ পোৱা যায় ।

ড' ভট্টাচাৰ্য্যই পাঁচোজন ভায়েক আৰু সৰু জনী ভনীয়েকক লগত ৰাখি পঢ়ুৱাইছিল। এই বিষয়ে শ্ৰীমতী ভট্টাচাৰ্য্যই কৈছিল, "দেউতাকে ঘৰৰপৰা চাউল পাতি দি সহায় কৰিছিল। ঘৰৰ পৰা টকা-পইচাৰ সহায় পোৱা নাছিল। বৰঞ্চ টকা-পইচা দিব লগীয়াহে হৈছিল আৰু সেই ধনেৰে দীঘেলীৰ ঘৰত খেতিৰ মাটি, দুই চাৰি বিঘা কিনিছিল বুলি মই জানো। মাটিৰ অতিৰিক্ত চাউল পাতি শহুৰ দেউতাই ইয়ালৈ দি পঠাইছিল।"

ড' ভট্টাচাৰ্য্যৰ কন্যা সন্তান নাই । ল'ৰা চাৰিজন তিলক, মনোজ, ডাঃ অপূৰ্ব আৰু প্ৰণব ।



# অনুজ বন্ধুৰ দৃষ্টিত ড° ভট্টাচাৰ্য্যৰ ব্যক্তিত্ব

শ্ৰীবিমল কুমাৰ হাজৰিকা

এগৰাকী বিখ্যাত মনীষীৰ উক্তি *If your thoughts are pure, it becomes easy to say what you think and do what you say* (চিন্তাবোৰ বিশুদ্ধ হ'লে ভাবি থকা কথাবোৰ সহজতে ক'ব পাৰি আৰু সেইমতে কৰিবও পাৰি)। ড প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ ব্যক্তিত্বৰ বিষয়ে কবলৈ যাওঁতে মোৰ আজি সেই কথাফাকি মনলৈ আহিছে। শিশুৰ সৰলতা আহৰণ কৰিব পাৰি প্ৰকৃত জ্ঞানৰ গভীৰতাৰ মাজেৰে। অবিভক্ত কামৰূপ জিলাৰ নলবাৰী অঞ্চলৰ দীঘেলীগাঁৱৰ প্ৰাথমিক বিদ্যালয়ত মাহিলী তিনি টকাৰ প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰা শিশুটি এদিন আহি গুৱাহাটী পালে। গৰকিলে মহাবিদ্যালয়ৰ দুৱাৰ, প্ৰৱেশিলে বিশ্ববিদ্যালয়। তাৰ পিছত ১৯৫১-৫৩ চনত অসম চৰকাৰৰপৰা মাহে এশটকীয়া গৱেষণা বৃত্তি লাভ কৰি বৰোভাষাৰ গৱেষণা আৰম্ভ আৰু ১৯৬৫ চনত 'এ ডেচক্ৰিপটিভ এনালিছিচ অব বৰো লেংগুৱেজ' নামৰ থিচিচৰ জৰিয়তে ডক্টৰেট ডিগ্ৰী লাভ কৰিলে ১৯৬২ চনৰপৰা ১৯৮৬ চনলৈকে এই সুদীৰ্ঘ সময়ছোৱা বি বৰুৱা মহাবিদ্যালয়ত অধ্যক্ষ ৰূপে কাৰ্য্যনিৰ্বাহ কৰিলে। অৱসৰৰ পিছতো সৃষ্টিশীলতা আৰু ব্যস্ততাই তেওঁক এৰি দিয়া নাই। জীৱনৰ এই সুদীৰ্ঘ পৰিক্ৰমাই তেওঁৰ তীক্ষ্ণধী ব্যক্তিত্বক এক অনন্য মাত্ৰা প্ৰদান কৰিছে। পদৱী, সন্মান, একোৱেই তেওঁৰ 'সৰলতা'ক আঘাত হানিব পৰা নাই। অহেতুক পাণ্ডিত্যৰ ভেমেৰে নিজৰ ব্যক্তিত্বক তেওঁ কাহানিও ম্লান কৰি তোলা নাই।

গুৱাহাটী আলোচনা চক্ৰৰ এখন বৈঠক এই লেখকৰ বাসগৃহত অনুষ্ঠিত হৈছিল। উপস্থিত আছিল ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যকে আদি কৰি কেইবাগৰাকীও চিন্তাবিদ। ভট্টাচাৰ্য্যদেৱে সেইদিনাৰ চক্ৰ পৰিচালনাৰ ভাৰ দিলে মোৰ মাজু ককাইদেউ ড° অমিয় কুমাৰ হাজৰিকাক। তেওঁৰ সেই উদাৰতা দেখি সিদিনা মই অভিভূত হৈছিলোঁ। মোক আৰু দৰদী কথা শিল্পী দিনেশ শৰ্মাক তেওঁ 'জয়-বিজয়' বুলি মাতে। এবাৰ গুৱাহাটী আলোচনা চক্ৰৰ বৈঠক উজান বজাৰৰ নদীৰ পাৰত

অৱস্থিত° মথুৰা মোহন বৰুৱাদেৱৰ ঘৰত অনুষ্ঠিত হৈছিল। এই লেখকে 'ভাৱনা' নামৰ এটি গল্প পাঠ কৰিছিল। গল্পটিৰ বিষয়বস্তু আছিল এজন দায়িত্বশীল প্ৰশাসনিক বিষয়াৰ চাকৰি জীৱনটোৰ শেষ দিনটোৰ বৰ্ণনা। বিষয়াজনে অৱসৰৰ কথা চিন্তা কৰা নাই। তেওঁৰ মন ব্যথিত হৈছে তেওঁৰ প্ৰতি কৰ্মচাৰী সকলে দেখুৱা শ্ৰদ্ধা আৰু মৰমত। সেই কথা উপলব্ধি কৰি তেওঁ এসোতা কান্দিব বিচাৰিছে। 'ভাৱনা' নামৰ এই গল্পটিয়ে ভট্টাচাৰ্য্য ছাৰক বাৰুকৈয়ে অভিভূত কৰিছিল যিটো কথা নিঃসংকোচে তেখেত সিদিনা ব্যক্ত কৰিছিল। তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধাৰ পৰিসীমা সিদিনাৰেপৰা আৰু বহল হৈছিল।

*বয়সেৰে নহয় কৰ্মৰেহে জীৱন জুখিব লাগে।* ভট্টাচাৰ্য্য ছাৰৰ ক্ষেত্ৰত এই কথাষাৰ বেছি প্ৰযোজ্য। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ আলোচনীৰ প্ৰথম বছৰ প্ৰথম সংখ্যা (১৯৫০ চন) ৰ সম্পাদনাৰে বৃহৎ সাহিত্য কৰ্মৰ জগতখনলৈ তেখেতৰ যাত্ৰা। সেইখিনি সময়তে তেওঁ গুৱাহাটীৰ নিউপ্ৰেছৰপৰা প্ৰকাশিত *দৈনিক অসমীয়া* আৰু ৰামধেনু প্ৰেছৰ পৰা প্ৰকাশিত শিশু আলোচনী *ৰংঘৰ* আৰু দৈনিক বাতৰি নতুন অসমীয়াৰ উপ সম্পাদক ৰূপেও কাৰ্য্য নিৰ্বাহ কৰিছিল।

তেখেতৰ বৰ্ণাঢ্য জীৱনত তেখেতে কি কৰা নাই ? বি. বৰুৱা মহাবিদ্যালয়ৰ অধ্যক্ষ ৰূপে কাৰ্য্যনিৰ্বাহ কৰি অৱসৰ লোৱাৰ পিছত ছাৰৰ ব্যস্ততা কম হওক চাৰি বাঢিলহে। পুনেৰ লিংগুইষ্টিক্ ছচাইটী অব্ ইণ্ডিয়াৰ তেখেত আজীৱন সদস্য, অসম সাহিত্য সভাৰ আজীৱন সভ্য, অসম জনকৃষ্টি সমাজৰ প্ৰতিষ্ঠাপক সম্পাদক, অসম ভাষা বিজ্ঞান সমিতিৰ প্ৰতিষ্ঠাপক সদস্য, আৰু পিছত সভাপতি, কামৰূপ জিলা সাহিত্য পৰিষদৰ তামোলপুৰ অধিবেশনৰ সভাপতি, আনন্দৰাম বৰুৱা ভাষা কলা-সংস্কৃতি সংস্থানৰ প্ৰতিষ্ঠাপক সদস্য, গুৱাহাটী সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সদস্য, কামৰূপ অনুসন্ধান সমিতিৰ আজীৱন সভ্য আৰু দুবছৰে সভাপতি। গুৱাহাটী আলোচনা চক্ৰৰ সভাপতি আদি অসংখ্য অনুষ্ঠানৰ সতে ভট্টাচাৰ্য্য ছাৰ প্ৰত্যক্ষ আৰু পৰোক্ষ ভাৱে জৰিত।

তেখেতে কেইবাখনো মৌলিক পুথি ৰচনা কৰিছে যেনে ঃ ১) *অসমৰ লোক উৎসৱ* ২) *সৰাফুল* (কবিতা সংকলন) ৩) *কুঁৱলীৰ আঁৰে আঁৰে* (কাব্য) ৪) *ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যাৰ প্ৰতিনিধি ভাষা নিবন্ধ*। *A Descriptive Analysis of the Boro Language*, (1977) ভট্টাচাৰ্য্যদেৱৰ অন্যতম শ্ৰেষ্ঠ কীৰ্ত্তি। *বৰোফক চংচ্ এণ্ড টেইলচ্, দিচ ইজ আচাম, আচপেক্টচ্ অব্ নৰ্থইষ্ট ইণ্ডিয়ান লেংগুৱেজেচ্* তেখেতৰ অন্যতম শ্ৰেষ্ঠ ৰচনা সম্ভাৰ।

বিভিন্ন সভাসমিতিত ভট্টাচাৰ্য্য চাৰে দিয়া ভাষণ সমূহো অসমীয়া সাহিত্যলৈ এক অমূল্য সম্পদ বুলি নিশ্চিত ভাৱে ক'ব পাৰি। ভাষা সম্পৰ্কীয় ৰচনা,

লোক সংস্কৃতি সম্পৰ্কীয় অনেক লেখনী সিচৰতি হৈ আছে যিবোৰে ভট্টাচাৰ্য্য ছাৰক সদায় আদৰণীয় কৰি ৰাখিব। লোক সংস্কৃতি চৰ্চ্চাৰ বাবে তেখেতে অসম সাহিত্য সভাৰ লীলা গগৈ স্মাৰক বঁটা লাভ কৰে। কামৰূপ জিলা সাহিত্য সভাই তেওঁক প্ৰদান কৰে 'কামৰূপ ৰত্ন' উপাধি। ভাৰতীয় দলিত সাহিত্য একাডেমীৰ দ্বিতীয় ৰাজ্যিক দলিত লেখক সন্মিলনৰদ্বাৰা তেখেতক শ্ৰীমন্ত শংকৰদেৱ বঁটাৰে সন্মান জনোৱা হয়।

বিৰতিহীন ভাবে অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ সেৱা কৰি অহা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱ নিজেই এক অনুষ্ঠানলৈ পৰিণত হৈছে। তেখেতৰ জনপ্ৰিয়তা বহুতৰে ঈৰ্ষাৰ বিষয়। পণ্ডিতৰ অহেতুক ভেমৰ সহায় নোলোৱাকৈ সকলোৰে লগত মিলি যাব পৰা সন্মোহিনী শক্তিৰে ছাৰ আমাৰ বাবে এক আনন্দমিশ্ৰিত বিস্ময়। যিসময়ত ছাৰৰ সমসাময়িক বুদ্ধিজীৱী সকলে সাধাৰণৰপৰা আতৰি নিৰাপদ স্থানত নিজকে সংকুচিত কৰি আনিছে ভট্টাচাৰ্য্যছাৰে 'মিলাবে মিলিব মহামানবেৰ সাগৰ তীৰে' এই ভাবনাৰে উদ্বুদ্ধ হৈ অনুজ সকলক অনুপ্ৰাণিত কৰিছে। পণ্ডিত বোধকৰোঁ সেইসকলেই যি সকল শিশুৰ সৰলতাৰে সমৃদ্ধ। অনাবিল হাস্যৰসেৰে আনক আনন্দ দিবলৈ সদা সৰ্বদা প্ৰস্তুত।

গুৱাহাটী মহানগৰে ভট্টাচাৰ্য্যছাৰৰ গাঁৱৰ প্ৰতি থকা শ্ৰদ্ধা আৰু মৰম শেষ কৰিব পৰা নাই। শেষ কৰিব পৰা নাই নামনি অসমত প্ৰচলিত বিভিন্ন লোক উৎসৱৰ পৰম্পৰা আৰু ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধানত হোৱাৰ তেওঁৰ মানসিকতা। গদ্য সাহিত্যৰ সতে জৰিত হৈয়ো ভট্টাচাৰ্য্য ছাৰ এজন কবি। এই পৰিচয় তেওঁ বিভিন্ন সাহিত্যৰ অনুষ্ঠানত পাঠ কৰা কবিতা সমূহেই দিয়ে। এই কবিতাসমূহত চিন্তাৰ আড়ষ্টতা, ভাষাৰ দুৰ্বোধতা নাই, আছে ভাৱৰ বিশালতা, সৌন্দৰ্য্য স্পৃহাৰ অন্তহীন বাসনা। লোক সংস্কৃতিৰ ভেটিতেই এটা জাতিৰ পৰিচয়, স্বাভিমান আৰু গৌৰৱ উজলি উঠে সেই কথা ছাৰে জানে। সেয়েহে পাণ্ডিত্যৰ সূক্ষ্মস্তৰলৈ গৈয়ো লোক সাহিত্য আৰু সংস্কৃতিৰ মৌকোহ তেওঁ বুটলি ফুৰে আৰু পাঠক তথা শ্ৰোতাৰ সৈতে ৰসাস্বাদন কৰে। এই স্বচ্ছতা ছাৰৰ চাৰিত্ৰিক বৈশিষ্টৰ আন এক উল্লেখযোগ্য দিশ।

অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ সাধনাত একাণপতীয়াকৈ লাগি থকা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱক অসম সাহিত্য সভাৰ কৰ্মকৰ্ত্তা সকলে সাহিত্য সভাৰ সভাপতি পদৰ বাবে কিয় নিৰ্বাচন কৰা নাই সেই কথা আমি বুজিব নোৱাৰিলোঁ। অসম সাহিত্য সভাৰ সুদীৰ্ঘ ইতিহাসত যি সকল নিৰ্বাচিত সভাপতিৰ অসমীয়া ভাষা সাহিত্য সংস্কৃতিলৈ অবদান আছে তাতকৈ ড° ভট্টাচাৰ্য্যদেৱৰ অৱদান কম বুলি কলে সত্যৰ অপলাপহে হ'ব মাথোন। আমি বুজিব নোৱাৰিলোঁ অসম সাহিত্য

সভাৰ সভাপতি পদটোৰ বাবে আন কি অৰ্হতাৰ প্ৰয়োজন! বহুতে বিভিন্ন ধৰণৰ লবীৰ কথা কয়, নিৰ্লজ্জ্ব ৰাজনীতিৰ কথা কয়, প্ৰতিশ্ৰুতি আৰু অনুৰোধৰ কথা কয় – বিয়াগোম বিষয়ববীয়াসকলৰ আত্মম্ভৰিতাৰ কথা কয়। জুই থাকিলেহে ধোঁৱা ওলায়। গতিকে ড° ভট্টাচাৰ্য্য ছাৰ অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত নোহোৱা কথাটো আমাৰ বাবে অবুজ সাঁথৰ হৈয়েই ৰ'ব।

এগৰাকী মনীষীয়ে কৈছিল, 'তুমি নিজকে যিমানেই বুজি পাবা সুখী আৰু শান্তিপ্ৰিয় হৈ ৰ'বলৈ সিমানেই সুচল হ'ব *(The more you understand yourself, the easier it is to remain happy and peaceful)*। আমি ভট্টাচাৰ্য্যছাৰৰ ক্ষেত্ৰত সেই কথাষাৰৰ যথাৰ্থতা লক্ষ্য কৰিছোঁ। সাহিত্য সভাৰ সভাপতিৰ পদত তেওঁ অধিষ্ঠিত হোৱা বা নোহোৱাটো এতিয়া আৰু গুৰুত্বপূৰ্ণ হৈ থকা নাই। যি ব্যক্তি মানুহৰ হৃদয়ত বাস কৰে তেওঁৰ বাবে সোণখটোৱা সিংহাসন নহ'লেই যেনিবা।



# প্ৰমোদায় আনন্দ বৰ্ধনায়

শ্ৰীনৰকান্ত বৰুৱা

প্ৰমোদ ভট্টাচাৰ্য্য মোৰ সহপাঠী নাছিল, স্কুল-কলেজ কোনো স্তৰতেই। বিশ্ববিদ্যালয়ৰ শেষ ধাপত আমাৰ চিনাকি, সেয়াও শ্ৰেণীত নহয় কৰ্মথলীত, বহল অৰ্থত কৰ্মৰ ক্ষেত্ৰত। সাহিত্য কৰ্মত দুয়ো একেলগেই আগবাঢ়িছিলো। তেওঁৰ প্ৰতিষ্ঠা আৰম্ভ হবলৈ ধৰিছে পাণ্ডিত্যৰ ক্ষেত্ৰত, মোৰো কবি কলঙ্ক কিছু বিয়পিছে তেনে সময়ত কলিকতাত। দুদিনীয়া আপোনা-আপুনিৰ পিছত চিৰকলীয়া তুমি-তোমা আৰম্ভ হ'ল । তেতিয়াই কাৰণ আমি দুয়ো সম্ভৱতঃ আবেগ প্ৰৱণ, কাষ চাপি নাহিলে বা নগ'লে অস্বস্তি পাওঁ। দুয়ো দুয়োৰে কাষ চাপি আহিলো আৰু এই দুকুৰি বছৰ আমি ইজনে সিজনক ভাল পাওঁ, দয়ো দুয়োকো শ্ৰদ্ধা কৰোঁ-নিজৰ কামত নিজেই লাগি থকা কাৰণেই হয়তো । মই তেওঁক পণ্ডিত বুলি ভাবো, বিশ্বাস কৰোঁ আৰু মাতোঁও । তেওঁ মোক 'কবি' শব্দটোৰ লগত বহুতো শব্দাংশ যুক্ত কৰি মাতে, ধেমালি কৰে আৰু হয়তো বিশ্বাসো কৰে। আমাৰ চিনাকিৰ গুৰিত আছিল এজন হৃদয়বান সংস্কৃতি কৰ্ম্মী ˚ বিৰিঞ্চি কুমাৰ বৰুৱা। বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰমোদৰ গুৰু শিক্ষা দাতা, পৰামৰ্শ দাতা । মই তেওঁৰ আত্মীয়, বংশজ অৰ্থত আৰু বহল অৰ্থতো মই তেওঁৰ অনুগত। তেওঁ মোকো বাটৰ দিহা লগাই দিছিল। 'ৰংঘৰ' বোলা শিশু আলোচনীখনৰ যোগেৰেই প্ৰমোদৰ খবৰ মই পাইছিলোঁ-বিৰিঞ্চি ককাইদেৱে কিবা কামত কলিকতালৈ তেওঁক লৈ গৈছিল । মই আৰু তেওঁ একেলগে কলিকতাত বহুতো ফুৰিছিলো-চিৰিয়াখানাত হোৱা অভিজ্ঞতা এটাৰকথা আমাৰ এই ভৰ বয়সতো মনত পৰে। দুয়ো হাহোঁ। সংস্কৃতিৰকথা ক'লে মই এটা কথা সততে উনকিয়াওঁ। সংস্কৃতিবান মানুহে আনক বিশ্বস কৰিব পাৰে আৰু নিজেও আনৰ বিশ্বাস ভাজন হব পাৰে। প্ৰমোদৰ পাণ্ডিত্য, সংস্কৃতি সাধনা সকলোতে এই গুণটো সদায়েই লক্ষ্য কৰিছোঁ। তেওঁ বৰো ভাষা অধ্যয়নৰ সময়ত মই মন কৰিছিলো বৰো লোকসকলে তেওঁক যেন নিজৰ মানুহ বুলি ভাবিছিল । তেওঁয়ো অতি অন্তৰঙ্গতাৰে সেইখন সমাজৰ লগত যোগাযোগ ৰাখিছিল ।

তেওঁৰ ৰঙিয়াল মন, ধেমালি মিহিলি চিৰিয়াচ্ কথা-বতৰা, এই বিলাকত মই এটা পুৰণি ভাৰতীয় পৰম্পৰা দেখা পাইছিলোঁ, এতিয়াও পাওঁ। জ্ঞান বোজা নহয় ভাৰবাহী জন্তুৰ দৰে তাক বহন কৰিব নালাগে। দৈনন্দিন জীৱন যাত্ৰাত তাক নিত্য ব্যৱহাৰ্য্য আহিলাৰ দৰে ব্যৱহাৰ কৰিব লাগে। জ্ঞান তেতিয়া বিতৰ্কৰ ভাল নহৈ আনন্দৰ পাথেয় হয়। মোৰ মনত পৰে আচাৰ্য্য ক্ষিতিমোহন সেন মহাশয়ো আছিল ধেমেলীয়া জ্ঞানী মানুহ। বিবিধ স্তৰৰ উপযোগীকৈ জ্ঞান কথাখিনি কব পাৰিছিল বা কৈছিল। প্ৰমোদৰ "কাণ্ড-কাৰখানাবিলাক"কো তেনেকুৱাই, তেওঁ এজন জ্ঞানী মানুহ, যাৰ বাবে জ্ঞান আনন্দৰ আহিলা, গতিকে তেওঁ ৰঙিয়াল। দুখৰ দিনতো পাইছোঁ তেতিয়াও ৰঙিয়াল

বন্ধু এজনৰ কথা আৰু বহুতো কবৰ মন যায় কিন্তু আজিৰ প্ৰয়োজন চাই সামৰিম মই লেখা এটা ধেমেলীয়া কবিতাৰে 'যাবোৰ লিমেৰিক নামে চলি আছে ঃ

প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য
থেচিচত তেওঁৰ এয়ে বিচাৰ্য
অস্থিকবোৰে সস্ত্ৰীক হৈ
শান্তিৰ ডীক বোলেনে মাদৈ ?

তাৰ পিছৰ শাৰীটো পাহৰিলো

প্ৰমোদৰ এতিয়া সত্তৰ বছৰ হল, পূৰ হ'ল। পূৰ হ'ল মানেই দেওনাখন চেৰালে। ময়ো এবছৰৰ আগতে চেৰাইছো বেয়া লগা নাই। প্ৰমোদৰো নিশ্চয় বেয়া নালাগিব। তেওঁক ৰবাৰ্ট ব্ৰাউনিঙৰ কবিতা এটাৰ আৰম্ভণিৰ শাৰীটো মনত পেলাই দিব খুজিছো ঃ

*Grow old along with me*
*the best is yet to be*

আহাঁ বন্ধু এবাৰ আকোঁৱালী (চৰ্য্যা পদৰ অঙ্কবালী) লওঁ।*

---

*[* প্ৰাকৃতিক কবি সম্মিলনৰ সত্তৰবছৰীয়া জন্মদিনৰ উপহাৰ ঃ স্মৰণিকাৰ পৰা উদ্ধৃত]*

●

## প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ জন্মদিনত নৱকান্ত

বহুত দিন কটালে দুটা মূৰ্খই
এটা হ'ল কবি আৰু আনটো হ'ল পণ্ডিত
যৌৱনৰ সত্য যুগটো আহি
এতিয়া পালেহি কল্কী
উপায় নাপাই সিহঁত দুয়ো হ'ল বন্ধবন্ধী
তথাপি লগৰ এনাজৰী ভাল
নহ'ল দেখোন খণ্ডিত ।
প্ৰমোদ আৰু নৱকান্ত
অলপ অচৰপ মতি ভ্ৰান্ত
লগ পাইছানে দুই বন্ধুক
যুদ্ধ কৰি থাকে সদায় যদিও হাতত নাই বন্দুক!
এটা উপজিল পুহমহীয়া জাৰত ঠেৰেঙা লাগি
আনটো আহিল ফাগুনা হৈ– গাত বসন্তৰ ৰাগী
শিমলু ফুলৰ পিয়লা লৈ প্ৰমোদে চোহে জুমাই
জাৰত কেকাই নৱকান্তই থাকে যে জুই পুৱাই ঃ
প্ৰমোদ কয়, 'নৱকান্ত
নহৱা তুমি দিক্ ভ্ৰান্ত,'
নৱকান্তই কয়, "প্ৰমোদ
জীৱন এটা বঢ়িয়া আমোদ"
সত্য যুগৰ পৰা আমি এই কল্কিৰ যুগলৈ
আহি আছোঁ দুই বন্ধু দুয়ো দুয়োৰে লগ লৈ ।"
হ'ব পাৰো এটা চৰা আনটো তেনেই কটীয়া
দুয়োৰে গাত বন্ধা আছে -- চেনেহৰে বটীয়া।"
প্ৰমোদে কয় "চাবাচ কবি
কলম বন্ধ নকৰিবি ।
'প্ৰমোদ', নৱকান্তই কয়
কিৰাতৰ সং নেৰিবি তই
আৰ্য্য ভাষা কিৰাত ভাষা
দুয়োটায়ে মানৱ ভাষা ।
তইতো নহয় তেনে পণ্ডিত

যি সোমাই থাকে নিজৰ গণ্ডীত
ভাবি, নিজে জনাটোহে জ্ঞান
আৰু আনে জনাখিনি মূৰ্খতা।"
প্ৰমোদে কলে 'চুপ কৰি'
য'তে ত'তে কাব্য নকৰিবি।
মূৰ্খবোৰক মূৰ্খ বোলাটোও মূৰ্খতা।
মূৰ্খক সহিব পৰাটোৱেই হ'ল জ্ঞান
সেই কথাটো বুজাম তোক কিমান খান।"
নৱকান্তই কয় প্ৰমোদ বাটৰ কথা ক'
কঃ পান্থা ক'।
প্ৰমোদ ভট্টই হাঁহি মাৰি কয়
সংস্কৃত নাজান তই
পন্থা নহয় ফটা কন্থা
গাত মেৰিযাই লবি
তাৰ পিছত ফন্তি মাৰি শুই থাকিবি।
চৰৈৱতি চৰৈৱতি
বাট বুলি যা
চৰৈবৰত নকৰিবি
শিলিখা অকণ খা
সোঁ বাট বাওঁ বাটৰ হিচাপে নকৰিবি
পোন বাটেৰে নাক বৰাবৰ আগবাঢ়ি যাবি।
বাট কেঁৰালৈ ভয় নাই
গ'লেই পায আচল ঠাই।
ভুল কৰাৰ স্বত্ব লৈ
আমি দুয়ো থাকিম গৈ।
হয়তো আমি অৱশেষত পাম গৈ এটা শূন্য।
সেয়েই জীৱন সেয়েই মৰণ
সেয়েই পাপ পুণ্য।
শূন্যও জানো নহয় এটা পূৰ্ণ।

১৬-২-২০০০ ইং



# পয়সত্তৰ বছৰীয়া জন্মদিনৰ অভিনন্দন

প্ৰিয় ড ভট্টাচাৰ্য্য,

নমস্কাৰ।

আজি আপোনাৰ জন্ম দিনত চান্দমাৰিৰ বাইজে আপোনাৰ জীৱন-জোৰা সাহিত্য কৃতিৰ বাবে আপোনাক অভিনন্দন জনাবলৈ আয়োজন কৰাত পৰম প্ৰীতি লাভ কৰিছোঁ। আগতে কৰা সিদ্ধান্ত অনুসাৰে মই আজি কলিকতালৈ যাব লগা হোৱাত আনন্দৰ ভাগ ল'ব নোৱাৰি অসন্তোষহে পাইছোঁ।

অন্তৰ নিগৰি অহা আবেগৰ দুআৰ কথা পাতৰ পিঠিত পঠিয়ালোঁ।

আপোনাৰ অভিনন্দন ক্ষণত মনত পৰিছে ১৯৪২ চনত আপোনাৰে সৈতে পৰিচয় আৰু ছাত্ৰজীৱনৰ আকাশলঙ্ঘী কল্পনা, আবেগ, আৰু উচ্ছ্বাসৰ কথা, — মনত পৰিছে আপোনাৰ সম্পাদনাত প্ৰকাশিত গৰ্ডন হাইস্কুলৰ মুখপত্ৰ 'নৈবেদ্য'ত প্ৰকাশিত মোৰ দ্বিতীয় মুদ্ৰিত প্ৰবন্ধ 'অসমৰ প্ৰাচীন ৰাজধানী'ৰ কথা। তেতিয়াৰে পৰা আপুনি সাহিত্যৰ বিভিন্ন দিশত প্ৰৱেশ কৰিছে আৰু অসমীয়া ৰাইজক অমূল্য সম্পদ উপহাৰ দিছে। সংসাৰৰ ঘাত-প্ৰতিঘাতে আপোনাৰ লেখনিৰ গতি স্তব্ধ কৰিব পৰা নাই।

মনত পৰিছে ১৯৫৮ চনত আমি যুটীয়াভাৱে সম্পাদন কৰা *This is Assam* নামৰ গ্ৰন্থখনিয়ে সমগ্ৰ ভাৰতবৰ্ষৰ পৰা জালুকবাৰীত অনুষ্ঠিত জাতীয় কংগ্ৰেছ অধিৱেশনলৈ অহা প্ৰতিনিধিবৰ্গৰ মনত অসমৰ প্ৰতিচ্ছবি জিলিকাই তোলাৰ কথা।

ভাষাতাত্ত্বিক গৱেষণাৰ পুৰোধা ৰূপে আপুনি বৰো ভাষাৰ মৰ্ম গ্ৰহণত প্ৰৱেশ কৰি অসমৰ ৰাইজক সেই ভাষাৰ স্বৰূপ উপহাৰ দিয়াৰ লগে লগে অসমীয়া ভাষাৰ সৈতে সাঁকোও নিৰ্মাণ কৰিছে। আপোনাৰ সাৰস্বত সাধনা সফল হওক এই একমাত্ৰ কামনাৰে আপোনালৈ দুনাই অভিনন্দন জনাইছোঁ।

প্ৰমোদচন্দ্ৰঃ সুখ্যাতঃ ভট্টাচাৰ্য্যো বিশাৰদঃ।
ভাষাতত্ত্বং সমাশ্ৰিত্য লব্ধবিস্তীৰ্ণবোধনঃ।।
লোক কথা প্ৰসঙ্গেন জ্যোতিষে চ মতিঃ সদা।
জীয়াৎ স পুৰুষোত্তমঃ যাবদ্‌বৰ্ষ শতং পৰম্‌।।

শ্ৰদ্ধাৰে

ড' কিশ্বনাৰায়ণ শাস্ত্ৰী

# পৰম্পৰাৰ মাধুৰ্য্য আৰু সাৰস্বত সুৰভিত সুহৃদ ড° ভট্টাচাৰ্য্য

শ্ৰী দেৱ প্ৰসাদ বৰুৱা

মনুষ্য জাতিৰ ইতিহাসত পৰম্পৰাই এক বিশেষ স্থান অধিকাৰ কৰি আহিছে যুগে যুগে প্ৰাচীন কালৰে পৰা সমাজবদ্ধ মানুহে জনজীৱনৰ পৰিচালনাত কিছুমান ৰীতি নীতি পালন কৰি আহিছে আৰু সিবিলাকে অলিখিত আচাৰ বিধি হিচাপে ক্ৰিয়া কৰি সামাজিক তথা পাৰিবাৰিক ভিত্তিৰ পৰম্পৰা হিচাপে স্বীকৃতি পাই আহিছে। কিন্তু সকলো পৰম্পৰাই সুস্থ নাছিল বা নহয়। উদাহৰণ স্বৰূপে জাতিভেদ প্ৰথাটো এটা অসুস্থ পৰম্পৰা। সাংবিধানিক বাধা-নিষেধেও এই পৰম্পৰাটো এতিয়াও পুলিয়ে পোখাই উভালি পেলোৱাত সফল হোৱা নাই। ইয়াৰ বিপৰীতে বৃজনসংখ্যাক পৰম্পৰাৰ সুস্থতা প্ৰমাণিত হৈ আহিছে, পাৰিবাৰিকৰ পৰা আৰম্ভ কৰি সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক স্তৰ পৰ্যান্ত সুস্থ পৰম্পৰাই জাতীয় জীৱনৰ গঠন আৰু পৰিবৰ্দ্ধনত ক্ৰিয়া কৰি অহা কাৰণে আৰু সিবিলাক বৃজন পৰিমাণৰ হোৱা কাৰণে মানুহৰ সংস্কৃতিবান সমাজখনে নৱ সাজ পিন্ধি আৰু পুৰণিকে নতুন কৰি সময় আৰু যুগৰ লগত খাপ খোৱাকৈ গঢ় লৈ উঠিছে।

আধুনিক ৰাষ্ট্ৰীয় জীৱনৰ এটা পৰম্পৰা হ'ল জাতীয় দিৱস, স্বাধীনতা দিৱস তথা বিশেষভাবে স্মৰণীয় ঘটনাক যথাযোগ্য মৰ্য্যাদাৰে স্মৰণ কৰা যাতে সিবিলাকৰ পৰা নতুন নতুন প্ৰজন্মই অনুপ্ৰেৰণা লাভ কৰি কৰ্ত্তব্যপথৰ পৰা বিচলিত নোহোৱাৰ শিকনি লভিব পাৰে।

এখন দেশৰ এটা উদাহৰণ দিওঁ, ভিয়েটনামৰ ফৰাচী ঔপনিবেশিক সাম্ৰাজ্যবাদৰ বিৰুদ্ধে বীৰত্বেৰে যুঁজি ভিয়েটনাম স্বাধীন হৈছিল, পিছলৈ আমেৰিকান সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যুঁজি বিজয় লাভ কৰি ভিয়েটনামবাসীয়ে নিজৰ দেশখনক ঐক্যবদ্ধ কৰিব পাৰিছিল। উত্তৰপূব ভিয়েটনামত ডিয়েন বিয়েন ফু নামৰ এখন গাঁও আছিল, বৰ্তমানৰ নাম ডিয়েন বিয়েন। ১৯৫৪ চনৰ মে' মাহত দুমাহৰো ওপৰ কাল ধৰি তয়ামৰা যুঁজ কৰি ভিয়েটনামী মুক্তিসংগ্ৰামীয়ে ডিয়েন বিয়েন ফু'ত থকা ফৰাচী সুদৃঢ় দুৰ্গটো দখল কৰিছিল, ফৰাচী দখলকাৰী বাহিনীয়ে

উত্তৰ ভিয়েটনাম এৰি যাবলৈ বাধ্য হৈছিল। এই বছৰৰ (২০০৪)মে' মাহত ভিয়েটনাম প্ৰজাতন্ত্ৰই ভিয়েন্ বিয়েন্ ফু'ত বিজয় লাভৰ সম্বাদ বছৰীয়া মহোৎসৱ মহাসমাৰোহেৰে পালন কৰে। হোচি মিন নগৰ আৰু ডিয়েন বিয়েন ফু'ত হোৱা সমাৰোহত ভিয়েটনামৰ উপ প্ৰধান মন্ত্ৰী ফাম্ গিয়া খিয়েবে অন্তৰ পৰশি যোৱা ভাষাৰে কৈছিল ঃ ভিয়েটনামৰ পৰম্পৰামতে আপুনি যেতিয়া এঢোক পানী খায় তেতিয়া জুৰি বা নিজৰাৰ উৎস বিন্দুটোৰ কথা মনত পেলাব। যিসকলে দেশৰ কাৰণে জীৱন উৎসৰ্গা কৰি গ'ল তেওঁলোকৰ বিষয়ে বৰ্তমানৰ প্ৰজন্মই মনত পেলাই চিন্তা কৰিব লাগে, অৰ্থাৎ যিসকলৰ যত্নত আজিৰ বাস্তৱটোৰ সৃষ্টি হ'ল, তেখেতসকলৰ কথা মনত পেলাব লাগে, মনত ৰাখিব লাগে।

অলপতে পঢ়া কাৰণে ভিয়েটনামী পৰম্পৰাটোৱে মনত সাঁচ ৰাখি গৈছে আৰু আন এটা প্ৰসংগৰ বিষয়ে লিখিবলৈ লওঁতে বাৰে বাৰে মনত পৰা কাৰণে জোৰণি হিচাপে পৰম্পৰাৰ কাহিনীৰ একলম লিখিছোঁ, এটা বিশেষ কাৰণত উৎস বিন্দু বিচৰা কাৰণত।

বৰ্ত্তমানে অসমৰ জনগোষ্ঠীসমূহৰ মাজত স্বাধিকাৰ বিচাৰি আলোড়ন হৈছে। সকলো শুভবুদ্ধি সম্পন্ন মানুহে স্বীকাৰ কৰিছে যে মহাসমন্বয়ৰ মাধ্যমেৰে গঢ় লৈ উঠা অসমৰ সমাজখনৰ সকলো অংশৰ মাজত মৈত্ৰীৰ বান্ধোন কটকটীয়া কৰিবলৈ হ'লে অসমৰ জনগোষ্ঠীসমূহৰ ভিতৰত পাৰস্পৰিক শ্ৰদ্ধা, সম মৰ্য্যাদা আৰু সম অধিকাৰ মনোভাৱ বঢ়াই তুলিব লাগিব। এটা অব্যৰ্থ পন্থা হৈছে জনগোষ্ঠীসমূহৰ ভাষা শিকা আৰু চৰ্চা কৰা যাতে অধিকতৰ আপোন ভাবৰ সৃষ্টি হয়। অন্যান্য জনগোষ্ঠীৰ দৰে বৰো জনগোষ্ঠীৰো এক স্বতন্ত্ৰ ভাষা সংস্কৃতি আছে। এই দিশত অনা বৰোসকলৰ ভিতৰত সব প্ৰথম অৰিহণা যোগোৱা ব্যক্তিজনৰ নাম হ'ল ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য।

ভট্টাচাৰ্য্যদেৱে পঞ্চাশ বছৰৰো অধিককালৰ আগতে বৰো ভাষাৰ গৱেষণা আৰম্ভ কৰিছিল। বিস্তীৰ্ণ গৱেষণাৰ পিছত তেখেতে 'এ ডিছক্ৰিপ্টিভ্ এনালিছিছ অৱ দ্যা বৰো লেংগুৱেজ' নামৰ থিচিছখন দাখিল কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে। থিচিছ-ভিত্তিক কিতাপখন গুৱাহাটী বিশ্ববিদ্যালয়েই ১৯৭৭ চনত ছপা কৰি প্ৰকাশ কৰে। বৰোভাষাৰ বিজ্ঞানসন্মত চৰ্চা-গৱেষণাৰ পথিকৃৎজন হ'ল ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য।

গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ অন্যতম ঘোষিত উদ্দেশ্যৰ লগত সংগতি ৰাখি বিশ্ববিদ্যালয়খনৰ অসমীয়া বিভাগ আৰু পিছলৈ স্থাপিত ফকলৰ ৰিছাৰ্চ বিভাগ আৰু মডাৰ্ণ ইণ্ডিয়ান লেংগুৱেজেছ্ বিভাগৰ উদ্যোগত, বিশেষকৈ শেহৰটো এম্ আই এল্ বিভাগৰ উদ্যোগত (বাংলাৰ কাৰণে সুকীয়া বিভাগ আছে) অসমৰ

ভিন ভিন জনগোষ্ঠীৰ ভাষা-সাহিত্যৰ ওপৰত চৰ্চা আৰু গৱেষণা চলাই থকা হৈছে, বহুতো কৃতবিদ্য পণ্ডিতৰ গৱেষণাগ্ৰন্থ প্ৰকাশিত হৈছে। লিংগুইষ্টিকছ বিভাগেও গুৰুত্বপূৰ্ণ অৰিহণা আগবঢ়াই আহিছে। জনজাতীয় ভাষা-সাহিত্যৰ চৰ্চা-গৱেষণাৰ ক্ষেত্ৰত এম্ আই এল্ বিভাগে বিশেষ ভূমিকা দাবী কৰিব পাৰে। এই বিভাগটোৰ উদ্যোগতে বৰোভাষাৰ চাৰ্টিফিকেট, ডিপ্লোমাকে আৰম্ভ কৰি বৰ্তমানে পূৰ্ণ পৰ্য্যায়ত স্নাতকোত্তৰ পাঠ্যক্ৰম চলোৱাৰ দায়িত্বও পালন কৰি অহা হৈছে। বৰোভাষা অসমৰ এক গুৰুত্বপূৰ্ণ জনজাতীয় ভাষা গুৱাহাটী বিশ্ববিদ্যালয়ত এই ভাষাটোৰ চৰ্চা-গৱেষণাই অধিকতৰ ফলপ্ৰসূ বিদ্যায়তনিক তথা সম্ভাৱনাময় উজ্জ্বলতৰ ভৱিষ্যতৰ ৰূপৰেখা অংকিত কৰিব পাৰিছে। মোৰ দৃষ্টিত এই বৰ্তমান আৰু ভৱিষ্যতৰ ন মাটি ভাঙি চহাই গুটি সিঁচাৰ সৰ্বপ্ৰথম শুভকামটো কৰিছিল প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ডাঙৰীযাই। এই ক্ষেত্ৰত পৰম্পৰা সৃষ্টিৰ মাধুৰ্য্যৰ তাৎপৰ্য্য ইয়াতে নিহিত হৈ আছে।

ভাষাতত্ত্বৰ বিষয়ে থকা বিশেষ গোটৰ পেপাৰসহ অধ্যয়নৰ পিছত ভট্টাচাৰ্য্যদেৱে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাতকোত্তৰ ডিগ্ৰীলাভ কৰি ভাষা চৰ্চাৰ বুনিয়াদ গঢ়ি তুলি স্নাতকোত্তৰ মহলাৰ পৰৱৰ্ত্তী কালত অধ্যাপক হিচাপে বৃত্তিগত জীৱন আৰম্ভ কৰি ভাষাতত্ত্বক গৱেষণাৰ বিষয় হিচাপে বাছি লৈছিল অৰ্থপূৰ্ণভাৱে। এইভাৱে বৰোভাষাত ব্যুৎপত্তি অৰ্জন কৰি কালত চাৰিবছৰীয়া অধ্যয়নৰ অন্তত তেখেতে চাৰিটা ভাষাবিজ্ঞানৰ উচ্চ প্ৰশিক্ষণ পাঠ্যক্ৰমত যোগদান কৰি অৰ্হতাসূচক চাৰ্টিফিকেটো পাইছিল। ভাষাবিদ স্বৰূপে স্বীকৃতি লাভ কৰি ১৯৭৯ চনত পেৰিছত আৰু ১৯৯৬ চনত হলেণ্ডত আন্তঃৰাষ্ট্ৰীয় চীন-তিব্বতীয় ভাষা আৰু ভাষাবিদ সন্মিলন দুখনত প্ৰাসংগিক নিবন্ধ পাঠেৰে অংশ গ্ৰহণ কৰিছিল। ভিন ভিন ভাষাৰ ব্যৱহাৰিক আৰু তাত্ত্বিক দিশত ভট্টাচাৰ্য্যদেৱৰ বিশেষ নৈপুণ্যৰ পৰা অসমকে ধৰি পূৰ্বোত্তৰ ভাৰতৰ অন্যান্য অঞ্চলো উপকৃত হৈছিল ভিন ভিন অনুষ্ঠানৰ বিশেষ কাৰ্য্যক্ৰমবোৰৰ প্ৰকাশিত মাধ্যমেৰে। স্বাভাৱিক কাৰণতে তেখেতে সুলেখক স্বৰূপেও প্ৰতিষ্ঠা লাভ কৰিব পাৰিছে। লেখক স্বৰূপে ১৯৫৪ চনতে তেখেতে আত্মপ্ৰকাশ কৰিছিল। তেতিয়াৰে পৰা অদ্যাৱধি ড°ভট্টাচাৰ্য্যই অসমীয়া, বাংলা আৰু ইংৰাজী ভাষাত তিনিশৰো অধিক চৰ্চা-ভিত্তিক নিবন্ধ প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে, এইভাৱে গঢ় লৈ উঠিল এজন সাহিত্যিকো। বৰো লোকগীত আৰু উপাখ্যানৰ বিষয়েও তেখেতে ১৯৫৭ চনতে ইংৰাজীত এখন নাতিদীৰ্ঘ কিতাপ লিখি প্ৰকাশ কৰিছিল। ভট্টাচাৰ্য্যদেৱৰ ভিতৰত আছিল এজন মেধাৱী ছাত্ৰ ঃ প্ৰাথমিক স্তৰৰে পৰা শিক্ষাৰ ভিন ভিন গুৰু ছাত্ৰ-বৃত্তি লাভ কৰা ভট্টাচাৰ্য্যই বাছনিৰ মৰ্য্যাদা অক্ষুণ্ণ কৰি ৰাখিব পাৰিছিল।

বৃত্তিগত পৰিসীমাতে আবদ্ধ নাথাকি ড' ভট্টাচাৰ্য্যই বহুমুখী সামাজিক দায়বদ্ধতাৰ পৰিচয় দি আহিছে। বহুতো বিদ্যায়তনিক, চৰ্চা-গৱেষণা ভিত্তিক, সাহিত্য সংস্কৃতি সম্বন্ধীয় আৰু সামাজিকভাৱে গুৰুত্বপূৰ্ণ সংস্থা-সংগঠনৰ লগত তেখেতে সক্ৰিয়ভাৱে জড়িত হৈ আহিছে। অলেখ ৰাজহুৱা সভাত তেখেতে অংশগ্ৰহণ কৰি আহিছে, জনসমাজৰ এজন দায়িত্বশীল ব্যক্তিস্বৰূপে। অসমত ১৯৮৩ চনৰ অবৈধ নিৰ্বাচনৰ সময়ত ৰাজনৈতিক দলবিশেষে সংকীৰ্ণ ৰাজনৈতিক স্বাৰ্থসিদ্ধিৰ কাৰণে ঠায়ে ঠায়ে নিৰ্বাচনী সংঘৰ্ষৰ সৃষ্টি কৰিছিল। গহপুৰতো তেনে এক অনাকাংক্ষিত সংঘৰ্ষ হৈছিল। গহপুৰৰ অৱস্থাৰ বুজ ল'বলৈ আৰু সীমিত হ'লেও সাহায্য আগবঢ়োৱাৰ উদ্দেশ্যে অসম আন্দোলনৰ পক্ষৰ পৰা এটা সৰ্জাতী দল প্ৰেৰণ কৰা হৈছিল, সদস্যসকলৰ ভিতৰত আছিল ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, অধুনা প্ৰয়াত ড বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য আৰু ভবেন নাৰ্জি, শ্ৰীভৃগুমুনি কাগযুং আদি এইভাৱে নানা দিশত ভট্টাচাৰ্য্য ডাঙৰীয়াই সুনাগৰিক হিচাপে দায়বদ্ধতাৰ পৰিচয় দি আহিছে।

ৰাজহুৱা সভাত সাধাৰণতে মই লিখিত ভাষণ নিদিওঁ, এবাৰ খন্তেকৰ কাৰণে এপিঠিয়া লিখিত ভাষণ দিবলৈ মনস্থ কৰিছিলোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য থকাৰ কালছোৱাত এবাৰ বৰো সাহিত্য সভাই মোক বিশিষ্ট অতিথি হিচাপে নিমন্ত্ৰণ কৰিছিল। মূল ভাষণটো মৌখিকভাৱে দিয়াটো ঠিক কৰি আৰম্ভণিৰ কিছু অংশ বৰো ৰাইজৰ প্ৰতি শ্ৰদ্ধা অভিনন্দন প্ৰকাশৰ উদ্দেশ্যে বৰোভাষাত আগবঢ়োৱাটো ঠিক কৰি সেইখিনি অসমীয়াত লিখি ড ভট্টাচাৰ্য্যক অনুৰোধ কৰিছিলোঁ যাতে বৰোভাষালৈ সেইখিনি ৰূপান্তৰিত কৰি দিয়ে। তেখেতে সানন্দে অনুৰোধটো ৰক্ষা কৰিছিল। প্ৰায় কুৰি হাজাৰ বৰোভাষী শ্ৰোতাই সেইখিনি শুনি বিপুলভাৱে হৰ্ষধ্বনি তুলিছিল সভাখনত মই কৈছিলোঁ যে বৰোভাষা মই নিজে নাজানো কাৰণে ড ভট্টাচাৰ্য্যৰ অনুগ্ৰহতে বৰোভাষাত কথাখিনি উচ্চাৰণ কৰিব পাৰিছিলোঁ তথাপিও মানুহে ভাল পাইছিল আৰু ভট্টাচাৰ্য্যদেৱক সভাৰ সচাঁ আৰ্হি কথাখিনি সততাৰ খাতিৰত জনাইছিলোঁ।

ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই তেখেতৰ কৰ্মময় জীৱন পৰিক্ৰমাৰ নানা স্তৰত একাধিক বঁটা-বাহন তথা প্ৰশস্তি পত্ৰ লাভ কৰিছে যোগ্যতা আৰু দক্ষতাৰ ৰাজহুৱা স্বীকৃতি স্বৰূপে। চৰকাৰে সাহিত্যিক পেঞ্চন দিয়ে নিজৰ বিবেচনাত মূলতঃ প্ৰাৰ্থীসকলৰ আবেদনৰ ভিত্তিত। উপাচাৰ্য্য থকা সময়ত মই এবাৰ উদ্যোগ লৈছিলোঁ যে আবেদন পত্ৰ দাখিল নকৰিলেও প্ৰতিষ্ঠিত কেইগৰাকীমান সাহিত্যিকক অসম চৰকাৰে নিজৰ উদ্যোগতে এনে পেঞ্চন আগবঢ়াব লাগে। তেতিয়াৰ মুখ্যমন্ত্ৰী শ্ৰীপ্ৰফুল্ল কুমাৰ মহন্তই মোৰ প্ৰস্তাৱটো তাৎক্ষণিকভাৱে মানি

ল'লে আৰু এইভাবে নিম্নোক্ত সাহিত্যিক কেইগৰাকীলৈ চৰকাৰে সাহিত্যিক পেঞ্চন আগবঢ়াইছিল ঃ ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, শ্ৰীমতী নিৰুপমা হাগজেৰ আৰু মহম্মদ পিয়াৰ।

ড" প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এজন বিদ্বান ব্যক্তি আৰু বহুমুখী প্ৰতিভাৰ আকৰ। শাস্ত্ৰসিদ্ধ আপ্তবাক্য মতে বিদ্যাই সকলো ভূষণৰ ওপৰত অৱস্থান কৰে। সৰু-বৰ সকলোৰে প্ৰতি ভট্টাচাৰ্য্যদেৱে সুহৃদৰ দৰে আচৰণ কৰে। ড" ভট্টাচাৰ্য্যক এই বিশেষ অভিনন্দন জ্ঞাপনৰ মুহূৰ্ত্তত আমি 'সাৰস্বত সুৰভিত সুহৃদ' ভূষণেৰে বৰণ কৰিছোঁ। কৰ্মময় সুখী জীৱনেৰে তেখেত দীৰ্ঘায়ু হওক।



# অভিনন্দন পত্ৰ

প্ৰমোদ দা,

তোমালৈ মোৰ অন্তৰভৰা অভিনন্দন।

তোমাৰ নিজৰ ভগ্নী বিমলাৰ দৰে চিৰদিন মোক জ্ঞান কৰি আহিছা। সদায় মাতিছা 'আইদেউ' বুলি। মোৰ নিজা দাদা নাই কাৰণে। তুমি আৰু যোগেশ দাদা মোৰ সহোদৰ স্বৰূপ চিৰদিন চিৰকাল। শুভাকাঙ্ক্ষী ৰূপেই বহুত বছৰৰ আগতে লতাশীল খেল পথাৰৰ ওচৰত ৰাজ বাটত হঠাতে লগ পাই কৈছিলা ঃ "আইদেউ এম-এ পাছতো কৰিলাই কাম নকৰা জানো কলেজত ? আমাৰ বি. বৰুৱাত নৈশ শাখাত পঢ়ুৱাবলৈ মানুহ লাগে আহিবানে ? যদি আহা দৰ্খাস্ত এখন দিয়া। তেতিয়াই মই 'নতুন অসমীয়া' দৈনিক কাকত খনত আৰু 'আকাশবাণী'ত কাম কৰি আছিলোঁ ১৯৫৮ চনৰ কথা। পাচ কৰিছিলোঁ ১৯৫৫ চনত । সেইমতে কামৰূপ একাডেমীত বহা বি বৰুৱা কলেজৰ কামৰ কাৰণে দৰ্খাস্ত এখন দিছিলোঁ, দৰ্খাস্ত গ্ৰহণৰ শেষৰ দিনা তাকো খিড়িকীৰে সৰকাই। মেৰীট মোৰেই আটাইতকৈ বেছি আছিল কাৰণে ময়েই চাকৰিটো পালো আৰু যোগ দিলো।

সুদীৰ্ঘ ষোল, সোতৰ বছৰ কাল আমি একেলগে একেখন কলেজতে কাম কৰিলো। তুমি মোৰ অগ্ৰজ স্বৰূপ হৈ সকলো ক্ষেত্ৰতে দিহা-পৰামৰ্শ ঘৰুৱা চেনেহেৰে দিছিলা। বি. বৰুৱা কলেজখন সচাঁকৈয়ে আমাৰ এখন ঘৰৰ দৰে হৈ পৰিছিল। কলেজখনত আমি কেৱল চাকৰি কৰা নাছিলোঁ কলেজখন অন্তঃকৰণেৰে ভাল পাইছিলোঁ আৰু আমি আটায়ে কলেজখনৰ উন্নতিৰ কাৰণে আহোপুৰুষাৰ্থ কৰিছিলোঁ। তাৰ মূলতে অধ্যক্ষসকলৰ প্ৰেৰণাদায়ক উচ্ছাহো আছিল অফুৰন্ত। পূজনীয় হেম বৰুৱা ছাৰ, সুৰেন্দ্ৰমোহন দাস ছাৰ আৰু তুমিও অধ্যক্ষ হৈ আমাক কম Involve কৰাইছিলানে ?

আমি পিকনিকবোৰলৈ জুম পাতি ঘৰে ঘৰে গৈছিলো তোমাৰ, উপাধ্যক্ষ প্ৰসন্ন শৰ্মা, অধ্যাপক কিৰণ শৰ্মাৰ (আমাৰ আগৰ ছাত্ৰ) উদগণিতেই নহয়নে? কলেজ উইকৰপৰা আৰম্ভ কৰি কলেজৰ সকলো উৎসৱতে আমাৰ প্ৰাণশক্তি আৰম্ভ উজাৰি দিছিলোঁ। অভিনয়বোৰ মই পৰিচালনা কৰিছিলোঁ আ, সেই সোণালী দিনবোৰ!

আবেলিৰ এটি ৰবিবাৰে আছিল বিভিন্ন আলোচনা চক্রবোৰ।" তুমি মোক সকলোতে আগবঢ়াই দিছিলা। তোমাৰ উদ্যম দেখি আমিও বহুত অনুপ্রাণিত হৈছিলো।

পুনেৰ ডেক্কান কলেজত Summer School of Lingustics ত যোগ দিয়াৰ কথা মনত পৰেনে তোমাৰ? আমাৰ লগত যে বৰো informant ভবেন নাৰ্জি দা আছিল। ড গোলোক গোস্বামী দাদা, উপেন্দ্রনাথ গোস্বামী দাদাও তেতিয়া তাত আছিল। আমি গৈ মহাৰাষ্ট্ৰীয়ান বিয়া এখনলৈ গৈ গোটা নাৰিকল এটা এটা, অকণি অকণি চুইটচ্ একোটা আৰু স্প্রে কৰা চেণ্টৰ সুবাস (বিয়াঘৰত দিয়া) লৈ উভতি আহিছিলা আৰু আমাৰ বিয়াবোৰৰ দৰে উভৈনদী জা-জলপান নুখুৱাত যে আচৰিত হৈছিলা।

তোমাৰ লগত কিমান যে মিটিং গোটেই অসমতে কৰি নুফুৰিলোঁ। সদৌ অসম কলেজ টিচাৰ্চ এচচিয়েশ্বনৰ উৎসৱত বহুত বছৰ আগতেই আমি যে অভয়াপুৰীলৈ গৈছিলোঁ -- উপাধ্যক্ষ সুৰেন্দ্ৰমোহন দাস ছাৰৰ ঘৰত যে ক্ষীৰৰ পিঠা খাইছিলোঁ মনত পৰেনে? তুমি যে নামনি অসমৰ নলবাৰী অঞ্চলৰ কথিত ভাষাবোৰ কোৱা আৰু মই যে ৰ' লাগি আচৰিত হৈ হৈ শুনি থাকো আৰু প্ৰশ্ন কৰো মনত পৰেনে? মিটিঙত, গৈ শিৱসাগৰৰ আমাৰ ঘৰত থাকোতে 'বেতগাজ'ৰ ভজা খাই যে বৰ তৃপ্তি পাইছিলা। মায়ে যে কিমান জুতিলগা বস্তু তোমাক ৰান্ধি খুৱাইছিলো। তুমি নিমিষতে সকলোৰে আপোন হৈ পৰা, সুখ-দুখৰ খবৰ কাণ পাতি লোৱা -- এইটো গুণে আমাৰ আটাইকে বৰ আকৃষ্ট কৰিছিল তুমি সকলোৰে 'দাদা' সুখে-দুখে সকলোতে।

তুমি বৰো ভাষাত ৰিচাৰ্চ কৰা কথাটোৱে আমাকো উদগাইছিল। মই ও খাছী ভাষাৰ Phonology and Morphonology-ৰ ৰিচাৰ্চৰ কাম আৰম্ভ কৰিছিলোঁ। কিন্তু দেউতাৰ সাংঘাতিক অসুস্থতাৰ কাৰণে মই ঘৰ এৰি খাছী পাহাৰত গৈ থকাটো অসম্ভৱ হ'ল। তাতে ড' বিৰিঞ্চি কুমাৰ বৰুৱা ছাৰৰো ইহলীলা সম্বৰণ কৰাৰ সময় আহিল। সাতে-পাচে সেই অধ্যায় সামৰিব লগা হ'ল। ড' সত্যেন্দ্ৰ নাথ শৰ্মা ছাৰৰ অধীনত আৰম্ভ কৰিলোঁ লিটাৰেচাৰৰ কাম। ড প্ৰফুল্লদত্ত গোস্বামী ছাৰেও মোক ৰিচাৰ্চ ষ্টুডেণ্ট ৰূপে পাবলৈ বৰ হাবিয়াস কৰিছিল। ছাৰৰ ইচ্ছা আছিল 'বিহু' সম্বন্ধে মোৰদ্বাৰা গবেষণা কৰাবাটো। যি কি নহওক লোক-সংস্কৃতিৰ তুমি আমি আটায়ে অনুৰাগী আছিলোঁ। ফ'কলৰ ডিপাৰ্টমেণ্টৰ চেমিনাৰবোৰত বহুত গবেষণা পত্ৰ দিছিলোঁ। ড' জৱাহৰলাল হাণ্ডুলৈ মনত পৰেনে? মনত পৰেনে ড' টেৰিৱেললৈ? কিমান যে ভাল পণ্ডিত এইসকল। ড' বাচামে যে জাৰ্মানীতো মোক লগ পাই বহুত কথা পাতিছিল। আমাৰ উমৈহতীয়া বন্ধু ড' দেবী প্ৰসন্ন পাটনায়কো যে কিমান প্ৰেৰণাদায়ক, গতিশীল ব্যক্তি।।

তোমালোকৰ গোটেই ঘৰখনেই আছিল মোৰ প্ৰতি বৰ মৰমিয়াল। শ্ৰীযুতা নবৌৰতো কথাই নাই। কিমান যে ৰান্ধি-বাঢ়ি খুউৱা নাই। ল'ৰাকেইটাই পেহী বুলিয়েই মুখতে পমে। তোমাৰ মেধা, তোমাৰ স্মৃতি শক্তি, তোমাৰ স্নেহ আমি সদায়ে প্ৰশংসাত পঞ্চমুখ হৈ শলাগো ঘৰৰ ডাঙৰ ল'ৰাৰূপে ভাই-ভনীৰ সমস্ত দায়িত্ব ল'লা, দীৰ্ঘদিন জুৰি কলেজ গঢ়াৰ দায়িত্ব ল'লা, অজস্ৰ অনুষ্ঠানৰ দায়িত্ব ল'লা, বিদেশ ভ্ৰমণো কৰিলা কেৱল এটা বিষয়কে লৈ অখণ্ড সাধনা কৰিবলৈ সময়হে নাপালা।

তাৰ মাজতে যিখিনি কৰিলা যি যি কিতাপ প্ৰকাশ হ'ল সেয়াও অমূল্য সম্পদ হৈ অসমীয়া ভাষা-সাহিত্য থাকে মানে ৰ'ব। এই বিলাক গুণতেই কামৰূপ সাহিত্য সভাৰো সভাপতি হ'লা।

তোমাৰ প্ৰতিভা, তোমাৰ পাণ্ডিত্য সদায় চিৰজ্যোতিষ্মান হৈ থাকক – এই শুভ কামনা ৰ'ল। তোমাৰ আয়ুশ্ৰীবাঢ়ি যোৱাৰ শুভ কামনাৰে।

'আইদেউ'
(নিৰ্মল প্ৰভা বৰদলৈ)
৯/৪/২০০৪



# বন্ধুৰ দৃষ্টিৰে ড° ভট্টাচাৰ্য্য

শ্ৰীগগন চন্দ্ৰ সোণোৱাল

*বিদ্বত্বঞ্চ নৃপত্বঞ্চ নৈৱ তুল্যং কদাচন।*
*স্বদেশে পূজ্যতে ৰাজা বিদ্বান্ সৰ্ব্বত্ৰ পূজ্যতে।।*

বিদ্বানলোকক সকলোৱে পূজা কৰে। দেশ কালৰ পৰিধিয়ে বিদ্বান লোকৰ যশ-খ্যাতি সামৰি ৰাখিব নোৱাৰে। বিদ্বানলোক আৰু নৃপতি এজনৰ তুলনা কদাচিতো সমপৰ্য্যায়ৰ হ'ব নোৱাৰে। ৰজা নিজ দেশতহে পূজ্য কিন্তু বিদ্বানলোক সকলোতে পূজনীয়। সেয়ে যুগ যুগান্তৰে জ্ঞানী-গুণী-মানী মহাত্মাসকল পূজ্য হৈ আহিছে

ই চিৰন্তন সত্য যে যুগৰ পৰিৱৰ্ত্তন হ'লেও মানুহৰ ক্ৰম বিকাশৰ গতিধাৰা একেই থাকে মানুহ জ্ঞানৰ পূজাৰী জ্ঞানৰ আকৰ পৃথিৱী আৰু নিজৰ চৌপাশৰ পৰিবেশ। পৰিৱেশে মানুহক নিয়ন্ত্ৰণ কৰে। এই খিনিতে সৎ সঙ্গৰ মহিমা প্ৰকাশ পায়।

মই জানিব পাৰি অতি আনন্দিত হৈছোঁ যে মোৰ প্ৰিয় বান্ধৱ গুৱাহাটী বি বৰুৱা মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ, আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত, গৱেষক, সাহিত্যিক, শিক্ষাসেৱী-শিক্ষাব্ৰতী আৰু আজীৱন সংস্কৃতিৰ সাধক ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ আশীতিতম জন্ম জয়ন্তী উদ্‌যাপিত হ'ব, আৰু তাতোকৈ সুখ আৰু আনন্দৰ বিষয় হৈছে – অসম জন কৃষ্টি সমাজ, গুৱাহাটীয়ে এই জন্ম দিৱসৰ সৈতে সংগতি ৰাখি বন্ধুবৰ ড° ভট্টাচাৰ্য্য দেৱৰ জীৱন আৰু কৃতি বিষয়ক এখনি সম্বৰ্দ্ধনা গ্ৰন্থ প্ৰণয়ন কৰিব। অসম জন কৃষ্টি সমাজে ড° ভট্টাচাৰ্য্যদেৱক সন্মান জনাবলৈ লোৱাটো বাস্তৱিকতে সময়োপযোগী হৈছে। যিহেতু এগৰাকী ব্যক্তিয়ে জীৱন জোৰা সাধনা কৰে আৰু তাৰ স্বীকৃতি জীৱন কালতেই পোৱা উচিত। এনে কৰ্ম্ম সংস্কৃতিয়ে ব্যক্তি গৰাকীক বিমল আনন্দ দিয়ে।

আমাৰ সান্নিধ্যৰ উৎস হ'ল তৰুণ লেখক সংঘ : গুৱাহাটী, স্থাপিত ইং ১৯৪৪ চন; ডাণ্ডৰী হাইস্কুলতো এই সংঘৰ শাখা স্থাপন কৰা হৈছিল আৰু ময়েই সেই সংঘৰ সম্পাদক আছিলোঁ। সম্পাদক হৈ থকা কালতে ডাণ্ডৰী অঞ্চলৰ

সোণোৱাল কছাৰী সমাজত প্ৰচলিত *হাইদাং গীত* সংগ্ৰহ কৰিছিলোঁ। এই সংগ্ৰহৰ বাবেই মোৰ আৰু সংঘৰ মাজত মধুৰ যোগাযোগ স্থাপিত হৈছিল বিশেষতঃ সংঘৰ স্থায়ী সভাপতি কটন কলেজৰ অধ্যাপক প্ৰফুল্লদত্ত গোস্বামী, সম্পাদক প্ৰভাত গোস্বামী, সাহিত্য সম্পাদক প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য আৰু সদস্য বিপিন শৰ্মাৰ সৈতে। পিছত ১৯৪৫ চনত চেনিকুঠীৰ প্ৰভাত গোস্বামীৰ উদ্যোগত চেনিকুঠীতে তৰুণ লেখক সংঘৰ এখনি সভা প্ৰফুল্লদত্ত গোস্বামীদেৱৰ সভাপতিত্বত অনুষ্ঠিত হৈছিল আৰু তাতেই বহুজনৰ সৈতে চা-চিনাকি হৈছিলোঁ। মুঠতে এই সংঘ আমাৰ অতি আদৰৰ অনুষ্ঠান আছিল - যাক লৈ আজিও আমি গৌৰৱ অনুভৱ কৰোঁ।

তৰুণ লেখক সংঘত সেই সময়ত যিসকল সদস্য-সদস্যা জড়িত হৈছিল তেওঁলোক আছিল ড প্ৰফুল্লদত্ত গোস্বামী স্থায়ী সভাপতি, প্ৰভাত গোস্বামী প্ৰতিষ্ঠাপক সম্পাদক, উপেন্দ্ৰনাথ গোস্বামী, গোলোকচন্দ্ৰ গোস্বামী, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য সাহিত্য সম্পাদক, ওম প্ৰকাশ, কিশোৰী মোহন শৰ্মা (কুমাৰ কিশোৰ) নিৰুপমা তামুলী (বৰগোহাঞি), আব্দুছ ছাত্তাৰ (?), বিপিন শৰ্ম্মাকে প্ৰমুখ্য কৰি বিভিন্ন ব্যক্তি।

উল্লেখনীয় ড উপেন্দ্ৰ নাথ গোস্বামীৰ সোঁৱৰণত ড গোলোকচন্দ্ৰ গোস্বামীয়ে তৰুণ লেখক সংঘৰ বিষয়ে এনেদৰে অভিমত প্ৰকাশ কৰিছে :

*অধ্যাপক উপেন্দ্ৰ নাথ গোস্বামী মোৰ বহুকলীয়া বন্ধু। তেখেত বাগ্‌বিজ্ঞানৰ শিক্ষা প্ৰশিক্ষণ আৰু চিন্তা-চৰ্চাত মোৰ এজন অন্তৰঙ্গ সতীৰ্থ আছিল , গুৱাহাটী বিশ্ববিদ্যালয়তো অসমীয়া বিভাগত একৈশ বছৰ কাল সহকৰ্মী আছিল। গোস্বামীক পোন প্ৰথমে ১৯৪৪ চনতে কটন কলেজত লগ পাইছিলোঁ। ১৯৪৫ চনত গুৱাহাটীৰ চেনিকুঠীত স্থাপিত তৰুণ লেখক সংঘৰ জৰিয়তে আমাৰ ঘনিষ্ঠতা বাঢ়িছিল। তৰুণ লেখক সংঘ আমিযেই পাতিছিলোঁ। সংঘৰ নিয়মাৱলীৰ খচৰাখন ময়েই প্ৰস্তুত কৰিছিলো। ইয়াৰ প্ৰধান উদ্যোক্তা আৰু প্ৰতিষ্ঠাপক সম্পাদক আছিল স্বৰ্গীয় প্ৰভাত চন্দ্ৰ গোস্বামী, সভাপতি আছিল স্বৰ্গীয় ড° প্ৰফুল্লদত্ত গোস্বামী। উপেন্দ্ৰনাথ গোস্বামী, প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, ওম প্ৰকাশ প্ৰমুখে বহুতো ছাত্ৰ-ছাত্ৰী। আজি সেই পুৰণি কালৰেপৰা কথাবোৰ এটা এটাকৈ মনলৈ আহিছে।*

গোস্বামী কটন কলেজত মোতকৈ এবছৰ আগ আছিল (বয়সতো মাত্ৰ দুদিন আগ : তেখেতৰ জন্ম ১৯২৩ চনৰ ১৩ নৱেম্বৰত, মোৰ ১৫ নৱেম্বৰত)। প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ সৈতে অৰ্থনীতি বিষয়ত অনাৰ্চ লৈ বি. এ পাছ কৰি মাজতে দুবছৰ বিৰতিৰ পিছত ১৯৫১ চনত অসমীয়া বিষয়ত দ্বিতীয় শ্ৰেণীৰ ১ম স্থান অধিকাৰ কৰি এম. এ ডিগ্ৰী লাভ কৰে। আজিৰ এই পৱিত্ৰ আদ্যশ্ৰাদ্ধৰ দিৱসত গোস্বামীৰ

বিদেহী আত্মাৰ সদ্‌গতিৰ হকে ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা কৰিছো। শোক সন্তপ্ত পৰিয়ালবৰ্গলৈ মোৰ আন্তৰিক সমবেদনা জনাইছোঁ।

(*আমাৰ অসম*, ৭ আঘোণ, ১৯২২ শক, ২৩ নবেম্বৰ, ২০০০ চন)

তৰুণ লেখক সংঘই দুখন পুথি প্ৰকাশ কৰিছিল, *তৰুণ জাগৰণ* আৰু *সন্ধান*। *সন্ধান*-ৰ সম্পাদনাত আছিল প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু উপেন্দ্ৰ নাথ গোস্বামী। প্ৰকাশ পাইছিল ইং ১৯৪৮ চনত। কবিতা আগবঢ়াইছিল -- ৰঘুনাথ চৌধুৰী, নলবাৰী, নবীন বৰ্মন, চামতা মেদিনী মোহন চৌধুৰী, গুৱাহাটী, মহিম বৰা, নগাঁও, নিৰ্মলেন্দু দাসগুপ্ত, ডাঙৰী, ওম প্ৰকাশ, গুৱাহাটী আৰু ৰেণুকা দেৱী, গুৱাহাটী লোক গীত সংগ্ৰহ ঃ- *হাইদাংগীত* ঃ গগন চন্দ্ৰ সোণোৱাল - ডাঙৰী।

গল্প লিখিছিল - কমল গগৈ, গুৱাহাটী, হিম বৰুৱা ঃ ৰত্ন গগৈ, উত্তৰ লক্ষীমপুৰ, দ্বিজেন শৰ্মা, গুৱাহাটী, ৰোমান দত্ত, গুৱাহাটী , প্ৰবন্ধ-পাতি লিখিছিল উষা গোস্বামী-নলবাৰী প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, গুৱাহাটী।

সংগ্ৰহটিৰ পাতনি লিখিছিল সংঘৰ সভাপতি অধ্যাপক প্ৰফুল্লদত্ত গোস্বামীয়ে এনেদৰে উল্লেখ কৰিছিল ঃ

*বৰ্তমান যুগৰ সমস্যা সম্পৰ্কে ছাত্ৰ ছাত্ৰীয়ে যিমান চিন্তা কৰে তিমান বোধকৰো বয়সিয়াললোকে নকৰে। যিবিলাক লোকৰ বয়স ভাটী দিলে তেওঁলোক সেই সময়ৰ সামাজিক আৰু অৰ্থনৈতিক পৰিবৰ্ত্তনবিলাক দেখি আতঙ্কিত হ'ল।*

*কিন্তু নিজৰ জীৱন আৰু সেই জীৱনে জীপ লোৱা সামাজিক পটভূমি নিজহাতে সক্ৰিয়ভাবে গঢ়ি নললে যে, মানৱীয় অস্তিত্ব সাৰ্থক নহয় এই সত্য আজি-কালিৰ ল'ৰা-ছোৱালীয়ে যেন বুজিবলৈ যত্ন কৰিছে। সেই কাৰণেই তেওঁলোকে সমাজৰ অৰ্থনীতি আৰু কলা, সাহিত্য আদিত নজৰ দিছে আৰু সেই বিষয়ে আলাসত চাং পতা সিদ্ধান্ত নকৰি নিজে সামাজিক বিবৰ্ত্তনত কিমান দূৰ হাত উজান দিব পাৰি তাৰ জোখ লৈছে। এই ধৰণৰ প্ৰচেষ্টাৰে তৰুণ লেখক সংঘ বা তেনে অনুষ্ঠানৰ জন্ম।*

*তৰুণ লেখক সংঘই আজি চাৰি বছৰে সাহিত্য সঙ্গীত আদি বিবিধ কলাৰ যি দান দিলে, সি হয়তো লোকৰ চকুত পৰা হোৱা নাই, কিন্তু এই ছাত্ৰ অনুষ্ঠানৰ যি বাস্তৱ দৃষ্টিভংগী, যি আদৰ্শ, সি যে প্ৰশংসনীয় সেই বিষয়ে অকণো সন্দেহ নাই। টকা পইচাৰ অভাৱ, ৰাইজ আৰু চৰকাৰৰ আওকাণ, এনে স্থলতো এই সংঘৰ ছাত্ৰ-ছাত্ৰীয়ে তেওঁলোকৰ ঘৰুৱা কৰ্তব্য আৰু পঢ়াশুনাৰ দায়িত্ব থিৰ ৰাখি সামাজিক ভাবে কি দৰে আৱশ্যকীয় কাম কৰিব পাৰি তাৰ এটি সুশৃঙ্খল চানেকী দাঙি ধৰিছে।*

*যোৱা দুবছৰে তৰুণ লেখক সংঘই গুৱাহাটী, নলবাৰী, চামতা, ডাঙৰী আদি ঠাইত শাখা পাতিবলৈ সমৰ্থ হৈছে। এওঁলোকৰ দুই এজন সভাই সঙ্ঘৰ কাৰ্য্যত*

*যোগ দিয়াৰ উপৰিও নিজাকৈ সুৰ ৰচিছে, ছবি আঁকিছে আৰু কিতাপ প্ৰকাশ কৰিছে। ডাঙৰীৰ শ্ৰীমান গগন চন্দ্ৰ সোণোৱালে হাইদাং নামে পুৰণি কছাৰী গীত এটিও সংগ্ৰহ কৰিবলৈ সমৰ্থ হৈছে। অসমীয়া সংস্কৃতিৰ আলোচনাত এই গীতটিৰ বিশেষ আৱশ্যকতা আছে। এইদৰে কামকৰি গৈ থাকিলে সময়ত সংঘৰ দান জাতিয়েও স্বীকাৰ কৰি ল'ব।*

*অসমীয়া জাতি নমৰে, কিন্তু জীয়াই ৰখা বা থকা কামটো সুচাৰু কৰিবলৈ হ'লে সমূহীয়া চেষ্টাৰ প্ৰয়োজন। বৰ্ত্তমান অৰ্থনৈতিক ব্যৱস্থাৰ চেপাত পিত মৰি থকা গাঁৱলীয়া ৰাইজে এনে চেষ্টা কৰিবলৈ টান পায়, শিক্ষাৰ সুযোগ পোৱা আশাবাদী ছাত্ৰ ছাত্ৰীৰ হাততহে এই চেষ্টা আৰু তাৰ সফলতা।*

শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী
স্থায়ী সভাপতি
তৰুণ লেখক সংঘ, ১২-১২-৪৮

তৰুণ লেখক সংঘৰ প্ৰাসঙ্গিকতাবোধ আৰু সংঘৰ উল্লেখনীয় ভূমিকাৰ প্ৰতি লক্ষ্য ৰাখিহে উপৰৰ কথাখিনি উল্লেখ কৰা হৈছে।

বাগ্মীলৈ নোগে অতি সংক্ষিপ্ত জনকৃষ্টিৰ আজীৱন সাধক প্ৰয়াত ড প্ৰফুল্লদত্ত গোস্বামীদেৱৰ সৈতে মোৰ সাহিত্য সংস্কৃতি বিষয়ক লৈ গুৰু শিষ্যৰ সম্পৰ্কৰ উপৰিও ঘৰখনৰ প্ৰতিও এক আত্মীয়তা আছিল। তেখেত মোৰ সাহিত্য সৃষ্টিৰ পথ প্ৰদৰ্শক আৰু প্ৰেৰণাৰ উৎস আছিল অধিকলৈ নোগে আমাৰ ঘনিষ্ঠতাৰ দুখন পত্ৰ লগত দিলোঁ পত্ৰত উল্লেখিত বকুল মোৰ ভাই আৰু পৰম বান্ধৱ ড ভট্টাচাৰ্য্যৰ বিষয়ে একলোৱেহে বা আমাৰ সান্নিধ্য অতি মধুৰ। যোগাযোগো প্ৰায় পৰিয়াল কেন্দ্ৰিক আজিও সি অটুট আছে। নাৰ্মানৰ কোনো সভা-সমিতি, সাহিত্যসভাৰ অধিবেশন আৰু অন্যান্য কাজ-কৰ্মত আহ-যাহৰ আশ্ৰয়স্থলী হয় বান্ধৱৰ নৰ্বাগাৰি চানমাৰিৰ আবাস গৃহ তদুপৰি বান্ধৱৰনী শ্ৰীমতী দেৱী ভট্টাচাৰ্য্যৰ মোৰ প্ৰতি আদৰ সাদৰ, অভ্যৰ্থনা আৰু ল'ৰাহঁতৰো কি চেনেহ শ্ৰদ্ধা।

গুৱাহাটীৰ খাৰঘুলিৰ বৰো ভাষাৰ খ্যাতিমান পণ্ডিত স্বৰ্গীয় ভবেন্দ্ৰ নাৰ্জী আছিল মোৰ এজন পৰম বান্ধৱ, গোস্বামী ছাৰ আৰু বন্ধু ভট্টৰ যোগেদি এই মহান পণ্ডিত জনা আৰু পৰিয়ালৰ সান্নিধ্য লাভ কৰোঁ।

বন্ধুত্বৰ পৰিচয় আৰু সান্নিধ্যৰ সূত্ৰে দুখনমান ভট্টৰ চিঠি প্ৰকাশ কৰি তেওঁৰ সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন কামনা আৰু পৰিয়ালবৰ্গৰ সুখ সমৃদ্ধিৰ আশাৰে।

**প্ৰিয় বান্ধৱ,** **৮/৯/৭০ ইং**

**নিশা**

আপোনালৈ চিঠি লিখিম লিখিম বুলি ভাবোতে আপোনাৰ চিঠিখন পালোঁ — যোৱা ডেৰমাহে মই দুৰ্ঘটনা শোক-তাপৰ মাজত আছোঁ।

(১) ১৮ জুলাইত মোৰ চানমাৰিত চিটী বাছ দুৰ্ঘটনা হয় বাওঁভৰিৰ হাড ভাঙি মেডিকেল কলেজলৈ গৈ এবাতি বখি ত্ৰিনিসপুত্ৰৰ প্লাষ্টাৰ লৈ ঘৰলৈ এম্বুলেন্সত আহোঁ

(২) ২৫ জুলাইত মাজু ল'ৰা অমিয়াৰ (১২ বছৰ ষষ্ঠ মান শ্ৰেণী এম-চি, এম হাইস্কুল) জ্বৰ উঠে -- চিকিৎসাই কাম নিদিয়াত ৩ আগষ্টত মেডিকেল কলেজলৈ নিয়া হয় — ৪ আগষ্ট মঙ্গলবাৰে সন্ধিয়া ঢুকায়

এইদৰে দুৰ্ঘটনাৰ উপৰিও পুত্ৰশোকে আমাৰ বিব্ৰত কৰিছে আগষ্টৰ শেষ সপ্তাহ নলবাৰীৰ ঘৰত মোৰ পূজনীয় পিতাৰো বাওঁহাতত চাইকেলে খুন্দিয়াই হাড ভাঙে আৰু এতিয়া ত্ৰিনিসপুত্ৰৰ বাবে প্লাষ্টাৰ কৰি ৰাখিছে বাকী ল'ৰা চাৰিটাৰো ইবিধ সিবিধকৈ অসুখ লাগি আছে নৰ্মবিহে জীয়াই আছে।
মই কলেজলৈ ২৩ আগষ্টৰ পৰা বিক্সা আদিত দিনতে 'অহা যোৱা' কৰিছোঁ।

'অসমৰ লোক-উৎসব' ওলাইছে আপোনালৈ কেনেকৈ পঠাম-- জনাব আপোনাক যোৱা সাহিত্য সভাতো (চি -নগাঁও) নাপালোঁ। বকুলহঁতৰ খবৰ বহুদিন পোৱা নাই। ডাঙৰীয়া শ্ৰীযুত পবীন্দ্ৰ শাস্ত্ৰীক এম এ পাছ কৰাৰ পিছত লগ পাইছিলোঁ ডুমডুমাৰ শ্ৰীগোহাইক চিং সাহিত্য সভাত লগ পাইছিলোঁ। শ্ৰীযুত নাৰ্জী আৰু ড গোস্বামী ছাৰৰ ভাল ভণ্টি Folklore Society of Assam নামে গভৰ্ণমেণ্ট ৰেজিষ্টাৰ্ড অনুষ্ঠান এটা গোস্বামী ছাৰৰ সভাপতিত্বত পাতিছোঁ - আপুনি সদস্য হৈ কাম কৰিব লাগিব।

আৰু এটা কাম - আমাৰ পঞ্চম ভ্ৰাতৃ শ্ৰীমান ভূপেন্দ্ৰ নাথ ভট্টাচাৰ্য্যই এম-এ পাছ কৰিছে — সংস্কৃতত, দ্বিতীয় শ্ৰেণী পাইছে। যদি সংস্কৃত শিক্ষকৰ কাম খালি থাকে -- সেই অঞ্চলৰ হাইস্কুলত বা আপোনাৰ জনা শুনাত - তেনেহ'লে জনাব এই বিষয়ে মই ডাঙৰীয়া শ্ৰীযুত শাস্ত্ৰীলৈও লিখিম।

আপোনাৰ খেতি-বাতি নদন-বদন হওক -- আঘোণত লখিমীয়ে ভঁৰাল পৰিপূৰ্ণ কৰক আৰু ল'ৰা-ছোৱালী কেইটিৰ সুখৰ জীৱন হওক এয়ে আমাৰ দূৰণিবটীয়া কামনা আজিলৈ ইমানতে সামৰিলোঁ। ইতি

আপোনাৰ
শ্ৰী প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

## অভিনন্দন : নামাক্ষৰী

২৯/৯/৮৯ ইং
গুৱাহাটী-৩

বা — বান্ধৱৰ হিয়া-মন সুখে-দুখে যায়।
ন্ধ -- নই ধই 'ন্ধ' হৈ বান্ধনত নিৰুপায়।
ৱ — বহু যুগ যেন পাৰ হৈ গ'ল 'তৰুণ' স্মৃতিৰেখা।
শ্ৰী -- শ্ৰীময়ী অসমৰ 'গগনত' দেখো বহু নবলেখা
যু — যুক্তিৰে জীৱন গঢ়িলে যিজনে সীমান্তৰ মহাৰক্ষী।
ত — তৰণী একাকী বান্ধৱীসকলৰে সৰগপন্থী।
গ - গগন সোণোৱালক পালোঁ সবেও সাৰথি।
গ — গণি-পিটি চালে বয়সবোৰ উৰি উৰি যায়।
ন — নশ্বৰ সংসাৰত কৰ্ম-কীৰিতিৰ বিনাশ যে নাই।
চ — চক্ৰবৎ ঘূৰিছে এই মহা জীৱনৰ ৰথবোৰ।
ন্দ্ৰ — ন্দ্ৰই ক'লে ইন্দ্ৰৰ দেৱত্ব অসুৰ ভয়-বিভোৰ।
সো — সোঁহাতে কলম বামে কোদাল কাকপথাৰৰ ঘৰ।
ণো — ণোহোৱা-ণোপোজা বিষম ঘটনা অসমৰ ঘৰ-পৰ।
ৱা — 'ৱা'ই ক'লে লোৱা হেংদাং শৰাইঘটীয়া দল।
ল -- লগে ভাগে পুনৰ যুজোঁ আত্ম বলেই বল।

প্ৰমোদ ভট্টই ৰচিলে এয়া নামাক্ষৰী
বান্ধৱ সোনোৱালে সঙ্গে পঞ্চদশী অসমত হ'ব বাৰানসী।



## ।। ড° ভট্টাচাৰ্য্যলৈ এখন চিঠি ।।

### প্ৰিয়বৰ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ সমীপেষু

শ্ৰীৰাম গোস্বামী

প্ৰিয়বন্ধু শুনিলোঁ, শুনি পৰম হৰষিত হৈছোঁ যে তোমাৰ গুণমুগ্ধ ব্যক্তিসকলে তোমাৰ জন্ম দিন উপলক্ষে এখন অভিনন্দন গ্ৰন্থ প্ৰকাশ কৰাৰ আয়োজন কৰিছে। এই বতৰা বাস্তৱিকতে সুখৱৰ আৰু প্ৰচেষ্টা প্ৰশংসনীয়। তোমাৰ জন্মদিন এটা তাৎপৰ্য্যপূৰ্ণ উৎসৱ কিয়নো ইয়াৰদ্বাৰা তোমাৰ ব্যক্তিত্ব আৰু কৰ্মৰাজি বহল ভিত্তিত জনসাধাৰণে জানিব পাৰিব। অকল বিদ্বানমণ্ডলীতে তোমাৰ কৃতিত্ব সীমিত হৈ থাকিব নালাগে। জনকৃষ্টিৰ সাধক এজনৰ ক্ৰান্তি বৃত্ত সৰ্বজনে জানিবলৈ আশা কৰে। তুমি এজন জ্ঞানী, বিদ্যাৱন্ত, সদালাপী পণ্ডিত ব্যক্তি। এইবোৰ গুণ অনেক পণ্ডিতলোকৰ গাত নাথাকে। তুমি এইবোৰ গুণ নিজ মহিমাৰে আয়ত্ত কৰিছা। তোমাৰ অনুভূতি ৰসবোধ আৰু কৰ্মপ্ৰেৰণা আৰু ঘনীভূত কৰি তুলিছে তোমাৰ পৰিপক্ক বয়সে। তোমাৰ মানুহৰ প্ৰতি চেনেহ, প্ৰীতি অসামান্য ৰূপত প্ৰতিফলিত হৈছে। সাময়িক বিপদে তোমাক পৰাজয় কৰিব পৰা নাই। অবিশ্বাস, হিংসা আৰু কল্পনাৰ প্ৰবৃত্তিয়ে তোমাৰ পথ ৰোধ কৰিব পৰা নাই। আজি এইবোৰ প্ৰবৃত্তিয়ে আমাৰ মূল্যবোধ নিঃশেষ কৰিবলৈ প্ৰয়াস কৰিছে। জীৱনৰ কষটি শিলত তুমি বহুতো ঘাত-প্ৰতিঘাত অতিক্ৰম কৰি আজি এই বয়সত ভৰি দিছাহি। কবলৈ গলে, দুখৰ অভিশাপে তোমাক হাৰ মনাব পৰা নাই। সৰস্বতীৰ বৰমালা তোমাৰ ডিঙিত শোভা পাইছে। বুদ্ধিৰ দীপ্তি আৰু পৰিশ্ৰমৰ প্ৰতিভাই তোমাক আশীৰ্বাদ দান কৰিছে। তুমি কেৱল বুদ্ধিমান নোহোৱা, হৃদয়বানো। মই তোমাৰ হৃদয়ৰ সুবাস উপলব্ধি কৰি উপকৃত হৈছোঁ। তোমাৰ সহৃদয়ৰ পৰিচয় পাইছিলোঁ কলেজীয়া জীৱনত। সেই পৰিচয় কেৱল কলেজীয়া বন্ধুত্ব নাছিল, সেইয়া আছিল এক মধুৰ যোগসূত্ৰ। এই যোগসূত্ৰ নৈষ্ঠিক ব্ৰাহ্মণজনৰ যজ্ঞসূত্ৰৰ দৰে মোৰ শৰীৰত লাগি আছে। আজিও তোমাৰ কথা মোৰ মন-সফুৰাত আদৰেৰে সোমাই আছে। দুটামান ব্যক্তিগত কথা কব খুজিছোঁ। জনকৃষ্টি সমাজক পঞ্জীকৰণ কৰোতে মই শ্বিলঙত থকা সময়ত কিবা যৎ সামান্য সহায় কৰিছিলোঁ। এই সহায় সাধাৰণ, আনেও কৰিলেহেঁতেন। তুমি, মই আগবঢ়োৱা সামান্য কামখিনিৰ কথা হেজাৰ বাৰ

# ড° ভট্টাচাৰ্যক মই কেনেদৰে জানো

শ্ৰীগোলোকচন্দ্ৰ গোস্বামী

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য অসমৰ ভাষা সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত এটা 'বিখ্যাত নাম' এগৰাকী বাগ্‌বিজ্ঞানী ৰূপে ভাৰততো ভট্টাচাৰ্য চিৰ পৰিচিত। জনজাতীয় ভোটবৰ্মী ভাষাৰ গৱেষকসকলৰ ভিতৰত এজন বাটকটীয়া স্বৰূপে ভাৰতৰ বাহিৰতো তেখেত প্ৰসিদ্ধ। এনে প্ৰসিদ্ধিৰ মূলতে আছে তেখেতৰ প্ৰতিভা। কেৱল প্ৰতিভাই মানুহক প্ৰসিদ্ধ কৰিব নোৱাৰে, যদিহে নাথাকে দেশ প্ৰেম, জাতীয় প্ৰেম, সবাতো উপৰি মানৱপ্ৰেম তথা সামাজিক দায়বদ্ধতা যি মূল্য বাঢ়ে তাৰ দৃপতীয়াতে চিন বোলা কথাষাৰৰ প্ৰত্যক্ষ উদাহৰণ ড° ভট্টাচাৰ্য। ভট্টাচাৰ্যৰ বুদ্ধি-বৃত্তিৰ পৰিচয় তেখেতৰ শিক্ষাজীৱনৰ প্ৰত্যেকটো স্তৰতে প্ৰতিভাত হৈছে। এই প্ৰতিভাশালী ভট্টাচাৰ্যক মই পোন প্ৰথম গুৱাহাটীলৈ অহাৰ কালতে লগ পাইছো, আৰু, প্ৰথম সাক্ষাততে হয় নে নহয় মনত পৰা নাই, আমাৰ মাজত আত্মীয়তা গঢ়ি উঠিছিল। সেয়েহে, ভট্টাচাৰ্য মোৰ এগৰাকী পুৰণিকলীয়া পৰম বন্ধু।

১৯৪৪ চনৰ কথা। মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হৈ সেই কালৰ জকাইচুকীয়া মাযং মৌজাৰ অন্তৰ্গত দৈপড়া সত্ৰৰ পৰা কটন কলেজত পঢ়িবলৈ যেতিয়া গুৱাহাটীলৈ আহোঁ, তেতিয়া দীঘেলী গাঁৱৰ নলবৰীয়া প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য বি বৰুৱা কলেজৰ কলা শাখাৰ দ্বিতীয় বৰ্ষৰ ছাত্ৰ। মই প্ৰথমে আহি চেনিকুঠিত মোৰ আত্মীয় এঘৰত আছিলোঁ। শ্ৰীভট্টাচাৰ্যও মোৰ ওচৰতে বৰ্তমান স্বৰ্গীয় সৰবৰহী পুৰুষ ৰাজামল্ল ডেকাৰ ঘৰৰ পূৰফালে অগৰাতলী বাৰ্কৰিত এটা সৰু ভাড়া ঘৰত আছিল। তেখেতৰ লগতে মেছ কৰি আছিল তেখেতৰ সহপাঠী 'যৌৱন বাগৰি যায়'-ৰ কবি ওঁম প্ৰকাশ শৰ্মা। তেতিয়াই ভট্টাচাৰ্যৰ লগত মোৰ পৰিচয় ঘটে, আৰু নতুনকৈ স্থাপিত 'তৰুণ লেখক সংঘ'-ত সাহিত্য চৰ্চাৰ জৰিয়তে বন্ধুত্ব গঢ়ি উঠে। অসমত পোন প্ৰথম নব্য বাগ্‌বিজ্ঞান চৰ্চাৰ তিনিজন সতীৰ্থৰ মিলনথলী আছিল এই তৰুণ লেখক সংঘ ঃ এই তিনিজন আছিল শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীউপেন্দ্ৰ নাথ গোস্বামী আৰু এই লিখক। আমি তেতিয়া ভাবিবই পৰা নাছিলোঁ -- পৰবৰ্তী কালত তিনিও একত্ৰিত হৈ পুণেৰ ডেক্কান কলেজত নব্যবাগ্‌বিজ্ঞানৰ প্ৰশিক্ষণ সত্ৰত

সহপাঠী ৰূপে যোগদান কৰিম গৈ, আজীৱন ভাষাবিজ্ঞানৰ চিন্তা চৰ্চা কৰি একেলগে কটাম, অসমত আধুনিক বাগবিজ্ঞানৰ বাটকটীয়াৰ ভূমিকাত অৱতীৰ্ণ হ'মহঁক।

গুৱাহাটীত স্থাপিত তৰুণ লেখক সংঘৰ নাম মানুহে পাহৰিবলৈ লৈছে। সেই কাৰণে একামাৰ লিখাৰ প্ৰয়োজন বোধ কৰিছোঁ। চেনিকুঠিত চল্লিশৰ দশকৰ শেষৰ ফালে তৰুণ লেখক সংঘ নামৰ সাহিত্য চৰ্চাৰ কেন্দ্ৰটো স্থাপিত হৈছিল। ইয়াৰ মুখ্য আৰু প্ৰধান উদ্যোক্তা আছিল শ্ৰীপ্ৰভাত চন্দ্ৰ গোস্বামী নামৰ এজন পঢ়াশলীয়া ছাত্ৰ। শ্ৰীভট্টাচাৰ্য প্ৰমুখ্যে আমি আছিলোঁ সহযোগী। বৰ্তমান প্ৰযাত গোস্বামী তেতিয়া কটন কলেজিয়েটৰ দশম মানৰ ছাত্ৰহে আছিল। তেখেতৰ সাহিত্য প্ৰীতি অবিস্মৰণীয়, স্বৰূপাৰ্থত গোস্বামীয়েই আছিল সংঘৰ চালিকা শক্তি আজি কিছু বছৰৰ আগতে পুৰণি কাগজ পত্ৰ খুচৰি থাকোঁতে তৰুণ লেখক সংঘৰ নিয়মাৱলীখনৰ পেঞ্চিলেৰে লিখা খচৰাখন হাতত পৰিল, মোৰেই হাতৰ আখৰ দেখোন। মনটো ভাল লাগি গ'ল।

আমাৰ সেই সংঘটোৰ সভাপতি আছিল ক্ৰমে চন্দ্ৰেশ্বৰ ভট্টাচাৰ্য্য আৰু অধ্যাপক শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী (বহুকালৰ পিচতহে ডক্টৰেট হৈছে)। মুখ্য সদস্য সকল আছিল শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, শ্ৰীউপেন্দ্ৰনাথ গোস্বামী, উজান বজাৰৰ শ্ৰীঅমিয়মোহন দাস শ্ৰীপ্ৰমোদ দাস, শ্ৰীদিলীপ (নে দীপক, নামটো স্পষ্ট হ'ব পৰা নাই) দাস শ্ৰীমতী নিৰুপমা তামুলী (পিচত বৰগোহাঞি, আমাৰ স্বনামধন্যা লিখিকা) প্ৰমুখ্যে এজাক স্কুল কলেজীয়া ছাত্ৰ ছাত্ৰী। সদস্য উজান বজাৰ বা চেনিকুঠিতে সীমাবদ্ধ হৈ থকা নাছিল, পাণবজাৰৰো কেইজনমান আছিল। তৰুণ লেখক সংঘৰ প্ৰথম প্ৰকাশিত পুথিখনৰ নাম আছিল 'তৰুণ জাগৰণ'। ইয়াত আৰু পিচৰ 'সন্ধান' খনতো শ্ৰীভট্টাচাৰ্যৰ লিখা প্ৰকাশ হৈছিল। এই লিখকৰো বিজ্ঞান ভিত্তিক প্ৰবন্ধ এটা 'তৰুণ জাগৰণ'-ত পোন প্ৰথম ছপা হৈ ওলাইছিল। প্ৰধান উদ্যোক্তা তথা সম্পাদক প্ৰভাত চন্দ্ৰ গোস্বামীয়ে তৰুণ ৰাম ফুকন, নবীন চন্দ্ৰ বৰদলৈ সম্পৰ্কে কেইবাখনো সৰু সৰু কিতাপ লিখিছিল। প্ৰসঙ্গক্ৰমে উল্লেখ্য যে তৰুণ লেখকসংঘৰ প্ৰতিষ্ঠা গুৱাহাটী সবিতা সভাই হওক বা অন্য সমিতি বা আলোচনাচক্ৰই হওক, সেই সকলোতকৈ আগ আছিল। কিন্তু অত্যন্ত পৰিতাপৰ বিষয়, সংঘৰ প্ৰাণস্বৰূপ শ্ৰীপ্ৰভাত চন্দ্ৰ গোস্বামী চাকৰি সংক্ৰান্তত অসমৰ ইমূৰ সিমূৰ ঘূৰি ফুৰিব লগা হোৱাত কাম কাজ স্তিমিত হৈ গৈছিল, আৰু তেওঁৰ অকাল বিয়োগৰ লগে লগে সংঘৰ অস্তিত্বও লোপ পালে।

চেনিকুঠীৰ এই তৰুণ লেখক সংঘত শ্ৰীভট্টাচাৰ্যৰ লগত যি মিলন আৰু সম্প্ৰীতি স্থাপিত হ'ল সেয়ে বাগবিজ্ঞান চৰ্চাৰ কালছোৱাত ক্ৰমে ইমান গভীৰ আৰু

অন্তৰঙ্গ হৈ পৰিল, যেন আমাক দুয়োকো কিবা এক অদৃশ্য শক্তিয়ে এৰাব নোৱৰাকৈ সাঙুৰিহে পেলালে। সেয়েহে, এতিয়া, শ্ৰীভট্টাচাৰ্যৰ কথা ক'বলৈ ওলাওঁতে নিজকে আঁতৰাই ৰাখিব নোৱৰা হৈছোঁ। বি বৰুৱা কলেজৰ পৰা আই এ পাছ কৰি তেখেত অৰ্থনীতি বিষয়ত অনাৰ্ছ লৈ কটন কলেজত পঢ়িবলৈ আহে, তেতিয়াৰে পৰা আমাৰ সম্পৰ্কও গাঢ়তৰ হ'বলৈ ধৰে। বি এ-তো তেখেত মোতকৈ এবছৰ আগ আছিল, কিন্তু তেখেতে এবছৰ কিবা কাৰণত পৰীক্ষা দিব নোৱাৰিলে, ১৯৪৮ চনত আমি একে লগে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকৰ প্ৰথম দল হৈ ডিগ্ৰী লাভ কৰিলোঁহঁক।

বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাৰ লগে লগে ১৯৪৮ চনত অসমীয়া, বুৰঞ্জী, অংক, বোটানি আদি কেইটামান বিষয়ৰ স্নাতকোত্তৰ পাঠ্যক্ৰম আৰম্ভ কৰিছিল। শ্ৰীভট্টাচাৰ্য অসমীয়া বিষয়ৰ এম এ শ্ৰেণীৰ প্ৰথম দলৰে ছাত্ৰ আছিল, ১৯৫০ চনত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল। তেতিয়াৰ দিনত অসমীয়া বিষয়ত প্ৰথম শ্ৰেণী অতি দুৰ্লভ আছিল, প্ৰথম তিনিবছৰ প্ৰথম শ্ৰেণী কোনেও পোৱা নাছিল মই জনা মতে মাত্ৰ কেই নম্বৰ মানৰ কাৰণে তেখেতে প্ৰথম শ্ৰেণী নাপালে। মই একেলগে বি এ পাছ কৰিলেও লগে লগে এম এ পঢ়া নহ'ল, তিনি বছৰৰ পিছতহে মই নাম লগাওঁ।

শ্ৰীভট্টাচাৰ্যক তেতিয়াৰ একমাত্ৰ দৈনিক কাকত 'নতুন অসমীয়া'-ৰ সম্পাদক মণ্ডলীতো লগ পাইছিলোঁ। তেখেত মোতকৈ সকলোতে আগ, সাংবাদিক জীৱনতো, মই ১৯৫০ চনত যোগদান কৰিছিলোঁ। মোৰ নতুন অসমীয়াত যোগদানৰ বিষয়তো শ্ৰীভট্টাচাৰ্যৰে নাম ল'ব লাগিব। ১৯৫০ চনৰ এপ্ৰিল মাহত দিল্লীৰ জামিয়া মিলিয়া ইছলামিয়াত বুনিয়াদী শিক্ষাৰ এবছৰীয়া স্নাতকোত্তৰ প্ৰশিক্ষণ লৈ ঘূৰি আহি কেইদিনমান নিবনুৱা হৈ আছিলোঁ। এই কথা জানি তেখেতে মোক নতুন অসমীয়াত ছাব্ এডিটৰৰ পদ কেইটামান খালী হৈ থকাৰ খবৰ দিলে, আৰু যদি ইচ্ছা কৰোঁ তেনেহ'লে ড বিৰিঞ্চি কুমাৰ বৰুৱাক দেখা কৰিবলৈ ক'লে। সেই সময়ত মাত্ৰ অলপ দিনৰ কাৰণে ড' বৰুৱা নতুন অসমীয়াৰ সম্পাদকৰ পদত আছিল। শ্ৰীভট্টাচাৰ্যৰ সুহৃদোপম পৰামৰ্শ মতে সম্পাদকক দেখা কৰিলোঁ আৰু লগে লগে যোগদান কৰিবলৈ নিযুক্তিপত্ৰও পালোঁ। তেতিয়াৰ দিনত আজিকালিৰ দৰে সাংবাদিকতাৰ প্ৰশিক্ষকৰ কোনো ব্যৱস্থা নাছিল, আমি পোনে পোনেই চাকৰিত সোমাই বাস্তৱ অভিজ্ঞতাৰে কামৰ মাজেদিয়েই সকলো শিকি বুজি লৈছিলোঁ। সংবাদপত্ৰৰ সজাগ সচেতন নিয়মীয়া পাঠকৰ কাৰণে অলপ কাৰিকৰী কৌশলৰ বাহিৰে শ্ৰম কৰি শিকিব লগীয়া একোৱেই নাই বুলি মই ভাবোঁ। তথাপি, শ্ৰীভট্টাচাৰ্য, বৰ্তমান প্ৰয়াতদ্বয় বীৰেন বৰকটকী আৰু সদানন্দ চলিহাৰ পৰা প্ৰয়োজনীয় সকলো শিকি লৈছিলোঁ , সেই কথা মই পাহৰিব নোৱাৰোঁ।

প্ৰেছৰ চাকৰিত আমি একেলগে বৰ বেছি দিন থকা নাছিলোঁ। শ্ৰীভট্টাচাৰ্যই বি বৰুৱা কলেজত অধ্যাপকৰূপে যোগদান কৰিলেগৈ। ময়ো বেছি দিন প্ৰেছত থাকিব লগা নহ'ল। প্ৰেছত কাম কৰি থাকোঁতেই ৰামধেনু প্ৰেছৰ মালিক ইন্দ্ৰকমল বেজবৰুৱাৰ পৰা বিশেষ অনুমতি লৈ মই চাকৰিৰ লগে লগে অসমীয়াত এম এ পঢ়িছিলোঁ ১৯৫৩ চনত পৰীক্ষা দি ১৯৫৪ চনৰ ফেব্ৰুৱাৰী মাহত এম এ পাছ কৰিলোঁ। ভগৱন্তৰ কৃপাত অসমীয়া ভাষাতত্ত্ব পত্ৰত ৰেকৰ্ড নম্বৰ সহ প্ৰথম শ্ৰেণী লাভ কৰিলোঁ। তাৰ চাৰিমাহৰ পিচত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত লেকচাৰাৰৰ পদত যোগদান কৰিলোঁ। এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি, আমি দুয়ো অসমীয়া ভাষা ভাষাতত্ত্ব শাখাৰ (বি গ্ৰুপৰ) ছাত্ৰ আছিলোঁ। এতিয়া, একেটা অনুষ্ঠানতে নহ'লেও একে লেকচাৰাৰ ৰূপে দুয়ো অসমীয়া ভাষা আৰু সাহিত্য বিষয়ত অধ্যাপনাতো সহযোগী হলোঁহঁক। অধ্যাপনাত কিবা এটা যেন শিক্ষাসদী (একাডেমিক) প্ৰেৰণাই আমাক উদ্দীপনা যোগাইছিল ঃ সেইটো আছিল ভাষা ভাষাবিজ্ঞান ভাষাতত্ত্বৰ প্ৰতি সমানে আকৰ্ষণ এই আকৰ্ষণৰ উৎস আছিল আমাৰ শিক্ষাগুৰু ড বাণীকান্ত কাকতি আৰু ড বিৰিঞ্চিকুমাৰ বৰুৱা। এম এ পাছ কৰাৰ পিচতে ড কাকতিয়ে শ্ৰীভট্টাচাৰ্যক ভাষাৰ গৱেষণা কৰিবলৈ পৰামৰ্শ দিয়ে, গুৰুৰ পৰামৰ্শ মতে শ্ৰীভট্টাচাৰ্যই তেখেতৰ অধীনতে কাম কৰিবলৈ সংকল্পও গ্ৰহণ কৰে সেই কালত অসম তথা ভাৰতত ভাষাতত্ত্বৰ পণ্ডিত মাত্ৰ কেইগৰাকীমানহে আছিল আমাৰ যে কি পৰম সৌভাগ্য, সেই সকলো কেইগৰাকীৰ সান্নিধ্য লাভৰ সুযোগ আমি পাইছিলোঁ ড কাকতিয়ে ড সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ প্ৰেৰণা আৰু পথ প্ৰদৰ্শনত ১৯৩৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডি ডিগ্ৰী লাভ কৰিছিল ড কাকতিয়ে ড চট্টোপাধ্যায়ৰ পৰা যেনেকৈ উৎসাহ পাইছিল, তেনেকৈয়ে তেখেতেও প্ৰিয় ছাত্ৰ শ্ৰীভট্টাচাৰ্যক প্ৰেৰণা যোগাইছিল। দুৰ্ভাগ্যবশতঃ আমি কাকতি চাৰক বৰ সোনকালে হেৰুৱালোঁ। মই পঢ়ি থাকোঁতে এবছৰহে পালোঁ ১৯৫২ চনৰ ১৫ নবেম্বৰৰ দিনা তেখেতে অনন্তধামলৈ গতি কৰিলে। আমাৰ দুয়োৰে শিক্ষাসদী জীৱনত এক প্ৰকাৰে হাহাকাৰ অৱস্থা হ'ল। ড° কাকতিৰ অৱৰ্তমানত বিশ্ববিদ্যালয়ত ভাষাতত্ত্ব পঢ়াব পৰা অধ্যাপক আছিল এক মাত্ৰ ড বিৰিঞ্চিকুমাৰ বৰুৱাহে তেখেতো ঠিক ভাষাতত্ত্বৰ ছাত্ৰ নাছিল , মধ্য ভাৰতীয় আৰ্য পালি ভাষাৰহে বিশেষজ্ঞ আছিল গৱেষণাৰ পৰিকল্পনাত শ্ৰীভট্টাচাৰ্য অথিৰ অবিৰ অৱস্থাত পৰিল। মই তেতিয়া ষষ্ঠ বাৰ্ষিকৰ ছাত্ৰ, ভাষাতত্ত্বৰ, বিশেষতঃ অসমীয়া ভাষাৰ উদ্ভৱ আৰু ক্ৰমবিকাশৰ অধ্যয়ন আৰম্ভ হৈছিল মাত্ৰ, এই বিষয়ৰে ডাঙৰ পণ্ডিত আছিল ড বাণীকান্ত কাকতি। তেখেতৰ অবিহনে মই চকুৰে সৰিয়হৰ ফুল দেখিলোঁ, বিপৰ্যয়ৰ সূচনা হ'ল। পিচে, বিপৰ্যয়ে মানুহক যোগ্যতা প্ৰতিপন্ন কৰিবলৈ সুযোগহে দিয়ে। ময়ো সেই বিপৰ্যয়ৰ সুযোগতে প্ৰাণপণে খাটি

অসমীয়া ভাষাতত্ত্ব এনেদৰে আয়ত্ত কৰি ল'লোঁ যে সেইখন প্ৰশ্নপত্ৰত মই আশাতীত ফল লাভ কৰিলোঁ. অসমীয়া ভাষাৰ বুৰঞ্জীত যেন সোমাই পৰিলোঁ।

আমাৰ জীৱনত ড° বিৰিঞ্চিকুমাৰ বৰুৱা মূৰ্তিমন্ত প্ৰেৰণা স্বৰূপ আছিল। আনক উদ্বুদ্ধ কৰিব পৰা প্ৰতিভাশালী ব্যক্তি দ্বিতীয় এজন নাই। শ্ৰীভট্টাচাৰ্যই তেখেতৰ তলতে গৱেষণা আৰম্ভ কৰিলে। ড° বৰুৱা চাৰে পাছ কালত পৰ্যমানে মোকো সহায় কৰিছিল। আমাৰ দুয়োৰো তেখেত আছিল পৰম তত্ত্বাৱধায়ক, যাক কোৱা হয় ফ্ৰেণ্ড, ফিলছফাৰ আৰু গাইড এক কথাত। তেখেতেই আমাৰ জীৱন তৰীৰ গতি নিৰ্ণয় কৰি দিলে। ইয়াৰ পৰৱৰ্তী পৰ্যায়ত তেখেতৰ দিহা পৰামৰ্শ মতেই নতুন বাগ্‌বিজ্ঞানৰ অধ্যয়ন কৰিবলৈ সুযোগ আৰু সুবিধা পালোঁইক। তেতিয়া ১৯৫৪ চন আমেৰিকাৰ ৰকফেলাৰ ফাউণ্ডেশ্যনৰ পৃষ্ঠপোষকতাত পুণেৰ ডেকান কলেজত ১৫ নৱেম্বৰৰ পৰা ৩১ ডিচেম্বৰলৈ ডেৰমাহ কাল আমেৰিকাত প্ৰচলিত বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ প্ৰশিক্ষণ সত্ৰ অনুষ্ঠিত হৈছিল। তাত ভাৰত, পাকিস্থান, শ্ৰীলংকা আৰু নেপাল - এই চাৰিখন দেশৰ মুঠ ৬০ জন প্ৰশিক্ষাৰ্থীয়ে অংশ গ্ৰহণ কৰিছিল। ড° বিৰিঞ্চিকুমাৰ বৰুৱাই এই সকলো খা খবৰ ৰাখিছিল আৰু তেখেতেই আমাক তালৈ পঠাইছিল। উপেন্দ্ৰনাথ গোস্বামীও আমাৰ লগতে গৈছিল। ড° বৰুৱা চাৰৰ নিৰ্দেশমতে দহ বছৰৰ আগেয়ে চেনিপুৰিত একত্ৰিত হোৱা তিনিও বন্ধুৰ পুনৰ মিলন ঘটিল ডেকান কলেজত, বাগ্‌বিজ্ঞানৰ পবিত্ৰ তীৰ্থত। মোৰ এই প্ৰশিক্ষণত ড° বৰুৱা চাৰে কেনেদৰে সহায় কৰিছিল, প্ৰেৰণা দিছিল সেই কথা মই কৈ অন্ত কৰিব নোৱাৰোঁ, এখন মহাভাৰত, তাৰ অৱকাশ ইয়াত নাই। চমুকৈ মাত্ৰ ইমানকে কৈ থওঁ ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ অবিহনে মই বাগ্‌বিজ্ঞানৰ এই বহল ক্ষেত্ৰখনত হয়তো নিজকে প্ৰতিষ্ঠা কৰিব নোৱাৰিলোঁহেঁতেন। আৰু, মোৰ একান্ত বিশ্বাস, শ্ৰীভট্টাচাৰ্য আৰু উপেন্দ্ৰনাথ গোস্বামীৰ ক্ষেত্ৰতো এই একে আমাৰ কথা সমানে প্ৰযোজ্য।

পুণেৰ প্ৰশিক্ষণ সত্ৰত ভাষাৰ অধ্যয়ন, বিশ্লেষণ আৰু চৰ্চা গৱেষণাৰ সমস্ত দিশৰে শিক্ষা দিয়া হৈছিল। আমেৰিকা, ইউৰোপ আৰু ভাৰতৰ নবীন-প্ৰবীণ বাগ্‌বিজ্ঞানী সকলৰ ইয়াত সমাবেশ হৈছিল। শিক্ষক শিক্ষাৰ্থীৰ অভূতপূৰ্ব উৎসাহ-উদ্দীপনাই ডেক্কান কলেজত এটা উৎসৱমুখৰ পৰিৱেশৰহে যেন সৃষ্টি কৰিছিল। শিক্ষা কেৱল তাত্ত্বিক আলোচনাতে অন্ত পৰা নাছিল। বাস্তৱ ক্ষেত্ৰত ভাষা বিশ্লেষণ কৰিবলৈ কেনেকৈ আগবাঢ়িব লাগে, কেনেকৈ তথ্য সংগ্ৰহ কৰিব লাগে সেইবোৰ কথা তন্নতন্নকৈ আলোচিত হৈছিল। আমি ক্ষেত্ৰ অধ্যয়নৰ শিক্ষা পাইছিলোঁ ড° জন জে. গাম্পাৰ্জৰ পৰা। আমাৰ লগত গাম্পাৰ্জৰ সহযোগী আছিল উইলিয়াম ব্ৰাইট্ আৰু ছাউথ্‌ৱাৰ্থ। এওঁলোক দুজন তেতিয়াও ডক্তৰেট হোৱা নাই, দুয়ো এমেৰিণ্ডিয়ান (আমেৰিকান + ইণ্ডিয়ান) ভাষাৰ গৱেষক, ৰিছাৰ্চ স্কলাৰ। ভাৰতত

থকা কালছোৱাত এইটো মিজু ভাষাৰ আৰু ছাউথ্‌ৰথে গুজৰাটী ভাষাৰো চৰ্চা কৰিছিল। আমেৰিকাৰ পৰা অহা এই বাগ্‌বিজ্ঞানসেৱী সকলৰ, বিশেষকৈ ড° গাম্পাৰ্জৰ তত্ত্বাৱধানতে আমি মাৰাঠী গাঁৱলৈ গৈ কেনেকৈ মাতৃভাষা ভাষীলোকৰ পৰা তথ্য সংগ্ৰহ কৰিব লাগে শিকিছিলোঁ, তথ্য সংগ্ৰহৰ পদ্ধতি আৰু প্ৰক্ৰিয়া ক্ৰমৰ জ্ঞান লাভ কৰিছিলোঁ।

ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ পৰামৰ্শ মতে শ্ৰীভট্টাচাৰ্যই বৰ্তমান প্ৰয়াত ভৱেন নাৰ্জিক বড়োভাষাৰ তথ্যসূচক (ইনফৰ্‌মেণ্ট) ৰূপে লগতে পুণেলৈ লৈ গৈছিল, আৰু লণ্ডন বিশ্ববিদ্যালয়ৰ স্কুল অব্ অৰিয়েণ্টেল এণ্ড এফ্ৰিকান ষ্টাডিজৰ অধ্যাপক জন বাৰ্টন পে'জৰ সৈতে বড়ো ভাষাৰ তথ্য সংগ্ৰহ আৰু বিশ্লেষণৰ কামৰ শুভাৰম্ভ কৰিছিল। ইয়াৰ পিচত কেইবাখনো শিক্ষাসত্ৰলৈ গৈ ডেক্কান কলেজৰ ভাষাগৱেষণাগাৰত বড়ো সামগ্ৰী ৰেকৰ্ড কৰি লৈছিল। বিশ্লেষণৰ পদ্ধতি আৰু প্ৰক্ৰিয়াক্ৰমৰ যথোচিত জ্ঞান আয়ত্ত কৰিব পাৰিলে কোনো এটা ভাষা ক'বলৈ নাজানিলেও যথাসম্ভৱ নিৰ্ভুল বিশ্লেষণ কৰিব পাৰি। আমেৰিকান বাগ্‌বিজ্ঞানীসকলে এমেৰিণ্ডিয়ান ভাষাবোৰৰ বিশ্লেষণ তেনেকৈয়ে কৰিছে। এনে বিশ্লেষণ বৰ নিৰ্ভৰযোগ্য নহয় বুলি মোৰ ব্যক্তিগত ধাৰণা। শ্ৰীভট্টাচাৰ্যৰ ধাৰণাও মোৰেই অনুৰূপ বুলি তেখেতৰ কাৰ্য পদ্ধতিৰ পৰাই ধৰিব পাৰি। প্ৰয়াত ভৱেন নাৰ্জিৰ দৰে মাৰ্জিত ৰুচিৰ ইমান ভদ্ৰ আৰু উৎসাহেৰে কামত সহায় কৰা তথ্যসূচক পোৱাটো ভাগ্যৰে কথা। শ্ৰীভট্টাচাৰ্যই নাৰ্জিৰ পৰা পৰ্যাপ্ত পৰিমাণে তথ্য সংগ্ৰহ কৰিছিল যদিও তাতে সন্তুষ্ট হোৱা নাছিল। অসমৰ বড়ো জনজাতিপ্ৰধান অঞ্চলবোৰত সঘনে ভ্ৰমণ কৰি ক্ষেত্ৰভিত্তিক জ্ঞান আহৰণ কৰিছিল। বড়ো ভাষা মাতৃভাষাৰ দৰে সলসলীয়াকৈ ক'ব পৰা হৈছিল। এনে জ্ঞানেৰেহে ভাষাৰ প্ৰাণ স্পৰ্শ কৰিব পাৰি। সদৌ বড়ো সমাজে শ্ৰীভট্টাচাৰ্যক শ্ৰদ্ধাৰে আকোৱালি লৈছিল।

ভাষাৰ জ্ঞান আহৰণ সহজ, ভাষা বৈজ্ঞানিক বিশ্লেষণহে অতি কঠিন কাম। বড়ো ভাষা অসমীয়া, বাংলা আদি আৰ্যভাষাৰ দৰে নহয়, ই বিশিষ্ট গাঁথনিৰ এটা ভিন্ন পৰিয়ালৰ ভাষা। ইয়াৰ শব্দৰ ৰূপ, ধাতুৰ ৰূপ, বাক্যৰ বিন্যাস সকলো বেলেগ। ইয়াত কিছুমান বৈশিষ্ট্যপূৰ্ণ আক্ষৰিক সুৰো (ছিলেবিক্ ট'ন) পোৱা যায় - যিবোৰ আৰ্য ভাষাৰ কাৰণে নতুন কথা। এই আক্ষৰিক সুৰৰ সন্ধিয়ে (মৰ্ফোফ'নেমিক্স্) বাক্য গঠনত নানান জটিলতাৰ সৃষ্টি কৰে। এনে সুৰীয়া ভাষাৰ বিশ্লেষণ কৰিবলৈ প্ৰয়োজন অতি সূক্ষ্ম পৰ্যবেক্ষণ আৰু সূক্ষ্ম শ্ৰৱণ শক্তিৰ, সবাৰোপৰি অসীম ধৈৰ্য আৰু অধ্যৱসায়ৰ – যিকেইটা গুণ আছিল শ্ৰীভট্টাচাৰ্যৰ স্বভাৱজ। তেখেতৰ সৌভাগ্যৰ গুণে প্ৰশিক্ষণ সত্ৰবোৰত পোৱা ইউৰোপ আমেৰিকাৰ বাগ্‌বিজ্ঞানীসকলৰ উপৰিও ড° সুনীতিকুমাৰ চট্টোপাধ্যায়, ড° সুমিত্ৰমঙ্গেশ কাত্ৰে, ড° বাবুৰাম সাক্সেনা, ড° বিশ্বনাথ প্ৰসাদ, ড° সুকুমাৰ সেন

আদিৰ দিহা পৰামৰ্শই জটিলতা দূৰীকৰণত সহায় কৰিছিল। ড' সুনীতিকুমাৰ চট্টোপাধ্যায়ে বিখ্যাত চাইনো-তিবেতোলজিষ্ট ৰবাৰ্ট শ্যেফাৰ্ছৰ লগত যোগাযোগ কৰাই দিছিল। এইগৰাকী পণ্ডিতক কালিফৰ্ণিয়াৰ বাৰ্কলিত মই লগ পাইছিলোঁ। শ্ৰীভট্টাচাৰ্যই বড়ো ভাষাৰ কাম কৰা দেখি বৰ সন্তোষ প্ৰকাশ কৰিছিল। আমেৰিকাৰ ৰবিন্স্ বাৰ্লিং আৰু ইংলণ্ডৰ অধ্যাপক আৰ কে. স্প্ৰীগৰ লগতো শ্ৰীভট্টাচাৰ্যই সম্পৰ্ক ৰক্ষা কৰিছিল, তেওঁলোকৰ পৰা দিহা পৰামৰ্শ পাইছিল। ষাঠিৰ দশকৰ আগ ভাগত ৰবাৰ্ট শ্যেফাৰ্ছ মণিপুৰলৈ আহোঁতে অসমত সোমাব নোৱাৰিলে যদিও শ্ৰীভট্টাচাৰ্যৰ লগত যোগাযোগ কৰিছিল। ৰবিন্স্ বাৰ্লিঙৰ লগত একেলগে গৱেষণা পত্ৰও প্ৰকাশ কৰিছিল। নিজাববীয়াকৈও শ্ৰীভট্টাচাৰ্যই বিভিন্ন পত্ৰিকাত বড়ো ভাষাৰ বিভিন্ন দিশত সৰু সৰু অথচ গৱেষণামূলক প্ৰবন্ধ লিখিছিল।

বড়ো ভাষাৰ বিশ্লেষণ সম্পূৰ্ণ কৰিবলৈ শ্ৰীভট্টাচাৰ্যই একেৰাহে সম্পূৰ্ণ এটা যুগ সাধনা কৰিছিল। এই কালছোৱাৰ ভিতৰতে আমাৰ অন্য গৰাকী সতীৰ্থ উপেন্দ্ৰ নাথ গোস্বামীয়ে কামৰূপী উপভাষাৰ গৱেষণা শেষ কৰি ১৯৫৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি এইচ ডি ডিগ্ৰী লাভ কৰিলে। শ্ৰীভট্টাচাৰ্যই কাম শেষ কৰি গৱেষণা গ্ৰন্থখন (থিছিছ্) বিশ্ববিদ্যালয়ত দাখিল কৰিবলৈ ওলাওঁতেই আকৌ দুৰ্যোগৰ সন্মুখীন হ'ল ঃ তেখেতৰ প্ৰদৰ্শক (গাইড্) ড' বিৰিঞ্চিকুমাৰ বৰুৱাৰ ১৯৬৪ চনত তিৰোধান ঘটিল। তেখেতে প্ৰদৰ্শক নোহোৱাকৈয়ে স্বতন্ত্ৰভাৱে থিছিছ্ দাখিল কৰিব পাৰিলেহেঁতেন; কিন্তু সেই মৰহাস নকৰিলে। এজন প্ৰদৰ্শক থাকিলে বহুত সুবিধা হয়। ইতিমধ্যে বাগ্‌বিজ্ঞানৰ প্ৰশিক্ষণ সত্ৰবোৰত পোৱা কলিকতা বিশ্ববিদ্যালয়ৰ 'খায়ৰা অধ্যাপক' ড' সুকুমাৰ সেনক গাইড্‌ৰূপে লৈ থিছিছ্ দাখিল কৰিলে আৰু অতি সোনকালে ১৯৬৫ চনত পি. এইচ ডি ডিগ্ৰী লাভ কৰিলে। ড' প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য এই বিষয়তো মোতকৈ আগবাঢ়িল; মই ডিগ্ৰী পালোঁ ১৯৬৭ চনত।

একাণপতীয়া সাধনাৰ সুফল সুনিশ্চিত ঃ ড' ভট্টাচাৰ্যই বাগ্‌বিজ্ঞানীসকলৰ যথোচিত স্বীকৃতি লাভ কৰিলে। লণ্ডন বিশ্ববিদ্যালয়ৰ অৰিয়েণ্টেল এণ্ড এফ্ৰিকান ষ্টাডিজৰ অধ্যাপিকা ড' ইউজীন হেণ্ডাৰ্ছন তেখেতৰ এগৰাকী পৰীক্ষক আছিল। ড' হেণ্ডাৰ্ছন সমগ্ৰ দক্ষিণ পূব এছিয়াৰ ভাষাগোষ্ঠীবোৰৰ বিদগ্ধ পণ্ডিত। তেখেতে গৱেষণা গ্ৰন্থখনৰ বিষয়ে লিখা মাত্ৰ একাষাৰ কথা উদ্ধৃত কৰিছোঁ . তেখেতে লিখিছে,

> ***The author has clearly accumulated a great deal of knowledge about the Bodo Language which his grasp of the principles and techniques of structural linguistics has enabled him to present in a systematic and***

*orderly fashion. His skilful organisation of his material and his conscientious treatment of it deserve commendation. ... I have, however, no hesitation in saying that the work is an original and important contribution to Tibetan Studies.*

এয়া আছিল এগৰাকী বিশ্ববৰেণ্য বাগ্‌বিজ্ঞানীৰ মন্তব্য। গৱেষণাৰ কালতে ড আৰ কে স্প্ৰীগ্ আৰু ড ৰবিন্স্ বাৰ্লিঙৰ লগত যোগাযোগ ৰখাৰ কথা ইতিমধ্যে কৈছিলোঁ। এইসকলেও ড ভট্টাচাৰ্যৰ কাম কাজৰ প্ৰতি আগ্ৰহেৰে দৃষ্টি ৰাখিছিল। গৱেষণাগ্ৰন্থখন ছপা হৈ ওলোৱাৰ পিচত ড স্প্ৰীগে লণ্ডন স্কুল অব্ অৰিয়েণ্টেল এণ্ড এফ্ৰিকান ষ্টাডিজৰ বুলেটিনত এটা সমালোচনা দাঙি ধৰিছিল, সন্তোষ প্ৰকাশ কৰি ভট্টাচাৰ্যলৈ চিঠি দিছিল। ড স্প্ৰীগৰ উক্ত সমালোচনাই চাইনো তিবেতান অধ্যয়নৰ আগ্ৰহী পণ্ডিত মণ্ডলীৰ দৃষ্টি আকৰ্ষণ কৰে, ইয়াৰ দ্বাৰা ড ভট্টাচাৰ্যৰ আন্তঃৰাষ্ট্ৰীয় মৰ্যাদা লাভ হয়।

ড ভট্টাচাৰ্য, ড উপেন্দ্ৰনাথ গোস্বামী আৰু এই লিখক তিনিও ডেক্কান কলেজৰ প্ৰথম বাৰৰে ফচল, অসমত আমি নব্য বাগ্‌বিজ্ঞানৰ ত্ৰিমূৰ্তি বুলি নিজেই গৌৰব কৰিছিলোঁ। আমাৰ প্ৰশিক্ষণ হ'ল, ডিগ্ৰী হ'ল, স্বীকৃতিও পালোঁইক। কিন্তু জীৱনৰ এয়ে চৰম আদৰ্শ নে? লক্ষ্য নে? আমি যি জ্ঞান লাভ কৰিলোঁ তাৰ পৰা সমাজৰ কি উপকাৰ হ'ব, যদিহে আমি আহৃত জ্ঞানৰ যথোচিত প্ৰয়োগ নকৰোঁ? উচ্চ ডিগ্ৰীয়ে আমাক বহল বিশ্বৰ দুৱাৰ মুকলি কৰিহে দিয়ে — আমাৰ শক্তি অনুসৰি অগ্ৰসৰ হ'বলৈ। এতিয়াহে, তেনেহ'লে, আমাৰ কামৰ সময় সমুপস্থিত। ড উপেন্দ্ৰনাথ গোস্বামীয়ে তেখেতৰ গৱেষণাৰ আঁত ধৰি অসমীয়া ভাষাৰ কেইবাটাও উপভাষাৰ চৰ্চাত মনোনিৱেশ কৰিলে আৰু ড ভট্টাচাৰ্যই একাধিক বড়ো ভাষাৰ গৱেষণাৰ কালত আমাৰ জনজাতীয় সমাজৰ মাজত ইমান নিবিড় আৰু আত্মীয়তাৰে সোমাই পৰিল, যে ভাষা ভাষাবিজ্ঞানৰ সহচৰী জন সংস্কৃতি, লোক সাহিত্য আৰু লোককলাই তেখেতক টানি নিলে, সেইখন বহল ক্ষেত্ৰত যথাশক্তি অৰিহণা যোগাই আজিও ঠনঠনীয়া হৈ আছে। আৰু মোৰ কথা নো কি ক'ম? মোৰ ভাষা ভাষাবিজ্ঞান সম্পৰ্কীয় প্ৰায় প্ৰত্যেকটো কামতে ড ভট্টাচাৰ্যৰ পৰা সদায় সহায় সহযোগ পাই আহিছোঁ। তাৰে মাত্ৰ দুটামান উল্লেখ কৰিব খুজিছোঁ। পুণেত পঢ়াকালত ডেক্কান কলেজৰ সংস্কৃত অভিধান প্ৰকল্পৰ কাম কাজ চাবলৈ প্ৰায়েই গৈছিলোঁ। কলেজৰ লগতে লগা এটা এল পেটাৰ্নৰ (L) দুমহলীয়া (তেতিয়াৰ কথা এতিয়াৰ কথা, নাজানো) প্ৰকাণ্ড ঘৰত A Dictionary of the Sanskrit language on Historical Principles-অৰ কাম চলি আছিল। তাত একোটা সৰু সৰু কোঠাত সংস্কৃত ভাষাসাহিত্যৰ দেশী বিদেশী বিদগ্ধ পণ্ডিত মণ্ডলীয়ে

একান্ত মনে কাম কৰি থকা দেখি মুগ্ধ হৈছিলোঁ তেতিয়া মোৰ মনলৈ সদায় এটা ভাব আহিছিল, — আমিনো এখন বৃহৎ সামগ্ৰিক অসমীয়া শব্দকোষ সংকলন কৰিব নোৱাৰোঁ কিয় ? এই চিন্তাই মোক বাৰুকৈয়ে অশান্তি দি আছিল। ড বিৰিঞ্চিকুমাৰ বৰুৱা চাৰক এদিন কথাটো ক'লো, চাৰ আনন্দত উৎফুল্লিত হৈ পৰিল আৰু আঁচনি কৰিবলৈ ক'লে। আমি ত্ৰিমূৰ্তি আছোঁৱেই : ড ভট্টাচাৰ্য, ড গোস্বামী আৰু মই তিনিও মিলি আলোচনা কৰিলোঁ -- বিশ্ববিদ্যালয়ত মোৰ ঘৰত আৰু বি বৰুৱা কলেজৰ অধ্যক্ষৰ কোঠাত। ড ভট্টাচাৰ্য ইতিমধ্যে উক্ত কলেজৰ অধ্যক্ষৰ পদত অধিষ্ঠিত। তেওঁলোক দুয়ো মোকেই অভিধানখনৰ বহল পৰিকল্পনা আৰু আঁচনিখন তৈয়াৰ কৰিবলৈ দিলে আমাৰ দুৰ্ভাগ্যবশতঃ ড' বিৰিঞ্চিকুমাৰ বৰুৱাৰো মৃত্যু হ'ল। অসমত ওখ শিক্ষাসদী কৰ্মৰ মৰ্ম উপলব্ধি কৰিব পৰা মানুহ নাই, মই মোৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ পৰা চিঞৰি চিঞৰি কৈছোঁ চৰকাৰ, বিশ্ববিদ্যালয়ৰ অবিহনে এনে আঁচনি ৰূপায়ণ কৰা সম্ভৱ নহয়। এই পৰিকল্পনাই মোক আক্ষৰিক অৰ্থতে কন্দুৱালে। ড ভট্টাচাৰ্যও অসহায়

অসমৰ ভাষা ভাষাবিজ্ঞান বিষয়ৰ সকলো কামতে আমি একেলগে লাগিব লগা হৈছিলোঁ। আমাৰেই কেইজনমান উদ্যোগী ছাত্ৰ, বৰ্তমান অধ্যাপক (প্ৰায় সকলো অবসৰ পাইছে) শ্ৰীভগবান মৰল শ্ৰীৰমেশ পাঠক, শ্ৰীভূপেন্দ্ৰ কুমাৰ বৰ্মা প্ৰমুখ্যে কেইজনমানৰ প্ৰচেষ্টাত ১৯৭৯ চনত অসম ভাষাবিজ্ঞান সমিতিখন পতা হয়। ইয়াতো ড ভট্টাচাৰ্যৰ অবদান পাহৰিব নোৱাৰোঁ ড ভট্টাচাৰ্য সমিতিৰ প্ৰতিষ্ঠাপক উপ সভাপতি আছিল। মোক তেওঁলোকেই প্ৰতিষ্ঠাপক সভাপতি পাতিছিল, প্ৰতিষ্ঠাপক সম্পাদক আছিল শ্ৰীভগবান মৰল (পিচত ডক্টৰেট)। আমি দহবাৰবছৰ তেনেকৈয়ে একেৰাহে কাম চলাইছিলো। অসমৰ বিভিন্ন ঠাইৰ বিভিন্ন মহাবিদ্যালয়ত সমিতিৰ বাৰ্ষিক অধিবেশন আৰু শিক্ষাসদী সত্ৰ অনুষ্ঠিত হৈছিল। সেই সকলো ঠাইলৈকে ড ভট্টাচাৰ্য অপৰিহাৰ্য ব্যক্তি ৰূপে গৈছিল, সমিতিৰ সকলো কাম সুচাৰুৰূপে পৰিচালনাত সহায় কৰিছিল। তেখেত কেইবছৰমান সমিতিৰ সভাপতিও আছিল, তাৰ পিচত আকৌ মোকেই কেইবছৰমানলৈ সভাপতি পাতিছিল। অসমত অসমীয়া ভাষাতত্ত্বৰ বাটকটীয়া আমাৰ আদৰ্শ ড' বাণীকান্ত কাকতি, কালিৰাম মেধি, ড বিৰিঞ্চিকুমাৰ বৰুৱা আৰু দেবানন্দ ভঁৰালিৰ (স্বৰ্গীয় ভঁৰালি দেৱৰ নিজৰ জোঁটনিতে নামটো লিখিছোঁ) মৃত্যু তিথি সমিতিয়ে সদায় পালন কৰিছিল। আমি কাম কৰিব নোৱৰা হৈ আহিলোঁ বয়সজনিত কাৰণত, অবসৰ ললোঁ অশেষ আশাৰে ডেকা শক্তিৰ কান্ধত ভাৰ থৈ। কিন্তু দুঃখৰ বিষয়, যিখন সমিতিৰ নাম ভাৰতৰ ভাষা চৰ্চাৰ স্বীকৃত অনুষ্ঠানৰ তালিকাত অন্তৰ্ভুক্ত হৈছিল, অসম চৰকাৰেও যাক স্বীকৃতি দিছিল, তেনে এটা প্ৰতিষ্ঠিত অনুষ্ঠানৰ অসমত আজি নামগোন্ধেই নোহোৱা হ'ল। আমাৰ সকলো আজি ঘোৰ

স্বাৰ্থান্বেষী, আগৰ সক্ৰিয় সদস্য সকলো উদ্যমহীন হ'ল। দেশবিদেশত বাগ্‌বিজ্ঞানৰ ওখ ডিগ্ৰীধাৰী সকলৰো যেন কৰণীয় একো নাই, নিজৰ বিষযটোৰ প্ৰতি, অসমৰ সমাজখনৰ প্ৰতি দায়বদ্ধতাও নাই , কেৱল নিজকলৈযে ব্যস্ত, সন্তুষ্ট। এতিযা আৰু সেইবোৰ সুঁৱৰি লাভ নাই। অসমত মানুহো নাই, কামো নহয়।

ভাষা, ভাষাবিজ্ঞান, জনসংস্কৃতিৰ চিন্তাই ড ভট্টাচাৰ্যক মুহি ৰাখিছে, লগা-লগি হ'লেই এইবোৰেই আমাৰ আলোচ্য বিষয়। প্ৰথম পুণেলৈ যাওঁতেই আমি ভাৰত ভাষাবিজ্ঞান সমিতিৰ আজীৱন সদস্য হৈছিলোঁইক। আন্তঃৰাষ্ট্ৰীয় ভাষাবিজ্ঞান সম্মিলনলৈ দুয়ো একেলগে গৈছিলোঁ। তিব্বতবৰ্মী ভাষাবিষয়ৰ আন্তঃৰাষ্ট্ৰীয় সম্মিলনলৈ ড ভট্টাচাৰ্য বিদেশলৈকো গৈছে। অসমৰ বাহিৰত বিশ্ববিদ্যালয়ৰ সাক্ষাৎকাৰ ল'বলৈকো আমি একেলগে ফুৰিছোঁ, একে লগে আছোঁ, এনেদৰেই আমাৰ দুয়োৰো মাজত সহোদৰোপম সম্পৰ্ক গাঢ়ৰ পৰা গাঢ়তৰ হৈ গৈ আছে, এনে সান্নিধ্যৰ জৰিয়তে ড ভট্টাচাৰ্যক মই সম্পূৰ্ণ অধ্যয়ন কৰিব পাৰিছোঁ যেন লাগে। তেখেতে মোক যথেষ্ট শ্ৰদ্ধা কৰে যদিও মই আগডোখৰ কালত তেখেতৰ লগত সতৰ্ক হৈহে কথা বতৰা পাতিছিলোঁ। কেতিযাবা কথাৰ অলপ ইফাল সিফাল হোৱা যেন দেখিলেই তেখেতে পোনেই চকু খোপা কৰি চোৱাৰ এটা অভ্যাস মই দেখিছিলোঁ। আমাৰ সকলোৰে তেনে দোষ ত্ৰুটী থাকেই। পিচে, আজি কালি সেই অভ্যাস গুচিল বয়সৰ কথা। মই মানুহৰ চৰিত্ৰ বিশ্লেষণ কৰি যেতিযা ভালদৰে জানো যে মানুহজনৰ চৰিত্ৰ প্ৰকৃতাৰ্থতে নিৰ্মল, কোনো কালিমা নাই, অন্তৰখন খোলা, তেনে ব্যক্তিৰ প্ৰতি কেতিযাও বেয়া ভাব পোষণ কৰিব নোৱাৰোঁ, বৰং মোৰ ভালপোৱা, সহানুভূতি, সহৃদযতা বাঢ়েহে, ড ভট্টাচাৰ্যৰ প্ৰতিও মোৰ সেই ভাৱ বৰ্তমান।

ড প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ পৰিয়ালৰ লগতো মোৰ সম্পক অতি মধুৰ। তেখেতৰ প্ৰযাত পিতৃদেৱ এগৰাকী অতি সাত্বিক ধৰ্মপৰাযণ পুৰুষ আছিল, তেখেতৰ ব্যক্তিত্বই ড ভট্টাচাৰ্যক বোলে সংযত হ'বলৈ শিকাইছিল। ভ্ৰাতৃ ভগ্নী সকলৰ সকলোকে লগ পোৱা মনত নপৰে। কিন্তু শ্ৰীমান বিপিনক আৰু শ্ৰীমতী বিমলাক মোৰ নিজৰ ভাই ভনীৰদৰে লাগে। শ্ৰীমতী ভট্টাচাৰ্য এগৰাকী অতিথিপৰাযণ সুগৃহিণীযেই নহয, এগৰাকী প্ৰকৃতাৰ্থতে গৃহলক্ষ্মীও। মই যেতিয়াই যাওঁ কিবা নহয কিবা পিঠাপনা খাবলৈ পাওঁ।

মোৰ সামৰিবৰ হ'ল। ড ভট্টাচাৰ্যৰ লগত মোৰ সম্পৰ্কৰ কথা কৈ থাকিলেও অন্ত নহ'ব। বন্ধুবৰ ড' প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যৰ শিক্ষাসদী কৰ্মময় সুদীৰ্ঘ জীৱন কামনা কৰিছোঁ। পশ্যাতু শৰদঃ শতাধিকম্। ওঁ শুভমস্তু।।

●

# ড° ভট্টাচাৰ্য্যৰ সান্নিধ্যত

শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মা

যোৱা ত্ৰিছ বছৰমানৰপৰা প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মানুহজনক সঘনে আৰু অতি ঘনিষ্ঠভাৱে লগ পাই আছোঁ, যদিও তেওঁৰ বিষয়ে এতিয়া লেখিবলৈ টান পাইছোঁ। তেওঁৰ বিদ্যায়তনিক, সামাজিক, সাহিত্যিক, সাংস্কৃতিক গোটেইখিনি সামৰি লেখিবলৈ মোৰ এই জীৱনৰ গধূলি পৰত অতীতৰ উৰ্বলি যোৱা স্মৃতি-সম্ভাৰ আৰু বৰ্তমান সময়ত মোৰ মনৰ জোখাৰে কলমৰ গতিশীলতা নোহোৱা হোৱাত ভাববোৰ কিবা খেলি মেলি হৈ যোৱা যেন লাগিছে তথাপি ড শ্ৰীমান নবীন শৰ্মাইতে অতি প্ৰশংসনীয় উদ্যমেৰে প্ৰমোদ ভট্টৰ এখন সম্বৰ্দ্ধনা গ্ৰন্থ প্ৰকাশৰ আয়োজন কৰি মোকো তেওঁৰ বিষয়ে দুআষাৰমান লিখিবলৈ কৈছে, যেতিয়া লিখিবলৈ লৈছোঁ – কিন্তু সেই দুআষাৰ মানেহে

বয়সৰ লেখত প্ৰমোদ ভট্টাচাৰ্য্য মোতকৈ বহুত পিছৰ কাৰণে স্নাতক পৰ্য্যায়তো তেওঁক লগ পোৱা নাছিলোঁ লগ পাইছিলোঁ তেওঁৰ শেহৰ বিদ্যায়তনিক পৰ্য্যায়তহে। গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা স্নাতকোত্তৰ ডিগ্ৰী লৈ উঠি ভাষাতত্ত্ব সম্পৰ্কীয় গৱেষণাৰ বাবে তেওঁৰে সহপাঠী নেকি গোলোক গোস্বামীৰ লগত পুনৰলৈ যাওঁতেই এই মেধাবী ছাত্ৰজনৰ বিষয়ে গোস্বামীৰ মুখত শুনিবলৈ পাইছিলোঁ।

তেওঁৰ বিষয়ে তেতিয়াও শুনিছিলোঁ মাত্ৰ তেওঁক তেতিয়াও লগ পোৱা নাছিলোঁ। লগ পাইছিলোঁ তাৰ কেইবছৰমানৰ পিছত তেওঁ যেতিয়া স্নাতকোত্তৰ পৰৱৰ্তী পৰ্য্যায়ৰ পি এইচ ডি ডিগ্ৰীৰ গৱেষণাৰ বাবে কৰিব লগীয়া পঞ্জীয়নৰ কাৰণে বিশ্ববিদ্যালয় প্ৰশাসনীয় ভৱনলৈ আহিছিল। মই তেতিয়া প্ৰশাসনীয় বিষয়া আৰু মোৰ দায়িত্বত আছিল পি. এইচ ডি সম্পৰ্কীয় গৱেষণাৰ বাবে পঞ্জীয়ন আদি আনুষ্ঠানিক কাম কাজ।

সেই সময়ত কলা বিভাগত ড বাণীকান্ত কাকতি আৰু ড° বিৰিঞ্চিকুমাৰ বৰুৱা আৰু বিজ্ঞান বিষয়ত ড° ৰোহিণীকান্ত বৰুৱা আৰু ড° হিতেন্দ্ৰকুমাৰ বৰুৱা আদিৰ পৰিচালনাত গৱেষণাৰ কাম আৰম্ভ হৈছিল । ভট্টাচাৰ্য্যই ড° কাকতি ছাৰক

গৱেষণা গুৰু হিচাপে লৈ নাম পঞ্জীয়ন কৰি গৱেষণা জগতত প্ৰৱেশ কৰিলে। কিন্তু ভট্টাচাৰ্য্যৰ দুৰ্ভাগ্য দুই এবছৰৰ ভিতৰতে ড° কাকতি ছাৰৰ দেহান্তৰপ্ৰাপ্তি হোৱাত ভট্টাচাৰ্য্যই গুৰু সলনি কৰি ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ তত্ত্বাৱধানত কাম চলাই যাব লগীয়া হৈছিল। ড° বৰুৱাও সমানেই কৃতবিদ্য পণ্ডিত আছিল; যদিও এই অপ্ৰত্যাশিত পৰিৱৰ্তনে নিশ্চয় ভট্টাচাৰ্য্যৰ মনত অলপ নহয় অলপ প্ৰতিক্ৰিয়াৰ উদ্ভৱ কৰিছিল। তথাপি এহাতে গুৰু সলনিৰ এই বিপৰ্য্যয় আৰু আনহাতে বি. বৰুৱা মহাবিদ্যালয়ৰ দৰে পূৰ্ণ পৰ্য্যায়ৰ উচ্চ-শিক্ষানুষ্ঠান এখনৰ অধ্যাপনা আৰু পিছত অধ্যক্ষৰ গুৰু দায়িত্ব গ্ৰহণ কৰি থাকিও ভাষাতত্ত্বৰ দৰে এটা জটিল বিষয়ৰ গৱেষণাত মনোনিৱেশ কৰিবলৈ যোৱাটো কম সাহসৰ কথা নহয়। কথাষাৰ কৈছো এই কাৰণেই যে, মই নিজেও প্ৰশাসনীয় দায়িত্বত থাকিও স্নাতকোত্তৰ পৰ্যায়ত অসমীয়া ভাষাতত্ত্বৰ শাখাতে (ধৰুৱা ভাৱে) অধ্যয়ন কৰি ভাল ফলাফলেৰে স্নাতকোত্তৰ ডিগ্ৰী লওঁতে তাৰ সোৱাদ পাই থৈছিলোঁ। ভট্টৰ ক্ষেত্ৰত বিষয়টোৰ গুৰুত্ব তথা জটিলতা আৰু বেছি আছিল এই কাৰণেই যে আগতে কোনেও হাত নিদিয়া আৰু নিজ মাতৃভাষাৰ লগত অকণো মিল নথকা জনজাতীয় বৰো ভাষাৰ বিষয় গৱেষণা কৰিবলৈ লৈছিল তেওঁ।

তথাপি দুৰ্যোগময় পৰিস্থিতি আৰু গধুৰ দায়িত্বৰ বোজাও অকাতৰে বহন কৰি অক্লান্ত পৰিশ্ৰমী এই গৱেষকজন ভগ্ন মনোৰথ নহৈ দৃঢ় মনোবল আৰু অধ্যৱসায়ৰ সহায়ত স্থিৰীকৃত লক্ষ্যৰ পিনে আগুৱাই গৈ থাকিল। কিন্তু শেষ মুহূৰ্তলৈকে তেওঁ পৰীক্ষাৰ সন্মুখীন হৈয়ে থাকিব লগাত পৰিছিল, কাৰণ অৱশেষত তেওঁ তৃতীয়জন গৱেষণা-গুৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰিক্ৰমাত গঢ় লৈ উঠা আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত ড° সুকুমাৰ সেনৰ তত্ত্বৱধানতহে গৱেষণা গ্ৰন্থ (thesis) খন দাখিল কৰিব লগীয়া হৈছিল আৰু তেওঁৰ পথৰ সকলো বাধা-বিঘিনি অতিক্ৰম কৰি তেওঁ ১৯৬৫ চনত ডক্টৰেট ডিগ্ৰী লাভ কৰিহে এৰিলে।

গৱেষণা-কাৰ্যৰ প্ৰতি মোৰ নিজৰ যি আকাঙ্ক্ষা আছিল প্ৰতিকূল পৰিস্থিতিৰ গৰাহত সেই সকলো নিশ্চিহ্নপ্ৰায় হৈ যোৱাত আনৰ মাজেদিয়েই নিজৰ মনোবাঞ্ছা পূৰণৰ মানসিকতাৰে ভট্টাচাৰ্যৰ দৰে অক্লান্ত পৰিশ্ৰম আৰু দৃঢ় মনোবলেৰে সেই বিদ্যায়তনিক কাৰ্যত লাগি থকাসকলক মোৰ প্ৰশাসনিক সামৰ্থ্যেৰে যৎপৰোনাস্তি সহায় কৰিছিলোঁ আৰু কেতিয়াবা কঠোৰ নিয়মৰ মাজতো সুৰুঙা উলিয়াই তেওঁলোকৰ পথ সুগম কৰি দি আনন্দ লাভ কৰিছিলোঁ।

ভট্টাচাৰ্যই কিন্তু বহু বছৰ ধৰি আলৈ-আহুকালৰ লগত যুঁজ দিও ভাগৰি পৰা নাই। ডক্টৰেট ডিগ্ৰী লৈ উঠাৰ পিছতো অসম সাহিত্য সভা আৰু কামৰূপ অনুসন্ধান সমিতিৰ লগত সক্ৰিয়ভাবে জড়িত হৈ থাকি লোক সংস্কৃতি, জনজাতীয় জীৱন-পৰিক্ৰমাৰ ক্ষেত্ৰত প্ৰভূত অৰিহণা যোগাই আহিছে। তদুপৰি সাহিত্য-সংস্কৃতিৰ

জীৱন্ত অনুষ্ঠান গুৱাহাটী আলোচনা চক্ৰৰ লগত জন্মলগ্নৰে পৰা সংশ্লিষ্ট হৈ থাকি আনুষ্ঠানিক প্ৰাণৱন্ত কৰি ৰখাই ৰখাত অবিস্মৰণীয় অৰিহণা যোগাই আহিছে।

সেইহেতু ভট্টাচাৰ্য্য মানুহজনৰ বিষয়ে একাষাৰ সকলো ক্ষেত্ৰতে নিৰহংকাৰ ব্যক্তিত্বৰ মানুহজন ভট্টাচাৰ্য্য নিঃসন্দেহে এজন সমাজপ্ৰিয় লোক। লৰা বুঢ়া, ডেকা গাভৰু সকলো বয়সৰ সকলো শ্ৰেণীৰ মানুহৰ প্ৰতি তেওঁৰ ব্যৱহাৰ সদায় প্ৰীতিপূৰ্ণ, সদায় সহানুভূতিশীল দেখিয়েই আহিছোঁ। উদাহৰণ স্বৰূপে সাহিত্যিক বন্ধু প্ৰয়াত অতুল বৰুৱা এওঁ ড ভট্টাচাৰ্য্য আৰু মই আমি তিনিজন নবগিৰিত ওচৰা ওচৰিকৈ থাকোঁ। ফুৰাচকাতো তিনিও প্ৰায় লগ ফুৰোঁতে নানান কথা বতৰা পাতি হৈ থাকোঁতে কেতিয়াবা দেখোঁ যে, ভট্টাচাৰ্য্য আমাৰ মাজত নাই। অলপ বৈ পিছত চাইছে দেখা পাওঁ যে এটি অকণমান লৰা বা ছোৱালীৰ লগত হাঁহি মাতি কথা বতৰা পাতি তেওঁ বৈ গৈছে। কেতিয়াবা আকৌ ছাত্ৰ ছাত্ৰীস্থানীয় এজনক পাই হঠাতে তেওঁ সোধা কিবা এটা প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ গভীৰ ভাৱে কথা বতৰাত বান্ধ খাই পৰিছে ।

এই অনুজ শিক্ষাব্ৰতী বন্ধুজনৰ নিৰংকুশ, নিৰাময় দীৰ্ঘ জীৱন কামনা কৰি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ -তেওঁ যেন

পশ্যেৎ শৰদঃ শতম্

শৃণুয়াৎ শৰদং শতম্

জীৱেৎ শৰদঃ শতম্ ।

# পৰমবান্ধৱ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

শ্ৰীধৰণীধৰ চৌধুৰী

এজন অতি আপোন ব্যক্তিৰ বিষয়ে কিবা লিখিবলৈ লোৱাটো এক কঠিন কাম। মানুহজনৰ ব্যক্তিত্বই আৰু তেওঁৰ সান্নিধ্যত থকা মুহূৰ্ত্তবোৰৰ কথা-বতৰা, আলাপ-আলোচনা এই সকলোবোৰ লিখাৰ সময়ত ভুমুকি মাৰি চিন্তাৰ ব্যাঘাত ঘটায়। ড' প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ বিষয়ে লিখিবলৈ বহি মোৰো আজি সেই অৱস্থাই হৈছে। তেওঁ মোৰ ইমান আপোন যে ব্যক্তিজনৰ মুখখনহে মোৰ মনত ভাঁহি উঠিছে, তেওঁৰ কীৰ্ত্তি, গুণৰাজি আৰু পাণ্ডিত্য সকলোবোৰ যেন মোৰ কাৰণে গৌণ হৈ পৰিছে, তথাপি তেওঁৰ বিষয়ে যি অলপ অচৰপ জানো তাকে লিপিবদ্ধ কৰিবলৈ প্ৰয়াস কৰিছোঁ।

ড° ভট্টাচাৰ্য্য এজন অতি মেধাবী ছাত্ৰ আছিল। যি মূলা বাঢ়ে তাৰ দুপাততে চিন। এই আপ্তবাক্যখিনি তেওঁৰ ক্ষেত্ৰত সম্পূৰ্ণভাৱে প্ৰযোজ্য । তেওঁ এল পি, এম ভি, প্ৰবেশিকা আৰু আই এ পৰীক্ষা এই সকলোবোৰতে প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰিছিল। তেওঁৰ দেউতাকৰ আৰ্থিক অৱস্থা সচল নাছিল। ছয়জন ল'ৰা, দুজনী ছোৱালী, ভাৰ্য্যা আৰু অঙহী-বঙহী পোষণ-পালন কৰাটোৱে তেওঁৰ কাৰণে কঠিন হৈ পৰিছিল, এনে অৱস্থাত ভট্টাচাৰ্য্যই ছাত্ৰ জলপানিৰ টকা কেইটাই তেওঁৰ উচ্চ শিক্ষাৰ কাৰণে যথেষ্ট অৰিহণা আছিল। কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত নলবাৰী গৰ্ডন হাইস্কুলৰপৰা তেওঁ প্ৰবেশিকা পৰীক্ষা দি পৰীক্ষাৰ্থীসকলৰ ভিতৰত সৰ্ব্বোচ্চ নম্বৰ পাই, প্ৰথম স্থান অধিকাৰ কৰিছিল আৰু সন্মানীয় ফুলাৰ ৰৌপ্য বঁটা লাভ কৰিছিল। তেওঁ হাইস্কুলত পঢ়ি থাকোতেই সদৌ অসম আউনিআটি সত্ৰাধিকাৰ দত্তদেৱ গোস্বামী স্মাৰক ৰচনা প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰি স্বৰ্ণপদক লাভ কৰিছিল। ময়ো ১৯৪৩ চনত প্ৰবেশিকা পাছ কৰিছিলোঁ আৰু সেইটোও আমাৰ বন্ধুত্ব ঘটা যোগসূত্ৰ। তেওঁ বি বৰুৱা কলেজত আই কম. পঢ়িছিল আৰু তাৰ পৰা অসমীয়া বিষযত লেটাৰ মাৰ্কসহ পৰীক্ষা পাছ কৰি প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰিছিল আৰু পৰীক্ষাৰ্থীসকলৰ ভিতৰতে সৰ্বশ্ৰেষ্ঠ

ছাত্ৰ হিচাবে বি. বৰুৱা কলেজত কৃতিত্ব লাভ ক'ৰিছিল। কটন কলেজৰপৰা তেওঁ বি এ পাছ কৰে ডিষ্টিংছনসহ আৰু অসমীয়া বিভাগত লেটাৰ মাৰ্ক পায়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা তেওঁ অসমীয়া বিভাগৰ (গ্ৰুপ-বি) স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে। এম এ পাছ কৰাৰ পিছত তেওঁ পুনাৰ ডেক্কান কলেজৰ School of Linguistics-ত প্ৰশিক্ষণ লয় আৰু আগ্ৰা বিশ্ববিদ্যালয়ত ভাষা বিজ্ঞানৰ প্ৰশিক্ষণ লয়। এইবোৰ প্ৰশিক্ষণৰ ফলশ্ৰুতিৰ পৰিণতিত তেওঁ প্ৰতিষ্ঠিত হয় এজন প্ৰখ্যাত ভাষা-বিজ্ঞানী হিচাবে। ছাত্ৰাবস্থাতেই আৰ্থিক অনাটনৰ কাৰণে তেওঁ *দৈনিক অসমীয়া* (নিউপ্ৰেছ) আৰু *নতুন অসমীয়া দৈনিক* বাতৰি কাকতৰ উপ সম্পাদক হিচাবে কাম কৰিবলগীয়া হৈছিল। সেই কাকতখনৰ সেই সময়ৰ সম্পাদক আছিল প্ৰখ্যাত কবি দেবকান্ত বৰুৱা। বৰুৱাৰ লগত ঘনিষ্ঠতাৰ কাৰণে অৱশ্যে ভট্টাচাৰ্যৰ জ্ঞানৰ পৰিধিয়ে বিস্তাৰ লাভ কৰে।

১৯৫১ চনত তেওঁ বি. বৰুৱা কলেজৰ অসমীয়া বিভাগৰ প্ৰবক্তা ৰূপে নিয়োজিত হৈ ক্ৰমে ক্ৰমে বিভাগীয় প্ৰধান, উপাধ্যক্ষ আৰু শেষত ১৯৬২ চনৰ পৰা ১৯৮৬ চন পৰ্য্যন্ত সুদীৰ্ঘ পঁচিশ বছৰ কাল কলেজৰ অধ্যক্ষৰূপে অৱসৰ গ্ৰহণ কৰে। সেই কলেজৰ বিল্ডিং, চৌহদৰ চাৰিওফালৰ দেৱাল আৰু গেট আদিকে ধৰি শিক্ষাৰ দিশতো যথেষ্ট উন্নতি সাধন কৰে। তেওঁ কলেজৰ ছাত্ৰ ছাত্ৰীসকলৰ মাজত অতি প্ৰিয় আছিল আৰু কলেজৰ ছাত্ৰ-ছাত্ৰীসকলক নিজা সন্তানৰ নিচিনাকৈ মৰম চেনেহ কৰিছিল। এইবোৰত মই প্ৰত্যক্ষদৰ্শী আছিলোঁ। বৰ্ত্তমান গুৱাহাটী, কলেজবোৰৰ ভিতৰত বি. বৰুৱা কলেজৰ স্থান গৱৰ্ণমেণ্ট কটন কলেজৰ পিছতে। ১৯৮৬ চনত অধ্যক্ষৰ পদৰ পৰা অৱসৰ ললেও তেওঁৰ অধ্যাপনাৰ অন্ত নপৰিল। মহাবিদ্যালয়ত অধ্যক্ষ হৈ থকা কালতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাষাতত্ত্ব বিভাগতো এবছৰ মান কাল অংশকালীন অধ্যাপকৰ দায়িত্ব লৈছিল।

১৯৯৪ চনৰ পৰা ১৯৯৯ চনলৈ তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগত অতিথি শিক্ষক হিচাপে অধ্যাপনা কৰে, এই বিভাগতে বৰো ভাষাৰ ডিপ্লমা আৰু এম-এ পাঠ্যক্ৰম প্ৰবৰ্ত্তন কৰা হৈছিল কিন্তু বৰো ভাষা-সাহিত্যৰ পণ্ডিতৰ অভাৱত ভট্টাচাৰ্যক সেই বিভাগৰো ৰীডাৰৰ পদৰ বিপৰীতে নিযুক্তি দিয়া হৈছিল। কেৱল বৰো ভাষাৰ গৱেষণা গ্ৰন্থৰ দ্বাৰাই নহয় স্নাতকোত্তৰ পৰ্য্যায়তো এই ভাষাৰ প্ৰতিষ্ঠা কৰিবলৈ ড° ভট্টাচাৰ্য্যৰ বাহিৰে আন পণ্ডিত নাছিল, সেই হিচাবে তেওঁৰ আধুনিক বৰো ভাষাৰ পিতৃস্বৰূপ বোলা হৈছিল।

ড° ভট্টাচাৰ্য্য এজন বিশিষ্ট ভাষাবিদ্ সেই কথাৰ ইঙ্গিত আগতে দিয়া হৈছে। তেওঁ এজন প্ৰসিদ্ধ গৱেষকো। তেওঁৰ গৱেষণা গ্ৰন্থ 'বৰো ভাষাৰ বৰ্ণনাত্মক বিশ্লেষণ' ১৯৭৭ চনত প্ৰকাশ পায় আৰু ইয়াৰ দ্বাৰাই তেওঁ ১৯৬৫ চনত ডক্টৰেট ডিগ্ৰী লাভ কৰে। যি কোনো ভাষাৰ ধ্বনিতত্ত্ব , ৰূপতত্ত্ব, অৰ্থতত্ত্ব, উদ্ভৱ আৰু

বিকাশ আদিৰ বিষয়ে পদ্ধতিগত আৰু বিজ্ঞানসন্মত গৱেষণা নহ'লে সেই ভাষাই আন প্ৰতিষ্ঠিত ভাষাৰ ওচৰত মান-মৰ্য্যাদা নাপায়। ড° ভট্টাচাৰ্য্যই তেওঁৰ গুৰু ড° বাণীকান্ত কাকতিৰ পৰামৰ্শমতে এই দায়িত্বভাৰ লৈছিল। প্ৰায় দহবছৰ কাল বৰো গাঁওবোৰত ঘূৰি-ফুৰি, বৰো, ডিমাছা - আদি ভাষাৰ জ্ঞান আয়ত্ত কৰি বৰো নেতাসকলৰ লগত আলোচনা কৰি সকলো বুজি-বাজি লৈ যি অধ্যবসায় আৰু অসাধ্য সাধন কৰিছিল ভাবিলে আচৰিত যেন লাগে। এই গৱেষণাৰ জৰিয়তে তেওঁ গৱেষক হিচাবে আন্তৰ্জাতিক প্ৰতিষ্ঠা লাভ কৰে; যদিও তেওঁ ড° কাকতিৰ অনুপ্ৰেৰণাতে আৰু পৰামৰ্শমতে তেওঁৰ তলত এই গৱেষণা আৰম্ভ কৰিছিল; কিন্তু গৱেষণা শেষ নৌহওতেই ড° কাকতিৰ পৰলোক প্ৰাপ্তি ঘটে। পিছত ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ জৰিয়তে তেওঁ গৱেষণাৰ কামত আগবাঢ়ে আৰু ড° সুকুমাৰ সেনৰ অধীনত গৱেষণাগ্ৰন্থ দাখিল কৰে। ১৯৭৯ চনত পেৰিচত অনুষ্ঠিত চীন-তিব্বতীয় ভাষা আৰু ভাষাতত্ত্বৰ আন্তৰ্জাতিক সন্মিলনত যোগদান কৰি তেওঁ সেই বিষয়ৰ দুটা প্ৰবন্ধ পাঠ কৰি বিশ্বৰ ভাষাতত্ত্ববিদ সকলৰ সন্মুখত তেওঁৰ পাণ্ডিত্য প্ৰকাশ কৰে। ১৯৯৬ চনত নেডাৰলেণ্ডত বিক্স বিশ্ববিদ্যালয়ত অনুষ্ঠিত চীন-তিব্বতীয় ভাষাৰ আন্তৰ্জাতিক সন্মিলনতো তেওঁ যোগদান কৰি প্ৰবন্ধ পাঠ কৰিছিল। তেওঁ নেডাৰলেণ্ড ভ্ৰমণৰ সকলো খৰচ নিজে বহন কৰিবলগীয়া হৈছিল। ড° বাণীকান্ত কাকতিক "Assamese, Its Formation and Development" শীৰ্ষক গ্ৰন্থই তেওঁক অসমীয়া ভাষাৰ পিতৃৰ ৰূপত প্ৰতিষ্ঠা কৰাৰ নিচিনাকৈ, ঠিক তেনেদৰে তেওঁৰ সুযোগ্য ছাত্ৰ ড° ভট্টাচাৰ্য্যয়ো অসমৰ এটা থলুৱা ভাষা অৰ্থাৎ বৰোভাষাৰ গৱেষণা গ্ৰন্থ প্ৰস্তুত কৰি এই ভাষাৰ পিতৃস্বৰূপ হৈছে। আজি বৰোভাষা ভাৰতীয় সংবিধানৰ অষ্টম অনুসূচীত অন্তৰ্ভুক্ত হৈছে; অথচ ড° ভট্টাচাৰ্য্যৰ গৱেষণাৰ আগলৈকে ই দোৱান নামেহে জনা গৈছিল; ভাষা হিচাবে প্ৰতিষ্ঠা লভা কৰা নাছিল। অসমত উল্লেখ কৰা গৱেষণাৰ সময়ত তেওঁ বৰো ৰাইজৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈছিল আৰু তেওঁলোকৰ সমাজ-সাংস্কৃতিক তথ্যও গোটাইছিল। তাৰে ফলশ্ৰুতিত প্ৰকাশ পায় তেওঁৰ "Boro Folksongs and Tales" নামৰ ইংৰাজী পুথিখন।

ইয়াৰ বাহিৰেও তেওঁ দুখন কবিতা পুথি *অসমৰ জনজাতি, প্ৰতিনিধি ভাষা নিবন্ধ* আদি গ্ৰন্থ ৰচনা কৰিছে।

অসমত লেখত লবলগীয়া এনে কোনো অনুষ্ঠান বা আলোচনী নাই যিখন তেওঁৰ প্ৰবন্ধ পাতিৰে সমৃদ্ধ হোৱা নাই। এইবোৰৰ বিষয়ে বিতংকৈ লিখিবলৈ গ'লে এখন মহাভাৰত হ'ব আৰু সেয়ে ইয়াৰপৰা বিৰত থাকিলোঁ। মুঠতে চিন্তন-মনন অধ্যয়ন আৰু বিশ্লেষণ এয়াই হৈছে তেওঁৰ জীৱনযোৰা সাধনা আৰু এয়েই তেওঁৰ অনন্য প্ৰতিভাশালী গৱেষক, ভাষাবিদ আৰু পণ্ডিতসৱৰ মাজত শ্ৰেষ্ঠ আসন দিছে।

ড° প্ৰফুল্লদত্ত গোস্বামী, ড° ভট্টাচাৰ্য্য আৰু মোৰ মাজত আছিল প্ৰগাঢ় বন্ধুত্ব। আছিল বুলি অতীত কালৰ কথা বুজাব খোজা নাই। কিয়নো ড° ভট্টাচাৰ্য্য আৰু মই এতিয়াও সুস্থ শৰীৰে জীয়াই আছোঁ। কিন্তু আমাৰ মাজৰ পৰা ড° গোস্বামী পৰলোকলৈ গমন কৰিছে। সেয়ে আমি অতীতৰ কথা সুঁৱৰি অতিকৈ অকলশৰীয়া অনুভব কৰোঁ। আমি তিনিওজনে সপ্তাহত অন্ততঃ দুবাৰ নহ'লেও এবাৰ মোৰ ঘৰৰ আড্ডাত বহিছিলোঁ। তাত আলোচনা হৈছিল জনকৃষ্টি, সাহিত্য, ৰাজনীতি আদি সকলো বিষয়। পৰচৰ্চ্চা আৰু পৰনিন্দাই তাত কেতিয়াও স্থান পোৱা নাছিল। তদুপৰি মোৰ ঘৰত প্ৰত্যেক মাহে দ্বিতীয় শনিবাৰে 'সমাধান চক্ৰ'ৰ নামৰ এটা অনুষ্ঠানৰ সভা বহে আৰু তাত *উপনিষদৰ* ওপৰত আলোচনা-বিলোচনা হয়। এই আলোচনাত একাদিক্ৰমে পণ্ডিত তীৰ্থ নাথ শৰ্মা আৰু আচাৰ্য্য ৰজনীকান্ত দেৱ শৰ্মাই, *উপনিষদৰ* বিষয়ে ব্যাখ্যা কৰিছিল। এই অধিবেশনৰ ১৬৪ সংখ্যক পাঠ-প্ৰবচন সমাপ্ত হৈছে। বৰ্ত্তমান ড° প্ৰিয়াংশুপ্ৰবল উপাধ্যায়ে সমাধানীৰ স্থান লৈ আছে। আমি তিনিওজনে এই আলোচনাত সক্ৰিয় অংশ লৈছিলোঁ আৰু ড° গোস্বামীৰ পৰলোকৰ পিছত মই আৰু ড° ভট্টাচাৰ্য্য ইয়াত লাগি আছোঁ। আমি তিনিওজনে মাজে মাজে তামুলপুৰ, কুমাৰীকাটা আৰু দৰঙা আদি ঠাইবোৰলৈকে একেলগে ফুৰিবলৈ গৈছিলোঁ, কেতিয়াবা জনকৃষ্টিৰ কোনো সভালৈ, কেতিয়াবা বিহু উৎসৱলৈ আৰু কেতিয়াবা এনেয়ে প্ৰাকৃতিক সৌন্দৰ্য্য উপভোগ কৰিবলৈ । অসম জন কৃষ্টি সমাজৰ কথা প্ৰায় সকলোৱে জানে। এই সমাজৰ প্ৰথম সভাপতি আছিল ড° প্ৰফুল্লদত্ত গোস্বামী, ড° ভট্টাচাৰ্য্য সম্পাদক আৰু মই আছিলো কোষাধ্যক্ষ। গোস্বামী জীয়াই থাকোতেই ভট্টাচাৰ্য্যক সভাপতিৰ দায়িত্ব অৰ্পণ কৰিছিল। এই সমাজৰ দ্বাৰা বহু কাৰ্য্যসূচী লোৱা হৈছিল আৰু সেইবোৰ কাৰ্য্যকৰীও কৰা হৈছিল। এই সময়তে জনকৃষ্টি বিষয়ৰ কেবাখন কিতাপো প্ৰকাশ কৰা হৈছিল। বৰ্ত্তমান এই সমাজৰ সভাপতি ড° ভট্টাচাৰ্য্য, সম্পাদক ড° ভৃগুমোহন গোস্বামী আৰু মই উপদেষ্টা। বৰ্ত্তমান কিন্তু এই সমাজৰ কাৰ্যাক্ৰমণিকাৰ শিথিল হোৱা যেন অনুভব হৈছে।

ড° ভট্টাচাৰ্য্যই মোক বান্ধৱ বুলি সম্বোধন কৰে আৰু ময়ো তেওঁক সেই সম্বোধনেই কৰোঁ। মোৰ নাতি দুজনৰ তেওঁ হ'ল অতি মৰমৰ বান্ধৱ আতা। তেওঁ মোৰ ঘৰলৈ আহিলে সৰু নাতিটোৱে আনন্দত আত্মহাৰা হৈ তেওঁৰ হাতত ধৰি পদুলিমুখৰপৰা আদৰি আনে। ঠিক তেনেদৰে মোৰো তেখেতৰ ঘৰত একেই অভ্যৰ্থনা, তেওঁৰ নাতিনী কেইজনীয়ে মোক বান্ধৱ আতা বুলিয়েই মাতে। আমাৰ পৰিয়াল দুটা ইমান আপোন যে দুটা পৰিয়ালৰ এতিয়া পাৰ্থক্য নোহোৱা হৈ পৰিছে। মোৰ স্ত্ৰী মিনতি জীয়াই থাকোঁতে ড° ভট্টাচাৰ্য্যৰ লগত তেওঁৰ ইমান নিবিড় সম্বন্ধ আছিল যে দুয়োৰো খুহুতীয়া কথাবোৰে আমাৰ ঘৰত হাঁহিৰ খলকনি

উঠিছিল। ড ভট্টাচাৰ্য্যৰ পত্নী শ্ৰীযুতা দেৱীপ্ৰভা এজনী লক্ষ্মীযুক্তা নাৰী। পৰক আপোন কৰি লোৱাত তেওঁ সদা ব্যস্ত। মাত্ৰ চাৰে এঘাৰ বছৰত তেওঁ ভট্টাচাৰ্য্যৰ লগত বিবাহ পাশত সোমায়। ওঠৰ বছৰত শান্তি বিয়াৰ পিছত শহুৰৰ ঘৰলৈ অহাৰে পৰা আজিলৈ তেওঁ তেওঁৰ স্বামীৰ বন্ধু, মন্ত্ৰণাদাত্ৰী আৰু সাৰথি। সৰুতে বিয়া হোৱা কাৰণে আধুনিক শিক্ষাৰ পৰা বঞ্চিত হৈয়ো জ্ঞানৰ গুণ-গৰিমাত তেওঁ উজ্জ্বল। তেওঁ এজনী পাকৈত গৃহিণী। তেওঁ আহাৰ সু-স্বাদুকৈ ৰান্ধিব জানে কাৰণে ড' গোস্বামীয়ে প্ৰায়ে দুপৰীয়া আহি তেওঁৰ ঘৰত আহাৰৰ জুতি লৈছিল। ড" ভট্টাচাৰ্য্যৰ ল'ৰা চাৰিজন, কন্যা সন্তান নাই। তেওঁৰ এটি পুত্ৰ অকালতে ঢুকাইছে। চাৰিজন ল'ৰাৰ ডাঙৰ জনে (তিলক) ভাৰতীয খাদ্য নিগমত কাম কৰে, দ্বিতীয জনে ঠিকা ঠুকুলি কৰে, তৃতীযজন ডাক্তৰ আৰু তেওঁৰ পৰিবাৰো ডাক্তৰনী। আটাইতকৈ সৰুজন কলেজৰ লাইব্ৰেৰীয়া আৰু তেওঁৰ পত্নীও স্কুলৰ শিক্ষযিত্ৰী। অতি পৰিতাপৰ বিষয যে এনেহেন এজন গুণী জ্ঞানী পণ্ডিত সাহিত্যিকক অসম সাহিত্য সভাই মোল নুবুজিলে। অসম সাহিত্য সভাৰ কৰ্মকৰ্তা নিৰ্বাচনত এতিযা ৰাজনীতিৰ প্ৰভাব প্ৰত্যক্ষ কৰিব পাৰি সাহিত্য একাডেমী আদি সংস্থাবোৰেও তেওঁৰ খবৰ নললে। সাহিত্য একাডেমীযে কেৱল উপন্যাস আৰু কবিতাৰ বাহিৰে, প্ৰবন্ধ-আলোচনা আদিক সাহিত্য বুলি জ্ঞান নকৰে। ড ভট্টাচাৰ্য্যৰ কিন্তু সেইবোৰলৈ কোনো আপত্তি নাই। ৰাতিপুৱা শুই উঠাৰপৰা তেওঁৰ কৰ্মবিৰতি নাই। কিবা নহয কিবা কামত লাগিয়েই থাকে। মহানগৰীৰ কোনো সাহিত্য-সংস্কৃতি অনুষ্ঠানত তেওঁৰ উপস্থিতি নহ'লে নচলে। বৃদ্ধাৱস্থাৰ বহু ৰোগৰ দ্বাৰা আক্ৰান্ত হৈয়ো সভা সমিতিত যোগ দিবলৈ এতিয়াও তেওঁ দূৰদূৰণিৰ ঠাইলৈকো যাবলৈ হেলা নকৰে আৰু তাৰ কাৰণে তেওঁৰ পৰিবাৰৰ আৰু ল'ৰাসবৰ বকনিও খাব লগা হয।

ড ভট্টাচাৰ্য্যৰ চাৰিকুৰি বছৰীয়া জন্মদিবস উপলক্ষে মোৰ ওলগ, শ্ৰদ্ধা আৰু শুভেচ্ছা জনালো আৰু ভগবানৰ ওচৰত তেওঁৰ সুদীৰ্ঘ, সুস্থ জীৱনৰ কামনাৰে কাতৰ প্ৰাৰ্থনা জনালো কবি গুৰু ৰবীন্দ্ৰ নাথৰ কথাৰে ঃ

*কত অজানাৰে জানাইলে তুমি*
*কত ঘৰে দিলে ঠাই*
*দূৰকে কৰিলে নিকট, বন্ধু*
*পৰকে কৰিলে ভাই ।*

-- ৰবীন্দ্ৰনাথ

●

# "নলবেইৰা জুৰেল" প্ৰমোদ

শ্ৰীযতীন গোস্বামী

চনটো ১৯৪৪। স্বাধীনতা আন্দোলনত গুপ্তবাস খাটি মুকলিকৈ ঘূৰিব পৰা হৈছোঁ। তাৰিখটো মনত পৰা নাই। হঠাতে এদিন তেতিয়াৰ 'গ্ৰেজুৱেট বুকষ্টল'ৰ জীৱনানন্দ দত্তৰ লগত চেনিকুঠিলৈ আহি লগালগি হলোঁ প্ৰভাত চন্দ্ৰ গোস্বামীৰ লগত এজন যুবকৰ স'তে নাম প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। তৰুণ লেখক সংঘৰ বৈঠকলৈ যাব। স্মৰণযোগ্য যে কলকতাত কেইজনমান যুবকৰ প্ৰচেষ্টাত গঠিত হোৱা 'শনিবাৰ' অনুষ্ঠানে 'শনিবাৰেৰ চিঠি' নিজাববীয়াকৈ প্ৰকাশ কৰিবলৈ লোৱাৰ সময়তে গুৱাহাটীত প্ৰভাত গোস্বামী, প্ৰফুল্ল দত্ত গোস্বামী, নিৰুপমা গোস্বামী, উপেন গোস্বামী, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, ৰাম গোস্বামী আদিৰ যত্নত গঠন হৈছিল 'তৰুণ লেখক সংঘ'। এই চফল ডেকা কেইজনৰ যত্নতে 'তৰুণ জাগৰণ', 'সন্ধান'কৈ ধৰি কেবাখনো গ্ৰন্থও প্ৰকাশিত হৈছিল। তেওঁলোকৰ যত্নতে উঠি অহা এছামৰো অসমৰ সাহিত্য জগতত প্ৰৱেশ ঘটিছিল। মোৰ যদি ভুল হোৱা নাই, এতিয়াৰ নিৰুপমা বৰগোহাঁই (তেতিয়াৰ নিৰুপমা তামুলী)-ৰ প্ৰথম গল্পটো তৰুণ লেখক সংঘৰ প্ৰকাশনতে প্ৰকাশ কৰিছিল। শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য তেতিয়া চেনিকুঠিতে এটি তিনিটকীয়া ভাড়া ঘৰত থাকে। জীৱনানন্দ দত্তৰ সৈতে গৈ পোন প্ৰথমবাৰৰ বাবে মই দেখা হলোঁ তৰুণ লেখক সংঘত এইজন তীখৰ বুদ্ধিৰ চফল ডেকাৰ লগত। তাৰ পিছত বহুত দিনৰ বিৰতি।

আকৌ লগালগি হলোঁ বি. বৰুৱা কলেজত - হেম বৰুৱাৰ লগত। তেতিয়া মই কংগ্ৰেছ ছ'চিয়েলিষ্ট পাৰ্টিৰ কৰ্মী, বি. বৰুৱা কলেজৰ ছাত্ৰ আৰু সাহিত্যিক-সাংস্কৃতিক সংগঠনৰ লগত জৰিত।

ইতিমধ্যে 'নলবেইৰা জুৰেল' প্ৰমোদে সেইসময়ত কোনেও নভবা অথবা এৰাই যোৱা বৰোভাষা আৰু সংস্কৃতি অধ্যয়নত সাংঘাতিক ধৰণে ব্যস্ত হৈ পৰিছে। নলবাৰীৰ প্ৰভাত চন্দ্ৰ চৌধুৰীৰ ভাষাত 'নলবেইৰা জুৰেল প্ৰমোদে' বৰোভাষাৰ ওপৰত গৱেষণা কৰি ডক্তৰেট' হোৱাই কেৱল নহয়, বৰো ভাষাক বিশ্ব দৰবাৰত

তুলি দিলে। অকল এইটো কাৰণতেই ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ওচৰত আমি ঋণী হৈ থাকিম।

বৰোভাষাৰ লিপি সম্পৰ্কীয় প্ৰশ্নটো অসমত সত্তৰৰ দশকত এক আলোচ্য বিষয় হোৱা সময়ত ভবেন নাৰ্জ্জি, ড° প্ৰফুল্ল দত্ত গোস্বামী, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু মই যিটো সমাধান সূত্ৰ আগবঢাইছিলোঁ তাৰো চিন্তা নায়ক আছিল ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। সেই সমাধান সূত্ৰ অসম সাহিত্য সভাত গ্ৰহণ নহ'লেও সেই সূত্ৰটোৱে এটা নতুন চিন্তাৰ বাট দেখুৱাইছিল।

১৯৫৬ চনৰে পৰা ড' ভট্টাচাৰ্য্য আৰু মই একেলগে গুৱাহাটী সাহিত্য সভাত এটা প্ৰধান অংগ হিচাপে কাম কৰিছিলোঁ। তেখেত সভাপতি হৈ থকা কালতেই মহেন্দ্ৰ কুমাৰ বৰুৱাৰ সহযোগত গুৱাহাটী সাহিত্য সভাৰ মাটিত ভবন নিৰ্মাণ সম্ভৱ হৈছিল, এই কামত ড° ভট্টাচাৰ্যই কৰা কষ্টৰ কথা মই পাহৰিব নোৱাৰো। একল সেয়েই নহয়, অসম সাহিত্য সভাৰ এটা লেখৰ শাখা সভা হিচাপে অসমৰ বিভিন্ন ভাষাভাষী লোকক গুৱাহাটী সাহিত্য সভাৰ মঞ্চতে একত্ৰিত কৰি বৃহত্তৰ অসমীয়া ভাৱনাক শক্তিশালী ৰূপত প্ৰতিষ্ঠা কৰাটোও ড° ভট্টাচাৰ্য্যৰে আছিল এক কৃতিত্ব।

ড' প্ৰফুল্লদত্ত গোস্বামী, ভবেন নাৰ্জ্জি আৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য— এই ত্ৰিমূৰ্ত্তিৰ লগত ১৯৬৫ চন মানৰ পৰাই মোৰ ঘনিষ্ঠ সম্পৰ্ক ঘটিছিল। ড° ভট্টাচাৰ্য্যৰ পৰা প্ৰায় নিতৌ মোলৈ তাগিদা আহিছিল নতুন নতুন কৰ্মৰ কাৰণে। এই ত্ৰিমূৰ্ত্তিৰ তাগিদাত অসমত প্ৰথম কৌতুক, মাহেকীয়া আলোচনী 'ৰহিমলা'ৰ প্ৰকাশন আৰু সম্পাদনাও কৰিছিলোঁ। ওপৰত উল্লিখিত ত্ৰিমূৰ্ত্তিৰ সংগমত ১৯৬৯ চন মানৰ পৰা নৈশ্বৰ দশকলৈ অসম জন-সংস্কৃতি মূলক কথাৰ নিয়মীয়া চিন্তা-চৰ্চা হৈছিল, অলেখ প্ৰবন্ধ-পাতি ৰচিত হৈছিল। এই ক্ষেত্ৰত গুৱাহাটী আলোচনা চক্ৰও আমাৰ এক সহায়ক মঞ্চৰূপে নিৰ্ণিত হৈছিল। ড° ভট্টাচাৰ্য্য আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি অতুল চন্দ্ৰ বৰুৱাৰ নেৰানেপেৰা চেষ্টাৰ ফলত গঢ়ি উঠা গুৱাহাটী আলোচনা চক্ৰইও ভাষা-সাহিত্য চৰ্চাৰ এটা বিশিষ্ট অনুষ্ঠানৰূপে অসমত স্থান পাই আহিছে। এই কথা পুনৰ্বাৰ কোৱাৰ প্ৰয়োজন নাই।

আজি ড প্ৰফুল্ল দত্ত গোস্বামী আৰু ভবেন নাৰ্জ্জি ইহ জগতত নাই সঁচা; কিন্তু তেখেতসকলৰ ত্ৰিমূৰ্ত্তিৰ এজন ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই মোক যেন সেই ত্ৰিমূৰ্তিৰ সংগ দান কৰি আহিছে, সুখে-দুখে আমি ইজন সিজনৰ হৈ আছো। ড° ভট্টাচাৰ্য্য মোতকৈ বয়সত আঠ মাহৰ ডাঙৰ, তথাপি আমি সমনীয়া তেখেতৰ আশীবছৰীয়া জন্মোৎসৱে আমাক নতুন প্ৰেৰণা দিছে।

জয়তু প্ৰমোদ ভট্টাচাৰ্য্য।

●

# ড° ভট্টাচাৰ্য্যক যি দৰে জানো

শ্ৰীদুৰ্গেশ্বৰ কটকী

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি, লগতে জনজাতীয় ভাষা-সংস্কৃতিৰ চিন্তা-চৰ্চা আৰু শিক্ষকতা- এই দুয়োটাৰ সমন্বয়ৰ মাজেৰে বিদ্যায়তনিক দিশত অগ্ৰগতি লাভ কৰি বিশিষ্ট স্থান অধিকাৰ কৰা এজন আগশাৰীৰ শিক্ষাবিদ গৱেষক পণ্ডিত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ আশী বছৰীয়া জন্মদিনত আমাৰ আন্তৰিক অভিনন্দন জনাইছোঁ। চল্লিছৰ দশকৰপৰা যি সকল সাহিত্যানুৰাগীয়ে অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ প্ৰণালীবদ্ধভাৱে অধ্যয়ন কৰি সমাজত বৌদ্ধিক পৰিৱেশৰ সৃষ্টি কৰিছে, সেইসকলৰ ভিতৰত ড° ভট্টাচাৰ্য্যও এজন।

১৯৪৫-৪৬ চনত তেখেতৰ লগত মোৰ পৰিচয় হৈছিল কটন কলেজত পঢ়ি থাকোতে। আমি তেতিয়া তৃতীয় বাৰ্ষিকৰ ছাত্ৰ আছিলোঁ। সেই সময়ত নলবাৰীৰ বিখ্যাত গৰ্ডন হাইস্কুলৰপৰা প্ৰবেশিকা পৰীক্ষাত সুখ্যাতিৰে পাছ কৰি কটন কলেজত পঢ়িবলৈ অহা প্ৰয়াত উপেন্দ্ৰ নাথ গোস্বামী, দীনেশ দত্ত, ৰমণী বৰুৱা, অজিতমল্ল বৰুৱা, দামোদৰ শৰ্ম্মা, প্ৰমোদ ভট্টাচাৰ্য্য আদি মেধাৱী ছাত্ৰসকলৰ সংস্পৰ্শলৈ আহিছিলোঁ। প্ৰত্যেকেই নিজৰ নিজৰ কৰ্মময় জীৱনৰ আদৰ্শ দেখুৱাই সমাজত আত্মপ্ৰতিষ্ঠা কৰিছে। গুৱাহাটীতে সৰু কালৰপৰা সম্পূৰ্ণ নগৰীয়া হৈ থকা আমি কেইজনমানে এওঁলোকৰ লগত নলবৰীয়া থলুৱা ভাষা আয়ত্ত কৰি কথাবতৰা পাতি আমোদ পাইছিলোঁ।

প্ৰায় ৬০ বছৰ কাল গুৱাহাটীত বসতি কৰি এটা শৈক্ষিক পৰিৱেশৰ মাজেৰে জীৱন গঢ় দিয়া ড° ভট্টাচাৰ্য্যৰ বিষয়ে ভাবিলে আজিও মনত পৰে আমাৰ ছাত্ৰ অৱস্থাতে গুৱাহাটীৰ চেনিকুঠীত প্ৰতিষ্ঠা কৰা এটি চালুকীয়া সাহিত্য চৰ্চাৰ অনুষ্ঠান – "তৰুণ লেখক সঙ্ঘ" । প্ৰয়াত প্ৰভাত চন্দ্ৰ গোস্বামীৰ সৈতে লগ লাগি এই অনুষ্ঠানৰ গুৰি ধৰি ভট্টাচাৰ্য্যদেৱে উদীয়মান ছাত্ৰসকলৰ সাহিত্য চৰ্চাৰ প্ৰতি উদ্‌গনি দিবলৈ চেষ্টা চলাইছিল। ফলস্বৰূপে নবীন লেখকক আকৰ্ষণ কৰি আলোচনী আদি প্ৰকাশ কৰি উলিয়াইছিল। এই প্ৰচেষ্টাত বিহগী কবি ৰঘুনাথ

চৌধুৰী, সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকা, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, প্ৰফুল্লদত্ত গোস্বামী আদি বৰেণ্য ব্যক্তিসকলৰপৰা যথেষ্ট কৰ্মপ্ৰেৰণা আৰু উপদেশ পাইছিল।

গুৱাহাটী আলোচনা চক্ৰৰ ড ভট্টাচাৰ্য্য বৰ্ত্তমান সভাপতি। প্ৰয়াত ড প্ৰফুল্লদত্ত গোস্বামী অতুল চন্দ্ৰ বৰুৱা, ড কালী নাথ শৰ্মা আদি লোক গুৰি ধৰোতা। এই অনুষ্ঠানৰ নিয়মিতভাৱে বৈঠক, আলোচনা চক্ৰ, শ্ৰদ্ধাঞ্জলি সভা আৰু বিশেষ বিশেষ অধিবেশন আদি চলি আছে আৰু নতুন লেখক-লেখিকাৰ পৰা যোগাযোগ পাই আছে। গুৱাহাটী সাহিত্য কানন, গুৱাহাটী সাহিত্য সভা, মহানগৰৰ বিভিন্ন সাহিত্য-সংস্কৃতি গোষ্ঠী, শৰৎ চন্দ্ৰ প্ৰাচ্যতত্ত্ব অধ্যায়ন কেন্দ্ৰ আৰু পূৰ্বাঞ্চলীয় ভাষা শিক্ষা কেন্দ্ৰ এই বিলাকৰ লগতে ভট্টাচাৰ্য্যদেৱ জড়িত হৈ আছে। পূৰ্বোত্তৰ ভাষা অধ্যয়ন সমিতিৰ তেখেত কেইবা বছৰো ধৰি সভাপতি আছিল। তেখেতৰ কেইবাখনো কবিতা পুথি প্ৰকাশ পাইছে। বিভিন্ন আলোচনী, বাতৰি কাকতত তেখেতৰ প্ৰবন্ধ প্ৰকাশ পাই আহিছে। কামৰূপ অনুসন্ধান সমিতিৰো সভাপতি হৈ তেখেতৰ কাৰ্যকাল সুচাৰুৰূপে চলাইছিল। এতিয়াও তেখেত এই অনুষ্ঠানৰ লগত সংযোগ ৰাখি আছে। ১৯৬৯-৭০ চনতে গুৱাহাটীত স্থাপিত হোৱা 'অসম জনকৃষ্টি সমাজৰ বৰ্ত্তমান তেখেতে সভাপতিৰ দায়িত্ব লৈ আছে।

ড ভট্টাচাৰ্য্যৰ ভাষা সাহিত্য-সংস্কৃতিৰ সাধনা অটুট থাকক, তেখেতৰ সুস্বাস্থ্য কামনা কৰি সদৌ শেষত আমাৰ ৰাষ্ট্ৰপতি এ পি জে আব্দুল কালামৰ এটি মূল্যবান উদ্ধৃতি তলত উল্লেখ কৰা হ'ল ঃ

*When learning is purposeful, creativity blossoms, when creativity blossoms thinking enamates, when thinking enamates, knowledge is fully lit and when knowledge is fully lit, your life enriches*

"বিদ্যাশিক্ষা উদ্দেশ্য প্ৰণোদিত হ'লে সৃষ্টি প্ৰস্ফুটিত হয়। সৃষ্টি প্ৰস্ফুটিত হ'লে ভাৱনা শক্তি উদ্ভৱ হয় যেতিয়া ভাৱনা শক্তি উদ্ভাৱিত হয়, জ্ঞান সম্পূৰ্ণকৈ উজ্জীৱিত হয় আৰু জ্ঞান সম্পূৰ্ণকৈ উজ্জীৱিত হ'লে জীৱন সুশোভিত হয়।"

●

# মোৰ চিনাকি ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

তফজ্জুল আলি

অসমৰ ভাষা-সাহিত্য আৰু লোক-সংস্কৃতিৰ ক্ষেত্ৰত ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ নাম সৰ্বজনবিদিত। তেওঁৰ মেধা, বহুমুখী প্ৰতিভা, বিদ্যা আৰু পাণ্ডিত্যই ভট্টাচাৰ্য্যৰ সংস্পৰ্শলৈ অহা সকলো ব্যক্তিকে চমৎকৃত আৰু অনুপ্ৰাণিত কৰি তোলে। অলপ সময় কথা পাতিলেই তেওঁ আয়ত্ত কৰা বিদ্যা আৰু জ্ঞানৰ জিলিঙনিয়ে শ্ৰোতাৰ মন পোহৰাই তোলে আৰু মনত নতুন অনুষ্কিৎসাৰ ভাব জগাই তোলে। এইখিনি কথা মই চাৰিটামান দশক ধৰি লাভ কৰা মোৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰা কৈছোঁ। বিগত শতিকাৰ পঞ্চাশৰ দশকৰ পৰাই মই ভট্টাচাৰ্য্যক চিনি পাইছিলোঁ আৰু ১৯৫৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীয়া বিভাগত এম এ. পঢ়িবলৈ গৈ আমাৰ বিভাগৰে পূৰ্ববৰ্ত্তী জ্যেষ্ঠ ছাত্ৰ হিচাপে তেওঁৰ গুণৰাশিৰ কথা শুনিবলৈ পাইছিলোঁ। তেতিয়া তেওঁ বি বৰুৱা কলেজত অধ্যাপনা কৰি আছিল। সেই সময়তে কোনো সভা-সমিতি বা অনুষ্ঠানত ডেকা অধ্যাপক ভট্টাচাৰ্য্যক দেখিছিলোঁ।

১৯৫৬ চনত এম এ পৰীক্ষাত উত্তীৰ্ণ হৈয়েই মই ডিব্ৰগড়ৰ কানৈ কলেজত অধ্যাপনাৰ কামত সোমালোঁগৈ আৰু তাতে ১৯৭০ চনলৈ চৈধ্য বছৰ কাল অতিবাহিত কৰিলোঁ। তাৰপৰা মই সত্তৰ চনতে আহি গুৱাহাটী কমাৰ্চ কলেজৰ চাকৰিত যোগ দিওঁ আৰু সেই সময়ৰ পৰাই ড' ভট্টাচাৰ্য্যৰ লগতে মোৰ সম্পৰ্কৰ নতুন অধ্যায় এটি আৰম্ভ হয়।

গুৱাহাটীলৈ আহি মই চানমাৰি অঞ্চলৰ নবগিৰি পথৰ এটি ভাৰাঘৰত থাকিবলৈ লওঁ। মোৰ ঘৰৰপৰা চাৰি-পাঁচটামান ঘৰ এৰি গলেই ড' ভট্টাচাৰ্য্যৰ ঘৰ আমাৰ পাহৰুৱা অঞ্চলৰ এটা টিলাৰ ওপৰত। মই গুৱাহাটীলৈ অহাৰে পৰা এটুকুৰা মাটি বিচাৰি আছিলোঁ যি কোনো প্ৰকাৰে এটা সৰু ঘৰ সাজি থিতাপি লবলৈ। বহু বিচাৰিও মই গুৱাহাটীৰ ক'তো মোৰ মনোমত মাটি এটুকুৰা পোৱা নাছিলোঁ। মই গম পোৱা নাছিলোঁ যে, কিবা এটা অদৃশ্য শক্তিয়ে মোক ড' ভট্টাচাৰ্য্যৰ ওচৰলৈ টানি লৈ আহিছিল।

এদিন আমাৰ তালৈ ফুৰিবলৈ অহা এজন বয়োজ্যেষ্ঠ শুভাকাংক্ষীলোকে মোৰ মাটিৰ সমস্যাটোৰ কথা শুনি ততালিকে হাঁহি এটা মাৰি মোক ক'লে যে মাটি এটুকুৰা আমাৰ থকা ঠাইৰ ওচৰতে আছে। তেওঁ মোক দেখুৱাই দিব পাৰে। লগে লগে মই তেওঁৰ লগত ওলাই আহি মাটিখিনি চালোঁ। মাটি দেখিয়েই মোৰ পছন্দ হ'ল। দুকঠামান খালী মাটি আছিল অধ্যাপক ড° ভট্টাচাৰ্য্যৰ ঘৰৰ পূব সীমাতে ৰেডিঅ' কেন্দ্ৰৰ চৌহদতে লগা। মই কোনো সংকোচ নকৰি মাটিখিনি কিনি পেলালোঁ। এতিয়ালৈ ঘৰ সাজি তাতেই বাস কৰি আছোঁ। সেইবাবেই মই বন্ধু-বান্ধবক কওঁ যে মই ড° ভট্টাচাৰ্য্যৰ চৰণতলতে আশ্ৰয় লৈ আছোঁ।

এটা জনজাতীয় (বৰো) ভাষাৰ বিষয়ে গৱেষণা কৰোঁতা প্ৰথম অসমীয়া যুৱক আছিল ভট্টাচাৰ্য্য; গৱেষণা কৰাৰ লগে লগে তেওঁ যেন কেৱল বৰো ভাষা-সাহিত্যকেই নহয়, সমগ্ৰ বৰো সমাজখনকে আপোন কৰি ওচৰ চপাই লব পাৰিছিল। এইটো সাধাৰণ কৃতিত্ব নাছিল। গৱেষণাৰ বিষয়-বস্তুৰ সৈতে যেন গৱেষক একাত্ম হৈ পৰিছিল। সেইটোহে পণ্ডিতৰ প্ৰকৃত পৰিচয়। ড° ভট্টাচাৰ্য্য এজন উৎসৰ্গিত পাণ্ডিত্যৰ উৎকৃষ্ট নিদৰ্শন।

প্ৰয়াত ড° প্ৰফুল্লদত্ত গোস্বামীয়ে ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক লগত লৈ গুৱাহাটীত তথা অবিভক্ত অসমত প্ৰথম জনকৃষ্টি সমাজ বা Folklore Society of Assam গঠন কৰিছিল, তেওঁলোক দুয়ো ক্ৰমে প্ৰতিষ্ঠাপক সভাপতি আৰু প্ৰতিষ্ঠাপক সম্পাদকৰ দায়িত্ব লৈ। তেখেতসকল দুয়ো গৰাকীৰে অনুপ্ৰেৰণাত ময়ো সেই জনকৃষ্টি সমাজত যোগদান কৰিছিলোঁ আৰু তাৰপৰা বহুতো নতুন কথা শিকাৰ সুবিধা পাইছিলোঁ। সেইবোৰৰ বহুতো কথা আজি পাহৰণি হ'ল। মাথোন জ্বলন্ত সাক্ষী হৈ জীয়াই আছে ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য আৰু তেওঁৰ কাষৰতে সময় গণি জীয়াই আছো মই।



# গৱেষক পণ্ডিত ড° ভট্টাচাৰ্য্য

মেজৰ সত্যব্ৰত ভূঞা লহকৰ

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অসমৰ এটি উজ্জ্বল নক্ষত্ৰ। তেওঁৰ গুণৰাজি, বিদ্যা-বুদ্ধি, জ্ঞান-গৰিমা আটলাণ্টিক মহাসাগৰৰ দৰে গভীৰ আৰু প্ৰশান্ত মহাসাগৰৰ দৰে বিস্তৃত।

১৯৪৭-৫১ লৈ গুৱাহাটীৰ নিউ প্ৰেছৰদ্বাৰা প্ৰকাশিত দৈনিক অসমীয়া আৰু ৰামধেনু প্ৰেছৰ পৰা প্ৰকাশিত শিশু আলোচনী ৰংঘৰ আৰু দৈনিক বাতৰি কাকত 'নতুন অসমীয়া'ৰ উপ-সম্পাদক (চাব-এডিটৰ) ৰূপে ড ভট্টাচাৰ্য্যই কাৰ্য্য নিৰ্বাহ কৰিছিল।

অধ্যাপক ভট্টাচাৰ্য্য সাংবাদিক হোৱাৰ উপৰিও এগৰাকী আগশাৰীৰ কবি আৰু সাহিত্যিক তথা গৱেষক। তীক্ষ্ণ বুদ্ধিৰ প্ৰমোদ চন্দ্ৰই বালিলেছা প্ৰাথমিক বিদ্যালয়ৰূপৰা ১৯৩৪ চনত মাহিলি ৩ (তিনি) টকাৰ বৃত্তি লাভ কৰে। নলবাৰী মজলীয়া বিদ্যালয়ৰপৰা ১৯৩৬ চনত চাৰি টকাৰ মাহিলি বৃত্তি অৰ্জ্জন কৰে।

নলবাৰী গৰ্ডন হাইস্কুলৰ পৰা কলিকতা বিশ্ববিদ্যালয়ৰপৰা মেট্ৰিকুলেশ্যান পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণহৈ অসমীয়া আৰু ভূগোল বিষয়ত লেটাৰ পায় আৰু অসম চৰকাৰৰপৰা মাহিলি ১৫ (পোন্ধৰ) টকাকৈ বৃত্তি লাভ কৰে। তেতিয়া আছিল ১৯৪৩ চন। তাৰ এবছৰ আগতে সদৌ অসম আৰ্উনিআটী সত্ৰাধিকাৰ দণ্ডদেৱ গোস্বামী স্মাৰক অসমীয়া ৰচনা প্ৰতিযোগিতাত স্বৰ্ণপদক লাভ কৰে। ১৯৪৩ চনত নলবাৰী গৰ্ডন হাইস্কুলৰপৰা উত্তীৰ্ণ শ্ৰেষ্ঠ ছাত্ৰৰূপে ফুলাৰ স্মাৰক ৰূপৰ পদক অৰ্জ্জন কৰে। ১৯৪৫ চনত বি. বৰুৱা কলেজৰপৰা প্ৰথম বিভাগত অসমীয়া বিষয়ত লেটাৰ সহ কলিকতা বিশ্ববিদ্যালয়ৰ আই-এ (কমাৰ্চ) উত্তীৰ্ণ হৈ মাহিলি পোন্ধৰ টকাকৈ বৃত্তি লাভ কৰে।

১৯৪৮ চনত কটন কলেজৰপৰা গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ অধীনত বি. এ. পৰীক্ষাত ডিষ্টিংশ্যন সহ উত্তীৰ্ণ হয়।

১৯৫১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ত এম. এ পৰীক্ষাত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান পাই উত্তীৰ্ণ হৈছিল।

১৯৫১-৫৩ চনত চৰকাৰৰপৰা মাহে এশ টকীয়া গৱেষণা বৃত্তি লাভ কৰি বৰো ভাষাৰ গৱেষণা আৰম্ভ কৰে গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ কলাগুৰু ড° বাণীকান্ত কাকতিৰ অধীনত।

১৯৬৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলা বিভাগত গৱেষণা গ্ৰন্থ দাখিল কৰি ডক্টৰেট (ডি-ফিল) উপাধি লাভ কৰে। ১৯৫১ চনত বি. বৰুৱা কলেজৰ পূৰ্ণ কালীন প্ৰবক্তাৰূপে নৈশ শাখাত নিযুক্তি পায়। ১৯৫৭-৬২ চনলৈ অসমীয়া বিভাগত প্ৰবক্তাৰ উপৰিও ভাৰপ্ৰাপ্ত উপাধ্যক্ষৰ পদ লাভ কৰে। ১৯৬২-৮৬ চনলৈ বি বৰুৱা কলেজৰ অধ্যক্ষ পদত কাৰ্য্যনিৰ্বাহ কৰে।

অসম কলেজ অধ্যক্ষ পৰিষদৰ সচিব আৰু সভাপতিৰূপে কাৰ্য্যনিৰ্বাহ কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্ট আৰু একাডেমিক কাউঞ্চিলৰ সদস্যপদ লাভ কৰে।

১৯৫৫ চনত চানমাৰিত স্থাপিত গুৱাহাটী আলোচনা চক্ৰৰ চতুৰ্থজনা সম্পাদক ২০০২ চনৰপৰা সভাপতি। প্ৰয়াত অতুল চন্দ্ৰ বৰুৱা, ড প্ৰফুল্ল দত্ত গোস্বামী, ড কালীনাথ শৰ্মা, ড' বিশ্ব নাৰায়ণ শাস্ত্ৰী আদিৰ সৈতে সাহিত্য কৰ্মত জড়িত। ১৯৭৪ চনত অবিভক্ত কামৰূপ জিলা সাহিত্য পৰিষদৰ তামুলপুৰ অধিবেশনৰ সভাপতি পদ লাভ কৰে।

১৯৮০ চনত বি বৰুৱা কলেজত স্থাপিত পূৰ্ব্বোত্তৰ ভাষা-সমিতিৰ আজীৱন সদস্য, কাৰ্য্য নিৰ্ব্বাহক সদস্য, সভাপতি পদ লাভ কৰে। গুৱাহাটী সাহিত্য সভাৰ সদস্য হৈ পিছলৈ সভাপতি হয়।

১৯৭৯ চনত পেৰিছত বহা দ্বাদশ আন্তঃৰাষ্ট্ৰীয় চীন-তিব্বতীয় ভাষা আৰু ভাষাবিদ সম্মিলনত যোগদান কৰে।

১৯৯৮ চনত কামৰূপ অনুসন্ধান সমিতিৰ সভাপতি নিৰ্ব্বাচিত হয়। তেওঁক ২০০১ চনত *কামৰূপ জিলা সাহিত্য সভাৰ দ্বাৰা ফাঁচীবজাৰ অধিবেশনত* 'কামৰূপ ৰত্ন' উপাধি প্ৰদান কৰে।

ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই অসমীয়া আৰু ইংৰাজী ভাষাত কেবাখনো গ্ৰন্থ ৰচনা আৰু সংকলন কৰি প্ৰকাশ কৰিছে। ইয়াৰ উপৰিও অসমীয়া, বঙলা, হিন্দী আৰু ইংৰাজী ভাষাত চিন্তাশীল আৰু গৱেষণামূলক প্ৰবন্ধ পুথি-পৰিচয়, বিভিন্ন আলোচনী, স্মৃতি গ্ৰন্থ আদিত ১৯৫৪ চনৰপৰা অদ্যাবধি প্ৰকাশ হৈ আছে।

১৯৯৬ চনত ভাষা বৈজ্ঞানিক দৃষ্টিৰে পুৰণি কামৰূপ ঐতিহ্য ঃ জ্বলতি ৰাম লহকৰ অষ্টম স্মাৰক বক্তৃতা মাহেকীয়া আলোচনী 'নাম নাই'ত মুদ্রিত হৈছে। অসম সাহিত্য সভাৰ ২০০২ চনৰ হাজো অধিবেশনত লোক সংস্কৃতি চৰ্চাৰ বাবে লীলা গগৈ স্মাৰক বঁটা লাভ কৰিছে। তেওঁক ২০০২ চনত ভাৰতীয় দলিত সাহিত্য একাডেমী দ্বিতীয় ৰাজ্যিক দলিত লেখক সন্মিলনৰ (গুৱাহাটী) দ্বাৰা শ্ৰীমন্ত শংকৰদেৱ বঁটা প্ৰদান কৰিছে।

একালৰ সাংবাদিক, অধ্যয়ন পুষ্ট, কবি, সাহিত্যিক, সমালোচক, সকলোকে আপোন কৰি লব পৰা ব্যক্তি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যাৰ ৮০তম্ জন্ম দিৱস উপলক্ষে সু-স্বাস্থ্যৰে সুদীৰ্ঘ আয়ুস কামনা কৰি অভিনন্দন জনালোঁ। নতুন প্ৰজন্মৰ তেওঁ আদৰ্শ পুৰুষ হওক। তেওঁৰ জীৱন কৰ্ম-সংস্কৃতিৰে ভৰপুৰ হওক।



# সতীৰ্থ বন্ধুলৈ অভিনন্দন

শ্ৰীদামোদৰ শৰ্মা

ছাত্ৰ জীৱনৰপৰা চাকৰিকালৰ পৰিসমাপ্তি হোৱাৰ পিছতো এই চাৰি কুৰি এবছৰলৈকে বহুতকে লগ পালোঁ আৰু বহুতকে হেৰুৱালোঁ। কিন্তু স্থান-কাল পৰিস্থিতি ভেদে এতিয়ালৈকে লগ পাই থকা সকলৰ দুই এজনৰ সান্নিধ্যই আনি দিয়ে অপৰিসীম আনন্দ। পঢ়াশলীয়া জীৱনৰ মোৰ এনে এজন সহপাঠী আৰু অন্তৰংগ বন্ধু ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য। প্ৰমোদক প্ৰথমে লগ পাইছিলোঁ গৰ্ডন হাইস্কুলৰ ১৯৩৭ চনৰ পঞ্চম শ্ৰেণীত। মই পাঠশালাৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হৈ ১৯৩৫ চনতে গৰ্ডন হাইস্কুলৰ তৃতীয় শ্ৰেণীত নাম ভৰ্ত্তি কৰিছিলোঁ। প্ৰমোদ চন্দ্ৰ ভট্টই নলবাৰী এম. ভি স্কুলৰ শেষ পৰীক্ষাত মাহে চাৰিটকীয়া বৃত্তি লাভ কৰি সন্ধেলী গাৱঁৰে বসন্ত কুমাৰ শৰ্মা আৰু নবীন চন্দ্ৰ শৰ্মাৰ লগতে গৰ্ডন হাইস্কুলৰ পঞ্চম শ্ৰেণীত নাম ভৰ্ত্তি কৰিছিল। তাৰ আগতে ১৯৩৪ চনত বালিলেছা প্ৰাথমিক বিদ্যালয়ৰ পৰা পৰীক্ষা দি তিনি টকীয়া বৃত্তি লাভ কৰিছিল। বসন্ত আৰু নবীনদা আমাৰ মাজৰপৰা বহুবছৰ আগতে চিৰদিনৰ বাবে আঁতৰি গ'ল। ভট্ট আৰু মোৰ মাজৰ মৰমৰ এনাজৰীৰ বান্ধোন আজিও নিকপ্‌কপীয়া হৈয়ে আছে। নলবাৰী গৰ্ডন হাইস্কুলৰ সুদক্ষ আৰু যশস্বী প্ৰধান শিক্ষক মণিৰাম দাস প্ৰমুখ্যে অন্যান্য কৃতী আৰু অভিজ্ঞ শিক্ষা গুৰুসকলৰ আকৰ্ষণীয় পাঠদানৰ অতীত স্মৃতিবোৰ আমাৰ দুয়োৰে মনত আজিও সজীৱ হৈ আছে আৰু সেইবোৰেই আমাৰ জীৱনৰ উমৈহতীয়া অমূল্য সম্পদ। সেই সময়ত নলবাৰী গৰ্ডন হাইস্কুলত পঢ়াটো যেন গৌৰৱৰ বিষয় আছিল। কটন কলেজত পঢ়া সকলে যেনেকৈ 'কটনিয়ান' বুলি গৌৰৱ কৰে আমিও সেইদৰে 'গৰ্ডনিয়ান' বুলি গৌৰৱ অনুভৱ কৰোঁ। তেতিয়াৰ দিনত অসমৰ বেচৰকাৰী হাইস্কুলৰ ভিতৰত নলবাৰী গৰ্ডন হাইস্কুল এখন খ্যাতিসম্পন্ন নামজ্বলা স্কুল আছিল। 'বিয়াল্লিছৰ নলবাৰী' নামেৰে আমি গৰ্ডনিয়ান কেইজনমানে এখন পুস্তিকা লিখি সেই সময়ৰ নলবাৰীৰ চিত্ৰ দাঙি ধৰিছোঁ।

১৯৪০ চনৰ গণ সত্যাগ্ৰহ আৰু ১৯৪২ চনৰ ভাৰত ত্যাগ আন্দোলনে আমাকো কোবাই গৈছিল। নলবাৰী গৰ্ডন হাইস্কুলৰ সন্মুখত বিপুল সমাবেশৰ

মাজত স্থানীয় গান্ধীবাদী, সমাজকৰ্মী আৰু বিশিষ্ট কংগ্ৰেছনেতা হৰিচৰণ পাঠকে সত্যাগ্ৰহ কৰি আৰক্ষীৰ হাতত গ্ৰেপ্তাৰ বৰণ কৰাৰ দৃশ্য আমি প্ৰত্যক্ষ কৰি দেশ-প্ৰেমেৰে উদ্বুদ্ধ হৈছিলোঁ। নলবাৰী অঞ্চলৰ বিয়াল্লিশৰ গণ বিপ্লৱত সক্ৰিয়ভাবে অংশ গ্ৰহণ কৰা সকলৰ বহুতেই আমাৰ মাজৰ পৰা আঁতৰি গৈছে। প্ৰভাত চন্দ্ৰ শৰ্মা, প্ৰতাপ চন্দ্ৰ গোস্বামী, উমাকান্ত শৰ্মা, বিশ্ব গোস্বামী, উপেন্দ্ৰ নাথ গোস্বামী আৰু আমাৰ সহপাঠী খৰ্গেশ্বৰ মেধি আদি আজি আমাৰ মাজত সোঁ শৰীৰে নাই। বিয়াল্লিছৰ আগষ্ট মাহৰপৰা স্বাধীনতা আন্দোলন আৰম্ভ হৈ তীব্ৰৰূপ ধাৰণ কৰা সময়ত আমাৰ প্ৰবেশিকা পৰীক্ষা। সেই বছৰৰ ডিচেম্বৰ মাহত আমাৰ বাছনি পৰীক্ষা। নিৰ্দিষ্ট দিনত আমি বাছনি পৰীক্ষাত বহিলো। এনেতে বাহিৰত শুনিবলৈ পালোঁ 'বন্দে মাতৰম্ – ভাৰত মাতা কী জয় – মহাত্মা গান্ধী কী জয়।' সমদলকাৰীৰ এই জয়ধ্বনি শুনি আমি থিৰে থাকিব নোৱাৰিলোঁ। আমাৰ পৰীক্ষা দিয়া নহ'ল। প্ৰধান শিক্ষকে বুজনি দিয়াৰ পাছতো আমি প্ৰশ্নকাকত আৰু প্ৰশ্নোত্তৰ বহী হাতত লৈ ওলাই আহি সমদলত যোগ দিলোঁ। তাৰ পাছত বাছনি পৰীক্ষা নোলোৱাকৈয়ে প্ৰধান শিক্ষকে আমাক প্ৰবেশিকা পৰীক্ষা দিবলৈ অনুমতি প্ৰদান কৰি বিশ্ববিদ্যালয়ৰ প্ৰ-পত্ৰ পূৰণ কৰিবলৈ দিলে।

১৯৪৩ চনৰ মাৰ্চ মাহত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত গুৱাহাটী কেন্দ্ৰত প্ৰবেশিকা পৰীক্ষা দি প্ৰমোদ চন্দ্ৰ ভট্টই অসমীয়া আৰু ভূগোলত লেটাৰ পাই প্ৰথম বিভাগত উত্তীৰ্ণ হৈ প্ৰতিযোগিতামূলক মাহেকীয়া পোন্ধৰ টকীয়া জলপানি লাভ কৰে। তেতিয়াৰেপৰা আমি দুয়ো পাগলাদিয়াৰ পাৰৰপৰা আহি লুইতৰ পাৰত গুৱাহাটীবাসী হ'লো। প্ৰমোদে সেইবাৰেই আৰম্ভ হোৱা বি বৰুৱা কলেজৰ আই-এ (কমাৰ্চ) শ্ৰেণীত ভৰ্ত্তি হ'ল আৰু মই কটন কলেজৰ আই-এছ-চি শ্ৰেণীত ভৰ্ত্তি হ'লো। আৰম্ভণিতে বি. বৰুৱা কলেজৰ শ্ৰেণীসমূহ সন্ধিয়াৰ ভাগত কামৰূপ একাডেমীত বহিছিল আৰু সেইকাৰণে দিনৰ ভাগত ঘৰুৱা শিক্ষকতা কৰাৰ উপৰিও তেতিয়া শিলপুখুৰীত থকা নিউপ্ৰেছত কাম কৰিছিল। এইদৰে দুখ-কষ্টৰ মাজেদি প্ৰমোদ ভট্টই সুখ্যাতিৰে, প্ৰথম বিভাগত আই-এ পাছ কৰি কটনৰ বি-এ মহলাত ভৰ্ত্তি হ'ল। ময়ো আই-এছ-চিত বিশেষ ভাল ফল কৰিব নোৱাৰি বি-এ শ্ৰেণীত নাম লগোৱাত দুবছৰ বিৰতিৰ পাছত দুই বন্ধুৰ পুনৰ্মিলন ঘটিল। এইবাৰ দুয়োৰে বিষয়ো একে হ'ল; অৰ্থাৎ দুয়ো অৰ্থনীতি আৰু অসমীয়া দ্বিতীয় ভাষা লৈ ভট্টই অৰ্থনীতিত আৰু মই ইংৰাজীত অনাৰ্চ ল'লো। আমাৰ লগতে অজিত মল্ল বৰুৱা, ৰাম গোস্বামী, গোপাল গোস্বামী, বাণীকান্ত ভট্টাচাৰ্য্য, দুৰ্গেশ্বৰ কটকী আদিকো বি-এ মহলাত সহপাঠী হিচাপে পাইছিলোঁ। দুৰ্ভাগ্যবশতঃ আমাৰ এজনবো ফাইনেল পৰীক্ষাত অনাৰ্চৰ পৰীক্ষা দিয়া নহ'ল। মই ১৯৪৭ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অসমৰ শেষ পৰীক্ষাৰ্থীদলৰ লগতে বি-এ পৰীক্ষাত সাধাৰণ ভাৱে

উত্তীর্ণ হ'লো। কিন্তু প্রমোদ ভট্টই শাৰীৰিক অসুস্থতাৰ কাৰণে সেইবাৰ বি-এ ফাইনেল পৰীক্ষা দিব নোৱাৰিলে। ১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত হোৱা প্রথম পৰীক্ষাৰ পৰীক্ষার্থীসকলৰ লগত পৰীক্ষা দি ডিষ্টিংশ্বন লৈ সুখ্যাতিৰে বি.এ. পৰীক্ষাত উত্তীর্ণ হ'ল।

১৯৪৩ চনত প্রৱেশিকা পৰীক্ষা পাছ কৰি বি. বৰুৱা কলেজত পঢ়া কালত প্রমোদে চেনিকুঠীত মাহিলি তিনি টকা ভাৰাত লোৱা খেৰী ঘৰটোত আই-এছ-চি পাচকৰাৰ আগে পিছে ময়ো কিছুদিন একেলগে আছিলোঁ। আমি দুয়ো পাল পাতি ৰন্ধা-বঢ়া কৰিছিলোঁ। বি. এ মহলাত নাম লিখাৰ পাছত প্রমোদৰপৰা অর্থনীতিৰ উপৰিও আন বহু কথা শিকি বুজি লৈছিলোঁ। কাৰণ প্রমোদ অতি তীক্ষ্ণ বুদ্ধিৰ ছাত্র আছিল। ১৯৪৪ চনত আমাৰ অনুজ প্রভাত চন্দ্র গোস্বামীৰ আশাশুধীয়া প্রচেষ্টাৰ ফলত সাহিত্যিক চক্রেশ্বৰ ভট্টাচার্য্যৰ সভাপতিত্বত চেনিকুঠীত তৰুণ লেখক সংঘ সংস্থাপন কৰা হৈছিল । সেই সংঘই *তৰুণ জাগৰণ* আৰু *সন্ধান* নামৰ দুখন আলোচনী প্রকাশ কৰিছিল। *তৰুণ লেখক সংঘ* আৰু তৰুণ জাগৰণৰ মূলতে আছিল প্রমোদ চন্দ্র ভট্টাচার্য। তেওঁৰ ছাত্র অৱস্থাৰ এই অৱদান চিৰস্মৰণীয়।

বি-এ পাছ কৰাৰ পাছৰে পৰা আমাৰ জীৱন নৈৰ গতি দুটা সুঁতিত বিভক্ত হৈ দুফালে প্রবাহিত হ'ল। মই হ'লো হাইস্কুলৰ শিক্ষক আৰু প্রমোদে ১৯৫০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়াত এম. এ পৰীক্ষাত দ্বিতীয় শ্রেণীৰ প্রথম স্থান অধিকাৰ কৰি (সেইবাৰ প্রথম শ্রেণী কোনেও পোৱা নাছিল) উত্তীর্ণ হৈ ১৯৫১ চনত নিজে পঢ়া বি. বৰুৱা কলেজত প্রবক্তা ৰূপে যোগদান কৰিলে। তেতিয়াৰ অধ্যক্ষ হেম বৰুৱাই ৰাজনীতিত প্রবেশ কৰাৰ পাছত সুৰেন্দ্র মোহন দাস কলেজৰ অধ্যক্ষ হোৱাত প্রমোদ ভট্ট উপাধ্যক্ষ হয়। ১৯৬২ চনত ভট্টদেৱে কলেজৰ অধ্যক্ষৰ পদত অধিষ্ঠিত হৈ সুদীর্ঘ পঁচিশ বছৰৰ মূৰত ১৯৮৬ চনত অৱসৰ গ্রহণ কৰে। ইয়াৰ মাজতে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলাগুৰু ড° বাণীকান্ত কাকতিৰ অধীনত বৰো ভাষাৰ ওপৰত গবেষণা কৰি ১৯৬৫ চনত ডক্টৰেট (পি. এইছ. ডি.) ডিগ্রী লাভ কৰে।

প্রমোদ চন্দ্র ভট্টাচার্য্য কেৱল ভাষা বিজ্ঞানৰ এগৰাকী খ্যাতিমন্ত পণ্ডিতেই নহয় তেওঁ শিক্ষা-সাহিত্য জগতৰো কাণ্ডাৰী। শিক্ষাগুৰু ড° বিৰিঞ্চিকুমাৰ বৰুৱাই মহেশ্বৰ নেওগ, প্রফুল্লদত্ত গোস্বামী, কেশৱ মহন্তৰ লগতে প্রমোদ ভট্টকো তেওঁৰ শিক্ষামূলক আঁচনিৰ বিশেষকৈ ৰংঘৰ, ৰামধেনু, নতুন অসমীয়া আদিৰ সহযোগী হিচাপে লৈছিল। গুৱাহাটী আলোচনা চক্রৰ তেওঁ প্রতিষ্ঠাপক সদস্য আৰু চতুর্থ সম্পাদক হৈ পিছলৈ সভাপতি, গুৱাহাটী সাহিত্য কাননৰ সক্রিয় সদস্য, অসম ব্রহ্মবিদ্যা সমাজৰ সদস্য, কামৰূপ অনুসন্ধান সমিতিৰ সভাপতি, অসম জনকৃষ্টি সমাজৰ সভাপতি, অসম ভাষা বিজ্ঞান সমাজৰ উপদেষ্টা, ভাৰতীয় ভাষাতাত্ত্বিক

সমাজৰ কাৰ্যাবাহী সদস্য হোৱাৰ উপৰিও দেশ বিদেশৰ কেইবাটাও শিক্ষামূলক অনুষ্ঠানৰ লগত ওতপ্ৰোতভাৱে জড়িত। ভট্টাচাৰ্য্য এগৰাকী সুলেখক আৰু কবি হিচাপেও আমাৰ মাজত পৰিচিত। অসমীয়া সাহিত্যত তেওঁৰ যথেষ্ট বৰঙণি আছে। ছাত্ৰ জীৱনৰ পৰাই অসমৰ বিভিন্ন আলোচনী, পত্ৰিকা আদিত তেওঁৰ ৰচিত কবিতা প্ৰকাশ পাইছিল। নৱম শ্ৰেণীত পঢ়ি থাকোঁতেই নলবাৰী গৰ্ডন হাইস্কুলৰ হাতেলিখা আলোচনী 'নৈবেদ্য'ত 'কবিৰ সমাধি' নামৰ কবিতা এটা প্ৰকাশ পাইছিল। ১৯৪২ চনত গৰ্ডন হাইস্কুলৰ ছাত্ৰ একতা সভাৰ সম্পাদকো নিৰ্বাচিত হৈছিল। পৰবৰ্ত্তী কালত তেওঁৰ কবিতাসমূহ *বাঁহী, ৰামধেনু, জয়ন্তী, সুৰভি* আদি আলোচনীত প্ৰকাশ পাইছিল।

আজি জীৱনৰ বিয়লি বেলাত অতীতৰ স্মৃতিৰাশি অস্তগামী সূৰ্য্যৰ হেঙুলীয়া ৰেঙনিত যেন জিলিকি উঠিছে মোৰ মানস পটত। বন্ধুবৰ প্ৰমোদে আজি আশী বছৰত ভৰি দিলে। আজিৰ এই জন্ম দিনৰ শুভ ক্ষণত এনে এগৰাকী গুণী-জ্ঞানী সতীৰ্থ বন্ধু ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যলৈ মোৰ আন্তৰিক অভিনন্দন, প্ৰীতি আৰু শুভেচ্ছা জনাবলৈ পাই নিজকেই ধন্য মানিছোঁ। তেওঁ যেন শতায়ু হয়- এয়ে ভগৱানৰ ওচৰত প্ৰাৰ্থনা।



# আমাৰ চিনাকি ড° ভট্টাচাৰ্য্য

শ্ৰীনগেন চৌধুৰী

*সৰ্বে ভৱন্তু সুখিনঃ সৰ্বে সন্তু নিৰাময়াঃ।*
*সৰ্বে ভদ্ৰানি পশ্যান্তু মা কশ্চিৎ দুঃখভা ভৱেৎ।*

এজন ব্যক্তিয়ে প্ৰায়ে সভা-সমিতিৰ আৰম্ভণিতে ওপৰত উল্লেখ কৰা ধৰণৰ ভাষাত ৰচিত শ্লোকটি মুখস্থ মাতে সকলোৰে মঙ্গল কামনা কৰি। কাৰণ তেখেতৰ অন্তৰে বিচাৰে সকলোৰে মাজত বিৰাজমান হওক শান্তি, সুখ। সেইজন ব্যক্তি আন কোনো নহয়, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। আমাৰ বেছিভাগ লোকৰে পৰিচিত, অতি জনপ্ৰিয়, শিশুৰ দৰে সৰল প্ৰাণৰ লোক। যিসকলে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক এবাৰ লগ পাইছে, তেওঁ কেতিয়াও 'শান্তি বিৰাজ কৰক বুলি ভবা' ব্যক্তিজনক পাহৰিব নোৱাৰে। সকলোকে আকৰ্ষণ কৰিব পৰা গুণ, সকলোকে আকোৱালি লোৱা স্বভাৱে ড° ভট্টাচাৰ্য্যক মহীয়ান কৰি তুলিছে, সংহতিৰ প্ৰতীক যেন গণ্য কৰিছে। সংহতিৰ প্ৰতীক নহয় জানো ? এজন উচ্চ ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰি, আৰ্য্যবংশোদ্ভৱ ব্যক্তি হৈযো কোনেও নকৰা কৰ্ম কৰিলে। বৰো ভাষা শিকি বৰো কছাৰীসকলৰ বিষয়ে গবেষণা গ্ৰন্থ লিখিলে, বৰো-কছাৰীসকলৰ লগত মিলি 'হাত বঢ়ালেই বন্ধু' গঢ়িলে, 'অসমৰ জনজাতি' ৰচনা কৰিলে। আন্তৰিকতা বা বহল উদাৰ মনৰ নহ'লে জানো পাৰে? জনজাতিসকলৰ বুকুৰ কুটুম বুলি ভাবি দিহিঙে-দিপাঙে ঘূৰি ঘূৰি সময় গোটালে। বৰোসকলে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক বিচাৰে, মিচিংসকলেও, ৰাভা-কাৰ্বিসকলেও। ড° ভট্টাচাৰ্য্যই মুখেৰে নহয়, হাতে-কামে বসুধৈৱ কুটুম্বকম্ কৰিলে।

ড° ভট্টাচাৰ্য্যৰ লগত মোৰ আজিৰ চিনাকি নহয়, বহু দিনীয়া। এবাৰ ড° ভট্টাচাৰ্য্য সানেকুছি গাঁৱলৈ গৈছিল। উদ্দেশ্য অধ্যাপক শ্ৰীনগেন্দ্ৰ শৰ্মাদা (প্ৰাক্তন ডি পি আই) হঁতৰ ঘৰত বিয়া খোৱা। তেতিয়া আমি হাইস্কুলৰ ছাত্ৰ। ভলভলীয়া মানুহজনে আমাক সকলোকে মাত-কথাৰে আকোৱালি ললে। আমি জানিলোঁ যে তেখেত বি. বৰুৱা কলেজৰ অধ্যক্ষ। আমাৰ মাজৰপৰা বিদায় লৈ ড° ভট্টাচাৰ্য্য আঁতৰি আহিল যদিও love at first sight ৰ দৰে আমাৰ কুমলীয়া মনত শিলত

ৰেখাৰ দৰে অঁকিত হৈ ৰ'ল ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ স্মৃতি। প্ৰৱেশিকা পৰীক্ষা পাছ কৰি কটন কলেজত চীট পাওঁ, ড ভট্টাচাৰ্য্য মহাশয়ৰ কথামতে বি বৰুৱালৈ অহা, অনাৰ্চ নোখোলা বাবে জগন্নাথ শৰ্মা আৰু মই তৰ্ক কৰা, অনাৰ্চ খুলি চাকৰিৰ সন্ধানত শ্বিলঙলৈ গৈ পঢ়া ইত্যাদি ছায়াছবিৰ দৰে অনেক ছবি মানস পটত উদ্ভাসিত হৈ উঠে কলেজত মাচুল দিব নোৱাৰাত ড ভট্টাচাৰ্য্য মহাশয় আৰু শ্ৰীনবীন পাটোৱাৰীদাই কেনেদৰে সহায় কৰিছিল ইত্যাদি কথাই আজিও মনত জুমুৰি ধৰেহি। আৰু ইয়াৰ গুৰিতে আছিল তেখেতৰ মৰম।

গুৱাহাটীলৈ একাবেকা বাটেৰে শ্বিলঙৰপৰা নামি অহাৰ পিছত, বিভিন্ন সাহিত্য সাংস্কৃতিক অনুষ্ঠানৰ লগত জড়িত হৈ ক্ৰমে ড ভট্টাচাৰ্য্যৰ আৰু ওচৰ চাপি গ'লো ওচৰলৈ, আৰু ওচৰলৈ বছৱেলৰ দৰে ড জনচনৰ জীৱন 'লাইফ অব জনচন' ৰ সদৃশ জীৱনী লিখিব নোৱাৰিলেও নিশ্চয় বহু কথাই সন্নিবিষ্ট কৰিব পৰা যায় সেয়া জানো বৰ্ত্তমান সম্ভৱ।

ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অসমীয়া সাহিত্যৰ এজন উল্লেখনীয় সুলেখক। যি কেইজন অসমীয়া লেখকে সুকীয়া বিষয় বস্তুৰে, কম লিখিও অসমীয়া সাহিত্য কাননত বিশেষ স্থান তথা মৰ্য্যাদা ৰাখিব পাৰিছে তেখেতসকলৰ ভিতৰত ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যও এজন। তেখেতে কবিতাৰপৰা ভাষাতত্ব সম্পৰ্কীয় গ্ৰন্থ লিখিছে জীৱনৰ আগবয়সত যৌৱনৰ ভৰ সময়ত ৰোমাণ্টিকধৰ্মী কবিতা ৰচনা কৰিছিল। বয়স বৃদ্ধি হৈ অহাৰ লগে লগে অসমীয়া সাহিত্যৰ কিছুমান দিশত অভাৱ পৰিলক্ষিত হোৱাত ড ভট্টাচাৰ্য্যই কলম হাতত তুলি ললে সেই অভাৱ দূৰ কৰাৰ বাবে। জনজাতিৰ সাহিত্যৰাজিক উদ্ধাৰ কৰাৰ বাবে তেখেতে আপ্ৰাণ চেষ্টা কৰিলে

বৰো ভাষা সাহিত্যৰ গৱেষণা কৰি ৰচনা কৰিছিল -- 'বৰো ভাষাৰ বৰ্ণনাত্মক বিশ্লেষণ', যিখন গ্ৰন্থ ৰচনা কৰি তেখেতে বৰো-ভাষা সাহিত্যক মহীয়ান কৰিলে, অসমৰ জনজাতিসকলক আগবঢ়াই আনিলে, তেওঁলোকৰ বিষয়ে জন-সাধাৰণক জ্ঞাত কৰালে সেয়া হ'ল 'অসমৰ জনজাতি' গ্ৰন্থ (সম্পাদনা)। ইয়াৰ উপৰিও ৰচনা কৰিলে — বৰো ফ'কছংচ্ এণ্ড টেইলছ, আৰু জনজাতীয় বিভিন্ন ইংৰাজী-অসমীয়া প্ৰবন্ধ, প্ৰয়াত ভবেন নাৰ্জিৰ লগ হৈ সংগ্ৰহ কৰিলে বৰো-অসমীয়া শব্দকোষ, লোক-কাহিনী। লেখিলে, অসমৰ জনজাতীয় ডেকাচাং আৰু গাভৰুচাং (নীলাচল-- ২য় বছৰ, ১ম সংখ্যা)। জনজাতিৰ পুঞ্জীভূত সমলৰাজি উদ্ধাৰৰ কাৰণে তেখেত সদায় উৎসাহী, জাগ্ৰত, মুখেৰে নহয়, হাতে-কামে।

ড' বাণীকান্ত কাকতিৰ পিছত প্ৰকৃতাৰ্থত ভাষা-তত্ত্ব বিষয়ক (আংশিক অৱশ্যে হৈছে) অধিক গ্ৰন্থ ৰচনা হোৱা বুলি ক'ব নোৱাৰি। ড' কাকতিৰ ছাত্ৰ হিচাবে,

অসমৰ বৃহৎ জনজাতি বৰো ভাষা উদ্ধাৰৰ কাৰণে ওপৰত উল্লেখ কৰা গ্ৰন্থখন ড' ভট্টাচাৰ্য্যই ৰচনা কৰিলে। অন্য এটি ভাষা শিকি, সেই বিষয়ে লিখা আৰু ভাষাতত্ত্ব সম্পৰ্কীয় গ্ৰন্থ ৰচনা কৰা কিমান কষ্টকৰ তাক কৰোতাইহে জানে। তেখেতৰ ই এক আদৰ্শ। আমি আশা কৰোঁ, অন্য কোনোবাই আন আন জনজাতিৰ বিষয়ে, লিখি পিছ পৰি থকা আমাৰ জনগোষ্ঠীৰ ভাষা-সাহিত্যক সমৃদ্ধিশালী কৰিব।

তেখেতে যোনেদৰে 'সৰ্বে ভবন্তু সুখিনঃ' বুলি বিষয় বস্তু আৰম্ভ কৰে, ঠিক তেনেদৰে শেষ কৰে এই দুটি শব্দেৰে ঃ 'চৰৈবেতি, চৰৈবেতি"। আমিও আশা কৰিছোঁ ড' ভট্টাচাৰ্য্যই আগবাঢ়ি গৈ আমাৰ সাহিত্যক আৰু সমৃদ্ধিশালী কৰিব।



# ড° ভট্টাচাৰ্য্যৰ সৈতে সান্নিধ্যৰ কথা সুঁৱৰি

শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী

শিক্ষাব্ৰতী আৰু সাহিত্যিক অধ্যাপক ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মোৰ পুৰণি বন্ধু যোবা প্ৰায় দুকুৰি বছৰৰো ওপৰ মই তেওঁক বিভিন্ন সময়ত লগ পাইছোঁ। কিন্তু তেওঁক পোনতে ক'ত লগ পাইছিলোঁ সেই কথা হ'লে মোৰ মনত নাই। এতিয়া স্মৰণ শক্তিও যেন দুবল হৈছে

ভট্টাচাৰ্য্যক সম্ভৱ মই অসম সাহিত্য সভাৰ মঞ্চত লগ পাইছিলোঁ। একালত অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাৰ 'তপোবন নামৰ ঘৰটোৱেই আছিল অনেক সাহিত্যিকৰ পক্ষে মিলন-ক্ষেত্ৰ

অসম সাহিত্য-সভাৰ উপলক্ষত বা অসম কলেজ শিক্ষক সংস্থাৰ কামত গুৱাহাটীলৈ যাওতে মাজে সময়ে তেওঁক লগ পাইছিলোঁ। এসময়ত স্বৰ্গীয় ড নন্দ তালুকদাৰ, ভট্টাচাৰ্য্যৰ সৈতে সংযোগ স্থাপনৰ কাৰক আছিল।

অসম সাহিত্য-সভাই তেওঁক দিয়া গ্ৰন্থ প্ৰণয়নৰ দায়িত্ব হাঁহিমুখে সম্পাদন কৰিছিল অসম সাহিত্য-সভাৰ প্ৰকাশন 'অসমৰ জনজাতি' গ্ৰন্থখনৰ সম্পাদন ইয়াৰেই দৃষ্টান্ত। সভাৰ আলোচনা চক্ৰ, লেখক-শিবিৰ আদিত তেওঁ সক্ৰিয় ভূমিকা লৈছিল। মই এবাৰ তেওঁৰ ঘৰত আলহী আছিলোঁ। তেওঁৰ নৱগিৰিস্থিত বাসভৱনৰ পৰা চকু ফুৰাই চালেই গুৱাহাটী মহানগৰৰ পৰিৱৰ্ত্তন আৰু পৰিবৰ্দ্ধন ভট্টাচাৰ্য্যৰ চকুৰ আগত ভাঁহি উঠে। এবাৰ কোনো এখন সভা উপলক্ষ্যে তেজপুৰলৈ যাওঁতে ভট্টাচাৰ্য্য আৰু মই আৱৰ্ত্ত ভৱনৰ একেটা কোঠাতে এৰাতি আছিলোঁ।

ভট্টাচাৰ্য্যৰ দেহ নিপোটল আৰু নিৰাময়। তেওঁ গজগতিৰে পদ সঞ্চালন কৰে। এতিয়াও যেন তেওঁ গজেন্দ্ৰ পুৰুষ হৈ আছে। তেওঁ অহা বছৰৰ ফেব্ৰুৱাৰী মাহত আশীবছৰৰত ভৰি দিব। তেওঁ যেন সুন্দৰ স্বাস্থ্যৰ অধিকাৰী হৈ জাতীয় জীৱনলৈ বৰঙণি যোগায় তাক কামনা কৰিলোঁ।



# ড° ভট্টাচাৰ্য্যৰ সংগ-সান্নিধ্য

শ্ৰীকমলেশ্বৰ বৰা

একেধাৰে গৱেষক, সাহিত্যিক, শিক্ষাসেৱী, গভীৰ মনীষী আৰু প্ৰজ্ঞাৰে মহিমামণ্ডিত আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য স্নাতকোত্তৰ মহলাত আমাৰ সহপাঠী আছিল। প্ৰয়াত গোপীনাথ বৰদলৈৰ নেতৃত্বত আৰু বিৰিঞ্চি কুমাৰ বৰুৱা, মাধৱ বেজবৰুৱা, শৰৎচন্দ্ৰ গোস্বামী, ৰোহিণী কুমাৰ চৌধুৰী, ছাৰ চাদুল্লা, মহেশ্বৰ নেওগ আদি অনেকৰে সহযোগত ১৯৪৮ চনত যেতিয়া গৌহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠিত হ'ল, অসমৰ শিক্ষা জগতৰ বৈপ্লৱিক পৰিবৰ্তন ঘটিল আৰু অসমীয়া মানুহৰ বহুদিনীয়া আশা পূৰণ হ'ল। মেট্ৰিক, আই. এ. আদি পৰীক্ষা আমি কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত দিব লগীয়া হৈছিল। ১৯৪৭ চনত ভাৰতবৰ্ষই স্বাধীনতা লভাৰ পাছত তেতিয়াৰ অসমৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈয়ে (১৯৫০ চনৰ সংবিধান গ্ৰহণ কৰাৰ আগলৈকে ৰাজ্যৰ মুখ্যমন্ত্ৰীসকলক প্ৰধানমন্ত্ৰী বা প্ৰিমিয়াৰ বোলা হৈছিল।) অক্লান্ত পৰিশ্ৰম কৰি ৰাইজক লগত লৈ লোৱা পদক্ষেপৰ ফলশ্ৰুতিত অসম বিধান সভাত আইন পাছ কৰাই গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন কৰিলে। বিশ্ববিদ্যালয়ে স্নাতকোত্তৰ শ্ৰেণী আৰম্ভ নকৰিলে আমাৰ দৰে বহুতো ছাত্ৰই হয়তো কলিকতালৈ গৈ বা আন বিশ্ববিদ্যালয়লৈ গৈ স্নাতকোত্তৰ শ্ৰেণীত পঢ়াৰ সুবিধা কণ লব নোৱাৰিলেহেঁতেন।

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই অসমীয়া বিভাগত নাম লগালে। তেতিয়াৰ পৰাই তেখেতক আমি অতি মেধাৱী ছাত্ৰৰূপে জানি আহিছিলোঁ।

তেতিয়া বিশ্ববিদ্যালয়ৰ শ্ৰেণী কটন কলেজৰ প্ৰাঙ্গনত ১৯৩৯-৪৫ চনৰ মহাযুদ্ধত সজা এটা বেৰেকত আৰু বাকী কেইটামান বিভাগৰ শ্ৰেণী দীঘলীপুখুৰীৰ পাৰ্কত তেতিয়া থকা আৰ্ল ল'কলেজৰ প্ৰাঙ্গণত দীঘল ঘৰ এটা সাজি আৰম্ভ কৰিছিল। ইতিহাসৰ ছাত্ৰৰূপে আমাৰ চাম ছাত্ৰছাত্ৰী দীঘলী পুখুৰীৰ পাৰৰ নতুনকৈ সজা অস্থায়ী ঘৰটোত পঢ়াৰ সুবিধা পাইছিলোঁ। চানমাৰিৰ ইউনিৰ্ভাচিতি কলনীত আমাৰ ছাত্ৰাবাসৰ খেৰী দীঘল ঘৰকেইটা আছিল আৰু অধ্যাপকসকলেও খেৰেৰে চাউনি দিয়া তেনে ঘৰতেই বাস কৰিছিল। চানমাৰীৰ পৰা দীঘলীপুখুৰীৰ

পাৰলৈ আমি খোজ কাঢ়ি অহা-যোৱা কৰিছিলোঁ; ছাত্ৰ-ছাত্ৰী কম হোৱা কাৰণে অধ্যাপক-অধ্যাপিকাসকলৰ লগত আমাৰ ব্যক্তিগত যোগাযোগ অতি মধুৰ আছিল আৰু তেখেত সকলেও আমাৰ মানসিক আৰু বৌদ্ধিক উত্তৰণৰ কাৰণে যথেষ্ট যত্নবান হৈছিল।

ভট্টাচাৰ্য্য ডাঙৰীযাৰ লগত আমাৰ সহৃদযতা আমাৰ কৰ্ম্মজীৱনৰ শেষৰ ফালেহে বৃদ্ধি পায়। বিভিন্ন সময়ত মেলে-মিটিঙে, শিক্ষা পৰিষদ, আলোচনা চক্ৰ আদিত তেখেতে সক্ৰিয় সহযোগ কৰাৰ লগতে তেখেতৰ বুদ্ধিদীপ্ত ভাষণেৰে সকলোৰে অন্তৰ চুই যাব পাৰিছিল। বহুতো সাংস্কৃতিক অনুষ্ঠানৰ তেখেত মধ্যমণি আছিল আৰু বৰ্ত্তমানেও হৈ আছে। তেখেতৰ সকলোতকৈ ডাঙৰ গুণ হৈছে নিৰহঙ্কাৰ আৰু প্ৰাণখোলা স্বভাৱ। সৰু-বৰ সকলোৰে লগত ইমান সহৃদয়তাৰে আলাপ আলোচনা কৰা মই দ্বিতীয় পণ্ডিত দেখা নাই।

বিশাল অন্তৰৰ গৰাকী এইজনা অতি উচ্চ খাপৰ গৱেষক পণ্ডিতৰ সান্নিধ্যলৈ আহিব পৰাটো মই নিজকে ভাগ্যৱান বুলি ভাবোঁ। আমি লগ পালেই পুৰণি দিনৰ কথা সুঁৱৰি কোন ক'ত আছে, কি কৰিছে আদিৰ কথা পাতি আমাৰ ডেকাকালৰ গুৱাহাটী আৰু অসমৰ বুকুলৈ উভতি যাওঁ।

আমাৰে লগৰ সহপাঠী বহুকেইজন সংসাৰৰপৰা আঁতৰি গ'ল। আমিও এদিন যাবগৈ লাগিব। কিন্তু ভট্টাচাৰ্য্য ডাঙৰীয়াক লগ পালে তেখেতৰ চিৰ উজ্জ্বল ব্যক্তিত্ব আৰু হাস্যমধুৰ কথাই আমাৰ প্ৰাণলৈ আশাৰ বতৰা কঢ়িয়াই আনে। তেখেতৰ কথাৰ মাজতে আমি বিচাৰি পাওঁ ঃ

*Our sweetest songs are those*
*That tell of saddest thoughts.*

তেখেতৰ জন্মদিনত আমাৰ আন্তৰিক প্ৰীতি শুভেচ্ছা জনোৱাৰ লগতে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ যেন শতায়ু হৈ অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ চৰ্চ্চা অব্যাহত ৰাখি অসমীয়া সমাজলৈ আৰু বহু অৱদান দি যাব পাৰে।



# ড° ভট্টাচাৰ্য্যৰ সান্নিধ্য

শ্ৰীদুৰ্গেশ্বৰ শৰ্মা

১৯৫০ চনত এখনি পুৰণি আলোচনীত শ্ৰদ্ধেয় প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই লিখা সাহিত্য সম্পৰ্কীয় এটি প্ৰবন্ধ পঢ়িবলৈ পাইছিলোঁ। আলোচনীখনি সৰু। কিন্তু ভালেমান মূল্যবান প্ৰবন্ধই তাত আছিল। আলোচনীখনি প্ৰকাশ কৰিছিল গুৱাহাটীৰ তৰুণ লেখক সঙ্ঘই। তেতিয়াৰ পৰা মানুহজনৰ প্ৰতি এটি বিশেষ ধৰণৰ শ্ৰদ্ধাৰ ভাৱ উপজিছিল যদিও তেওঁৰ ওচৰ চপাৰ সুযোগ পোৱা নাছিলোঁ। এটি শুভ মুহূৰ্ত্তত দূৰৰ গংগা হাতত পোৱাৰ দৰে আমিও যিসকলে বি বৰুৱা কলেজৰ পৰা প্ৰাইভেটকৈ পৰীক্ষা দিয়াৰ চিন্তা কৰিছিলোঁ সেই সকলৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱক দেখাৰ সৌভাগ্য হ'ল। আমি পঢ়াৰ সময়ত বি বৰুৱা কলেজত অসমীয়াৰ প্ৰবক্তা নাছিল। আমি ১৯৫৭ চনতে পাঠ্যক্ৰম শেষ কৰিছিলোঁ, কিন্তু চাকৰিৰ বাধা-বাধকতাৰ বাবে চূড়ান্ত পৰীক্ষাত অৱতীৰ্ণ হ'ব পৰা নাছিলোঁ। অধ্যক্ষ হেম বৰুৱা ছাৰে এদিন আমাক ক'লে 'অসমীয়াত এজন প্ৰবক্তা, নিযুক্তি দিয়া হৈছে। তেওঁৰ নাম প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। তোমালোকে নজনা কথাবোৰ তেওঁৰ পৰা শিকি লব পাৰিবা।' আমি হাততে সৰগ ঢুকি পোৱা যেন পালোঁ। ভট্টছাৰক জনোৱাত তেওঁ আমি টান পোৱা কথাবোৰ বুজাই দিবলৈ থিৰাং কৰিলে। আমি পোন্ধৰজন ছাত্ৰ শ্ৰেণী কোঠাত বহিলোঁ। তেওঁ অতি শুৱলা সুন্দৰ আৰু স্পষ্টকৈ কথাবোৰ আমাক বুজাই দি আমাৰ মহৎ উপকাৰ কৰিলে। তেওঁৰ বুজুৱাৰ কৌশল, বাগ্মিতা অতি চমৎকাৰিত্বপূৰ্ণ। ভাষাৰ লালিত্য, বিষয় বস্তুৰ উত্থাপনৰ চাতুৰ্য্য দেখি আমি সন্মোহিত হৈছিলোঁ অৱশ্যে মোৰ অসমীয়া দ্বিতীয় ভাষাহে আছিল। তেখেতৰ বক্তৃতা শুনিবলৈ এনেয়ে ক্লাছত বহিহে আছিলোঁ।

দিন বাগৰি মাহ হ'ল আৰু মাহ বাগৰি বছৰ হ'ল। প্ৰবক্তা প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য হ'ল ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। আমিও ইতিমধ্যে অসমীয়াত এম-এ পাছ কৰি উঠি ইখন-সিখন কলেজত প্ৰবক্তা হিচাপে চাকৰি কৰি ১৯৬৭ চনত আৰ্য্য বিদ্যাপীঠ কলেজত প্ৰবক্তা হিচাপে যোগদান কৰিলোঁ। তেতিয়াৰ পৰা ড° ভট্টাচাৰ্য্যক আমি বিভিন্ন উপলক্ষত সঘনে লগ পাবলৈ ধৰিলোঁ। তেওঁৰ সান্নিধ্য

অতি হিতকৰ, অনুপ্ৰেৰণাদায়ক আৰু উৎসাহজনক। তেওঁৰ পাণ্ডিত্যৰ অহংকাৰ, গৱেষকৰ দাম্ভিকতা, শিক্ষাবিদৰ গৌৰৱবোধ, একো নাই। সাধাৰণ মানুহৰ দৰে চলন-ফুৰণ, কথা-বতৰা। তেওঁৰ সান্নিধ্য আমাৰ এনে লাগিল যেন তেওঁক লগ পালে ঈশ্বৰক লগ নাপালেও চলিব পাৰিম জীৱনত।

১৯৬৫ চনৰ কথা। মই সেইবাৰ অসম সাহিত্য সভাৰ সহকাৰী সম্পাদক মনোনীত হলোঁ। নতুনকৈ ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ দ্বাৰ উদঘাটন কৰা হৈছে মাত্ৰ। কেন্দ্ৰীয় সমিতিয়ে গোটেই ভৱনটো ভাড়া দিয়াৰ চিন্তা কৰিলে। এই কথাত ৰঘুনাথ চৌধুৰী, অতুল চন্দ্ৰ হাজৰিকা, ৰজনী কান্ত দেৱ শৰ্মা, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু হেমন্ত কুমাৰ শৰ্মা বিক্ষুদ্ধ হৈ পৰিল আৰু ভৱনৰ প্ৰথম মহলাৰ পশ্চিমৰ তিনিটা কোঠা সাহিত্য সভাৰ কাৰ্য্যালয় হিচাপে ৰাখিবলৈ সাহিত্য সভাক দাবী জনালে। সভা মান্তি হ'ল। ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু ড' হেমন্ত কুমাৰ শৰ্মাৰ সহযোগত আমি সাহিত্য সভাৰ কাৰ্য্যালয়ৰ থান-থিত লগাবলৈ ধৰিলোঁ। কাৰ্য্যালযৰ থান-থিত লগাত ড' ভট্টাচাৰ্য্য বৰ সন্তুষ্ট হ'ল। তেওঁ ড' হেমন্ত কুমাৰ শৰ্মা আৰু মোৰ কান্ধত হাত থৈ ক'লে "নিষ্ঠাৰে কাম কৰিব। টকা-পইচাৰ লেনদেনত পৰিষ্কাৰ হৈ থাকিব। সহকাৰী সম্পাদক কিয় এদিন প্ৰধান সম্পাদকৰ পদো শুৱনি কৰিব পাৰিব। নাৰ্মনি অসমত সাহিত্য সভাৰ সংগঠনৰ দায়িত্ব নিৰ্ভৰ কৰিছে আপোনালোক দুযোজনৰ সততা, কাৰ্য্যতৎপৰতাৰ ওপৰত।"

ভট্টাচাৰ্য্যদেৱৰ আশীৰ্বাদ ফলিয়ালে। এবাৰ ড' হেমন্ত কুমাৰ শৰ্মা আৰু আন এবাৰ মই সাহিত্য সভাৰ সম্পাদকৰ পদ গ্ৰহণ কৰিবলৈ সমৰ্থ হলোঁ। ভট্টাচাৰ্য্যদেৱে প্ৰকৃত নিষ্ঠাবান আৰু টকা-পইচাৰ খেলি-মেলি নথকা লোকক বৰ শ্ৰদ্ধা কৰে আৰু বিচাৰিলে নিজেও তেনে লোকক দেহেকেহে খাটি সহায় কৰিবলৈ সাজু থাকে। ই তেওঁৰ চৰিত্ৰৰ উজ্জ্বল দিশ যিটোৱে তেওঁৰ ব্যক্তিত্বকো মহীয়ান আৰু গৌৰৱান্বিত কৰিছে।

১৯৯৩ চনৰ কথা। কামৰূপ অনুসন্ধান সমিতিত কিতাপ এখন বিচাৰি গৈছিলোঁ। দেখিলোঁ ড' ভট্টাচাৰ্য্য মহোদয়ে এখন ফটা কাপোৰেৰে কোবাই কোবাই কিতাপবোৰ চফা কৰিব ধৰিছে । মই ক'লোঁ 'আমাৰ এজন চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী আছে নহয়। তেওঁ এই কাম কৰিব।" ভট্টাচাৰ্য্য প্ৰঙৰীয়াই টপৰাই উত্তৰ দিলে, 'ই চাকৰি নহয়, সমাজ সেৱাহে। সকলোৱে সমাজসেৱা কৰিলেহে সমাজখন পৰিষ্কাৰ হৈ থাকিব।" তেওঁৰ উত্তৰ শুনি মোৰ মুখৰ মাত হৰিল। উপলব্ধি কৰিলোঁ পদ মৰ্য্যাদা, বিদ্যা, সামাজিক স্বীকৃতিৰ ভিত্তিত তেওঁ কৰ্মৰ শ্ৰেণীবিভাগ নকৰে। সমাজৰ মংগলৰ বাবে তেওঁ যিকোনো সেৱা আগবঢ়াবলৈ প্ৰস্তুত। সমাজ সেৱাই তেওঁৰ পাণ্ডিত্য আৰু বিদ্যাৰ মৰ্য্যাদা লাঘব নকৰে বুলি তেওঁৰ দৃঢ় বিশ্বাস।

এই বিশ্বাসে তেওঁক সমাজত অধিক মৰ্য্যাদা দান কৰিছে। এই বিশ্বাসে তেওঁক শ্ৰেণীহীন সাম্যবাদী দৰ্শনৰ প্ৰবক্তা বুলি অভিহিত কৰিছে।

সত্তৰৰ দশকত আৰ্য্যবিদ্যাপীঠ কলেজৰ পিতৃপুৰুষ গিৰিধৰ শৰ্মাৰ লগ লাগি তেওঁ 'অসমীয়া অধ্যাপক চ'ৰা' গঠন কৰিছিল। এই চ'ৰাৰ যোগেৰে চেমিনাৰ আদিৰ ব্যৱস্থা কৰি অসমীয়া অধ্যাপকসকলৰ জ্ঞানৰ বিস্তৃতি আৰু দক্ষতা বৃদ্ধিৰ লগতে গৱেষণা কাৰ্য্যৰ প্ৰতি আগ্ৰহান্বিত কৰি তুলিছিল। অধ্যাপক চ'ৰাৰ চেমিনাৰৰ খৰচ কেতিয়াবা অধ্যক্ষ গিৰিধৰ শৰ্মা আৰু কেতিয়াবা অধ্যক্ষ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই বহন কৰিছিল। ই তেওঁলোকৰ উদাৰ মানসিকতা আৰু সতীৰ্থ অধ্যাপকসকলৰ প্ৰতি শ্ৰদ্ধাৰ মনোভাৱ ব্যক্ত কৰিছে। গুৱাহাটী বিশ্ববিদ্যালয়ে 'পৰিশীলন পাঠ্যক্ৰম'ৰ ব্যৱস্থা কৰাৰ আগেয়ে 'অধ্যাপক চ'ৰা' গঠন কৰি পৰিশীলন পাঠ্যক্ৰমৰ অভাৱ পূৰণ কৰাৰ লগতে দুয়োজনা ব্যক্তিয়ে দূৰদৰ্শিতা আৰু ভৱিষ্যৎ বক্তাৰ কৃতিত্ব অৰ্জন কৰিছিল। ১৯৭৮ চনত গিৰিধৰ শৰ্মাৰ মৃত্যু হোৱাত আৰু ড ভট্টাচাৰ্য্যদেৱেও ১৯৮৬ চনত কলেজৰ অধ্যক্ষ পদৰ পৰা অৱসৰ লোৱাত 'অধ্যাপক চ'ৰা'ৰ গুৰিয়াল নোহোৱাত মৃত্যু ঘটিল।

ড প্ৰফুল্ল দত্ত গোস্বামীৰ সৈতে লগ লাগি ড ভট্টাচাৰ্য্যই 'অসম জনকৃষ্টি সমাজ' গঠনতো আগভাল লৈছিল। বৰ্ত্তমান তেওঁ অসম জন কৃষ্টি সমাজৰ সভাপতি। এই সমাজে গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনৰ কলেজ সমূহৰ লোক সংস্কৃতি চিন্তা চৰ্চ্চাৰ আগ্ৰহী অধ্যাপক সকলকো সমাজৰ লগত জড়িত কৰি এক প্ৰশংসনীয় কাম কৰিছে। ইতিমধ্যে সমাজৰ পক্ষৰপৰা লোক-সংস্কৃতি সম্পৰ্কীয় কেবাখনো বহুমূলীয়া গ্ৰন্থ প্ৰকাশ কৰি অসমীয়া লোক সংস্কৃতি জগতখন লোক চক্ষুৰ আগলৈ উলিয়াই আনিছে।

গুৱাহাটীৰ সাহিত্য কৰ্মীসকলক সক্ৰিয় কৰি ৰখাৰ উদ্দেশ্যে যিসকলে গুৱাহাটী আলোচনা চক্ৰ গঠন কৰিছিল তেওঁলোকৰ ভিতৰত ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অন্যতম। এই কামত তেওঁৰ সহযাত্ৰী আছিল অতুল চন্দ্ৰ বৰুৱা, ড° কালী নাথ শৰ্মা, ড প্ৰফুল্ল দত্ত গোস্বামী আদি। এই চক্ৰৰ সম্পাদক হিচাপে তেওঁ ভালেমান বছৰ সেৱা কৰে।

অসমীয়া ভাষাৰ লগতে অসমৰ জনজাতীয় ভাষাৰ চিন্তা-চৰ্চ্চা কৰাৰ অৰ্থে সত্তৰৰ দশকত 'অসম ভাষা বিজ্ঞান সমিতি' গঠন কৰা হৈছিল। এই অনুষ্ঠানৰ পিতৃ-পুৰুষ বুলি ড° গোলোক চন্দ্ৰ গোস্বামীক চিহ্নিত কৰিব পাৰি। তেওঁক এই অনুষ্ঠান গঢ়ি তোলাত যিসকলে নিষ্ঠাৰে সহায় কৰিছিল তেওঁলোকৰ ভিতৰত ড° প্ৰফুল্ল দত্ত গোস্বামী, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, ড° নবীন চন্দ্ৰ শৰ্মা, ড° পৰীক্ষিত হাজৰিকা, ড° ভগৱান চন্দ্ৰ মড়ল, ড° দুৰ্গেশ্বৰ শৰ্মা, ভৱ প্ৰসাদ চলিহা, ড' হেমন্ত কুমাৰ শৰ্মা, ড° ৰমেশ পাঠক, ড' দয়ানন্দ পাঠক, ড° বসন্ত

কুমাৰ ভট্টাচাৰ্য্যৰ নাম স্মৰণযোগ্য। এই অনুষ্ঠানে চেমিনাৰ আদি পাতি অসমৰ ভাষাসমূহৰ চিন্তা-চৰ্চাৰ বাট কাটিছিল বুলি প্ৰশংসা কৰাৰ যুক্তি আছে।

এবাৰ দক্ষিণ কামৰূপৰ মির্জা কলেজত অসম ভাষা বিজ্ঞান সমিতিৰ আলোচনা চক্ৰ অনুষ্ঠিত হ'ল। প্ৰথম অধিবেশনৰ সামৰণি পৰাত দ্বিতীয় অধিবেশন বহাৰ আগেয়ে অভ্যৰ্থনা সমিতিয়ে অতিথিসকলক ভোজন গৃহলৈ আমন্ত্ৰণ জনালে। মই সভাপতি ভট্টাচাৰ্য্যক কলোঁ ঃ "ছাৰ, মোৰ হ'লে নথি-পত্ৰ একো নাই। ভোজন গৃহলৈ কেনেকৈ যাওঁ।" সভাপতি ভট্টাচাৰ্য্য ছাৰে ক'লে ঃ ইয়াত নথি-পত্ৰ, প্ৰতিনিধি বেজ একো নালাগে। কেৱল নিষ্ঠাৰে অনুষ্ঠানটোক সেৱা কৰা লোক হ'লে হ'ল। মোৰ পিছে পিছে আহি থাকক। একো বিপদৰ ভয় নাই।' গলোঁ। ভোজন গৃহত উদৰপূৰ্ণ কৰি ওলাই আহিলোঁ। এই নিঃকিন তেতিয়া ভাষা-বিজ্ঞান সমিতিৰ কোষাধ্যক্ষ আছিলোঁ। পিছত নথি-পত্ৰৰ কথাকৈ বিশিষ্ট সাহিত্যিক ড° যোগেন বায়নে বৰকৈ ৰগৰ কৰিছিল আৰু ভট্টাচাৰ্য্য ছাৰৰ বিশাল ব্যক্তিত্বৰ ভূয়সী প্ৰশংসা কৰিছিল। ড' ভট্টাচাৰ্য্য ছাৰ নিয়ম ভঙাৰ নিয়ম। সত্যৰ লাঠীয়াল। কৰ্মৰ কাণ্ডাৰী।

ভট্টদেৱে গুৱাহাটীৰ কেই গৰাকীমান বিশিষ্ট অধ্যাপক বিশেষকৈ বি বৰুৱা কলেজৰ উৎসাহী অধ্যাপক কেইগৰাকীমানৰ সহযোগত 'পূৰ্বোত্তৰ ভাষা বিজ্ঞান সমিতি' নামেৰে এটি অনুষ্ঠানৰ জন্ম দিছিল। এই ক্ষেত্ৰত ভৱানী শৰ্মাৰ শ্ৰম বিশেষ ভাৱে উল্লেখ কৰাৰ থল আছে। এই অনুষ্ঠানটোৱে অসমৰ জনজাতীয় আৰু অজনজাতীয় ভাষাৰ মাজত মিলনৰ শৈলসেতু নিৰ্মাণৰ যত্ন কৰিছিল আৰু অজনজাতীয়লোকক জনজাতীয় ভাষাৰ শিক্ষা দান কৰি এটি মহৎ আৰু গৌৰৱপূৰ্ণ কাম কৰিছিল। পিছত ভট্টাচাৰ্য্য ছাৰে কলেজৰ পৰা অৱসৰ লোৱাত আৰু অৰ্থৰ অভাৱত অনুষ্ঠানটো জুৰুলা হোৱাত অনুষ্ঠানটোৱে শেষ নিশ্বাস পেলালে। বাটেপথে লগ পালে ছাৰে দুখ কৰি কয় ঃ 'পূৰ্বোত্তৰ ভাষা বিজ্ঞান সমিতি মৰিল কৰ্মীৰ অভাৱত, অৰ্থৰ অভাৱত নহয়। জনজাতীয় লোকসকলৰ লগত সমন্বয় স্থাপনৰ সাকোঁখন ভাঙিল।'

ভট্টাচাৰ্য্যৰ এই মৰ্মবেদনা কোনে অনুভৱ কৰিব ? জনজাতীয়লোক তেওঁৰ বুকুৰ আপোন, হিয়াৰ আমঠু। বৰো সাহিত্য সভাই তেওঁক বৰো ভাষাৰ পিতৃ 'বৰো ৰাওনি ফিফা' বুলি সন্মানিত কৰিছে।

১৯৭১ চনত মাকুমত বহা আৰু ১৯৯৫ চনত সৰ্থেবাৰীত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ লগত সংলগ্ন আলোচনা চক্ৰৰ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই সভাপতিৰ আসন শুৱনি কৰি অতি পাণ্ডিত্যপূৰ্ণ অভিভাষণ দি শ্ৰোতা মণ্ডলিক আনন্দিত কৰিছিল। ১৯৮৬ চনত বি. বৰুৱা কলেজৰ অধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ কৰে আৰু সেই চনতে অসমীয়া আৰু জনজাতীয় ভাষালৈ

আগবঢোৱা বহুমূলীয়া বৰঙণিৰ বাবে অসম চৰকাৰে তেওঁক সাহিত্যিক পেঞ্চন দি তেওঁৰ সাহিত্য কৰ্মৰ স্বীকৃতি দিয়ে। বাটত লগ পালেই তেওঁ কৈছিল ঃ 'চাকৰিৰ পেঞ্চন নাই। চৰকাৰে দিয়া এই ডেৰ হাজাৰ টকাৰে মাহটো চলিবলৈ টান। কিতাপ কেনেকৈ প্ৰকাশ কৰোঁ? ভাবিছিলোঁ চাকৰিৰ পেঞ্চন পালে হাতে লিখা কিতাপসমূহ এখন এখনকৈ প্ৰকাশ কৰিম। পিছে সকলো মিছা হ'ল। প্ৰকাশকে কিতাপ উলিয়াবলৈ টান পায়। এতিয়া য'ৰে কিতাপ তাতে উয়ে খাই নষ্ট কৰিব। তথাপি জীযাই থকা দিন কেইটা লেখি থাকিম। কিজানিবা কোনোবাই কেতিয়াবা প্ৰকাশ কৰেই।"

ই তেওঁৰ সাময়িক নৈৰাশ্য। খন্তেকীয়া বিষাদ, জীৱন দৰ্শন নহয়। তেওঁৰ জীৱন দৰ্শন গভীৰ আশাবাদ। ভৱিষ্যতৰ ওপৰত বিশাল আস্থা। তেওঁৰ পুতেক আৰু বোৱাৰীয়েকে তেওঁৰ 'সৰাফুল' আৰু 'কুৰ্লীৰ আৰে আৰে' শীৰ্ষক দুখন কবিতাৰ পুঁথি প্ৰকাশ কৰি তেওঁক উৎসাহিত আৰু অনুপ্ৰাণিত কৰিছে। এদিন ফোন কৰি ভট্টাচাৰ্য্যদেৱে মোক ক'লে ঃ 'শৰ্মা, মোৰ কবিতা কিতাপ দুখন ওলাইছে। নবীন আৰু বসন্তক ক'ব। তথাপি মই কবি নহয। জীৱনত একোৱেই হ'ব নোৱাৰিলোঁ।' ই তেওঁৰ বিনয় আৰু নিৰহংকাৰী ভাৱৰ প্ৰতিফলন। তেওঁ প্ৰকৃততে কবি, গল্পকাৰ, নাট্যকাৰ আৰু প্ৰবন্ধ লেখক। অৱশ্যে তেওঁৰ মূল ক্ষেত্ৰ গৱেষণা আৰু ভাষাৰ চিন্তা-চৰ্চা। গৱেষণাৰ সম্মোহনে তেওঁৰ আনবোৰ কৰ্মক ঢাকি ৰাখিছে। ভাষা-বিজ্ঞান, ভাষাৰ বিচাৰ-বিশ্লেষণ, তেওঁৰ জীৱনৰ সাধনা। এসাজ নোখোৱাকৈ তেওঁ থাকিব পাৰে, কিন্তু ভাষাৰ প্ৰতি নিয়ত চিন্তা-চৰ্চা নকৰাকৈ তেওঁ থাকিব নোৱাৰে। সেই বাবে তেওঁ ১৯৭৯ চনত পেৰিচত বহা আন্তৰ্জাতিক চীন-তিব্বতীয় ভাষাবিজ্ঞান সমিতিত ভাৰতক প্ৰতিনিধিত্ব কৰাৰ সুযোগ পাইছিল। ভাষা সম্পৰ্কীয় তেওঁৰ গৱেষণা পত্ৰ ফৰাচী, পৰ্টুগীজ আৰু ইংৰাজী ভাষালৈ অনূদিত হৈছে।

১৯৭৪ চনত তামোলপুৰত বহা কামৰূপ জিলা সাহিত্য সভাৰ ষষ্ঠ বাৰ্ষিক অধিবেশনৰ সভাপতিৰ আসন তেওঁ অলংকৃত কৰি এটি মূল্যবান ভাষণ প্ৰদান কৰিছিল আৰু শেষত সভাপতিৰ মন্তব্যত তেওঁ অতি উচ্ছ্বাসেৰে ব্যক্ত কৰিছিলঃ 'অসম আজি গভীৰ সংকটৰ মাজত পৰ্য্যবসিত। জনজাতি আৰু অজনজাতিয়ে ঐক্যবদ্ধভাৱে এই সংকটৰ পৰা অসমখন ৰক্ষা কৰিব লাগিব, নহ'লে আমাৰ ভৱিষ্যত বংশধৰসকলৰ থাকিবলৈ ঠায়ে নাথাকিব।" এই ভাষ্যৰ মাজেৰে তেওঁৰ অন্তৰৰ গভীৰ স্বদেশ হিতৈষণা হিল দল ভাগি বাগৰি আহিছে। তেওঁৰ দৃঢ় বিশ্বাস জনজাতি আৰু অজনজাতিৰ সমন্বয়ৰ ওপৰতে অসমৰ অস্তিত্ব নিৰ্ভৰশীল।

সহায় ঃ শ্ৰীজগন্নাথ চক্ৰৱৰ্ত্তী ; *নলবাৰী জিলাৰ সাহিত্য আৰু সাহিত্যিক।*

●

# মোৰ অনুভৱত ড° ভট্টাচাৰ্য্য

শ্ৰীঅৱনীন্দ্ৰ বৰা

সহৃদয় পঢ়ুৱৈসকল, ক্ষমা কৰিব। ড প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ বিষয়ে লিখিবলৈ হাতত কলম তুলিলৈ মোৰ নিজৰ কবি-জীবনৰ কথাৰে আৰম্ভ কৰিব লগা হ'ল। হাইস্কুলত পঢ়ি থকা কালৰপৰাই মই কবিতা লিখি আহিছোঁ। মোৰ প্ৰথম কবিতাপুথি ধূলি প্ৰকাশ হয় ১৯৪৯ চনত । নলিনীবালাদেৱী, ডিম্বেশ্বৰ নেওগ, আনন্দ চন্দ্ৰ বৰুৱা, প্ৰেমধৰ ৰাজখোৱা, প্ৰফুল্লদত্ত গোস্বামী, ভব প্ৰসাদ ৰাজখোৱা, অম্বেশ্বৰ চেতিয়া ফুকন প্ৰমুখ্যে ব্যক্তিসকলৰপৰা ধূলি-ৰ প্ৰশংসাসূচক অভিমত পাইছিলোঁ। মই তেতিয়া নগাঁও কলেজৰ ছাত্ৰ। চাক্ষুষভাবে অচিনাকি, কিন্তু মানসিকভাবে চিনাকি এজন লেখকলৈ ডাক যোগে ধূলি একপি পঠাইছিলোঁ আৰু পঢ়ি কেনে পালে জনাবলৈ অনুৰোধ কৰিছিলো। কেইদিনমানৰ পিছত উত্তৰ পালোঁঃ 'কবিতাপুথিখন আগ্ৰহেৰে পঢ়িলো। অভিমত দিয়াৰ সামৰ্থ্য নাই। অগ্ৰজৰূপে পৰমাৰ্শহে দিব পাৰোঁ - বেছিকৈ পঢ়িব কমকৈ লিখিব। 'অৰ্থবহ কথাষাৰেৰে মোৰ কবি মনত তাহানিতে প্ৰভাৱিত কৰা এই লেখকজনেই হ'ল ড প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য ।

১৯৫২ চনত মোৰ জন্মস্থান নগাঁৱৰপৰা চিঠি-পত্ৰেৰে যোগাযোগ ৰক্ষা কৰা আৰু কৰ্মসূত্ৰে ১৯৬৪ চনত গুৱাহাটীত থিতাপি লোৱাৰপৰা ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য হৈ পৰিল মোৰ অন্তৰঙ্গ সাহিত্য-সতীৰ্থ, সহকৰ্মী, সুখ-দুখৰ সমভাগী, মোৰ পিতৃকুল-মাতৃকুল আৰু শহুৰ-কুলৰ লগতো সুসম্পৰ্ক ৰাখি চলা এজন সহৃদয় ব্যক্তি — যি গৰাকীৰ ব্যক্তিত্ব পাণ্ডিত্য আৰু প্ৰতিভাৰ সম্পৰ্কত মোৰ অনুভৱ প্ৰকাশ কৰিবলৈ মই সমুচিত শব্দ বিচাৰি পোৱা নাই।

ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক মই কেবাদশকৰো অধিককাল নিৰবচ্ছিন্নভাৱে লগ পাই আহিছোঁ। এনেভাবে লগ পোৱাৰ বাট মুকলি কৰিছিল গুৱাহাটী আলোচনা চক্ৰই। ড° ভট্টাচাৰ্য্য আলোচনা চক্ৰৰ সম্পাদক আৰু মই সহায়ক সম্পাদ[illegible] কেবাবছৰো কাৰ্য্যনিৰ্বাহ কৰিছিলোঁ। গুৱাহাটী সাহিত্যসভা, সাহিত্যকানন, প্ৰ[illegible]ক কবি সন্মিলন, চানমাৰি সাহিত্য সভাৰ যোগেদিও ড° ভট্টাচাৰ্য্যৰ লগত মোৰ সুহৃদয়

সম্পৰ্ক গঢ়ি উঠিছিল। গুৱাহাটী আৰু গুৱাহাটীৰ বাহিৰত অনুষ্ঠিত শতাধিক সভাত ভট্টাচাৰ্য্যৰ লগত একেলগে অংশগ্ৰহণ কৰিছোঁ। এই সকলো অৱসৰতে মানুহজনক অনুভৱ কৰিবলৈ চেষ্টা কৰিছোঁ। সামগ্ৰিকৰূপত, প্ৰতিভাৰ মূল্যায়ন আংশিক বা খণ্ডিত ৰূপত নহয়, সম্পূৰ্ণ বা সামগ্ৰিকৰূপতহে সম্ভৱ হব পাৰে বুলি মই জানো।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য একেধাৰে ভাষাবিদ, লোক সাহিত্য অন্বেষক,কবি, নিবন্ধকাৰ, সাংবাদিক, (একালৰ), অনুবাদক, শিক্ষাবিদ আৰু সাহিত্য সংগঠক, এই সকলো পৰিচয়ৰ অন্তৰালত মূৰ্ত্তহৈ আছে এজন মানুহ, যিজন মানুহে অসমক, অসমৰ জাতিসত্তাক ভাল পায় মনেৰে, প্ৰাণেৰে। এই কাৰণেই মানুহজন বিচৰণ কৰি ফুৰে নগৰে-চহৰে, পৰ্বতে - ভৈয়ামে হেলাৰঙে। মনত এটাই ভাব-অসমৰ থলুৱা অধিবাসীসকলৰ সাংস্কৃতিক আৰু আত্মিক উত্তৰণৰ অৰ্থে কিবা কৰিব পাৰি নেকি? এনে মনোভাৱৰ মূলত নিহিত হৈ আছে সম্প্ৰীতি আৰু সংহতিৰ ভাবনা। এনে ভাবনাৰে অনুপ্ৰেৰিত হৈ কাম কৰি যোৱা বাবেই অসমৰ জন-সাধাৰণে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক নিজৰ মানুহৰূপে গ্ৰহণ কৰিছে।

ড° ভট্টাচাৰ্য্যৰ প্ৰতিভাৰ বিশ্লেষণত ভাষাবিদ ৰূপটোৱেই প্ৰথমে মনলৈ আহে। মই ভাষা বিজ্ঞানৰ ছাত্ৰও নহয়, জ্ঞাতও নহওঁ। এই বিষয়ৰ অলপ-অচৰপ পঢ়া শুনা কৰোঁ, খা-খবৰ ৰাখো। ইমানেই, মোৰ যৎসামান্য জ্ঞান আৰু অনুভৱৰ পৰা কব পাৰোঁ - অসমৰ যিকেইজন ব্যক্তিয়ে ভাষা বিজ্ঞানক জটিলতাৰ পৰা মুক্ত কৰি সৰ্ব্বজনগ্ৰাহ্য কৰি তোলাৰ কামত আত্মোৎসৰ্গ কৰিছে, ড° ভট্টাচাৰ্য্য সেইসকলৰ অন্যতম। ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ *প্ৰতিনিধি ভাষা নিবন্ধ* গ্ৰন্থখনেই ইযাৰ প্ৰমাণ। 'উত্তৰ-পূৰ্বাঞ্চলৰ থলুৱা ভাষাৰ গৱেষণাৰ পথিকৃৎ ড° ভট্টাচাৰ্য্যৰ বিষয়ে 'সম্পাদকৰ 'নিবেদন'ত পৱন বৰুৱাই যথাৰ্থভাবেই কৈছে ঃ

*"ড প্ৰমোদ চন্দ্ৰ মুখ্যতঃ বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ গৱেষক পণ্ডিত ...... .. সত্তৰৰ দশকত ড ভট্টাচাৰ্য্য ছাৱে বৰো ভাষাৰ বৰ্ণনাত্মক অধ্যয়ন কৰিবলৈ আগবঢ়াত অসমৰ সংৰক্ষণশীল কেতবোৰলোকে ককৰ্থনা কৰিছিল। কিছুমানে আকৌ এইদৰে কোৱা-মেলা কৰিছিল যে প্ৰমোদভট্টই বৰোসকলক উচটাই দিবলৈকে এই কাম কৰিলে। কিন্তু বিদ্যায়তনিক দিশ আৰু অসমীয়াভাষাৰ পূৰ্ণ ৰূপ অধ্যয়নৰ বাবে অসমৰ জনগোষ্ঠীয় ভাষাৰ বিচাৰ বিশ্লেষণ যে অতীৱ প্ৰয়োজন, এই কথা উপলব্ধি কৰি তেখেতে সময়োপযোগী কাম কৰিলে ..... ... অসমীয়া ভাষাত মিশ্ৰিত ভাষাৰ বিচাৰ-বিশ্লেষণ তেতিয়াহে সম্ভৱ হ'ব, যেতিয়া উত্তৰ-পূৰ্বাঞ্চলৰ সকলো জনগোষ্ঠীৰ ভাষাসমূহৰ বৈজ্ঞানিক বিশ্লেষণ কৰা হব। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এই ক্ষেত্ৰত বাটকটীয়া হৈ ৰ'ল।"*

ভাষাবিদ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ সমান্তৰাল ভাবে গতি কৰা জন হ'ল লোক সংস্কৃতিবিদ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। ভাষা বিজ্ঞানবিদ হোৱা বাবে তেওঁৰ পক্ষে

সংস্কৃতিৰ অধ্যয়নৰ পথ সুগম হৈছে এই বিষয়ৰ ভট্টাচাৰ্য্যৰ প্ৰকাশিত গ্ৰন্থ দুখন হ'ল - 'অসমৰ লোক উৎসৱ' আৰু 'বড়ো যক ছুং এণ্ড টৈলছ'। অসমত লোক-সংস্কৃতি চৰ্চ্চাৰ ইতিহাস পুৰণি। আধুনিক কালত ড বিৰিঞ্চিকুমাৰ বৰুৱা, ড প্ৰফুল্লদত্ত গোস্বামী, হেম বৰুৱা অতুলচন্দ্ৰ বৰুৱা শ্ৰীশ্ৰীৰাম চন্দ্ৰ দাস, ড লীলা গগৈ, ড নবীন চন্দ্ৰ শৰ্মা, শশী শৰ্মা হেম বুঢ়াগোহাঁই প্ৰমুখ্যে তিনিকুৰিতকৈ অধিক লেখক লেখিকাই গ্ৰন্থ আৰু নিবন্ধাদিৰে অসমীয়া লোক সাহিত্য-সংস্কৃতি ক্ষেত্ৰলৈ বৰঙণি আগবঢ়াইছে। এইসকলৰ লগত শ্ৰীভট্টাচাৰ্য্যৰ নামো উল্লেখনীয় হৈ ৰ'ব।

সাহিত্য সংগঠকৰূপেও ড ভট্টাচাৰ্য্যৰ এক স্বকীয় পৰিচয় আছে। সাহিত্য সাধক প্ৰয়াত অতুলচন্দ্ৰ বৰুৱাৰ দৰে ড ভট্টাচাৰ্য্যও সাহিত্য সংগঠকৰূপে অসমৰ সুধী সমাজৰ সুপৰিচিত। অসম সাহিত্য সভা, কামৰূপ সাহিত্য পৰিষদ, অসম প্ৰকাশন পৰিষদ কামৰূপ অনুসন্ধান সমিতি ভাৰতীয় ভাষা সমাজ অসম জনকৃষ্টি সমাজ অসম একাডেমী, আনন্দৰাম বৰুৱা ভাষা-কলা সংস্কৃতি প্ৰতিষ্ঠান শৰৎ চন্দ্ৰ প্ৰাচ্যতত্ত্ব অনুসন্ধান কেন্দ্ৰ, গুৱাহাটী আলোচনা চক্ৰ সাহিত্য কানন প্ৰাকৃতিক কবি সন্মিলন চানমাৰি সাহিত্য সভা গুৱাহাটী সাহিত্য সভা প্ৰমুখ্যে অসংখ্য অনুষ্ঠান-প্ৰতিষ্ঠানৰ সংগঠনত ড ভট্টাচাৰ্য্যই প্ৰত্যক্ষ আৰু পৰোক্ষভাবে আগবঢ়োৱা সেৱাৰ পূৰ্ণ পৰিচয় দাঙি ধৰিবলৈ হ'লে এটা সুকীয়া নিবন্ধ ৰচনাৰ প্ৰয়োজন হ'ব। কিমান নিষ্ঠাৰে কিমান আন্তৰিকতাৰে ড ভট্টাচাৰ্য্যই এনেবোৰ কামত আত্মনিয়োগ কৰে গুৱাহাটী আলোচনা চক্ৰৰ ইতিবৃত্তলৈ মনত পেলালেই সেই কথা ফট্‌ফটীয়াকৈ ওলাই পৰে। ১৯৫৫ স্থাপিত আৰু নিৰবচ্ছিন্নভাবে গতিশীল গুৱাহাটী আলোচনা চক্ৰ অসমৰ ভিতৰতে এটা পুৰণি আৰু ঐতিহ্যপূৰ্ণ সাহিত্যানুষ্ঠান। চক্ৰৰ প্ৰতিষ্ঠাপক সম্পাদক অতুলচন্দ্ৰ বৰুৱা দ্বিতীয় তৃতীয় আৰু চতুৰ্থ সম্পাদক ক্ৰমে ড প্ৰফুল্লদত্ত গোস্বামী, ড কালীনাথ শৰ্মা আৰু ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। ১৯৭২ চনৰপৰা সম্পাদক আৰু পিছলৈ সভাপতিৰ দায়িত্ব বহন কৰা ড ভট্টাচাৰ্য্যই চক্ৰৰ সংগঠনত যোগোৱা বৰঙণিৰ কথা আজি সাহিত্য সেবীসকলৰ অবিদিত হৈ থকা নাই। চক্ৰৰ নিয়মীয়া মাহেকীয়া সাহিত্য বৈঠকৰ ওপৰিও মেঘদূত অধিবেশন, বৰ্ষা অধিবেশন, বহাগী বৈঠক, কবি সন্মিলন, শাৰদীয় অধিবেশন, বাসন্তী উৎসৱ, ব্যঙ্গ অধিবেশন আদিয়ে চক্ৰক এক সুকীয়া মৰ্য্যদা প্ৰদান কৰিছে। আবাহন যুগৰ ভালেকেইগৰাকী কৃতী লেখক লেখিকাৰ চক্ৰত যোগদান আৰু এটা মন কৰিব লগীয়া কথা। প্ৰতিখন নিয়মীয়া বৈঠকত যোগ্য ব্যক্তিৰদ্বাৰা পঠিত বিষয়ৰ নিৰ্মোহ আৰু প্ৰেৰণাদায়ক পৰ্য্যালোচনা, গ্ৰন্থ প্ৰণয়ন, গ্ৰন্থ উন্মোচন, গুণী সম্বৰ্দ্ধনা, মহানগৰীৰ বিস্তৃত অঞ্চলজুৰি সাহিত্য চৰ্চ্চাৰ পৰিবেশ সৃষ্টিৰ দৰে উদ্দেশ্যধৰ্মী কাৰ্য্যক্ৰমে গুৱাহাটী আলোচনা চক্ৰক এক মহান অনুষ্ঠানলৈ উন্নীত কৰিছে।

এই প্ৰসঙ্গত ড° ভট্টাচাৰ্য্যৰ সঙ্গী আৰু সতীৰ্থৰূপে থকা অতুলচন্দ্ৰ বৰুৱা, ড° কালীনাথ শৰ্মা, দিনেশ শৰ্মা, প্ৰমোদ কাকতি, বৰেন্দ্ৰ বৰকটকী, উমেশ শৰ্মা, ভাৰতচন্দ্ৰ গোস্বামী, ৰাজেন্দ্ৰ নাথ বৰদলৈ, মহেন্দ্ৰ নাথ ভট্টাচাৰ্য্য আৰু অৱনীন্দ্ৰ বৰাৰ অবদানো উল্লেখযোগ্য। গুৱাহাটী আলোচনা চক্ৰৰ ৰূপ ৰেখা, *চক্ৰ চয়ন* (নিবন্ধ সংকলন) আৰু *প্ৰচ্ছদ পটে* (গল্প সংকলন) গুৱাহাটী আলোচনা চক্ৰৰ গৌৰৱজ্জ্বল কৃত-কৰ্মৰ কথা ঘোষণা কৰি আছে।

মোৰ অনুভৱত সাহিত্য-সংস্কৃতিৰ বিভিন্ন ক্ষেত্ৰত বিচৰণশীল ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এজন কৰ্মপ্ৰাণ পুৰুষ। জ্ঞান আৰু ভক্তি তেওঁৰ জীৱন-পথৰ পাথেয় হ'লেও তেওঁ সৰ্ব্বাধিক গুৰুত্ব আৰোপ কৰিছে কৰ্মত। মূলতঃ কৰ্মযোগেৰে দীক্ষিত হোৱাৰ বাবেই এই পৰিণত বয়সতো তেওঁৰ লেখনী, বক্তৃতা, সভা-সমিতিত উপস্থিতিৰ যতি পৰা নাই।

অপ্ৰিয় হ'লেও এটা কথা ক'বলৈ কুণ্ঠাবোধ নকৰোঁ যে আমাৰ প্ৰতিষ্ঠিত সাহিত্যিক-গৱেষকসকলৰ অধিকাংশই আত্মকেন্দ্ৰিক। ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ বঁটা-বাহন পোৱাসকলৰ বৃজনসংখ্যক আত্মসচেতন আৰু এওঁলোক সাধাৰণতে নিজক লৈয়েই ব্যস্ত। জন-জীৱনৰ লগত এওঁলোকৰ বহুতৰে প্ৰত্যক্ষ সম্পৰ্ক নোহোৱাৰ দৰেই। আনৰ অনুপম সৃষ্টিকো স্বীকৃতি দিয়াত এওঁলোকে প্ৰায়ে পৰান্মুখ, প্ৰেৰণাৰ কথাটো বাদেই। ড° ভট্টাচাৰ্য্য ইয়াৰ ব্যতিক্ৰম তেওঁ জন-জীৱনৰ লগত প্ৰত্যক্ষ সম্পৰ্ক ৰাখি কাম কৰা লোক। আনক অনুপ্ৰেৰণাও দিব জানে। সুদীৰ্ঘকাল দুখন আলোচনী *জনশিক্ষা* (শিক্ষা বিষয়ক) আৰু *কালপুৰুষ* (জ্যোতিষ বিষয়ক) সম্পাদনা কৰা কাৰ্য্যত ড° ভট্টাচাৰ্য্যৰপৰা সহায়-সহযোগ আৰু প্ৰেৰণা পাইছিলোঁ যথেষ্ট। আলোচনী দুখনত তেওঁ প্ৰবন্ধও লিখিছিল। কালপুৰুষ পঢ়ি ড° ভট্টাচাৰ্য্যই অভিমত প্ৰকাশ কৰিছিল 'আলোচনীখনৰ মাধ্যমত শ্ৰীবৰাই অসমত নতুন চিন্তা-চৰ্চ্চাৰ দ্বাৰ উন্মোচন কৰিছে।' ১৯৮৫ চনত আহমদাবাদত অনুষ্ঠিত আন্তৰ্জাতিক সন্মিলনে বৈদিক জ্যোতিষ গৱেষণাৰ বাবে মোক 'মহামহোপাধ্যায়' উপাধিৰে সন্মানিত কৰাত সুখী হৈ ড° ভট্টাচাৰ্য্য আৰু সহকৰ্মীসকলে সাহিত্যসেৱী শুভ বৰুৱাৰ বাসগৃহত সম্বৰ্দ্ধনা অনুষ্ঠানৰ আয়োজন কৰি মানপত্ৰেৰে অভিনন্দন জনোৱাৰ স্মৃতি মোৰ মানস পটত মূৰ্ত্ত হৈ আছে। সাহিত্য, সাংবাদিকতা আৰু জ্যোতিষ চৰ্চ্চাৰ বিভিন্ন ক্ষেত্ৰত ড° ভট্টাচাৰ্য্যৰ অনুপ্ৰেৰণাৰে উপকৃত হৈছোঁ। এনেভাবে আনক উপকৃত কৰা লোক আমাৰ সাহিত্য সমাজত কেইজন। এই সন্দৰ্ভত শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস, অতুল চন্দ্ৰ বৰুৱা, নন্দ তালুকদাৰ, জ্ঞানানন্দ শৰ্মা পাঠক, সত্যব্ৰত লহকৰ আৰু প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ নাম মনলৈ আহে।

মোৰ সুদীৰ্ঘকালৰ যৎসামান্য সাহিত্য চৰ্চ্চাৰ অৱসৰত আৱাহন যুগৰপৰা সাম্প্ৰতিক কাললৈ মই লগ পোৱা বহু শতাধিক সাহিত্যিক, গৱেষকৰ যিকেইজনে

মোৰ মনত ৰেখাপাত কৰিবলৈ সমৰ্থ হৈছে আৰু যিকেইজন মোৰ অতিপ্ৰিয় আৰু শ্ৰদ্ধেয় ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য সেইসকলৰ এজন। প্ৰতিষ্ঠিত সাহিত্যিক, গৱেষক হোৱাৰ বাবে নহয়, দল-সম্প্ৰদায়-গোষ্ঠীৰ উৰ্দ্ধত থাকি সততাৰে মানুহৰ মঙ্গলৰ বাবে কাম কৰি যোৱা মুক্তমনৰ মানৱ প্ৰেমিক মানুহ হোৱাৰ বাবেহে ড° ভট্টাচাৰ্য্য মোৰ প্ৰিয় আৰু শ্ৰদ্ধাভাজন।

প্ৰকৃতাৰ্থত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মোৰ অতি পৰিচিত, অতি আপোন ব্যক্তিসকলৰ এজন। মোৰ শহুৰ দেউতা শিক্ষাব্ৰতী, সাহিত্যিক প্ৰয়াত প্ৰিয়দাস তালুকদাৰ আৰু মোৰ সহধৰ্মিনী সুলেখিকা ফুল বৰাৰ লগতো ড° ভট্টাচাৰ্য্যৰ আত্মিক সম্পৰ্ক নিবিড়। সেই সূত্ৰে পুবশৰণীয়া স্থিত আমাৰ ঘৰ আৰু চানমাৰি নৱগিৰিস্থিত ভট্টাচাৰ্য্যৰ ঘৰৰ মাজত যোগসূত্ৰ অব্যাহত আৰু অটুট।

ড° ভট্টাচাৰ্য্যই তেওঁৰ জীৱনযোৰা কৰ্ম-সাধনাৰ স্বীকৃতি স্বৰূপে চৰকাৰৰ পৰা সাহিত্যিক পেন্সন আৰু সুধীসমাজৰ পৰা 'কামৰূপ ৰত্ন' উপাধি লাভ কৰিলেও, কামৰ জোখেৰে তেওঁ যথাযোগ্য স্বীকৃতি পোৱা নাই যেন অনুভৱ হয়। আদ্যাবধি অসম সাহিত্য সভাৰ সভাপতিৰ আসনত ড° ভট্টাচাৰ্য্য স্থিত নোহোৱাটো পৰিতাপৰ কথা।

"সমাজতত্ত্ব আৰু মানৱতত্ত্ব সকলো অধ্যয়নৰ আগতীয়া ভেটিস্বৰূপ। মাটি, মানুহ আৰু মনেৰে আমি সমন্বয়-সম্প্ৰীতিৰ বিশ্বজনীনতাৰ ফালে আগুৱাই যাবলৈ এয়া সমাগত শতিকাৰ যুগধ্বনি।" (নিবন্ধকাৰৰ একেষাৰ-প্ৰতিনিধি ভাষা নিবন্ধ)। ড° ভট্টাচাৰ্য্যই জীৱনৰ বিয়লি বেলাত 'শতিকাৰ যুগধ্বনি' শুনিছে। এই যুগধ্বনিয়ে সমাজত সমন্বয়-সম্প্ৰীতিৰ সাঁকোডাল সুদৃঢ় কৰক। এয়ে হয়তো ড° ভট্টাচাৰ্য্যৰ মনৰ ভাব।

অসম মাতৃৰ কৃতী সন্তান, বাণী মন্দিৰৰ একনিষ্ঠ পূজাৰী, জনবাদী সাহিত্যিক, গৱেষক ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য শতায়ু হওক -- বিশ্বনিয়ন্তাৰ শ্ৰীচৰণত পতি-পত্নী দুয়ো প্ৰাৰ্থনা জনাইছোঁ।

# ভট্ট ছাৰৰ সতে মোৰ আত্মীয়তা

এলি আহমেদ

নামেই যাৰ পৰিচয় --
এজন নি-অহঙ্কাৰী ব্যক্তি
এজন খোলা মনৰ মানুহ
এজন সকলোকে আপোন ভাবে লব পৰা সদাশয

ছাৰ মোৰ কলেজীয়া জীৱনৰ শিক্ষক নাছিল। ছাৰ আছিল এসময়ত মোৰ অভিভাৱক -- এজনা পথ প্ৰদৰ্শক -- মই বৰ দূৰৈৰপৰা ছাৰক পাইছিলোঁ আৰু যেতিয়াই পাইছিলোঁ তেতিয়াই ছাৰে মোক দিয়া উপদেশবাণী মই মন দি শুনিছিলোঁ। ১৯৬৫/৬৬ চনৰ কথা। মই কৰ্ম সংস্থাপনৰ বাবে গুৱাহাটীলৈ আহি ছাৰক লগ পাইছিলোঁ। সভা এখনত। ছাৰে মোৰ সতে চিনাকি হৈ মোৰ সতে আপোনভাৱে কথা পাতিছিল। সেই সময়ছোৱাত মই কেইগৰাকীমান স্বনামধন্য ব্যক্তিক লগ পাইছিলোঁ। প্ৰায সকলেই এতিয়া নাই। সময়, বযস, মৃত্যুৱে কাকো এৰা নিদিযে।

মই ছাৰক লগ পোৱাৰ দিনৰেপৰা তেখেতে মোক আজিলৈকে আপুনি আপুনি বুলিয়েই কথাবোৰ কৈ যায়। মই বৰ অসুবিধা পাওঁ। ক'লে ছাৰে কয় ঃ আপোনালোক মহিলা। মহিলাক শ্ৰদ্ধা কৰিব লাগে। মহিলাই মাতৃ, মহিলাই ভগ্নী, মহিলাই বান্ধৱী, মহিলাই পত্নী, মহিলাই ঘৰ ...... ইত্যাদি কৈ ছাৰে এটা সংস্কৃত শ্লোক গায শুনায়। ছাৰৰ কণ্ঠস্বৰ গলগলীয়া, পুৰুষ কণ্ঠস্বৰ।

সেই তাহানিতেই মই ছাৰৰ লগত বহু ঠাইলৈ সভা-সমিতিলৈ গৈছোঁ। মনত পৰে ১৯৬৯ চনৰ কথা। মই তেতিয়া শিলপুখুৰীৰ ভাড়াঘৰত থাকোঁ। তাতে মই এটা 'ৰং চৰা' নামৰ অনুষ্ঠান গঢ়ি তুলিছিলোঁ — শিশু-মহিলাৰ অনুষ্ঠান। এই অনুষ্ঠানত মই তেতিয়া থলুৱা গীত-মাতৰ চৰ্চা চলাইছিলোঁ। মোৰ এই অনুষ্ঠানলৈ তেতিয়া প্ৰয়াত পুৰুষোত্তম দাস ডাঙৰীয়াও মাজে মাজে আহিছিল। প্ৰয়াত নৱকান্ত

ককাইদেউৰ কন্যা স্বৰ্গীয়া ঝুনুকা তেতিয়া একেবাৰে সৰু ছোৱালী। বৰ্ত্তমান অসম সাহিত্যসভাৰ সভাপতি শ্ৰীবীৰেন্দ্ৰনাথ দত্ত ডাঙৰীয়াৰ ল'ৰা ডাৱৰো তেতিয়া এটি সৰু ল'ৰা -- সিহঁতক লৈ বহুত অনুষ্ঠান কৰিলোঁ। শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰে এই ক্ষেত্ৰত মোক যথেষ্ট উদগনি দিছিল। এবাৰ বহাগত বিহুৰ পুৱতি নিশা মই এটা হুচৰি দল উলিয়াই নুনমাটিৰ পৰা জালুকবাৰীলৈ হুচৰি গাই গৈছিলোঁ। ছাৰৰ পদূলিত হুচৰি গাঁওতে ছাৰে তামোল-পাণ আৰু ভীমকল দিছিল খাবলৈ। গামোছাখন মোৰ ডিঙিত আঁৰি দি এটি সংস্কৃতৰ শ্লোক গাই মোক কৈছিল : আপোনাৰ প্ৰচেষ্টাৰ শলাগ লৈছোঁ। মইনাইঁত, বিহুগীত গাবলৈ, ঢোল বজাবলৈ শিকিবা। ছাৰে আমাৰ লগে লগে কিছুদূৰ বিহু গাই গৈছিল -- সেইদিনবোৰৰেপৰা এতিয়ালৈকে ছাৰে মোক প্ৰেৰণা যোগায় – শলাগ লয়। ছাৰে কাকো নিৰুৎসাহ নকৰে। সদায় সকলোকে আপোন কৰি লব পৰা ছাৰৰ এটি নিজস্ব শক্তি আছে। ছাৰৰ নামৰ আগত আমোদ শব্দটো লগাই নিদিলেও ছাৰ আমোদ-প্ৰমোদৰ সঁফুৰা। ছাৰে ধেমালি কৰি ভাল পায়, সকলোৰে লগত খোলাভাৱে কথা পাতি ভাল পায়। ছাৰক মানুহে যেতিয়াই তেতিয়াই লগ পাব পাৰে। যিকোনো সভালৈ মাতিলে ছাৰ যায়। ডাঙৰ-সৰু অনুষ্ঠানৰ বাচ-বিচাৰ নকৰে। ছাৰৰ বিচাৰ উদ্দেশ্যধৰ্মী কামত, কৰ্ম্মদক্ষতাৰ ওপৰত। ছাৰে এলাহ ভাল নাপায়। কিবা এটা নহয় কিবা এটা কামত ব্যস্ত থাকি মনটোৰে নিয়ন্ত্ৰাধীন কাম কৰি যোবাটোকে ছাৰে ভাল পায়। ছাৰে ভালপায় প্ৰকৃতি, থলুৱা সংস্কৃতি। ছাৰে ভালপায় থলুৱা ভাত-সাজ, কাপোৰ যোৰ। থলুৱা ভাল পালেও চুটযোৰ, টাইডাল, জোতাযোৰ ছাৰে এটা সময়ত পিন্ধিছিল। সেই সময়বোৰ আছিল ছাৰে বি. বৰুৱা কলেজত শিক্ষকতা কৰি থাকোঁতে। অধ্যক্ষ হৈ থাকোঁতে।

চাকৰি জীৱনৰ অৱসৰে ছাৰৰ দেহ-মন অৱস নকৰিলেও সাজ-পাৰৰ জুতি সলনি হ'ল। কান্ধত ওলোমাই লোৱা বেগটো, ধূতি আৰু পাঞ্জাবী চাৰ্ট পৰিহিত ছাৰৰ কণ্ঠত এতিয়াও যুৱকৰ কণ্ঠস্বৰ । কথাৰ গতি ভৰ-বাৰিষাৰ কোবাল সোঁত। ছাৰৰ খোজত এতিয়া বয়সৰ হিচাব।

ছাৰ এজন ব্যক্তিয়েই নহয়, এটা অনুষ্ঠান। গুৱাহাটী আলোচনা চক্ৰখনি আজিও ছাৰৰ গতিতেই ধাবমান। ছাৰৰ মতে নিয়মীয়া অনুষ্ঠানসমূহে নিয়মমতে অনুষ্ঠিত হৈ থাকিব লাগে। গাঁৱে-ভূঞেঁ অনুষ্ঠিত হোৱা অনুষ্ঠানসমূহলৈ এটা সময়ত মই ছাৰৰ লগত প্ৰায়ে গৈছিলোঁ। সেই সময়ছোৱাত স্বনামধন্য ড° মহেশ্বৰ নেওগ ছাৰ, ড° সত্যেন্দ্ৰ নাথ শৰ্মা ছাৰ, ড° বিশ্ব নাৰায়ণ শাস্ত্ৰী ডাঙৰীয়া, অতুল চন্দ্ৰ বৰুৱা খুৰা, ককাইদেউ মেদিনী মোহন চৌধুৰী, যোগেশ দাস ছাৰ, নৱকান্ত বৰুৱা ককাইদেউ, ড° হেমন্ত শৰ্মা ছাৰ, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য ককাইদেউ

আদিৰ দৰে গুৰুস্থানীয় শিক্ষাবিদসকলৰ মাজত মই বৰ আদৰ আৰু মৰমৰ আছিলোঁ। এজন এজনকৈ আজি সকলো গ'ল।

সৌ সিদিনালৈকে শিলপুখুৰীৰপৰা চানমাৰিলৈ, চানমাৰিৰপৰা শিলপুখুৰীলৈ সন্ধিয়া প্ৰায়ে চাৰিজন ব্যক্তিক লগ পাইছিলোঁ। অতুল বৰুৱা খুৰা, মেদিনীমোহন চৌধুৰী ককাইদেউ, বিশ্বনাৰায়ণ শাস্ত্ৰী ছাৰ আৰু প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰ। আৰু মাজে মাজে লগ পাইছিলোঁ নৱকান্ত বৰুৱা ককাইদেউ আৰু কীৰ্ত্তিনাথ হাজৰিকা দেৱক। সকলো গ'ল। ভট্টাচাৰ্য্য ছাৰে মাজে সময়ে কয় মই বৰ অকলশৰীয়া হৈ পৰিলোঁ। কথা পাতিবলৈও লগ এটা নোহোৱা হ'ল। অথচ ভট্ট ছাৰৰ ঘৰত তেখেতৰ লগত কথা পাতিবলৈ পুৱাৰ পৰা গধূলিলৈ বহুত মানুহ আহে। বৰো ভাষাৰ শিক্ষাবিদ, বৰো সাহিত্য-সংস্কৃতিৰ লগত ওতপ্ৰোতভাবে জৰিত এইজনা ছাৰৰ কান্ধত শীতৰ দিনত বৰো কাপোৰ 'আৰনাই' থাকেই। এবাৰ মই অসমৰ জনজীৱনৰ থলুৱা গীত-নৃত্যৰ ওপৰত তথ্য চিত্ৰ এখনি নিৰ্মাণ কৰোঁতে ছাৰৰ ঘৰলৈ গৈছিলোঁ -- ছাৰৰ এটি সাক্ষাৎ বিচাৰি। পৰিপাটীকৈ সাজ-পাৰ যোৰ পিন্ধি ছাৰে ডিঙিত ওলোমাই আনিছিল বৰো কাপোৰখন আৰু ছাৰে নিজ হাতে কোঠাটো সজাই পেলাইছিল বৰো সম্প্ৰদায়ৰ আচবাবেৰে। সুবিধা থকা হ'লে হয়তো ছাৰে বৰো সম্প্ৰদায়ৰ খাদ্যৰ জলপানো আমাক দিলেহেঁতেন। ছাৰৰ পৰিবাৰ বাইদেউ এতিয়াও মিচিক কৰে হাঁহি মৰা কথাই-বতৰাই সেই একালৰ বাইদেউ গৰাকীয়েই হৈ আছে। ওলাই আহোঁতে হাতত লৈ অহা তামোলৰ বটাখন এক সন্মানসূচক বঁটা। অনুষ্ঠান-প্ৰতিষ্ঠানে দিয়া বঁটাতকৈ এটা বটাৰ তামোলকেইখন বহুত ওপৰত। বঁটা-বাহনৰ ওপৰত ভট্ট ছাৰৰ কোনো লোভ নাই। দিলে নালাগে বুলি কোৱা অৱহেলা, অনাদৰো নাই। কিন্তু ছাৰক লাগে মানুহ। নিজৰ শিক্ষা-দীক্ষা অৰ্হতাখিনি আনক দি যাবলৈ হেপাহ ছাৰৰ সদায় থাকে। ছাৰে ডিঙিত ওলোমাই লৈ ফুৰা মোনাটোত কিতাপ-পত্ৰ থকাৰ উপৰিও তামোলৰ টেমা এটা থাকে। তাত এখন সৰু কটাৰী আৰু থাকে শুকান আমলখি, শিলিখা, শুকান কৰফুল আদি। কোনোবা গ'লেই টেমা খুলি কটাৰীৰে কাটি কাটি খাবলৈ দিয়াতো ছাৰৰ এটা চখ্। ছাৰে কয় তামোল নাখাব। এইবোৰ খাব। উপকাৰ আছে। অথচ এইজন ছাৰে এটা সময়ত তামোলে-পাণে-ধপাতে বেছ্ মুহুদি কৰি খাইছিল।

বহুত কথা জানে ছাৰে। বহুত পুৰণা কবিতা মুখস্থ আছে। এতিয়াও এই বয়সতো সংস্কৃত ভাষাৰ উচ্চাৰণ অতি স্পষ্ট। কথাই প্ৰতি শ্লোক গাই, কথাৰ আলোচনা গভীৰ কৰি এটা শান্ত পৰিবেশ গঢ়ি তোলাত ছাৰ সদায় প্ৰস্তুত। ছাৰৰপৰা মই নজনা বহুত থলুৱা গীত-মাতৰ উমান পাওঁ। মই ছাৰৰ সাক্ষাৎ

লবলৈ যোৱা তথ্য চিত্ৰখনি দুই মিনিটৰ সাক্ষাতৰ বিপৰীতে ছাৰে প্ৰায় এঘণ্টা সময় বৰো সাহিত্য-সংস্কৃতিৰ বিষয়ে যি কৈ গ'ল সেইয়া এক অমূল্য সম্পদৰূপে ছাৰৰ কণ্ঠস্বৰৰ সতে মোৰ ওচৰত ৰৈ গ'ল। শুনিছোঁ ছাৰক বৰো-সাহিত্য সভাৰ সভাপতি পতাৰ খবৰ। এই কামফেৰা বৰো সাহিত্য সভাই কৰিলে আমি সুখী হ'ম। ছাৰে কিবা এটা পাওক। ছাৰৰ কাম কৰা শক্তি আছে। দিহা-পৰামৰ্শ দিয়াৰ মুকলি মনোবলো আছে। ছাৰক মানুহে সম্পূৰ্ণৰূপে বিশ্বাস কৰিব পাৰে, আস্থাত ৰাখিব পাৰে।

ৰাইজৰ প্ৰেৰণাই ব্যক্তিৰ মনোবল বঢ়ায়। ছাৰৰ প্ৰেৰণাত যেনেকৈ বাঢ়িল ছাৰৰ অনুজসকলৰ। যেনেকৈ বাঢ়িল বৰো ভাষা-সাহিত্য, কলা-সংস্কৃতিৰ নৱ জাগৰণ।



# প্ৰতিবেশী ড° ভট্টাচাৰ্য্য

শ্ৰীঅনিল কুমাৰ ৰায়চৌধুৰী

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মোৰ প্ৰতিবেশী, অৰ্দ্ধশতক বছৰ ধৰি আমি একে চুবুৰীতে আছোঁ। আগতে মানুহ-দুনুহ নথকা, ফুটুকনি-হাবিৰে ভৰা, গুৱাহাটীৰ উপকণ্ঠ, চানমাৰী-নৰগিৰিৰ যি দুই এঘৰ মানুহ, যাৰ জীৱিকাৰ তাড়নাত গুৱাহাটীত থকা প্ৰয়োজন অথচ নগৰৰ মাজ মজিযাত থকাৰ বাবে আৰ্থিক সংগতি নাছিল— তেনে আমি — ড° ভট্টাচাৰ্য্য আৰু মই — একোডোখৰ মাটি 'লীজ' লোৱা এজনৰপৰা 'চাবলীজ' লৈ নৰগিৰিত ঘৰ পাতিছিলোঁ— বিগত পঞ্চাশৰ দশকৰ আদি ছোৱাত। পিচত নিগাজী হৈ তাতেই বহিলো। নলবাৰী-দীঘেলীগাঁৱৰ ড° ভট্টাচাৰ্য্য আৰু বৰপেটা দক্ষিণহাটীৰ মই গুৱাহাটীয়া হ'লো। সেই দিন ধৰি মই প্ৰবাসী -- বৰপেটীয়া (Non Resident Barpetia) আৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য প্ৰবাসী নলবৰীয়া (Non Resident Nabaria)। আদিৰেপৰা এতিয়ালৈকে আমাৰ মূল জন্মস্থানৰ লগত দুযোৰো প্ৰায় আক্ষৰিক অৰ্থত নাড়ীৰ টান আছে।

পিতৃৰ দুয়ো জ্যেষ্ঠ সন্তান। পৰিয়াল পৰিকল্পনাৰ তত্ব নোলোৱাৰ আগতে গঠিত আমাৰ পৰিয়াল। ভাই-ভনীৰে ভৰপূৰ সংসাৰ। ঘৰৰ ডাঙৰ পুত্ৰ হিচাপে আমাৰ দায়িত্বৰ বোজাও কম নাছিল। সেই সময়ত 'জ্যেষ্ঠপুত্ৰ ভাতৃসম' মূল্যবোধ বিৰাজমান। অঙহী-বঙহী সকলোৰে প্ৰতি প্ৰত্যেকৰে কৰণীয় কৰ্ত্তব্যও আছিল। আনপিনে বাতৰিকাকতত কাম কৰাৰ পিছত ভট্টাচাৰ্য্যই বি. বৰুৱা কলেজৰ শিক্ষক হ'ল -- আৰু সেই সময়ত এই বৃত্তিৰ দৰমহা নিচেই তাকৰ। দায়িত্ব পালনৰ বাবে প্ৰয়োজনীয় অৰ্থ-সংগতি নিচেই সীমাবদ্ধ। মোৰো, সৰু কেৰাণী চাকৰি এটাৰে অবস্থা তথৈবচ। দুয়ো তেতিয়া বিবাহিত, প্ৰথম সংসাৰ পাতিছোঁ। গতিকে আমাৰ আৰ্থিক আৰু পাৰিবাৰিক পৰিস্থিতি কেনে হ'ব পাৰে— বাৰু? গতানুগতিক ভাবেই চলা টান, তাতে আকৌ অসুখ-বিসুখৰ সময়ত অবস্থা সংগীন।

এনে এটা পৰিবেশৰ মাজত, সমগ্ৰ পৰিস্থিতিৰ গধুৰ বোজা লৈ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই বড়ো ভাষাৰ ওপৰত গৱেষণা কৰিবলৈ লোৱাত মই তেখেতৰ দৃঢ়চেতা

অধ্যবসায় দেখি শ্ৰদ্ধাৰে বিমুগ্ধ। তেখেতৰ গবেষণাগুৰু আছিল পোনতে ড° বাণীকান্ত কাকতিদেৱ, অসমৰ ভাষাবিদ্যা আকাশৰ সূৰ্য্য সম। মই ভট্টাচাৰ্য্যই গৱেষণাযুক্ত হোৱা কথাটো গম পাইছিলোঁ — আনৰ পৰা। ড° বাণীকান্ত কাকতি আৰু অম্বিকাগিৰী ৰায়চৌধুৰী অকল বন্ধুৱেই নাছিল — হৰিভকত, একেজনা গুৰুত একেলগে শৰণলোৱা সংগী। দুজনাৰ ইজনে সিজনৰ ঘৰলৈ অহাযোৱা হয়। মই ৰাজচৌধুৰীৰ অনুচৰ হিচাপে কেতিয়াবা কৰবালৈ যাওঁ। এদিন ড° কাকতিৰ ঘৰলৈ এনেদৰে যাওঁতে — কথা প্ৰসঙ্গত ড° কাকতিয়ে কৈছিল যে এজন মেধাবী ছাত্ৰক বড়ো ভাষাৰ বিকাশ আৰু গঠন সম্পৰ্কে গৱেষণাত লগাইছে, ডক্টৰেট ডিগ্ৰীৰ বাবে। ড° কাকতি তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলাগুৰু আছিল। আৰু যিজনক লগাইছে সেই জন ব্ৰাহ্মণ সন্তান, যাৰ মাতৃভাষা বৰো নহয়, অসমীয়া। কামটো টান কাৰণ ড° কাকতিৰ গৱেষণা আছিল অসমীয়া ভাষাৰ, নিজেও আছিল অসমীয়া। প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য নিজে বৰো সমাজৰতো নহয়েই, বৰো ভাষাও নজানে। গতিকে ক্ষেত্ৰজ্ঞান আহৰণৰ বাবে অশেষ পৰিশ্ৰম কৰিব লাগিব। ডক্টৰ কাকতিয়ে কৈ গৈছিল যে এই কাম কৰাৰ কাৰণে মনোগত, মেধাগত আৰু শাৰীৰিক সামৰ্থ্য এই গৱেষকজনৰ আছে, এওঁ চহৰীয়া বাবু নহয় গাঁৱলীয়া সৰল-সহজ ডেকা।

ভাষাবিদ্যা সম্পৰ্কে মোৰ এধানমানো জ্ঞান নাছিল; কিন্তু সেইদিনাৰ পৰা ভট্টাচাৰ্য্যক মই সমীহ আৰু বেছিকৈ কৰিবলৈ ল'লো।

ভট্টাচাৰ্য্যৰ কঠোৰ শ্ৰম আৰু একানপতীয়া অধ্যয়নব্ৰত দেখি মই বিমুগ্ধ হৈছিলোঁ। নিজৰ দৈহিক আৰু পাৰিবাৰিক দুৰ্য্যোগত বিচলিত নহৈ গৱেষণা শেষ কৰিলে। প্ৰথম পৰ্য্যায়তে ড° কাকতিৰ বিয়োগ হ'ল, গৱেষণাগুৰু সলনি হ'ল — তথাপিও গৱেষণাৰ কামৰ সফল সমাপ্তি হ'ল। এই গৱেষণা গ্ৰন্থ বিশ্ববিদ্যালয়ৰ দ্বাৰা স্বীকৃত হ'ল — শ্ৰীপ্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই ১৯৬৫ চনতে ডক্টৰেট ডিগ্ৰী পালে। বৰো ভাষা আজি ভাৰতীয় সংবিধানৰ অন্যতম স্বীকৃত ভাষা, এই ভাষাৰ সাহিত্যৰ উত্তৰোত্তৰ বিকাশ আৰু উন্নতি হওক এয়েই মোৰ কামনা। লগতে ইয়াকে মনতলৈ গৌৰবান্বিত যে বৰোভাষাৰ ভাষাবিদ্যাৰ বিদ্যায়তনিক ভেটিটোৰ ৰচক মোৰ প্ৰিয় বন্ধু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। প্ৰীতি আৰু শ্ৰদ্ধাৰে তেখেতৰ দীৰ্ঘ কৰ্মজীৱন কামনা কৰোঁ।



# এজন উদাৰমনৰ চুবুৰীয়াবন্ধু — ড° ভট্টাচাৰ্য্য

শ্ৰীমতী হিৰণপ্ৰভা বৰুৱা

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। ভট্টদেৱ যেন জীৱন্ত প্ৰতীক — গতিময় এক জীৱনৰ। ভট্টদেৱ একছত্ৰী সম্ৰাট — এক স্নেহসিক্ত ব্যক্তিত্বৰ।

"ভাবৰ দুৰ্বল মুহূৰ্ত্তত মনলৈ আহে ৰবীন্দ্ৰনাথৰ — 'ছোট প্ৰাণ ছোট ব্যথা, ছোট ছোট দুখ কথা।' আজি ময়ো লিখিবলৈ পাই নিজকে ধন্য মানিছোঁ — ভট্টদেৱৰ বিষয়ে দুআষাৰ কথা। সেয়া বিলুপ্ত দিনৰ কিছুমান মিঠা সোঁৱৰণী।

ভট্টদেৱৰ সংস্পৰ্শলৈ আহিছিলোঁ — চুবুৰীয়া হিচাপে। মোৰ স্বামী অতুলচন্দ্ৰ বৰুৱাদেৱৰ সৈতে তেখেতৰ অতি ঘনিষ্ঠতা আছিল। মোক স্বামী বৰুৱাদেৱৰ তেখেত আছিল অনুজ-প্ৰতিম বন্ধু। এজনে আনজনক নেদেখিলে এখন্তেকো থাকিব নোৱাৰিছিল। আনকি বিয়াই-সবাহে, সভা-সমিতিলৈ দুয়ো একত্ৰিত হৈ-হে গৈছিল।

১৯৫৩ চনৰ কথা। সেই বছৰত আমি চানমাৰি নৱগিৰিৰ বাসিন্দা হৈ আহিছিলো। সেই সময়ত মোৰ স্বামী বৰুৱাদেৱে আমাৰ ওচৰ চুবুৰীয়া সকলোকে আমাৰ নতুনকৈ সজা বাসভৱনলৈ নিমন্ত্ৰণ কৰি আনিছিল। সকলো চুবুৰীয়াৰ সৈতে তেখেতে মোক চিনাকি কৰি দিছিল। তেতিয়াই মই প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱক লগ পাইছিলোঁ।

ভট্টদেৱৰ ঘৰলৈ আমি প্ৰায়ে যাওঁ। আমাৰ নৱগিৰিপাৰাৰ মানুহখিনিৰ মাজত বৰ মিলাপ্ৰীতি। সেই সময়ত ভট্টদেৱৰ প্ৰথম পুত্ৰ ওপজা শুনি আমি স্বামী-স্ত্ৰী দুয়ো তেখেতৰ পুত্ৰ চাবলৈ বুলি গৈছিলোঁ। সেই মধুৰ দৃশ্য মোৰ মনৰ স্মৃতিত আজিও ভাঁহি আছে।

ভট্টদেৱ আৰু আমাৰ ঘৰৰ মাজত লাহে লাহে মিলাপ্ৰীতিৰ বান্ধোন গাঢ় হৈ আহিছিল। যিকোনো বস্তু পালেই ভট্টদেৱে বৰুৱাদেৱক এৰি নাখায়। 'জোন' নামৰ কনিষ্ঠ পুত্ৰৰ হাতত প্ৰায়েই কিবা কিবি বৰুৱালৈ দি পঠিয়ায়।

আমাৰ বৰুৱাদেৱে মোক সোধে — ভট্ট আহিছিল নেকি? মই যদি নাই অহা বুলি কওঁ ; তেনেহলে গধূলি হ'লেও আমাৰ ঘৰত থকা 'শঙ্কৰ' নামৰ ল'ৰাজনৰ সৈতে লাঠিডাল লৈ এখোজ দুখোজ কৈ তেখেতৰ ঘৰ পায়গৈ। কেতিয়াবা অকলে গলে ভট্টদেৱৰ কনিষ্ঠ পুত্ৰই বৰুৱাদেৱক হাতত ধৰি-ধৰি লৈ আনি আমাৰ ঘৰত থৈ যায়। এইদৰে আমাৰ দুয়ো ঘৰৰে মাজত প্ৰীতি-অনুবন্ধ ইমান গভীৰ হৈছিল যে; ভট্টদেৱেও বৰুৱাদেৱক এখন্তেক নেদেখিলে আমাৰ ঘৰলৈ বিচাৰি আহে।

এসময়ত মই জনাই নজনাই মোৰ তৃতীয় পুথিখন লিখি মোৰ স্বামীক চাবলৈ দিছিলো। বৰুৱাদেৱে কিন্তু নিজে নাচাই প্ৰমোদ ভট্টদেৱকেই এবাৰ চাই চিতি শুদ্ধ কৰি দিবৰ কাৰণে অনুৰোধ কৰে। ভট্টদেৱে পুথিখনি চাই চিতি ভুল-ভ্ৰান্তি লগতে সেই পুথিখনৰ 'মুখবন্ধ' এটাও লিখি দিছিল। পুথিখনৰ নাম ভট্টদেৱে ৰাখিছিল 'যুগজয়ী মহীয়সী'।

ভট্টদেৱৰ সেই পৰিশ্ৰমে মোক বৰকৈ উৎসাহিত কৰিছিল। ভট্টদেৱৰ এনেবোৰ কাৰ্য্যাৱলীয়ে স্পষ্টভাৱে প্ৰতিফলিত কৰে— মানুহজনৰ উদাৰ ব্যক্তিত্ব আৰু সীমাহীন ঔদাৰ্য্য।

মোৰ স্বামীয়ে কিন্তু শেষ অৱস্থাত তেখেতক লগ নাপালে। কিয়নো মোৰ স্বামী বৰুৱাদেৱ হঠাৎ ৰোগত ভুগি বেলতলাৰ নাৰ্চিং হোমত থাকিব লগা হোৱাত ভট্টদেৱে আৰু সুস্থ অৱস্থাত তেখেতক লগ নাপালে।

বিয়াবাৰু, পূজা-পাৰ্বন আদি সকলোতে আমাৰ দুয়ো ঘৰৰে অতিকৈ মিল থকা কাৰণে প্ৰায় সকলো অনুষ্ঠানতে দুয়ো ঘৰ একেলগেই গৈছিলোঁ।

এবাৰ আমাৰ ঘৰৰ ওচৰতে এখন বিয়ালৈ নিমন্ত্ৰণ কৰা হৈছিল। বৰুৱাদেৱে ভট্টদেৱক কৈছিল — কাইলৈ বিয়া আছে নহয় ! বিয়ালৈ যাওঁতে এইফালে আহিব। আমি দুয়ো একেলগে বিয়ালৈ যাম। কিন্তু বৰুৱাদেৱৰ আৰু ভট্টদেৱৰ সৈতে একেলগে বিয়াৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ ভাগ্যত নঘটিল। আগদিনাই মোৰ স্বামী বৰুৱাদেৱ হঠাৎ ভীষণ অসুখত হাস্পতালত চিকিৎসাধীন হৈ থাকিব লগীয়া হোৱাত ভট্টদেৱে যে কিমান অন্তৰত আঘাত পাইছিল ; সেইটো বৰ্ণনাতীত।

আগতে প্ৰায়ে সাপ্তাহিক অৱসৰত গুৱাহাটী আলোচনা চক্ৰৰ বৈঠক বহিছিল। তাতে শুনিবলৈ পাওঁ ভট্টদেৱৰ ওজস্বী ভাষণ, প্ৰবন্ধ পাঠ আদি। শুনিবলৈ পাওঁ ভট্টদেৱৰ প্ৰবুদ্ধ-সমালোচনা। ভট্টদেৱৰ গুৰু-গম্ভীৰ ভাষণত চক্ৰধাৰীসকলৰ শৰীৰ ৰোমাঞ্চিত হৈছিল। চক্ৰধাৰী সকল ডুব গৈছিল - ভাষণৰ নীলিম গভীৰতাত।

লোক সংস্কৃতি চৰ্চ্চাৰ স্বীকৃতি স্বৰূপে ভট্টদেৱে অসম সাহিত্য সভাৰ দুহেজাৰ চনৰ লীলা গগৈৰ স্মাৰক বঁটা লাভ কৰিছিল। ভট্টদেৱ আছিল অসমৰ দলিত সাহিত্য একাডেমীৰ — শ্ৰীমন্ত শঙ্কৰদেৱ বঁটা লাভ কৰোতা আৰু ১৯৭৪ চনৰ

অবিভক্ত কামৰূপ জিলা সাহিত্য পৰিষদৰ তামুলপুৰ অধিবেশনৰ সভাপতি। নিজৰ প্ৰতিভাৰ পৰিচয় দি ভট্টদেৱে 'কামৰূপ ৰত্ন' উপাধি লাভ কৰিছিল।

ভট্টদেৱ অসম সাহিত্য সভাৰ সভাপতি কেতিয়াবাই হ'ব লাগিছিল। কিন্তু ভট্টদেৱ কৰ্মবাদত বিশ্বাসী। নিৰৱচ্ছিন্ন ভাবে মাথো সাহিত্য চৰ্চ্চা কৰি গৈছে। তেখেত আজিও থমকি ৰোৱা নাই। যেন যতীন্দ্ৰ নাথ দুৱৰাৰ ভাষাৰে তেখেতে কৈছে ঃ

*অনাদৰ অৱহেলা সকলো গোটাই লই*

*ৰচোঁ মই জীৱনৰ কুসুম – কানন, . ... ।*

আজি এই ধীমান ব্যক্তিত্বৰ ভট্টদেৱৰ বিষয়ে দুআষাৰ লিখিবলৈ পাই মোৰ কিমান যে ভাল লাগিছে সেয়া ভাষাৰে বৰ্ণোৱা নাযায়। ভট্টদেৱৰ দিব্য জীৱন মহিমান্বিত হওঁক। এয়ে ঈশ্বৰৰ ওচৰত আমাৰ আকুল মিনতি।



# ড° ভট্টাচাৰ্য্যৰ সান্নিধ্য

শ্ৰীৰমেশ চন্দ্ৰ দেৱ শৰ্মা

মানৱ-বন্দনাই সৰ্বোত্তম কৰ্ম। বিদ্বৎ সমাজে যুগে যুগে এই কথা ঘোষণা কৰি আহিছে। মানুহৰ মাজতেই পৰম আনন্দময়ৰ উপলব্ধি কৰিব পৰাটোহে প্ৰকৃত পুৰুষাৰ্থ। সুপ্ৰাচীন কালৰ ঋষি-মুনিসকলৰ দিনৰেপৰা আজি পৰ্য্যন্ত বিভিন্ন প্ৰকাৰে মানৱ-বন্দনাকেই শ্ৰেষ্ঠ সাধনা বুলি কোৱা হৈছে। মন্ত্ৰদ্ৰষ্টা ঋষিসকলৰ হৃদয়ত উপলব্ধ 'সহস্ৰশীৰ্ষা পুৰুষঃ ......." সূক্তৰ পৰা আৰম্ভ কৰি আজিৰ যুগৰ 'মানুহেই দেৱ মানুহেই সেৱ/মানুহ বিনে নাই কেৱ/, কৰা কৰা পূজা/পাদ্য অৰ্ঘ্য লৈ/জয় মানৱ দেৱ'ক সামৰি ললে আমি দেখা পাওঁ যে প্ৰজ্ঞাৱান লোকসৱে ভিন্ ভিন্ যুগত যুগ সাপেক্ষ পদ্ধতিৰে একমাত্ৰ মানৱ সেৱাৰ কথাকেই ঘোষণা কৰি আহিছে, অৰ্থাৎ মানুহৰ মাজতেই আনন্দময়ৰ লগত একান্ত হোৱাৰ প্ৰেৰণা লাভ কৰাৰ বাবেই পৰামৰ্শ দিয়া হৈছে। ত্ৰিতাপৰ দ্বাৰা পীড়িত মানুহে সদা-সৰ্বদাই দুখ-নিবৃত্তিৰ বাবেহে আকাংক্ষা কৰিব লাগে, সুখৰ বাবে নহয়। মানুহৰ এই পৰম আকাংক্ষাৰ ফলশ্ৰুতিতেই সৃষ্টি হৈছিল ভাৰতীয় মনীষাৰ যুগজয়ী দৰ্শন সাহিত্য 'সাংখ্যকাৰিকা বা সাংখ্যদৰ্শন"। লক্ষ্য দুখৰ নিবৃত্তি।

কিন্তু ব্যক্তি আৰু সমাজৰ বৌদ্ধিক পৰ্য্যায়ৰ ভিন্নতা অনুসাৰে মানৱ বন্দনাৰ পৰ্য্যায় আৰু পদ্ধতিও ভিন্ন হ'ব। দৰিদ্ৰ সমাজত মানৱ বন্দনাৰ উপচাৰ হ'ব অন্ন-বস্ত্ৰৰ ব্যৱস্থা প্ৰদান কৰা, উন্নত মানুহৰ ক্ষেত্ৰত হ'ব গুণ-গৰিমাৰ প্ৰশংসাই পৰম উপচাৰ। তাৰ লগত প্ৰশংসা, কীৰ্ত্তন, বন্দন আদিও আংগিক কৰ্ম হ'ব। আনহাতে দেৱত্ব প্ৰাপ্ত উন্নত আত্মাৰ ক্ষেত্ৰত স্তুতিপাঠ, মন্ত্ৰপাঠ, উপাসনা আদিহে। সপ্তলোক আৰু সপ্তপাতালৰ মধ্যবৰ্ত্তী স্থান এই ভূমণ্ডল। আমি ইয়াৰ অধিবাসী। সেয়ে আমিও ওপৰত উল্লেখ কৰা মধ্যম পন্থা গ্ৰহণ কৰি এজন বৰণীয় ব্যক্তিৰ যৎসামান্য বন্দনা কৰাৰ প্ৰয়াস কৰিছোঁ। আমাৰ এই চেষ্টা উল্লেখিত ব্যক্তিজনাৰ যৎকিঞ্চিৎ গুণ-গৰিমাৰ স্মৰণতে সীমিত থাকিব। আমাৰ এই আলোচনাৰ উদ্দেশ্য হ'ল যিজন ব্যক্তিৰ সান্নিধ্যই ওচৰলৈ অহা জনক ক্ষন্তেকৰ বাবে হ'লেও বিমল আনন্দ সাগৰত বুৰাই ৰাখিব পাৰে আৰু আঁতৰ হৈ যোৱাৰ বহু দিন পিছলৈও এই সান্নিধ্যৰ স্মৃতিয়ে

ব্যক্তিজনৰ হৃদয়ত আনন্দৰ অদৃশ্য উৎস হিচাবে ক্রিয়া কৰি থাকে তেনে এজন গুণীব্যক্তিৰ গুণ-গৰিমাৰ যৎকিঞ্চিত ৰেঙনি ৰাইজৰ আগত দাঙি ধৰা নীতি শাস্ত্রতো কৈছে "সংসাৰ বিষ বৃক্ষেষু দ্বেফলে অমৃতোপমে। কাব্যামৃত ৰসাস্বাদঃ সল্লাপঃ সজ্জনৈঃ সহ।"

অর্থাৎ বিষ বৃক্ষ সদৃশ এই সংসাৰত দুবিধ ফলহে অমৃততুল্য। এবিধ হ'ল— সাহিত্যৰ ৰসপান আৰু আন বিধ হ'ল সৎ ব্যক্তিৰ লগত সজ আলোচনা। প্রসঙ্গক্রমে স্মৰণ হোৱা আন এষাৰ কথাও উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। "স্মৰণীয় সাহিত্যিকসকলৰ যশোবিস্তাৰ সাহিত্য সেৱাৰে অঙ্গীভূত কাম। তেখেতসকলৰ যশস্যা বিস্তৃত হ'লে সাহিত্যৰ প্রসাৰো বাঢ়ন মুখী হয়, জাতীয় জীৱনো অলপ নহয় অলপ জীপ ধৰে।"[১]

এনে এক মহৎ উদ্দেশ্যক সাৰোগত কৰি কিবা এটা কৰিবলৈ লোৱাটো বাওনা হৈ চন্দ্রলৈ হাত মেলাৰ দৰে কথা; তথাপিও চেষ্টা কৰাত দোষ নাই ভাবি আৰু সুধীসকলে দোষক্রটি এৰি গুণখিনিহে গ্রহণ কৰে বুলি জানি আমি সাহস পাইছো। সেয়ে আমি আজি সশ্রদ্ধভাবে স্মৰণ কৰিছোঁ গুৱাহাটী মহানগৰীৰ চানমাৰি নৱগিৰি কল'নিৰ নিজৰাপাৰ নিবাসী আশীতিপৰ ব্যক্তি ড° প্রমোদ চন্দ্র ভট্টাচার্য্যদেৱৰ সান্নিধ্য আৰু সাহচর্য্য। ইংৰাজী ১৯৭০ চনৰ কোনোবা এটা দিনত (ঠিক মনত নাই) মালিগাঁও নিবাসী আমাৰ মোমাইদেউ প্রয়াত ধনপতি শর্মাৰ ঘৰত পোন প্রথমে এইজন বৰেণ্য পুৰুষৰ লগত আমাৰ সাক্ষাৎ হয়। এইজনা ব্যক্তিৰ কথাকোৱাৰ ভঙ্গিমা আৰু ভাৱৰ গভীৰতা দেখি আমি তেখেতৰ প্রতি আকৃষ্ট হওঁ। গুণী-জ্ঞানী আৰু পণ্ডিতলোকৰ প্রতি আকৃষ্ট হোৱাটো আমাৰ শিশু-কালৰ পৰাই এক স্বভাৱজাত ধর্ম।

নলবাৰী জিলাৰ (অবিভক্ত কামৰূপ) প্রখ্যাত সৰুদীঘেলী গাঁৱৰ এক নৈষ্ঠিক ব্রাহ্মণ পৰিয়ালত তেওঁ জন্ম গ্রহণ কৰি তাতেই জীৱনৰ আদিপাঠ গ্রহণ কৰে। এইজনা ব্যক্তিৰ সান্নিধ্যলৈ আহিলে এইকথা সহজেই বুজিব পাৰি যে, তেখেত বহল, উদাৰ, শিষ্টাচাৰী, উন্নতমানৰ সংস্কৃতি আৰু ঐতিহ্যৰ উত্তৰাধিকাৰী। উত্তৰাধিকাৰৰ সূত্রে পোৱা এই পৰিবেশ আৰু গুণাৱলীয়ে এইজনা পুৰুষৰ ব্যক্তিত্বত এক বিশেষ বৈশিষ্ট্য প্রদান কৰিছে। দৈনন্দিন জীৱনৰ সকলোবোৰ কামকাজত আৰু কথা বতৰাত এই গুণ আৰু ধ্যান ধাৰণাবোৰ সততে চকুত পৰে। সদাহাস্যমুখৰ, ভাব প্রকাশত কার্পণ্যবিহীন, মুকলিমুৰীয়া মনোভাব আৰু গাম্ভীর্যপূর্ণ বাক্‌চাতুর্যাই ওচৰলৈ অহাজনক সহজেই আকৃষ্ট কৰে। নিজে এজন উচ্চমান বিশিষ্ট গৱেষক পণ্ডিত হ'লেও পণ্ডিতালিৰ ভেম তেওঁৰ লেশমানো নাই।

১. *তীর্থনাথ শর্মা, ৰত্ন সংগম, পৃ. ৩১*

পৰিবেশ আৰু পৰিস্থিতিৰ মৰ্য্যাদা ৰক্ষাকৰাৰ বাবে হোৱা প্ৰয়োজনৰ বাহিৰে এনেয়ে আনক দেখুৱাৱৰ বাবে কৃত্ৰিম গাম্ভীৰ্য্য ৰক্ষা কৰি মুখলৈ অহা গলগলীয়া হাঁহিটো চেপামাৰি বন্ধ কৰি নাৰাখে। সহজ-সৰল কথাৰ দ্বাৰা গুৰু কথাৰ প্ৰতি ইঙ্গিত কৰাটো তেখেতৰ কথন ৰীতিৰ এক বিশেষ তাৎপৰ্য্য। ইয়াৰ ফলত তেখেতৰ সান্নিধ্যলৈ অহাসকলে আমনিবোধ নকৰে। ভট্টাচাৰ্য্যদেৱৰ আন এটি গুৰুত্বপূৰ্ণ গুণ হৈছে কথাবতৰাত তেখেতে মানুহৰ জীৱনৰ লঘু ফালটোৰ প্ৰতিও প্ৰয়োজনীয় গুৰুত্ব আৰোপ কৰে আৰু তেনে কথাৰপৰা নিজে প্ৰেৰণা লয় আৰু আনকো প্ৰেৰণা দিয়ে। সেয়ে তেখেতৰ মুখত সদায় হাঁহি। আনন্দময় তেখেতৰ প্ৰাণসত্ত্বা। যি এক মানসিক আনন্দ লাভ কৰিবৰ বাবে মানুহে বহু জনমৰ সাধনা কৰিব লাগে বুলি তত্ত্বজ্ঞসকলে কয় সেই পৰম আনন্দময় অৱস্থাই ড° ভট্টাচাৰ্য্যদেৱৰ হিয়া আকাশত ইথাৰীয় ঢৌ খেলি থাকে যেন অনুমান হয়। ওচৰলৈ অহাজনেও তেখেতৰ হৃদয় মন্দিৰৰ এই আনন্দৰসত অৱগাহন কৰি ধন্য হয়। আনক আনন্দ দিয়াটোৱেই মানৱ জীৱনৰ চৰম সফলতা। ড° ভট্টাচাৰ্য্যদেৱ এই সফলতাৰ নিশ্চিত অধিকাৰী। তেখেতে নিজেও হাঁহে, আনকো হহুৱায়। আলাপ চতুৰতাই তেখেতৰ এনে সফলতাৰে মূল কাৰণ। এনেহেন এজন উন্নত মান বিশিষ্টগুণৰ অধিকাৰী পুৰুষৰ সান্নিধ্য লাভ কৰাটো সঁচাকৈয়ে গৌৰৱৰ বিষয়।

পেছাগত ভাবে ড° ভট্টাচাৰ্য্যদেৱ শিক্ষাৰ লগত জৰিত গুৱাহাটী মহানগৰীৰ প্ৰখ্যাত ভোলা বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক পিছলৈ অধ্যক্ষ আৰু বৰ্ত্তমান অৱসৰী জীবন লৈ নৱগিৰি নিজ বাসগৃহতেই আছে। ইয়াৰ উপৰিও তেখেত আৰু বহুতো অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত জৰিত। তেখেতে অধ্যাপনা কৰা মহাবিদ্যালয়খন নিশাকালৰ মহাবিদ্যালয় বুলিহে জনসমাজত বিশেষভাবে পৰিচিত। এইখন মহাবিদ্যালয়ত স্বাভাৱিকতে আৰ্থিক আৰু সামাজিক ভাবে দুৰ্বল ছাত্ৰ-ছাত্ৰীয়েহে অধ্যয়ন কৰিছিল। ড° ভট্টাচাৰ্য্যদেৱেও কোনো আপত্তি নকৰি ওৰেটোজীৱন সমাজৰ দুৰ্বল শ্ৰেণীৰ ভৱিষ্যত বংশধৰসকলৰ মাজত বিদ্যাৰ প্ৰচাৰ আৰু প্ৰসাৰ কৰ্মত নিজক ব্ৰতী কৰি ৰাখি প্ৰকৃত জনসেৱাত আত্মনিয়োগ কৰিছিল। সামাজিক দায়বদ্ধতাৰ নিষ্ঠাযুক্ত বাস্তৱ ৰূপায়ণৰ ই এক জ্বলন্ত উদাহৰণ আৰু অনুজসকলৰ বাবেও প্ৰেৰণাৰ উৎস। চাকৰিকালৰ দ্বিতীয়াৰ্দ্ধত তেখেতে স্বাভাৱিক পদ্ধতিগত ভাবেই এই একেখন মহাবিদ্যালয়ৰে অধ্যক্ষ পদত অধিষ্ঠিত হয়। অধ্যক্ষ হিচাবে তেখেতৰ কাৰ্য্যনিৰ্বাহ কালছোৱাত এই মহাবিদ্যালয়খনত প্ৰশাসনিক আৰু শৈক্ষিক দিশত এক নতুন গতিশীলতাই অনুষ্ঠানৰ মান উন্নত পৰ্য্যায়লৈ তুলি নিয়াটো পৰিলক্ষিত হয়। শৈক্ষিক আৰু প্ৰশাসনিক দীৰ্ঘদৰ্শী পৰিকল্পনাই ইয়াৰ মূল কাৰণ। এই গতিশীলতাই মহাবিদ্যালয়খনক এক সুকীয়া গঢ়ত গঢ়িতোলাত বিশেষ অৰিহণা যোগায় আৰু আজি পৰ্য্যন্ত সেই গঢ়ৰ প্ৰেৰণাই

মহাবিদ্যালয়খনৰ সমস্ত কৰ্মতে এক দিশ নিৰ্ণায়ক শক্তি হিচাবে ক্ৰিয়া কৰি থকা দেখা যায়। প্ৰতিবছৰে নামভৰ্ত্তিৰ বাবে অহা নবাগত আৰু নবাগতাসকলক প্ৰথমদিনাই তেখেতে কলেজীয়া জীৱনৰ মহামন্ত্ৰ দান কৰিছিল। সেই দিনত আজিকালিৰদৰে (২০০৪ চন) একেদিনাই জাকপাতি নামভৰ্ত্তি নহৈছিল। দুই এজনকৈ বহুদিন ধৰি নামভৰ্ত্তি প্ৰক্ৰিয়া চলি আছিল। ফলত অধ্যক্ষ হিচাবে প্ৰতিগৰাকী ছাত্ৰ-ছাত্ৰীকে সাক্ষাৎ দিয়াটো সম্ভৱ হৈছিল। সেই ছেগতে ছাত্ৰ-ছাত্ৰীৰ নাম-ধাম সম্পূৰ্ণকৈ জানি লৈছিল। আচৰিত কথা এয়ে যে ছাত্ৰ-ছাত্ৰীয়ে কোৱা গাঁও বা অঞ্চলটো তেখেতৰ প্ৰায়ে চিনাকি আছিল। ইয়ে তেখেতৰ ভ্ৰমণশীল স্বভাৱৰ পৰিচয় দিছিল। সুবিধাবুজি তেনে ছাত্ৰ-ছাত্ৰী নিজ গাঁও বা গাঁৱত থকা অনুষ্ঠান-প্ৰতিষ্ঠানৰ নামটো কৈ দি সেই বিষয়ে একো একোখন ৰচনা লিখি আনিব দিছিল। ইয়ে ছাত্ৰ-ছাত্ৰীক বিশেষ ভাবে অনুপ্ৰাণিত কৰিছিল; লগতে তেওঁলোকৰ মেধা আৰু সততাও প্ৰতিফলিত হৈছিল। শ্ৰেণীকোঠাত পাঠদান কৰা শিক্ষক হিচাবেও ড° ভট্টাচাৰ্য্য ছাৰ বৰ মিহি, মৰমিযাল আৰু ধেমেলীয়া আছিল। শ্ৰেণীত পাঠ আৰম্ভ কৰাৰ পূৰ্ব প্ৰস্তুতিমূলক কথাখিনি ধেমেলীয়াকৈ আৰম্ভ কৰিছিল। পিছত লাহে লাহে ছাত্ৰ-ছাত্ৰীৰ মন আৰু মগজুত কোনো বিশেষ চাপ বা হেঁচা নপৰাকৈ পঠনীয় পাঠৰ বিষয়বস্তুৰ গভীৰতাত প্ৰবেশ কৰিছিল। ফলত ছাত্ৰ-ছাত্ৰীৰ পাঠ গ্ৰহণ সুখসাধ্য আৰু সফল হৈছিল।

হাস্যৰসৰ ভৰাঁল ড° ভট্টাচাৰ্য্যদেৱ এজন সুদক্ষ শিক্ষা সংগঠকো আছিল। তেখেতে শিক্ষক আৰু আন আন কৰ্মচাৰীসকলক প্ৰাপ্য মান মৰ্য্যাদা দিয়াত অকণো কাৰ্পণ্য নকৰিছিল। প্ৰয়োজনীয় সকলো কথাকে খোলোচাকৈ আলোচনা কৰি বিভাগে বিভাগে দায়িত্ব দিছিল। পৰিস্থিতি সাপেক্ষে যোগ্য ব্যক্তিক প্ৰয়োজনীয় গুৰুত্ব দিয়াত হেলা নকৰিছিল। ফলত অধ্যাপকসকলৰ লগতে অন্যান্য কৰ্মচাৰীসকল অনুপ্ৰাণিত আৰু উৎসাহিত হৈ একাণপতীয়া ভাবে নিজ নিজ কাৰ্য্য নিৰ্ব্বাহ কৰিছিল। শিক্ষা সংক্ৰান্তীয় যি কোনো কামকে তেখেতে আগবাঢ়নি দিছিল। এই কামত বিধি পথালি দিয়া যিকোনো পৰিস্থিতি বা ব্যক্তিকে সিংহ গৰ্জনে প্ৰতিহত কৰি শৈক্ষিক বাতাবৰণ অক্ষুণ্ণ ৰাখিছিল।

অলপ গভীৰভাবে চিন্তা কৰিলে দেখা যায় যে, ড° ভট্টাচাৰ্য্যদেৱৰ ধ্যান-ধাৰণা বিশেষকৈ সামাজিক দিশত ; সকলো প্ৰকাৰ ভেদভাব আৰু বৈষম্যৰ ঊৰ্দ্ধত আৰোহণ কৰি এক অনুকৰণীয় দৃষ্টান্ত হৈ পৰিছে। ড° ভট্টাচাৰ্য্যদেৱৰ ডেকা বয়সৰ অসমত অন্যান্য ভাষাৰ তুলনাত বৰো ভাষা সম্পৰ্কে অধ্যয়ন, অধ্যাপন, গৱেষণা আদি কাৰ্য্য সমূলি হোৱা নাছিল বুলি কলেও ভুল কোৱা নহয়; অৰ্থাৎ ভূমিপুত্ৰসকলৰ ভাষা, সাহিত্য আৰু সংস্কৃতি এক অনুপলব্ধ অৱস্থাতেই আছিল। তেনে এক অৱস্থাত এই তীক্ষ্ণধী পণ্ডিতজনে নিজৰ বিদ্যাবুদ্ধিখিনিৰ উচিত পথেৰে

বাস্তৱ প্ৰয়োগৰ বাবে বৰো সাহিত্য সংস্কৃতিকহে উচিত ক্ষেত্ৰ হিচাবে নিৰ্বাচন কৰি ললে। বৰো ভাষা আৰু সাহিত্যৰ ইতিহাস এইজনা পণ্ডিতৰ গৱেষণা কৰ্ম এক ভগীৰথ কৰ্ম হিচাবে জীয়াই থাকিব। সময়ৰ লগে লগে তেখেতৰ এই কৰ্মই তেখেতৰ ব্যক্তিত্বৰ জেউতি চৰাবহে, নুটুটায়। অৱশ্যে কিছু সংখ্যকলোকৰ বক্ৰ দৃষ্টিয়ে তেখেতক উত্তৰণ আৰু বিকাশৰ পথত অন্তৰায়ৰ সৃষ্টি কৰা যেন অনুমান হয়। প্ৰয়োজনাধিক বিলম্ব হোৱাৰ আগতে চিন্তাশীল ব্যক্তিসকলে এই বিষয়ে চিন্তা কৰাৰ থল আছে।

ইংৰাজী ১৯৭০ চনৰ পাছৰপৰা আমি এইজনা মেধাবী পণ্ডিতক বিভিন্ন ঠাইত সভা-সমিতি, বিয়া-সবাহ আদিত লগ পাই আহিছোঁ। প্ৰতিবাৰ সাক্ষাততেই তেখেতৰ চিন্তা আৰু উপলব্ধিৰ বিস্তৃতিও লক্ষ্যত পৰি আহিছে। অসম থিয়ছফিকেল ফেডাৰেচনৰ একাধিক বাৰ্ষিক সভাত দিয়া ভাষণাৱলী আৰু সান্নিধ্যই আমাক বহুত শিকাইছে। 'নিজে নজনা কথাটো নাজানো বুলি স্বীকাৰ কৰিবলৈ লাজ কৰিব নালাগে', 'যথাযোগ্য স্থানতহে প্ৰয়োজনীয় কোনো কথা কব লাগে', 'কোনো মানুহ বা গোষ্ঠীকে সৰু বুলি হেয় জ্ঞান কৰিব নালাগে', 'জ্ঞান বিদ্যাৰ প্ৰচাৰ আৰু প্ৰসাৰত যথাসাধ্য আত্মনিয়োগ কৰিব লাগে' ইত্যাদি। বৌদ্ধদৰ্শন সম্বন্ধে আস্থা আৰু গভীৰ উপলব্ধি তেখেতৰ নিজৰ ভাষণত প্ৰকাশ পাইছে। এই বিষয়ে তেখেতৰ নিজ উপলব্ধি সম্বলিত এখন গ্ৰন্থ পাম বুলি এই ছেগতে আশা কৰিব পাৰি। তেখেতৰ সাহিত্য কৰ্ম সৰহীয়া নহয়, যদিও যি অলপ তাকৰ সংখ্যক সাহিত্য আছে সেইখিনি অসমীয়া সাহিত্য জগতত মুকুতাৰ দৰে উজ্জ্বল হৈ থাকিব। আৰ্য্য চেহেৰাৰে দেখনীয়াৰ, ওখপাখ সু-স্বাস্থ্যৰ অধিকাৰী ড° ভট্টাচাৰ্য্যদেৱক মাজে সময়ে যে স্বাস্থ্য বৈপৰীত্যই আমনি কৰা নাছিল তেনে নহয়। মানৱ দেহত এইয়া তেনেই স্বাভাৱিক। তথাপিও তেখেতৰ নিজৰ বিদ্যায়তনিক প্ৰভাৱেৰে এইসকলোকে পৰাভূত কৰি আজি পৰ্য্যন্ত কৰ্মঠ হৈয়েই আছে। পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা অন্তৰখোলা পণ্ডিতপ্ৰবৰে ভাৰতীয় সত্ত্বাৰ কামনা অনুসৰি 'পশ্যেম শৰদঃ শতং জীৱেম শৰদঃ শতং, শৃনুয়াম শৰদঃ শতং............' পূৰ্ণ মাত্ৰাই উপভোগ কৰি নিজৰ জীৱনক ধন্য কৰাৰ লগতে অনুজ সকলোকে সেই আদৰ্শেৰে অনুপ্ৰাণিত কৰাৰ শক্তি পাওক।



# কামৰূপ সাহিত্য সভাৰ তামুলপুৰ অধিৱেশনৰ সভাপতি প্ৰসঙ্গত

শ্ৰীভৰত চন্দ্ৰ ডেকা

১৯৭০ চনত দ্বিতীয় সপ্তাহত ঢিঙত অসম সাহিত্য সভাৰ অধিৱেশন অনুষ্ঠিত হৈছিল। সভাপতি আছিল তত্ত্বপিপাসু অধ্যাপক উপেন্দ্ৰ চন্দ্ৰ লেখাৰু ডাঁঙৰীয়া, এই ঢিং অধিৱেশনতে গঠন কৰা হৈছিল – কামৰূপ সাহিত্য পৰিষদ। সেই সময়ৰ অবিভক্ত কামৰূপ জিলাৰ অন্তৰ্গতি শাখাবোৰৰপৰা ( যাগদান কৰা প্ৰতিনিধিসকলে মিলিত হৈ গঠন কৰিছিল কামৰূপ সাহিত্য পৰিষদ। প্ৰথম আৰু প্ৰতিষ্ঠাপক সভাপতি আছিল কথাসাহিত্যিক যোগেশ দাস। পিচলৈ তেখেত অসম সাহিত্য সভাৰ সভাপতিৰূপে নিৰ্বাচিত হৈছিল। অসম সাহিত্য সভাৰ নিয়মাৱলীত সাহিত্য পৰিষদ খোলা সম্পৰ্কে কোনো ছেদ নতুবা অনুচ্ছেদৰ অন্তৰ্ভুক্ত নৌহওঁতেই জিলা ভিত্তিক এনেধৰণৰ সাহিত্য পৰিষদ গঠন কৰা হৈছিল- জিলা ভিত্তিক সাহিত্য সম্পৰ্কীয় কিছুমান কাম কৰাৰ সুবিধাৰ্থে। কামৰূপ সাহিত্য পৰিষদ গঠন হোৱাৰ আগতে ডিব্ৰুগড় আৰু নগাঁও জিলাত সাহিত্য পৰিষদ গঠন কৰা হৈছিল। পৰৱৰ্তী বছৰসমূহত জিলা ভিত্তিক এনেধৰণৰ পৰিষদ গঠন কৰাৰ ধুম উঠিছিল আৰু বাধ্য হৈ অসম সাহিত্য সভাৰ নিয়মাৱলীত এইটো বাধ্যতামূলক কৰি দিয়া হৈছিল। পণ্ডিত গিৰিধৰ শৰ্মাই অসম সাহিত্য সভাৰ সভাপতিৰূপে কাৰ্য্যনিৰ্বাহ কৰা সময়ত পৰিষদ গঠন কৰাৰ এক বিপ্লৱসূচনা কৰা হৈছিল। ফলস্বৰূপে অসমৰ প্ৰত্যেকখন জিলাতে এনেধৰণৰ জিলা পৰিষদবোৰ গঠন কৰা হৈছিল। পৰৱৰ্তীসময়ত হাইলাকান্দি অধিৱেশনত নিয়মাৱলীৰ সংশোধনী ঘটাই সাহিত্য পৰিষদৰ সলনি জিলা সাহিত্য সভা হিচাবে নামকৰণ কৰা হৈছিল। বৰ্ত্তমান জিলা সাহিত্য সভাসমূহৰ কৰিবলগীয়া কাম বহুতো আৰু সেইবোৰ কৰি থকাও হৈছে।

ঢিঙত কামৰূপৰ যিসকল প্ৰতিনিধিয়ে মিলিত হৈ কামৰূপ সাহিত্য পৰিষদ গঠন কৰিছিল নতুবা গঠন প্ৰক্ৰিয়াত আগভাগ লৈছিল তাৰ ভিতৰত ড° প্ৰমোদ

চন্দ্র ভট্টাচাৰ্য্যও আছিল অন্যতম উদ্যোক্তা। সেই সময়ত তেখেত গুৱাহাটীৰ বি. বৰুৱা মহাবিদ্যালয়ৰ অধ্যক্ষ পদত অধিষ্ঠিত। ইয়াৰ পৰৱৰ্তী বছৰসমূহত কেবাজনো বিশিষ্ট পণ্ডিতে কামৰূপ সাহিত্য পৰিষদৰ সভাপতিৰ পদ অলংকৃত কৰিছিল। সেইসকল যথাক্রমে পদ্মশ্ৰী নলিনীবালা দেৱী, ১৯৭১ চনত পণ্ডিত গিৰিধৰ শৰ্মা, ১৯৭২ চনত বিনন্দ্র চন্দ্র বৰুৱা, ১৯৭৩ চনত পুনৰায় গিৰিধৰ শৰ্মা, ১৯৭৪ চনত বৰপেটাৰোডত অধ্যাপক ৰজনীকান্ত দেৱ শৰ্মা। এই বৰপেটাৰোড অধিবেশনৰ বিষয়বাছনি সভাত পৰৱৰ্ত্তী বছৰৰ বাবে সভাপতি ৰূপে নিৰ্বাচিত হৈছিল ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। ১৯৭৫ চনৰ ৯ ফেব্ৰুৱাৰীত তামুলপুৰত অনুষ্ঠিত হোৱা মুকলি সভাত তেওঁ সভাপতিত্ব কৰিছিল। বৰ্ত্তমান তামুলপুৰৰ নলবাৰী জিলাৰ অন্তৰ্গত আৰু বিটিছি এলেকাতো উক্ত অধিবেশনত সভাপতিত্ব কৰি পাঠকৰা অভিভাষণখনি বেচ পাণ্ডিত্যপূৰ্ণ আছিল। দৰাচলতে তেওঁ এগৰাকী ভাষা বিজ্ঞানী আৰু সমালোচক পণ্ডিত। তাৰ প্ৰমাণ পোৱা যায় অভিভাষণখনিৰ কিয়দংশ পঢ়িলেই। অভিভাষণখনি কেবাটাও ভাগত বিভক্ত কৰি প্ৰথমখণ্ডতে বিভিন্ন বিষয়ৰ ওপৰত ব্যাখ্যা দাঙি ধৰিছে। প্ৰথমতে কামৰূপ নামৰ উৎপত্তি, এই জিলাৰ বিশেষত্ব, অসমৰ বিভিন্ন সমস্যা, অসমৰ অৰ্থনৈতিক উন্নয়নৰ কথা, কৰ্মসংস্থান তথা স্বাৱলম্বী আঁচনিৰ কথা, ভাষা-সাহিত্য সংস্কৃতি চৰ্চাৰ কথা, সংহতি আৰু সমন্বয়ৰ কথা আদি বিতংভাৱে বৰ্ণনা কৰিছে। এই অভিভাষণখনিৰ কেইটামান শাৰী তলত উল্লেখ কৰা হ'ল ঃ

*যিখন অতুলনীয় ৰাজ্যক আই কামাখ্যাই নিজৰ ঠাই বুলিও গণ্য কৰি প্ৰতিখন ঘৰতেই যুগ যুগধৰি বিৰাজ কৰি আহিছে, সেই জন্মদায়িনী সকলো কামনাৰ পৰিপূৰ্ণকাৰিণী দেৱীক প্ৰণতি জনাই, প্ৰাচ্যভূমি প্ৰাগ্‌জ্যোতিষ লৌহিত্য, কামৰূপ অসম নামেৰে অভিহিত পুণ্যভূমি জন্মভূমিৰ চিৰচেনেহী ভাষা জননীৰ বেদীত হিয়াভৰা অঞ্জলি যাচিছোঁ।*

*ভাৰতবৰ্ষক পৃথিৱীৰ এক বিচিত্ৰ ক্ষুদ্ৰ ৰূপ বুলি গণ্য কৰাৰ দৰে অসম ৰাজ্যকো ভাৰতবৰ্ষৰে এক বিচিত্ৰ ক্ষুদ্ৰ সংস্কৰণ বুলিব পাৰি। সেইদৰে বৰ্ত্তমানৰ কামৰূপ জিলাখনো অসম ৰাজ্যৰ এটি বাৰে বৰণীয়া চমু তাণ্ডৱণৰ মাথোন। মাজেদি বৈ যোৱা মহানদ লুইতলৈ চাবনে বৰনদী, বৰুলীয়া, পুঠিমাৰী, পাগলাদিয়া, বুঢ়ীদিয়া, টিহু, কালদিয়া, পো-মৰা, বেকী, মানাহ, শিংৰা, বকো, কলহী, ভৰলু, ডিগাৰু আদি জীয়া উপনদীবোৰলৈকে চাব? ভূটানৰ ফালে চাবনে; মেঘালয়ৰ খাছিয়া পাহাৰলৈ চাই পঠিয়াব? নদ-নদী পাহাৰৰ গুহাৰে আগুৰা আবৰা কামৰূপৰ এটি প্ৰাকৃতিক পৰিৱেশ আছে। এই পৰিৱেশ বাৰিষাকালত উথলি পাৰ ভাঙি যায়, খৰালি আৰু বসন্ত কালত কমনীয় তথা ৰমণীয় হৈ পৰে।*

**অভিভাষণৰ সামৰণিত ড° ভট্টাচাৰ্য্যই উল্লেখ কৰিছে ঃ**

*তামুলপুৰ আৰু ইয়াৰ আশে পাশে থকা বৰো-কছাৰী, চাওতালী, নেপালী, অসমীয়া প্ৰমুখ্যে বিবিধ জনগোষ্ঠীয়ে যুগে যুগে সহ-অৱস্থান, সংহতি সহযোগ সমন্বয়ৰ মাজত বসবাস কৰি কামৰূপ ৰাজ্যৰ প্ৰাচীন মহিমা অটুট ৰাখিছে। বৌদ্ধ, হিন্দু, ইছলামৰ ত্ৰিবেণী তীৰ্থ হাজোৰ দৰেই তামুলপুৰ অঞ্চলো অসমৰ সাংস্কৃতিক ত্ৰিধাৰাৰ সঙ্গম আৰু পুণ্যভূমি দৰঙাৰ দৗই গৰঙা অৰ্থাৎ গৰা পানীয়ে গৈ সোঁত বাগৰি বাগৰি ৰঙ্গিয়া বা গৰং দিয়া নাম দি, বৰলীয়া, পুঠিমাৰী আদি নামান্তৰ লৈ লখেতৰাৰ সপোন ৰচি পাগলাদিয়াৰ (ফাল্লাদিয়াৰ) ভয়াবহ ৰূপ সামৰি বুঢ়া লুইতেৰে সাগৰ সঙ্গমলৈ যাত্ৰা কৰিছে। নৰ-নাৰীৰ সমূহীয়া কৰ্মশক্তি জনতাৰ প্ৰাণ প্ৰাচুৰ্য্য। বৰো-কছাৰী গীত এটিক সুৰে সুৰে কওঁ — হৌৱা, হিনজাও গ্ৰীদ্ গ্ৰীদ্' - - অৰ্থাৎ নৰ-নাৰীসকলে দলে দলে খেতি-বাতি, নদী-বিলে ধান ৰুই মাছ মাৰি - - একতাৰ ভেটি সৃষ্টি কৰাইক; এই মহাবাণী বিতৰণৰ আহ্বান জনালোঁ — চিৰ চেনেহী মোৰ ভাষা জননী।*

দৰাচলতে ড' ভট্টাচাৰ্য্য এজন ভাষা বিজ্ঞানী তাৰ প্ৰমাণ অভিভাষণখনিতে পোৱা যায়। সেই বছৰতে সভাপতিত্ব কৰি জিলাসভাক তেওঁ পাহৰি যোৱা নাই; নতুবা জিলা সাহিত্য সবাৰ কাম নকৰাকৈ থকা নাই। পৰৱৰ্ত্তী বছৰসমূহত তেওঁ জিলাসভাৰ বিভিন্ন কাৰ্যসূচীত অংশ গ্ৰহণ কৰি আহিছে। বিষযবাব নাথাকিলেও, নতুবা বিশেষভাবে আমন্ত্ৰিত নহ'লেও তেওঁ জিলাসভাৰ কাৰ্যসূচী সমূহত অংশ গ্ৰহণ কৰি আহিছে এই বয়সতো। জিলাসাহিত্য সভাৰ মুখপত্ৰ 'কামৰূপা'ৰ প্ৰত্যেক সংখ্যাতে মূল্যবান প্ৰবন্ধেৰে অৰিহণা যোগাই আহিছে। জিলা সাহিত্য সভাৰ বৰ্ত্তমানৰ নিজস্ব মাটি খিনি জালুকবাৰীত লওঁতে অন্যান্যসকলৰ লগতে ড' ভট্টাচাৰ্য্য কষ্ট স্বীকাৰ কৰি বিভিন্ন প্ৰকাৰে সহায-সাহায্য আগবঢাইছিল। আনকি পৰবৰ্ত্তী সময়ছোৱাত এই মাটি ডোখৰত স্থায়ী ভৱন নিৰ্মাণৰ ক্ষেত্ৰত বহুমূলীয়া পৰামৰ্শ আদি প্ৰদান কৰি আহিছে। ৰাস্তাই-ঘাটে, সভা-সমিতিয়ে জিলা সাহিত্য সভাৰ বিষয়ববীয়াক দেখা পালেই সাৱটি ধৰি খা-খবৰ লোৱা তেওঁৰ এটা সহজাত অভ্যাসত পৰিণত হৈছে। হাড়ে-হিমজুৱে সাহিত্য সভাক প্ৰাণভৰি ভালপোৱা ব্যক্তি এগৰাকী হ'ল ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ডাঙৰীয়া। জিলা সাহিত্য সভাৰ নিয়মাৱলী চন্দ্ৰপুৰৰ অধিবেশনত সংশোধন হওঁতে অসম সাহিত্য সভাৰ দৰে ভাষা-সাহিত্যৰ ক্ষেত্ৰত বিশেষ অৰিহণা যোগোৱা ব্যক্তিক সন্মান নতুবা উপাধি প্ৰদান কৰাৰ নিচিনাকৈ কামৰূপ জিলা সাহিত্য সভাতো এনেকুৱা এটা নিয়ম অন্তৰ্ভুক্ত কৰা হ'ল। সৌভাগ্যক্ৰমে ইযাৰ দুবছৰ পিছত ২০০১ চনৰ ফেব্ৰুৱাৰী মাহত ফাঁচী বজাৰৰ হাৰিয়ানা ভৱনত অনুষ্ঠিত জিলা সাহিত্য সভাৰ সপ্তবিংশতিতম্

অধিবেশনত কামৰূপ জিলা সাহিত্য সভাই প্ৰথমবাৰৰ বাবে নিৰ্বাচকমণ্ডলীৰ অনুমোদন ক্ৰমে যিজন ব্যক্তিক বাছনি কৰি 'কামৰূপ ৰত্ন' উপাধি প্ৰদান কৰি বিভূষিত কৰিলে সেইজন ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। সৰ্চাকৈয়ে সৰ্বগুণসম্পন্ন কামৰূপৰ ৰত্নস্বৰূপ ড° ভট্টাচাৰ্য্য এগৰাকী বিজ্ঞ ব্যক্তি যিজনাৰ স্মৃতিশক্তি অতি প্ৰখৰ, যাৰ ফলস্বৰূপে, সভা-সমিতিয়ে বক্তৃতা প্ৰদান কৰিবলৈ আৰম্ভ কৰি শেষ কৰিবলৈ পাহৰি যায়-বিভিন্ন বিষয় বস্তু সন্নিবিষ্ট কৰা বাবে।

'কামৰূপ ৰত্ন' ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যদেৱ নিৰোগী স্বাস্থ্যৰে সুদীৰ্ঘ জীৱন যাপন কৰক — আশী সংখ্যাক জন্ম দিন উপলক্ষে ইয়াকে কামনা কৰি ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ।



# ড° ভট্টাচাৰ্য্য ঃ
# বৰো ভাষাৰ স্বকীয়তা প্ৰতিষ্ঠাপক

শ্ৰীহৰিচৰণ দাস

বৰো ভাষাক সংবিধানৰ অষ্টম অনুসূচীত অন্তৰ্ভুক্ত কৰাৰ বাতৰিয়ে বৰো জনগোষ্ঠীৰ লগতে অসমৰ অসমীয়া তথা অন্যান্য থলুৱা জনগোষ্ঠীৰ বৌদ্ধিক মহলতো আনন্দৰ লহৰ তুলিছে। যোৱা ৯ জানুৱাৰীত গুৱাহাটীত এই সন্দৰ্ভত অনুষ্ঠিত বিজয় উৎসৱৰ বাতৰিয়ে এই কথা প্ৰতীয়মান কৰিছে যে, ইমানদিনে কিছুসংখ্যক বৰোলোকে ভাবি থকাৰ দৰে অসমীয়া ভাষী বা অসমীয়া ভাষাৰ পৰা বৰো ভাষা প্ৰতিষ্ঠাৰ বাবে কৰা সংগ্ৰামত বাধা অহা নাছিল-- বৰং আছিল সহযোগিতাহে। তাৎপৰ্যাপূৰ্ণ কথা হ'ল, বৈজ্ঞানিক অধ্যয়নেৰে বৰো ভাষাক প্ৰতিষ্ঠা কৰা ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এগৰাকী অসমীয়া গোষ্ঠীৰ লোকহে। তেওঁৰ গৱেষণা গ্ৰন্থ এ ডেস্কৃিপটিভ এনালাইছিচ অব দি বৰো লেংগুৱেজ' গ্ৰন্থখনেই হৈছে বৰো ভাষাক তথ্য সমৃদ্ধভাবে প্ৰতিষ্ঠা কৰা আধাৰ গ্ৰন্থ। অসমীয়া ভাষাৰ গৱেষণামূলক অধ্যয়নৰ ক্ষেত্ৰত ড বাণীকান্ত কাকতিৰ অৱদান যিমান-- ঠিক সিমান ড ভট্টাচাৰ্য্যদেৱৰ অৱদান বৰো ভাষাৰ ক্ষেত্ৰতো। ড ভট্টাচাৰ্য্য ডাঙৰীয়াৰ এই গৱেষণাও আৰম্ভ হৈছিল ড বাণীকান্ত কাকতিৰ নিৰ্দেশনাতেই। গতিকে অসমীয়া ভাষা গৱেষণাৰ কাণ্ডাৰীৰ হাতত হাত ধৰিয়েই আগবাঢ়িছিল বৰো ভাষাৰ গৱেষণাই। বৰো ভাষাৰ ওপৰত গৱেষণা কৰি কেৱল ডক্টৰেট ডিগ্ৰীটো ল'বৰ বাবে প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই এই বিশাল কৰ্মযজ্ঞত অৱতীৰ্ণ হৈছিল বুলি ক'লে ভুল কোৱা হ'ব। ড ভট্টাচাৰ্য্যদেৱে গৱেষণাৰ দায়িত্ব প্ৰধানকৈ কান্ধ পাতি লৈছিল অসম চৰকাৰৰ আৰ্থিক অনুদানৰ সহায়ত আৰু সেই সময়ৰ অসমীয়াভাষী তথা বৰো সমাজৰ বৰো ভাষাপ্ৰেমী বুদ্ধিজীৱীসকলৰ সহযোগত। ড' ভট্টাচাৰ্য্য ডাঙৰীয়াই তেওঁৰ গৱেষণা গ্ৰন্থখনৰ পাতনিত এই কথা মুকলিকৈ প্ৰকাশ কৰিছে। প্ৰথমতে ড° ভট্টাচাৰ্য্যই ড' বাণীকান্ত কাকতিৰ তত্ত্বাৱধানতে এই গৱেষণা আৰম্ভ কৰিছিল। কিন্তু হঠাতে ড কাকতিৰ পৰলোক হোৱাত, ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ তত্ত্বাৱধানত

গৱেষণা চলিল। এই সন্দৰ্ভত ড° ভট্টাচাৰ্য্যদেৱে লিখিছে এনেদৰে ঃ -
*A Descriptive Analysis of the Boro Language on which was awarded the D Phil degree of the University of Gauhati in 1965 is the outcome of a long and continued endeavour in my part against a number of personal and national calamities which occurred during 1952-64 This study was initiated in the University of Gauhati in 1952 with the help of a research scholarship granted to me by the Government of Assam under the guidance of Dr Banikanta Kakati Dean of the Faculty of Arts Gauhati University As an Assamese speaker, I had to begin with only Primary Course of the North Western form of this language and then I began to consult the linguistic work of G A Grierson, W C M Dundas and S Endle for further enlightment Due to sudden demise of Dr Kakati in November 1952, my research project got a tremendous setback Dr Birinchi Kumar Barua my respected teacher inspired me to continue the project and he became my research guide*

ড ভট্টাচাৰ্য্যৰ এই বক্তব্যই প্ৰতীয়মান কৰে যে, তেওঁৰ এই গৱেষণাৰ গৱেষণাকাল আছিল সুদীৰ্ঘ বাৰ বছৰ (১৯৫২-১৯৬৪)। বৰো ভাষাৰ বিষয়ে বাৰ বছৰকাল গৱেষণা কৰি লিখি উলিওৱা ড ভট্টাচাৰ্য্যৰ এই গৱেষণা গ্ৰন্থই হৈছে আজি ভাৰতৰ সংবিধানৰ অষ্টম অনুসূচীত অন্তৰ্ভুক্ত হোৱা বৰো ভাষাই উত্তৰ-পূৰ্বাঞ্চলৰ একমাত্ৰ জনজাতীয় ভাষা। দুৰ্ভাগ্যৰ কথা, বৰো ভাষাক প্ৰতিষ্ঠা কৰা এই মহান তপস্বীজন কিন্তু যথাৰ্থভাৱে স্বীকৃত নহ'ল। আজিলৈকে বৰো সাহিত্য সভাৰ কোনো এখন অধিৱেশনত তেওঁক আমি সভাপতিৰ আসনত নেদেখিলোঁ। যদি আগলৈ তেওঁক বৰোসকলে এনে সন্মান দিয়াৰ কথা পাঙি ৰাখিছে আমি নাজানো — কিন্তু তেওঁৰ পৰিশ্ৰম আৰু বৰো ভাষা প্ৰেমৰ যথাযোগ্য স্বীকৃতি আগতেই পোৱা নিশ্চয় উচিত আছিল।

যি কি নহওক, এতিয়া আমি ড ভট্টাচাৰ্য্যৰ গৱেষণা গ্ৰন্থখনলৈ আহোঁ, পাতনি, অনুসূচী আদিক বাদ দি ৩৭১ পৃষ্ঠাৰ এই গৱেষণা গ্ৰন্থখনত মুঠ পাঁচটা খণ্ড আছে। প্ৰথম খণ্ডতো হৈছে 'ফ'ন'ল'জি এণ্ড ফনেটিক্স'। এই খণ্ডটোত বৰো ভাষাৰ ব্যঞ্জনবৰ্ণ, উপ-স্বৰবৰ্ণ, স্বৰবৰ্ণ, সুৰ, ধ্বনি, ধ্বনি বৈচিত্ৰ্য, বিভিন্নতা, শব্দ বিভিন্নতা আদি আলোচনা কৰা হৈছে। দ্বিতীয় খণ্ডটো – 'মৰ্ফোফ'নেমিক্স'। ইয়াত ভাষাটোৰ উচ্চাৰণ আৰু উচ্চাৰণ ৰূপান্তৰণৰ বিষয়ে অনুপুংখ তথ্য তুলি ধৰা হৈছে। তৃতীয়

খণ্ডটো 'মৰ্ফেমিক্স এণ্ড টেকনিকছ' ইয়াত আলোচনা কৰা হৈছে বৰো ভাষাৰ ধ্বনি আৰু শব্দৰ আন্তঃগাঁথনি, ধ্বনিৰ বিভিন্ন ৰূপ, ঠাই বিশেষে শব্দ আৰু ধ্বনিৰ বিভিন্নতা বা বৈচিত্ৰ্য আদি। চতুৰ্থ খণ্ডটো মূলতঃ ভাষাটোৰ ব্যাকৰণ বিষয়ক। ইয়াত বৰো ভাষাৰ শব্দ-ব্যাকৰণ আলোচনা কৰা হৈছে। পঞ্চম খণ্ডটোত আলোচনা কৰা হৈছে বাক্য ব্যাকৰণৰ বিষয়ে ।

সুদীৰ্ঘ বাৰ বছৰ ধৰি এটা জনজাতীয় ভাষাৰ বিষয়ে গৱেষণা কৰিবলৈ যাওঁতে ড° ভট্টাচাৰ্য্যৰ অসুবিধাও কম হোৱা নাছিল। যোৱা ১৮ জানুৱাৰী তাৰিখে (২০০৪) নিজা বাসভৱনত আমি লগ ধৰি ভাষাবিদগৰাকীক এই বিষয়ে সোধাত তেওঁ কৈছিল ঃ *'অতি ৰোমাঞ্চকৰ আছিল, কিন্তু অসুবিধাও আছিল। প্ৰথম অসুবিধাটো আছিল মই ভাষাটো ক'ব পৰা নাছিলো। ভাষাটো শিকি ল'বৰ বাবে যথেষ্ট কষ্ট স্বীকাৰ কৰিবলগা হৈছিল প্ৰথম অৱস্থাত। ১৯৫১ চনৰ পৰাই মই ভাষাটো শিকাৰ কামত মনোনিবেশ কৰিছিলোঁ। ১৯৫২ চনৰ পৰা আৰম্ভ কৰিছিলোঁ গৱেষণাৰ কাম। গৱেষণাৰ কামত মই বৰোসকলৰ এলেকাবোৰ ঘূৰি ফুৰিবলগীয়া হৈছিল। গোৱালপাৰা, কামৰূপ আৰু দৰঙৰ উপৰি উত্তৰ কাছাৰৰ ডিমাচাসকলৰ বৰো গাঁওবিলাক ফুৰিছিলোঁ। ককা-আইতাহঁতৰ লগত কথা পাতিছিলোঁ। তেওঁলোকৰ স্বাভাৱিক ধ্বনিভংগী আয়ত্ত কৰাৰ বাবে বাটত, হাটত আৰু পথাৰতো কথা পাতিছিলোঁ। খেৰাই উৎসৱত অংশ লৈছিলোঁ। এবাৰ এগৰাকী ডিমাছা আইতাই মোক সুধিছিল ঃ বামুণৰ ল'ৰা হৈ আমাৰ ভাষা শিকিবি ? মদ খাবি? মই কৈছিলোঁ খাম। গাহৰি খাবি? খাম। আমাৰ ছোৱালী বিয়া কৰাবি — মই কৈছিলোঁ মোৰ এজনী আছেই, তেওঁ যদি অনুমতি দিয়ে .......... ।'*

এনে ৰং-ধেমালিৰ মাজেৰেই ড° ভট্টাচাৰ্য্যই তেওঁৰ গৱেষণা চলাই গৈছিল। ১৯৬৪ চনত গৱেষণাৰ কাম শেষ হোৱাৰ পিছত আৰু ডক্টৰেট ডিগ্ৰী লাভ কৰাৰ পিছত, ১৯৬৬ চনত মুছলপুৰত 'বৰো ছাত্ৰ সভা'ৰ অধিৱেশনত তেওঁক ' বৰো ভাষাৰ পিতৃ'ৰূপে অভিনন্দন জনোৱা হৈছিল— ড° ভট্টাচাৰ্য্যদেৱে এই কথা গৌৰৱেৰে সুঁৱৰিলে। বৰো সাহিত্য সভাৰ সভাপতিত্ব পোৱা-নোপোৱাৰ প্ৰসংগটো তেওঁ বিশেষ আলোচনা কৰিব নুখুজিলে। বিশেষ কোনো সা-সন্মানৰ আশাত তেওঁ বৰো ভাষাৰ বিষয়ে গৱেষণা কৰা নাছিল। আনহাতে বহুতে ভবাৰ দৰে বৰো ভাষাৰ প্ৰতিষ্ঠাৰে বৰোসকলক অসমৰ মূলসুঁতিৰ পৰা আঁতৰাই নিয়াৰ চেষ্টা চলোৱা বুলি তেওঁৰ বিৰুদ্ধে কৰা অভিযোগৰো কোনো ভিত্তি নাছিল। কিয়নো তেওঁৰ গৱেষণাৰ কামত আৰ্থিক সাহায্য আগবঢ়াইছিল স্বয়ং অসম চৰকাৰে। গাইড আছিল ড° বাণীকান্ত কাকতি, ড° বিৰিঞ্চিকুমাৰ বৰুৱা আদিৰ দৰে লোকসকল । অসমৰ জনজাতীয় ভাষাৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধিৰ মহৎ উদ্দেশ্য আগত ৰাখিয়েই এই গৱেষণা চলোৱা হৈছিল। বৰো আন্দোলনৰ সময়ত যি 'অসমীয়া' বিৰোধিতা বা বিদ্বেষ

উৎপন্ন হৈছিল — তেতিয়া এই কথাবোৰ কিয় বা ঢাক খাই আছিল সেয়া ৰহস্যময়। যি কি নহওক, সম্প্ৰতি বৰোসকলৰ আন্দোলনকালৰ সমাপন হৈছে — আবেগিক বিষয়বোৰ ক্ৰমাৎ তল পৰিবলৈ ধৰিছে আৰু সত্য ক্ৰমাৎ উদ্ভাসিত হ'বলৈ ধৰিছে। বৰো নেতৃত্বই বুজি উঠিছে যে 'অসমীয়া'সকল তেওঁলোকৰ বিকাশৰ বাটত অন্তৰায় নহয় বৰং সহযোগী বন্ধুহে। ইয়াৰ সবাতোকৈ উজ্জ্বল দৃষ্টান্ত ড" প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, যিয়ে সুদীৰ্ঘ বাৰ বছৰৰ কঠোৰ সাধনাৰে বৰো ভাষাৰ বৈজ্ঞানিক অনুসন্ধান চলাই বিশ্বৰ দৰবাৰত তুলি ধৰিলে -- যাৰ ওপৰত ভিত্তি কৰি বৰো ভাষাই সংবিধানৰ অষ্টম অনুসূচীৰ স্বীকৃতিও পালে। অৱশ্যে এইক্ষেত্ৰত বৰোসকলৰ জাতীয় আন্দোলনবিলাকৰ অৰিহণা আছে – কিন্তু ড" ভট্টাচাৰ্য্যদেৱে যিখিনি বৰো ভাষাৰ বাবে কৰিলে, সেইখিনি বৰো ভাষা প্ৰতিষ্ঠাৰ সংগ্ৰামৰ সিংহভাগ বুলি স্বীকাৰ কৰিবলৈ কোনেও নিশ্চয় দ্বিধাবোধ নকৰিব।



# প্ৰাকৃতিক কবি সন্মিলনৰ মুখ্য উপদেষ্টা ড° ভট্টাচাৰ্য্য

শ্ৰীভুৱনেশ্বৰ শৰ্মা

সমাজ জীৱনত যোগ্যজনক যোগ্য আসনত অধিষ্ঠিত কৰিব পৰাটো কৃতজ্ঞতা প্ৰকাশে নহয় ৰক্ষণশীল ব্যৱস্থাত ই এক আদৰ্শ। সিদিনা ২ ডিচেম্বৰ ২০০৩ তাৰিখে বিশিষ্ট জীৱনীকাৰ ড' ভৃগুমোহন গোস্বামী দেৱৰ চিঠিৰপৰা জানিলো অসম জন কৃষ্টি সমাজে ড' প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ চাৰিকুৰি বছৰীয়া জন্ম দিনৰ সৈতে সংগতি ৰাখি এখন অভিনন্দন গ্ৰন্থ প্ৰস্তুত কৰা বুলি। ১৯৯৫ চনৰ ১২ মাৰ্চৰ দিনা বাণীকান্ত শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়ত আমি অৰ্থাৎ অসম প্ৰাকৃতিক কবি সন্মিলনে পাতিছিলোঁ তেখেতৰ সত্তৰতম জন্মদিন। আৰু পাতিছিলোঁ বিদ্যালয় মহাবিদ্যালয় আৰু বিশ্ববিদ্যালযৰ পৰ্যাযত তেখেতৰ ৰচিত কবিতাৰ আবৃত্তি। 'সেই দিন আৰু নাই' (১৯৪৮ চন) আৰু সৰাফুল লবানে বুটলি (১৯৫৩)। বিজয়ী প্ৰতিযোগীসকলক আবেলিৰ সামৰণি সভাত কবি নৱকান্ত বৰুৱা আৰু সাংবাদিক ফণী তালুকদাৰে নগদ ধনৰ টোপোলা আৰু বহুমূলীয়া কিতাপেৰে আপ্যায়িত কৰা মনত পৰে। বৃক্ষৰোপণ পৰ্বও চলিছিল। অসংখ্য গুণমুগ্ধৰ উপস্থিতিত ৰাতিপুৱা ৯ বজাৰ ৰাতিপুৱা ৰাতি ৯.৩০ বজালৈ জন্মোৎসৱ চলিছিল। জন্ম দিন উপলক্ষে 'সত্তৰতম জন্ম দিনৰ উপহাৰ' বুলি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য নামত এখন স্মৰণিকা প্ৰকাশ পাইছিল। ছপাশালৰ অগণন ভুলৰ বাবে কিতাপখন পুনৰ মুদ্ৰিত কৰিব দিয়া হ'ল পিছে সাৰ্থক ৰূপত পোৱা নগ'ল। স্মৰণিকাখন একত্ৰিশ গৰাকী লেখকৰ লেখাৰে সমৃদ্ধ আছিল। আজি দহটা বছৰ অতিক্ৰম কৰাৰ মূৰকত সমাজৰ সঁচা ব্যক্তিসকলে সঁচাক সন্মান দিব ওলোৱাত নথৈ আনন্দিত হৈছোঁ।

বৰেণ্য সাহিত্যিক, হাস্যৰসিক, ভাষাবিদ, কবি, সাংবাদিক, শিল্পী, প্ৰকৃতিপ্ৰেমী পণ্ডিত, প্ৰয়াত অতুল চন্দ্ৰ বৰুৱা দেৱে মোক কোৱা মতে নামাক্ষৰীৰ একক প্ৰবল লিখক, ভালেমান অনুষ্ঠানৰ আত্মাৰূপে জড়িত ব্যক্তি

ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ মই ছাত্ৰ নহলেও গুৰু বুলি বিবেচনা কৰাৰ উপৰিও এজন প্ৰাণৰো প্ৰাণৰ বন্ধু বুলি ভাবোঁ। তেখেত অসম প্ৰাকৃতিক কবি সন্মিলনৰ উপদেষ্টাই নহয় প্ৰাণ স্বৰূপ। প্ৰয়াত নৱকান্ত বৰুৱাৰ মৃত্যুৰ পিছত মুখ্য উপদেষ্টাৰ আসন অলংকৃত কৰিছে। ইং ১৯২৫ চনৰ ১৬ ফেব্ৰুৱাৰী, তেখেতৰ জন্ম দিন। মোক বুজে বাবে গোটেই ফাগুনৰ মাহটোই জন্মদিন বুলি আমাক উৎসাহ দিছিল। সঁচাকে ফাগুনী বতাহত উৰি অহা হাচনাহানা, কেতেকীৰ আমোলমোল গন্ধই বৰদৈচিলাৰ লগতে আমাকো আহ্লাদ দিছিল। মোৰ মনত ভট্টছাৰ এজন বিশাল আঁহত গছ, যাৰ ছাঁয়াত পথিকে জিৰণি পায়। পক্ষীয়ে খাদ্য পায়, পঞ্চ পল্লৱৰ এক পল্লৱ পায়। মোৰ পিতা শ্ৰীবাসুদেব শৰ্মাই আঁহতৰ কথা কলে কয় ঃ 'অগ্ৰে ব্ৰহ্মা মূলে বিষ্ণু শাখায়াঞ্চ মহেশ্বৰ পত্ৰে দেৱগণ সৰ্বে' বুলি (অৰ্থাৎ - আঁহতৰ আগত ব্ৰহ্মা, গুৰিত বিষ্ণু, ডালত মহাদেৱ আৰু পাতবোৰ হেনো চৌত্ৰিশকোটি দেৱতা) 'আহত গছৰ ছাঁয়া – মহৎ লোকৰ কাযা।" (*বননিত ক, খ*) এনে এগৰাকী সম্পদৰূপী ব্যক্তিক অসমীয়া-সমাজে আজিও আদৰিব নজনাত আমি ক্ষোভিত। অসম সাহিত্য সভাৰ সভাপতিৰ তালিকাত নাম উঠিল যদিও সাহিত্যত চলা ভোটদানৰ ৰাজনীতিয়ে ঔচিত্যৰপৰা ভট্টাচাৰ্য্যক বঞ্চিত কৰা যেন লাগিল। বৰ্তমান অসমত এতিয়া গণতান্ত্ৰিক পদ্ধতিৰ ৰাজনীতি, সাহিত্যত চলা 'খাওঁ খাওঁ মূৰ্ত্তি' দেহাৰ নাই চূৰ্তিক' প্ৰকট কৰি তুলিছে। আত্মপ্ৰচাৰৰ ফটা ঢোলৰ শব্দই নগুৰ নাগটি কৰিছে হিত চিন্তক সকলক। ভট্টাচাৰ্য্যছাৰে অসম প্ৰাকৃতিক কবি সন্মিলনকে ধৰি বিভিন্ন অনুষ্ঠানত ভাষণ দিব ধৰোঁতে সদায় সংস্কৃত শ্লোক আৰু সৰস্বতী বন্দনাৰে দৰ্শকক মুহিব পৰা গুণ আছে। সাহিত্য, কবিতা আদি-সৃষ্টিশীলতাক তেখেতে নিৰ্দোষ বস্তু বুলি কয়। প্ৰাকৃতিক কবি সন্মিলনে লুইতত ভাসমান জাহাজত নৱকান্ত বৰুৱাৰ শ্ৰাদ্ধ উপলক্ষে কবি সন্মিলন পাতোতে তেখেতে কলিকতাত পঢ়াদিনৰ আৰু গুৱাহাটীত থকা দিনবোৰৰ মধুময় দিনবোৰৰ কথা সোঁৱৰে আৰু ভাষণৰ অন্তত নেচাৰ্ছ অৱজাৰভাৰৰ পশ্চিম গুৱাহাটী শাখাটো আনুষ্ঠানিক ভাৱে উন্মোচন কৰে। মই তেখেতক তাহানিতে 'লিভিং এনচাইক্লোপেদিয়া' নাম দিছোঁ ; কাৰণ তেখেতৰ কাষত বহিলে ভালেমান অতীত বুৰঞ্জীৰ সমল পোৱাটো সম্ভৱ হয়। কেতিয়াও কাৰো-সমালোচনা নকৰা ভট্টাচাৰ্য্য ছাৰৰ অন্তৰ শৰতৰ জোনৰ দৰে নিৰ্মল। তেখেতে বৰো ভাষাত গৱেষণা কৰি ডি, ফিল পোৱা বাবে অধিক আকৃষ্ট হৈছিলোঁ আৰু চেগ বুজি কেতবোৰ বৰো শব্দ অসমীয়া শব্দৰ লগত মিলাব চাইছিলোঁ। চৰাইক বৰো ভাষাত 'ডাউ' কয় তাকো ছাৰৰপৰা আয়ত্ত কৰিছোঁ। চিৰ তৰুণ, চিৰ সেউজীয়া মনৰ অধিকাৰী ভট্টাচাৰ্য্যই মোক 'প্ৰকৃতি প্ৰাণ' বুলি কৈছিল বহু সময়ত।

●

# মোৰ দৃষ্টিত ড° ভট্টাচাৰ্য্যৰ কেইটিমান দিশ

শ্ৰীমতী অসমী গগৈ

অফিচৰপৰা আহি সন্ধ্যা হাত-মুখ ধুই অলপ জিৰণি লম বুলি বহিছোঁ মাত্ৰ। এনেতে ফোনটো বাজি উঠিল -- ৰিং কিৰি ৰিং ৰিং। ৰিছিভাৰটো দাঙি লৈ 'হেল্লো' বুলি কোৱাৰ লগে লগে সিফালৰপৰা ড° নবীন চন্দ্ৰ শৰ্মা মহাশয়ৰ মাতটো ভাহি আহিল। খবৰ-বাতৰি লোৱাৰ পাছত শৰ্ম্মাদেৱে ক'লে ঃ-- 'অহা ফেব্ৰুৱাৰীত ভট্টাছাৰ ৮০ বছৰত ভৰি দিব। গতিকে ছাৰক শ্ৰদ্ধা জনাই তেখেতৰ বৰ্ণাঢ্য জীৱনৰ ওপৰত কিতাপ এখন উলিয়াব লাগে। তুমি ছাৰৰ বিষয়ে অলপ লিখি পঠিয়াবা।' শৰ্মা ছাৰৰ নিৰ্দেশ শুনি নিজকে গৌৰৱান্বিত বোধ কৰিলোঁ। মোৰ প্ৰত্যক্ষ গুৰু সদৃশ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য ছাৰ যিজনক ময়ো শৰ্ম্মাদেৱৰ তলত গৱেষণা কৰি থাকোতে লগ পাইছিলোঁ আৰু মোৰ গৱেষণাত বহুখিনি পৰামৰ্শ তথা সমল যোগান দি মোৰ গৱেষণা কাৰ্য্য সমাধা কৰাত সহায় কৰিছিল। সেইজন পিতৃস্বৰূপ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ বিষয়ে কিছু লিখিবলৈ মোৰ গুৰু ড' শৰ্মাদেৱে নিৰ্দেশ দিছে কথাষাৰ ভাবিয়েই মোৰ আনন্দ লাগিল, গৌৰৱবোধ কৰিলোঁ নিজকে নিজে।

ৰিছিভাৰটো থোৱাৰ পাছত মই চকু দুটা মুদি প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যছাৰৰ প্ৰতিচ্ছবি মনলৈ আনিলোঁ। এটা এটাকৈ ভাঁহি উঠিল বিভিন্নদিনৰ বিভিন্ন সময়ত ছাৰক লগ পোৱাৰ, ছাৰে কৰা সহায়বোৰৰ প্ৰতিচ্ছবি। কিমান সুন্দৰ আছিল মোৰ গৱেষণাৰ সেই পাঁচোটি বছৰ। অসমৰ বিদগ্ধ পণ্ডিত ড° নবীন চন্দ্ৰ শৰ্মা ছাৰৰ তলত মই গৱেষণা কৰিছোঁ, বিশেষ সান্নিধ্য লাভ কৰিছিলোঁ পিতৃস্বৰূপে স্বনামধন্য অসমৰ লোক-সংস্কৃতিৰ সাধক ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ আৰু আন আন বহু স্বনামধন্য পণ্ডিতসকলৰ । গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগে যেন আমাক সকলোকে নগৰীয়া জীৱনৰপৰা বাহিৰলৈ নি অসমৰ লোক-কলাৰে পৰিপূৰ্ণ একোজন 'লোক' অৰ্থাৎ গাঁৱৰ কলা-সংস্কৃতিৰ মাজত আবদ্ধ কৰি, দিছিল এক অনাবিল আনন্দ, শান্তি আৰু সন্তুষ্টি। গুৱাহাটীৰ জালুকবাৰীত অৱস্থিত হ'লেও 'লোক সংস্কৃতি' বিভাগে সেই সময়ৰ মূৰব্বী অধ্যাপক নবীন শৰ্মাছাৰৰ তত্ত্বাৱধানত

অসমৰ বিভিন্ন গৱেষক ছাত্ৰৰ উপস্থিতিত নিতৌ আনি দিছিল অসমৰ বিভিন্ন গাঁৱৰ একোটি সজীৱ পৰিৱেশ আৰু সেই পৰিৱেশ কেতিয়াবা অধিক মনোগ্ৰাহী আৰু মনোমোহা কৰি তুলিছিল শৰ্মা ছাৰৰ গুৰু সদৃশ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ উপস্থিতিয়ে।

সেইজন ভট্টছাৰে অহা ফেব্ৰুৱাৰীত (২০০৪ ইং) আশী বছৰত ভৰি দিয়া উপলক্ষে এখনি গ্ৰন্থ প্ৰকাশৰ উদ্দেশ্যে মোকো লিখিবলৈ দিয়াত ভট্টছাৰৰ প্ৰতিচ্ছবি মনলৈ আনি ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ ভট্টছাৰ যেন আমাৰ মাজত সদায় থাকে। মনলৈ আহিল ভট্টছাৰৰ বিভিন্ন গুণাৱলীৰ দৃশ্যৰাজি। যিবোৰ হয়তো লিখি শেষ কৰিব নোৱাৰি, কৈ অন্ত পেলাব নোৱাৰি। মনত পৰিল কেনেকৈ ভট্টছাৰে কিবা এটা জানিবলৈ বুলি ফোন কৰাৰ লগে লগে অলপো বেয়া পোৱাৰ ভাব নৰখাকৈ তন্ন তন্নকৈ বুজাই দিছিল অনেক কথা। আচৰিত হৈছিলোঁ ছাৰে ইমানবোৰ কথা কিদৰে মনত ৰাখিছিল?

মোৰ গৱেষণাৰ প্ৰত্যক্ষ গাইড নহ'লেও যেতিয়াই মোৰ কিবা তথ্য ভট্টছাৰৰ পৰা জনাৰ আৱশ্যকবোধ কৰিছিলোঁ তেতিয়াই মই কেতিয়াবা ফোনযোগে আৰু আন কেতিয়াবা ছাৰৰ ঘৰলৈ গৈ লগ কৰিছিলোঁ। টেলিফোনত সুধিবলৈ মোৰ অলপো ইতস্ততঃ ভাব হোৱা নাছিল কিয়নো মই জানিছিলোঁ ভট্টছাৰে টেলিফোনত সুধিলেও কোনো আমনি নাপাইছিল বা খং ভাব পোষণ কৰা নাছিল। লিখা-মেলা, পঢ়া-শুনাত সদাব্যস্ত ছাৰে ঘৰখনত যতেই নাথাকক ততাতৈয়াকৈ আহি ফোন ধৰা কথাটো গম পাইছিলোঁ। কোনো দিনে তেখেতৰ পত্নী ল'ৰা বা বোৱাৰীয়ে প্ৰথমে যেতিয়া ৰিছিভাৰটো তুলিছিল কোৱা নাছিল যে 'তেখেত এতিয়া ব্যস্ত আছে, অলপ পিছত কৰক'। ছাৰৰ ফোন বুলি কোৱাৰ লগে লগে অশীতি ওচৰ ভট্টছাৰে বেগাবেগিকৈ খোজ কাঢ়ি আহি ফোনটো তুলি লোৱাৰ শব্দ শুনিবলৈ পাইছিলোঁ। বোধকৰোঁ ছাৰলৈ এনেদৰে ফোনকৰা ছাত্ৰী ময়েই নাছিলোঁ। দিনটোত চাগৈ বহুতো ছাত্ৰ-ছাত্ৰীয়ে এনেদৰে ছাৰক ফোনত বিচাৰিছিল আৰু সকলোকে চাগৈ মোৰ দৰেই বহুসময় টেলিফোনতে ছাৰে ছাত্ৰ-ছাত্ৰীৰ গৱেষণা বিষয়ক অনেক সমস্যা সমাধান কৰি দিছিল। এটা প্ৰশ্নৰ উত্তৰ দিবলৈ গৈ ছাৰে অনেক পুথিৰ নাম, লিখকৰ নাম আনকি উক্তি সমূহো টেলিফোনতে কৈছিল। সংস্কৃতি বিষয়ক প্ৰশ্ন থাকিলে বিভিন্ন জাতি, জন-জাতিৰ মাজত সেই বস্তুটো কেনেদৰে জড়িত হৈ আছে, কোনখন ঠাইলৈ কোন সময়ত গলে আমি ভালকৈ জানিব পাৰিম ইত্যাদি কথাবোৰ সবিশেষ ছাৰে টেলিফোনতে কৈছিল। সেয়ে ছাৰলৈ ফোন কৰিবৰ সময়ত মই কিছুসময় উলিয়াই লৈহে আৰু কাগজ-কলম হাতত লৈহে ফোন কৰিছিলোঁ। মোৰ গৱেষণাৰ প্ৰত্যক্ষ গুৰু নহ'লেও আৰু টেলিফোনত সুধিছিলোঁ যদিও ছাৰে অতি সহৃদয়তাৰে দিয়া উত্তৰসমূহে গুৰু-শিষ্যৰ এনে মধুৰ সম্পৰ্কৰ কথা জীৱন্ত কৰি ৰাখিব।

কেতিয়াবা কেতিয়াবা আকৌ ছাৰৰ ঘৰ ওলাইছিলোঁগৈ। ছাৰে আথে-বেথে নি বহুৱাইছিল আৰু মই একো ক'বলৈ নৌপাওঁতেই মোৰ গৱেষণাৰ বিষয়ে কিমানখিনি আগবাঢ়িছোঁ সুধিছিল। লগতে কেতিয়াবা কৈছিল মই কোনখন পুথি পঢ়িব লাগে, লিখকৰ নাম-ধামসহ পুথিখন ক'ত পাম সেই বিষয়েও কৈছিল। কেতিয়াবা ছাৰে তেখেতৰ ব্যক্তিগত লাইব্ৰেৰীটোৰপৰা খুচৰি খুচৰি কোনো এখন পুথি উলিয়াই আনিছিল আৰু মোক কৈছিল ঃ "এইখন অলপ চোৱা, ইয়াত তোমাৰ গৱেষণাৰ বিষয় বস্তু পাবা। পৃষ্ঠাকেইটা বাছি উলিয়াই দিয়া, মই ফটো কপি কৰাই দিম।" ছাৰৰ নিৰ্দেশানুসৰি ছাৰৰ ঘৰতে কিছুসময় কিতাপখন চাইছিলোঁ আৰু মোক লগা পৃষ্ঠাসমূহ দেখুৱাই দিছিলোঁ। ছাৰে সেইসময়ত যদি সৰুপুত্ৰ ঘৰত আছিল, তেওঁৰ হতুৱাই ফটোকপি কৰাই অনাইছিল। মই অলপ বিব্ৰতবোধ কৰিছিলোঁ। মোৰ কামত ছাৰে নিজে অতি আগ্ৰহেৰে সহায় কৰাৰ উপৰি ঘৰৰ মানুহকো নিয়োগ কৰা দেখি। কিন্তু অতি আচৰিত হৈছিলোঁ আৰু কৃতজ্ঞ হৈছিলোঁ যে, ছাৰৰ কথা নেপেলোৱাকৈ বা অলপো বিদ্বেষভাব পোষণ নকৰাকৈ ছাৰৰ সৰু পুতেকে যেতিয়া কিতাপখনৰ পৃষ্ঠাসমূহ ফটোকপি কৰাই আনিছিল।

কেৱল গৱেষণাৰ সমল গোটাই দি, উপদেশ, পৰমাৰ্শ আদিকে যে ভট্টছাৰে দিছিল এনে নহয়। এজন পিতৃৰ দৰে ভট্টছাৰে মাজে সময়ে দায়িত্বও লৈছিল যাৰ বাবে ছাৰৰ ওচৰত মই চিৰঋণী। অসম জনকৃষ্টি সমাজৰ এগৰাকী আজীৱন সদস্যা হিচাপে সমাজৰ বিভিন্ন সভা-সমিতিত যোগদান কৰি কেতিযাবা ৰাতি হৈ গ'লে ভট্টছাৰ আৰু নবীন শৰ্মাছাৰ দুয়োজনে আমাক বিশেষকৈ মহিলাসকল কোন কেনেকৈ ঘৰলৈ যাব, কাৰ গাড়ীৰে কাক থৈ আহিব ইত্যাদি সকলো ঠিক-ঠাক কৰি দিয়াৰ পিছতহে নিজে সভাগৃহ ত্যাগ কৰিছিল। ১৯৯৮ চনত মিৰ্জা কলেজত (দক্ষিণ কামৰূপ কলেজ) অনুষ্ঠিত হৈছিল দিনজোৰা কাৰ্য্যসূচী। গুৱাহাটী বিশ্ববিদ্যালয়ত লোকসংস্কৃতি বিভাগৰ পচিশ বছৰ উপলক্ষে বিভিন্ন দিনৰ বিভিন্ন কাৰ্য্যসূচীৰ মাজতে মিৰ্জা কলেজতো লোৱা হৈছিল এদিনীয়া বিভিন্ন কাৰ্য্যসূচী। সেইদিনা ৰাতিপুৱাৰপৰা সন্ধ্যালৈ অনুষ্ঠিত বিভিন্ন কাৰ্য্যসূচী সমাপন কৰি ঘৰলৈ উলটি আহোতে নিশা প্ৰায় দহ বাজিছিল। আৰু এজন পিতৃৰ দৰে ভট্টছাৰে আমাক কেইজনমান গৱেষক ছাত্ৰ-ছাত্ৰীক ঘৰে ঘৰে থৈ গৈছিল তেখেতৰ বাবে ৰখা গাড়ীখনেৰে। মনত পৰে সেই সন্ধ্যাৰ কথা ছাৰৰ বাবে দিয়া তিনিটা কঠালৰ এটা মোৰ ল'ৰা-ছোৱালী দুটাক খাবলৈ নমাই দিছিল। ৰাতি হৈছিল যদিও ছাৰে গাড়ীৰপৰা নামি মোৰ দুয়োটি ল'ৰা-ছোৱালীক মাতি মূৰত হাত বুলাই আশীৰ্বাদ দিছিল।

লোকসমাজ, সংস্কৃতি আৰু জীৱিকা-বৃত্তিয়ে মানৱ জাতিৰ চিনাকি বহন কৰে যদিও অসমত এই দিশটোৰ ওপৰত ১৯৬৯ চনলৈকে চিন্তা-চৰ্চ্চা কৰা হোৱা

নাছিল। ১৯৬৯ চনত গঠিত হোৱা অসম জনকৃষ্টি সমাজে এইক্ষেত্ৰত এটা যুগান্তকাৰী দিশ সূচনা কৰে। স্বৰ্গীয় ড° প্ৰফুল্লদত্ত গোস্বামী ছাৰৰ সভাপতিত্বত আৰু সম্পাদক হিচাপে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ সুপৰামৰ্শ আৰু নেতৃত্বত ১৯৬৯ চনতে আৰম্ভ হোৱা অসম জনকৃষ্টি সমাজ আজি ঠন ধৰি উঠাই নহয় এই সমাজে আজি যৌৱনৰ দুৱাৰদলিত ভৰি দিছে বুলিব পাৰি। তেতিয়াৰেপৰা অৰ্থাৎ ড° প্ৰফুল্লদত্ত গোস্বামী ছাৰৰ দিনত সম্পাদকৰ দায়িত্ব বহন কৰা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰে গোস্বামীচাৰৰ জীৱন কালতে সভাপতিৰ দায়িত্ব গ্ৰহণ কৰি বৰ্তমানলৈকে এই দায়িত্ব বহন কৰি আহিছে। স্বৰ্গীয় ড' প্ৰফুল্লদত্ত গোস্বামীছাৰৰ দিনত ৰোপণ কৰা অসম জনকৃষ্টি সমাজৰ পুলিটিয়ে বৰ্তমান ভট্টাচাৰ্য্য ছাৰৰ সভাপতিত্বত আৰু প্ৰধানকৈ ড' নবীন চন্দ্ৰ শৰ্মা ছাৰ আৰু আন আন সংস্কৃতিৰ সাধক সকলৰ প্ৰচেষ্টাত এজোপা বৃক্ষলৈ ৰূপান্তৰিত হৈ অসমৰ বিভিন্ন ঠাইলৈ ইয়াৰ শাখা-প্ৰশাখা বিস্তাৰিত কৰিবলৈ সক্ষম হৈছে। ১৯৭২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত আৰম্ভ কৰা লোক সংস্কৃতি বিভাগে মোৰ লগতে অসমৰ বিভিন্ন প্ৰান্তৰৰ বিভিন্ন মহাবিদ্যালযৰ বহু গৱেষকক ডক্টৰেট ডিগ্ৰী প্ৰদান কৰি লোকসংস্কৃতিৰ বহু ছাত্ৰ আৰু সাধক সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

ড' নবীন চন্দ্ৰ শৰ্মাৰ নিৰ্দেশত অসম জনকৃষ্টি সমাজৰ আজীৱন সভ্যা হৈ যেতিয়া সমাজৰ সভা-সমিতিত যোগদান কৰিছিলো তেতিয়া প্ৰায়েই শুনিবলৈ পাইছিলো সভাপতিৰ আসনৰ পৰা ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যাই দিয়া ভাষণত অসম -জনকৃষ্টি সমাজৰ জন্মলগ্নৰ মধুৰ স্মৃতিৰ কথা। প্ৰখৰ স্মৃতি শক্তিৰ অধিকাৰী ভট্টছাৰে অসম জন কৃষ্টি সমাজৰ জন্মলগ্নৰ প্ৰতিজন ব্যক্তি, প্ৰতিটো দিন আৰু গধূলিৰ বিস্তৃত বৰ্ণনা দিছিল। ছাৰ যেন উভতি গৈছিল ১৯৬৯-৭০ চনলৈ, যিসয়মত তেখেত বি বৰুৱা মহাবিদ্যালযৰ অধ্যক্ষ আছিল। বৰ্ণনাবোৰ এনে নিখুঁত আছিল যেন কালিহে হৈ গ'ল সভা-সমিতিবোৰ। ছাৰৰ এই বৰ্ণনাৰপৰাই জন্মলগ্নত উপস্থিত নাথাকিলেও আমিও সহৃদয়তাৰে অনুভৱ কৰিব পাৰিছোঁ অসম জনকৃষ্টি সমাজৰ কথা। সেয়ে স্তম্ভিত হৈ পৰোঁ ভট্টছাৰৰ তীক্ষ্ণ স্মৃতি শক্তি দেখি। আচৰিত হওঁ কেনেকৈ তেখেতে ইমান কথা মনত ৰাখিবলৈ সমৰ্থ হয়।

অসম জনকৃষ্টি সমাজৰ উপৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি বিভাগৰ লগত জৰিত বিভিন্ন সভা-সমিতি সময়ে সময়ে অনুষ্ঠিত কৰা হয় যদিও কোনো মহাবিদ্যালয়ত শিক্ষকতা নকৰোঁ বাবে মই সেইবোৰৰ বিষয়ে কেতিয়াবা গম নাপাওঁ। এইক্ষেত্ৰত মোৰ গুৰু নবীন চন্দ্ৰ শৰ্মা ছাৰে খবৰ পঠিওৱাৰ উপৰি ভট্টছাৰেও কিবা প্ৰকাৰে সভা-সমিতিবোৰৰ বিষয়ে মোলৈ খবৰ পঠিয়াইছিল। কেতিয়াবা কোনো পত্ৰ-বাহকৰ হাতত লিখি পঠিয়াইছিল সভাখনত যোগদান কৰিবৰ বাবে। নথৈ আনন্দিত হৈছিলোঁ, সুখী হৈছিলোঁ আৰু নিজকে গৌৰৱান্বিত

অনুভৱ কৰিছিলোঁ ভট্টছাৰে এনেদৰে নিমন্ত্ৰণ জনোৱাৰ বাবে। বহু সভা-সমিতিৰ লগত জৰিত থাকি, বহু গ্ৰন্থ ৰচনাৰ কামত ব্যস্ত থাকিও ভট্টচাৰে মোক সভাখনলৈ নিমন্ত্ৰণ জনাবলৈ সময় উলিয়াইছে কথাষাৰে ছাৰৰ মহানুভৱতাক অনুভৱ কৰিবলৈ মোক অৱকাশ দিয়ে। কিন্তু দুখান্বিত হৈছিলো বিভাগীয় চৰকাৰী কাম-কাজৰ বাবে ভট্টছাৰে পঠিওৱা সেই সাদৰ নিমন্ত্ৰণো মই কেতিয়াবা ৰাখিব পৰা নাছিলোঁ। প্ৰকৃততে লোক সংস্কৃতি আৰু লোক সমাজৰ এজন যথাৰ্থ সাধক আৰু গুৰু হোৱা বাবেহে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ মাজত লুকাই থকা লোকপ্ৰেম এনেদৰে প্ৰকাশ পাইছে।

সেইজন পিতৃস্বৰূপ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মহাশয়ৰ আশী বছৰ প্ৰাপ্তিত তেখেতলৈ জনাইছোঁ সশ্ৰদ্ধ প্ৰণিপাত; ভগৱানৰ ওচৰত প্ৰাৰ্থনা শতায়ুৰে ভট্টছাৰক সদায় আমাৰ মাজত ৰাখক ; অসমী আইৰ ভাষা-সাহিত্যলৈ লোক সংস্কৃতিৰ সাধক আৰু গুৰু হিচাপে ভট্টছাৰৰ অৱদান আৰু বৃদ্ধি পাওক।



# মোৰ দৃষ্টিত বৰো ভাষাৰ গৱেষকজন

শ্ৰীৰত্নেশ্বৰ বসুমতাৰী

কুৰি শতিকাৰ সত্তৰৰ দশকৰ আগতে অসমৰ বেছিভাগ মানুহে বৰোসকলৰ বিষয়ে বিতংভাৱে নাজানিছিল আৰু জনাৰো আৱশ্যকতাবোধ কৰা নাছিল যেন অনুভৱ হয়। বৰোসকলৰ সমাজ ব্যৱস্থা, ৰীতি-নীতি, ভাষা-সাহিত্য, কলা-সংস্কৃতি, ধৰ্ম আৰু ইতিহাস সম্পৰ্কে এটা বা দুটা বাক্যৰ বাহিৰে লেখক-সাহিত্যিক পণ্ডিত সকলৰ লেখাত বৰবেছি প্ৰকাশ হোৱা নাছিল। এইক্ষেত্ৰত ব্যতিক্ৰম আছিল মাথোন কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা। বৰোকে আদি কৰি কাৰ্বি, ৰাভা, মিচিং, দেউৰী, মণিপুৰী, আহোম ইত্যাদি পূৰ্বাঞ্চলৰ সকলো জনগোষ্ঠীৰ ভাষা-সাহিত্য সংস্কৃতিৰ অস্তিত্বৰ তথ্য সম্বলিত আৰু বুৰঞ্জীয়ে ঢুকি নোপোৱা আৰু অসমৰ বিখ্যাত পণ্ডিতলেখকে লিখিবলৈ সংকোচবোধ কৰা সত্য-কথাবোৰ ৰাভাদেৱেহে সাহসিকতাৰে স্পষ্ট ভাষাত ব্যক্ত কৰি গৈছে।

স্বাধীনতাৰ পিছত বৰোসকলৰ লগতে পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনৰ অন্যান্য জনগোষ্ঠীসমূহেও ভাৰতীয় সংবিধান মতে নিজে মাতৃভাষাত শিক্ষা গ্ৰহণৰ স্বঅধিকাৰ দাবী কৰিবলৈ ধৰাত অপ্ৰিয় হ'লেও সত্য কথা যে এচাম উগ্ৰ-অসমীয়া ভাষাপ্ৰেমীলোকে অনীহা মনোভাৱ পোষণ কৰিছিল বুলি ক'ব পাৰি। তেনেকুৱা কৰাৰ প্ৰধান কাৰণ আছিল অসমত অসমীয়া ভাষা কোৱা লোকৰ সংখ্যা কমি গ'লে ভাষা ভিত্তিত গঠন হোৱা অসমীয়া ভাষাৰ ঠাইত বঙালী ভাষাই অথবা অন্যভাষাই যাতে মূৰ দাঙি উঠিব নোৱাৰে। বিশেষকৈ অসমৰ বিভিন্ন জনগোষ্ঠীয়ে যদি নিজ মাতৃভাষাত শিক্ষা গ্ৰহণ কৰে তেন্তে অসমীয়া ভাষা কোৱালোকৰ সংখ্যা কমি যাব। সেই কাৰণে তাহানিতে অসমীয়া ভাষী বুদ্ধিজীৱী শ্ৰেণীয়ে সৰু বৰ জনগোষ্ঠীয় ভাষা সমূহৰ প্ৰতি আওকাণীয়া মনোভাব পোষণ কৰিছিল। তেওঁলোকৰ বহুতৰে মানত জনগোষ্ঠীয় ভাষাবোৰ দোৱান অথবা ডাইলেক্টহে। গতিকে ভাষাৰ মৰ্য্যাদা পাবৰ যোগ্য নহয়। আনকি অসমীয়া ভাষা-সংস্কৃতিৰ বিকাশত জনগোষ্ঠীসকলৰ অৱদান আৰু অৰিহণাৰ কথাও তেতিয়া, স্বীকাৰ কৰি লোৱা নাছিল আৰু সেই বিষয়ে আলোচনা-বিলোচনা, গৱেষণা আদি কৰাৰ আৱশ্যকতা অনুভৱ কৰা

নাছিল। এক কথাত তাহানি জনগোষ্ঠীসকলৰ ভাষা সংস্কৃতিৰ পূজাৰীসকলে তথা অসমৰ নেতৃবৃন্দই আওকণীয়া মনোভাব পোষণ কৰিছিল। সাম্প্ৰতিক কালত কিন্তু সেই অৱস্থাৰ পৰিৱৰ্তন বহুখিনি সলনি হোৱা পৰিলক্ষিত হৈছে।

কুৰি শতিকাৰ অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ পণ্ডিতসকলৰ ভিতৰত ব্যতিক্ৰম মাথোন আছিল ড° বাণীকান্ত কাকতি, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, ৰাজমোহন নাথ, ড° প্ৰফুল্লদত্ত গোস্বামী, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, ড° উপেন্দ্ৰ নাথ গোস্বামী আৰু প্ৰগতিশীল বামপন্থী লেখক কিছুমানে জনগোষ্ঠীৰ বিভিন্ন তথ্য দাঙি ধৰিছে। বিশেষকৈ পঞ্চাশ-ষাঠি দশকত অধ্যাপক প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু ড° প্ৰফুল্লদত্ত গোস্বামীয়ে বৰো ভাষা সাহিত্য-সংস্কৃতিলৈ দি যোৱা অৱদানৰ কথা উল্লেখযোগ্য। ষাঠি দশকত অধ্যাপক ড° বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ড° প্ৰফুল্লদত্ত গোস্বামীয়ে গুৱাহাটী বিশ্ববিদ্যালয়ৰ জৰিয়তে বৰো ভাষা-সংস্কৃতিৰ পণ্ডিত মোহিনী মোহন ব্ৰহ্মৰ দ্বাৰা অসমৰ বৰো মানুহৰ মুখে মুখে প্ৰচলিত আৰু সিচঁৰতি হৈ থকা সাধুকথা আৰু লোকগীতবোৰ সংগ্ৰহ কৰাই বিশ্ববিদ্যালয়ৰ প্ৰকাশন সমিতিৰ দ্বাৰা বৰো, অসমীয়া আৰু ইংৰাজী অনুবাদসহ দুখন মূল্যবান পুথি প্ৰকাশ কৰি ক্ৰমে পাহৰণিৰ গৰ্ভত হেৰাই যাবলৈ ধৰা বৰোসকলৰ মৌখিক সাহিত্যৰাজি সংৰক্ষণ আৰু লিখিত ৰূপদান প্ৰদানত যি উদাৰতা আৰু দায়িত্বশীল ভূমিকা গ্ৰহণ কৰিলে অকল বৰোসকলে নহয় তাৰবাবে সমগ্ৰ অসমবাসীৰে তেওঁলোক প্ৰশংসাৰযোগ্য। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইতিহাসত তেওঁলোকৰ অৱদান চিৰস্মৰণীয় হৈ ৰ'ব। অধ্যাপক ড° প্ৰফুল্লদত্ত গোস্বামীয়ে আনকি 'অসম দেশৰ সাধু' নামৰ এখন পুথিও অসমৰ বিভিন্ন জনগোষ্ঠীৰ মানুহৰ মাজত মৌখিকভাৱে প্ৰচলিত সাধু কথাবোৰ সংগ্ৰহ কৰি আৰু সেইবোৰ অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰি উলিয়াই যি উদাৰতাৰ পৰিচয় দাঙি ধৰিলে তাৰ তুলনা পাবলৈ নাই। ঠিক তেনেদৰে অসম সাহিত্য সভাৰপৰা *অসমৰ জনজাতি* নামেৰে গ্ৰন্থখন ১৯৬২ চনত অধ্যাপক ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই আৰু *অসমৰ জনজাতীয়* সাধু গ্ৰন্থখন ড° বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে সম্পাদনা কৰে। ইয়াৰ উপৰিও অধ্যাপক ড° ভট্টাচাৰ্য্যদেৱে এখোজ ওপৰলৈ উঠি গৈ তেওঁৰ গুৰু অধ্যাপক ড° বাণীকান্ত কাকতিদেৱৰ পৰামৰ্শমতে চীন-তিব্বতীয় ভাষা পৰিয়ালৰ এটা প্ৰধান গুৰুত্বপূৰ্ণ শাখা বৰো ভাষাৰ ওপৰত গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰাৰ লগতে বৰো ভাষাক উত্তৰ পূৱ ভাৰতত থকা চীন-তিব্বত ভাষা পৰিয়ালৰ এটা উল্লেখযোগ্য লেখত লবলগীয়া ভাষা বুলি বিশ্ব মানবৰ চকু মেল খুৱাই দিছিল ১৯৬৫ চনত। ইংৰাজীত লিখা এই গৱেষণা গ্ৰন্থখন গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৭৭ চনত প্ৰকাশ কৰে।

বৰো ভাষাৰ গৱেষণাৰ বাবে প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই ১৯৫১ চনত অসম চৰকাৰৰ পৰা মাহে এশ টকাকৈ বৃত্তি লাভ কৰি অধ্যাপক বাণীকান্ত কাকতিৰ

অধীনত প্ৰথমতে গৱেষণা আৰম্ভ কৰিছিল। ১৯৫২ চনৰপৰা বৰো ভাষাৰ বৰ্ণনাত্মক বিশ্লেষণৰ বাবে পি. এইচ ডি পৰ্য্যায়ত নাম পঞ্জীয়ন কৰে। কিন্তু দুখৰ কথা ১৯৫২ চনৰ ১৫ নৱেম্বৰত ড° বাণীকান্ত কাকতিদেৱৰ পৰলোক ঘটে। উল্লেখযোগ্য যে ১৯৫২ চনৰ ১৬ তাৰিখে বৰো সাহিত্য সভাই প্ৰতিষ্ঠা লাভ কৰে। ড° কাকতিদেৱৰ বিয়োগত ভট্টাচাৰ্যাই ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ অধীনত গৱেষণা কৰিবলৈ গৈ ১৯৫৪-৫৬ চনত পুনাত ডেক্কান কলেজত 'স্কুল অব লিংগুইষ্টিকছ'ৰ জৰিয়তে ভাষা-বিজ্ঞানৰ উচ্চ-শিক্ষা গ্ৰহণ কৰিছিল। উল্লেখযোগ্য যে বৰো-অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ লেখক, গৱেষক পণ্ডিত ভবেন নাৰ্জীদেৱে 'বৰো-ভাষা'ৰ ক্ষেত্ৰ অধ্যয়ন পদ্ধতিৰ শ্ৰেণীত সংবাদদাতাৰূপে নিযুক্ত হৈছিল। লণ্ডনৰ স্কুল অব অৰিয়েণ্টেল এণ্ড আফ্ৰিকান ষ্টাডিজৰ অধ্যাপক বাৰ্টন পেজৰ সৈতে বৰো ভাষাৰ তথ্য সংবাদদাতা ভৱেন নাৰ্জীদেৱে আহৰণ কৰা বৰো-ভাষাৰ তথ্যসমূহৰ আধাৰত বিস্তৃত ভাষা বৈজ্ঞানিক বিশ্লেষণ অধ্যাপক ভট্টাচাৰ্যাই কৰে। এইখিনিতে বিশেষভাৱে উল্লেখযোগ্য যে লণ্ডনত স্কুল অব অৰিয়েণ্টেল এণ্ড আফ্ৰিকান ষ্টাডিজৰ অধ্যাপক জন বাৰ্টন পেজৰ অধীনত প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, গোলোকচন্দ্ৰ গোস্বামী, অশোক ৰাম চন্দ্ৰ কেলকাৰ(পুনা), উপেন্দ্ৰ নাথ গোস্বামী আৰু ভাৰতৰ বিভিন্ন অঞ্চলৰ ভাষা বিজ্ঞানীসকলে বৰো ভাষাৰ ক্ষেত্ৰ অধ্যয়ন পদ্ধতিৰ শ্ৰেণীত যোগদান কৰিছিল।

১৯৬৪ চনত ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ অকাল বিয়োগত কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° সুকুমাৰ সেনৰ তত্বাৱধানত অধ্যাপক ভট্টাচাৰ্য্যই গৱেষণা গ্ৰন্থ খন গুৱাহাটী বিশ্ববিদ্যালয়ত দাখিল কৰে। ১৯৬৫ চনৰ জুন মাহত গুৱাহাটী বিশ্ববিদ্যালযে তেওঁক ডক্টৰেট ডিগ্ৰী প্ৰদান কৰে। ফলত ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চলৰ চীন-তিব্বতীয় ভাষা পৰিয়ালৰ অন্যতম ভাষা হিচাপে বৰো ভাষা আন্তৰাষ্ট্ৰীয় বিদ্যায়তনিক ক্ষেত্ৰত পৰিচিত হয়। বৰো ভাষাৰ প্ৰতি কৰা এনে মহৎ আৰু তাহানিতে ব্যতিক্ৰমধৰ্মী কাৰ্য্য সমাপন কৰাৰ কাৰণে কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই শোণিতপুৰ জিলাৰ পীৰাকাটা গাঁৱত অনুষ্ঠিত বৰো ৰাইজৰ সভাৰ হৈ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক কৃতজ্ঞতা জনাই অভিনন্দন পত্ৰ আগবঢ়াইছিল। তাৰ পিছত মালিগাঁৱৰ বৰো সমাজ, মুছলপুৰৰ বৰো ছাত্ৰসন্থা, গোসাইগাঁৱত অনুষ্ঠিত বৰো সাহিত্য সভাৰ উপৰিও বহুতো অনুষ্ঠান-প্ৰতিষ্ঠানে তেওঁক সাদৰ সম্বৰ্ধনা আৰু অভিনন্দন জনাইছিল। বিশেষ উল্লেখযোগ্য যে বৰো ৰাওনি ফিফা (বৰো ভাষাৰ জনক) ৰূপে ১৯৬৬ চনত মুছলপুৰৰ বৰো ফাৰায়ছা আফাদে ড° ভট্টাচাৰ্যালৈ মানপত্ৰ প্ৰদান কৰিছিল। আজিও তেওঁক বৰো ৰাইজ আৰু বৰো সাহিত্য সভাই শ্ৰদ্ধাৰে সোঁৱৰে আৰু সভা-সমিতিলৈ নিমন্ত্ৰণ কৰে। আটাইতকৈ উল্লেখযোগ্য কথা হ'ল ড° ভট্টাচাৰ্য্যই আজিও আনন্দৰে ঘোষণা কৰে যে, বৰো ভাষা তেওঁৰ দ্বিতীয়

মাতৃভাষা আৰু বৰো জনজীৱন তথা বৰো জনসংস্কৃতি তেখেতৰ আত্মাৰ এফাল। সচাঁকৈয়ে তিব্বত-বৰ্মী ভাষা গোষ্ঠীৰ আন্তৰ্জাতিক খ্যাতিসম্পন্ন গৱেষকসকলৰ ভিতৰত ড' ভট্টাচাৰ্য্যও এজন। নিষ্ঠা, একাগ্ৰতা আৰু জীৱনজোৰা ভাষা-সাহিত্য-সংস্কৃতিৰ সাধনাৰ স্বীকৃতি স্বৰূপে ১৯৭৯ চনত পেৰিছত অনুষ্ঠিত হোৱা দ্বাদশ আন্তৰাষ্ট্ৰীয় চীন-তিব্বতীয় ভাষা আৰু ভাষা তত্ত্বৰ সন্মিলনলৈ নিমন্ত্ৰিত হৈ বৰো ভাষাৰ বিষয়ে দুখন ইংৰাজী গৱেষণা পত্ৰ পাঠ কৰি বিশ্বৰ বিদ্বৎ সমাজত অসমৰ সুনাম বৃদ্ধি কৰিছিল ইয়াৰ উপৰিও ভাৰতীয় গণৰাজ্যৰ সৰ্বভাৰতীয় প্ৰাচ্য-বিদ্যা সন্মিলনৰ নিখিল ভাৰত ভাষা-তাত্ত্বিক সন্মিলন, উত্তৰ পূব ভাৰতীয় সামাজিক বিজ্ঞান গৱেষণা পৰিষদ, কেন্দ্ৰীয় ভাৰতীয় ভাষা সংস্থা তথা উৰিষ্যাৰ পূৰ্বাঞ্চল ভাষা শিক্ষা কেন্দ্ৰ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগ, উত্তৰ-পূব ভাষা শিক্ষা কেন্দ্ৰ, অসম সাহিত্য সভা, বৰো সাহিত্য সভা, অসম ভাষা বিজ্ঞান সমিতি, অসম জনকৃষ্টি সমাজ, আদিয়ে আয়োজন কৰা বহুতো সন্মিলনত, আলোচনা চক্ৰত বৰো আৰু উত্তৰ পূৰ্বাঞ্চলৰ চীন তিব্বতীয় বৰো, গাৰো, ডিমাছা, তিৱা, ইত্যাদি ভাষাৰ ওপৰত গৱেষণা পত্ৰ পাঠ কৰি আহিছে। তাৰ উপৰিও ড ভট্টাচাৰ্য্যই বৰোকে আদি কৰি উত্তৰ পূৰ্বাঞ্চলৰ জনগোষ্ঠীসকলৰ সামাজিক, কলা-সংস্কৃতিৰ ওপৰত বিভিন্ন প্ৰবন্ধ পাতিৰে আলোকপাত কৰিছে আৰু সেইবোৰৰ ওপৰত গ্ৰন্থ ৰচনা কৰিছে

অসমৰ আগশাৰাৰ চীন-তিব্বতীয় ভাষা পৰিয়ালৰ বৰো ভাষাৰ পঠন-পাঠন, গৱেষণা, স্বীকৃতিৰ বাবে পঞ্চাশ বছৰতকৈও অধিক কালৰ কাৰ্য্যকলাপত জীৱন্ত সাক্ষী তথা জড়িত ভাষা চৰ্চাকাৰী ৰূপে তেওঁ অলেখ বৰঙনি আগবঢাইছে। বৰো ভাষা সাহিত্য সংস্কৃতি অধ্যয়নৰ ক্ষেত্ৰত ড ভট্টাচাৰ্য্যই অসম চৰকাৰৰ একালত আজীৱন মন্ত্ৰী ৰূপনাথ ব্ৰহ্ম, পদ্মশ্ৰী মদাৰাম ব্ৰহ্ম, জননেতা সতীশচন্দ্ৰ বসুমতাৰী, শিক্ষাবিদ বন্ধুৰাম কছাৰী, কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা, গৱেষক পণ্ডিত ভবেন নাৰ্জী আৰু টিহু দীঘেলীৰ ৰমেশ চন্দ্ৰ বৰোৰ সহায়-সহযোগৰ কথা তেওঁৰ প্ৰকাশিত ইংৰাজী গৱেষণা গ্ৰন্থত লিপিবদ্ধ কৰিছে। ই মহৎ লোকৰ এক মহৎ গুণ।

ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অবৰো ব্ৰাহ্মণ সম্প্ৰদায়ৰ হৈও বৰো ভাষা জনসংস্কৃতিৰ ওপৰত গৱেষণা কৰি ডক্টৰেট পোৱা প্ৰথম অসমীয়া ভাষী পণ্ডিত। তেওঁৰ গৱেষণা গ্ৰন্থ অবিহনে বৰোসকলে নিজ ভাষাক দোপত দোপে উন্নতি কৰিবলৈ আত্ম শক্তি নাপালেহেঁতেন। এই মহৎ, উদাৰ আৰু বিৰল অৱদানৰ বাবে তেওঁৰ ওচৰত বৰোসকল চিৰ কৃতজ্ঞ আৰু চিৰঋণী হৈ ৰ'ব।

.কেৱল বৰোসকলেই কিয় সমগ্ৰ অসমবাসীয়ে ড' ভট্টাচাৰ্য্যই অসমৰ জাতীয় জীৱন আৰু জাতীয় ভাষা-সংস্কৃতিলৈ আগবঢ়োৱা অৱদান আৰু অৰিহণাৰ কথা স্বীকাৰ কৰিবই লাগিব। কিন্তু অপ্ৰিয় হ'লেও সত্য কথা এজন আন্তৰ্জাতিক

খ্যাতিসম্পন্ন ভাষাবিদ হিচাপে অন্ততঃ অসম ভাষা বিজ্ঞান সমিতিৰ তৰফৰপৰা অথবা অসমৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাই 'ভাষা আচাৰ্য্য' তথা 'সাহিত্যাচাৰ্য্য' উপাধিৰে ড° ভট্টাচাৰ্য্যক বিভূষিত কৰিব লাগিছিল। তাৰ উপৰিও অসম সাহিত্য সভাই ড° ভট্টাচাৰ্য্যক অসম সাহিত্য সভাৰ সভাপতি; অথবা উপ-সভাপতিৰ পদতো অলংকৃত নকৰাটো অসমৰ জাতীয় জীৱনলৈ বিশেষ অৱদান আগবঢ়োৱা তেওঁৰ নিচিনা অসমৰ সুসন্তানক এলাগী কৰাটো দৃষ্টিকটুভাৱে আসোঁৱাহ বৈ যোৱা বুলি সচেতন মহলে কোৱা শুনা যায়। কাৰণ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ সমকক্ষ খ্যাতনামা ভাষাবিদ পণ্ডিত ড গোলোকচন্দ্ৰ গোস্বামীক যি যি কাৰণত অসম ভাষা বিজ্ঞান সমিতিয়ে 'ভাষা আচাৰ্য্য' আৰু অসম সাহিত্য সভাই 'সাহিত্যাচাৰ্য্য' উপাধিৰে বিভূষিত কৰিছে – সেই একে কাৰণতে ড° ভট্টাচাৰ্য্যও উক্ত অনুষ্ঠান দুটিৰ দ্বাৰা বিভূষিত হোৱাৰ যোগ্যতা আছিল, এতিয়াও আছে। আনন্দৰ কথা কামৰূপ জিলা সাহিত্য সভাই কেতিয়াবাই ড ভট্টাচাৰ্য্যৰ জীৱনজোৰা সাধনা আৰু ভাষা, শিক্ষা, কলা-সংস্কৃতিলৈ যোগোৱা অবদানৰ চিনস্বৰূপে 'কামৰূপ ৰত্ন' উপাধিৰে বিভূষিত কৰি বিজ্ঞ পণ্ডিত ড ভট্টাচাৰ্য্যলৈ যি সন্মান দিলে তাৰ বাবে কামৰূপ জিলা সাহিত্য সভাৰ নেতৃবৃন্দ অসমবাসীৰে ধন্যবাদৰ পাত্ৰ। কথাত কথা বাঢ়ে। পৃথিৱীৰ ভিতৰতে ভাৰতত অসমৰ চীন-তিব্বতীয় ভাষা পৰিয়ালৰ বৰো, গাৰো, ডিমাছা, তিৱা, ইত্যাদি ভাষা সমূহৰ ওপৰত গৱেষণা কৰি বিশ্ব দৰবাৰত পৰিচয় দাঙি ধৰা দোষতে আৰু উক্ত থলুৱা জনগোষ্ঠীয় ভাষা সমূহৰ বিকাশ, লিপি নিৰ্দ্ধাৰণ আৰু মাতৃভাষাত শিক্ষালাভৰ অধিকাৰৰ সপক্ষে মাত মাতি অহাৰ কাৰণেই সেই সময়ৰ অসম সাহিত্য সভাৰ এচাম কৰ্ণধাৰ সদস্যই ড° ভট্টাচাৰ্য্যক এলাগী কৰি অহা বুলি বৌদ্ধিক মহলে সন্দেহ প্ৰকাশ কৰে। একেই কাৰণতে লোক সাহিত্যৰ গৱেষক পণ্ডিত স্বনামধন্য ড প্ৰফুল্লদত্ত গোস্বামীৰ কথাও উনুকিয়াব পাৰি। সাম্প্ৰতিক কালত ই এক অপ্ৰকাশিত সাঁথৰত পৰিণত হৈছে। ই এক বিচাৰ্য্য বিষয়।

উল্লেখযোগ্য যে, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, ড° প্ৰফুল্লদত্ত গোস্বামী আৰু গৱেষক পণ্ডিত ভবেন নাৰ্জী এই ত্ৰিমূৰ্ত্তিয়ে ১৯৫৪ চনৰ পৰা বৰোকে আদি কৰি থলুৱা জনগোষ্ঠীৰ ভাষা, লোক সাহিত্য, লোক সংস্কৃতিৰ চৰ্চা, উদ্ধাৰ আৰু সংৰক্ষণৰ হকে অহৰ্নিশে একেলগে কাম কৰিছিল। অপ্ৰিয় হ'লেও সত্য কথা ড° ভট্টাচাৰ্য্যই বৰোসকলৰ প্ৰতি কৰা উক্ত মহৎ কাৰ্য্যৰ কাৰণে তেওঁক এচাম অসমীয়া ভাষী বুদ্ধিজীৱীসকলে আজিও অৱজ্ঞা প্ৰকাশেৰে এলাগী দৃষ্টিভংগী প্ৰদৰ্শন কৰে বুলি ভবাৰ বহুতো নিদৰ্শন আছে। অৱশ্যে এইটো ঠিক যে ড°ভট্টাচাৰ্য্য মহোদয় কাৰোবাৰ উপাধি বা স্বীকৃতিৰ প্ৰতি লালায়িত নহয়; কাৰণ ড° ভট্টাচাৰ্য্য নিজেই ভাষা, সংস্কৃতিৰ এটি অনুষ্ঠান। পৰৱৰ্ত্তীকালত তেওঁৰ গাইড আৰু পৰামৰ্শ বিচাৰি অহা অসংখ্য গৱেষক পণ্ডিতসকলৰ আগমনে তাৰ যথাৰ্থ প্ৰমাণ দাঙি ধৰে।

ড° ভট্টাচাৰ্য্য মহোদয়ৰ লগত মোৰ সম্পৰ্ক অতি ঘৰুৱা আছিল। মই তেওঁক 'আদা' বুলিহে সম্বোধন কৰোঁ। বৰো ভাষাত 'আদা' শব্দৰ অৰ্থ অসমীয়া ভাষাৰ সমাৰ্থক 'ককাইদেউ'ৰ লেখিয়া; যদিও ইয়াৰ অৰ্থ অতিব্যাপক সুগাঢ়, অতিমান্য, শ্ৰদ্ধাপূৰ্ণ আৰু অতিশয় আন্তৰিকতাপূৰ্ণ আৰু আত্মীয় ভাব অৰ্থতহে ব্যৱহাৰ কৰা হয়। সঁচাকৈ ড° ভট্টাচাৰ্য্যদেৱ মোৰ কাৰণে অতি পূজনীয় শ্ৰদ্ধাৰ আদা। তেওঁৰ ঘৰত পদাৰ্পণ কৰিলে নিজৰ সহোদৰ ভাইতকৈও বেছি আপোন ভাৱত মোৰ নিচিনা বস্তুতকে আকোঁৱালি লয়। ঘৰুৱা খা-খবৰ লয়। নিজেই আদৰ আপ্যায়ন কৰে। লেখামেলা কৰাৰ কাৰণে উৎসাহ উদ্দীপনা দিয়ে। সঁচাকৈ অসমীয়া ভাষী ব্ৰাহ্মণ সম্প্ৰদায়ৰ লোক হৈও আদা ভট্টাচাৰ্য্যই কোনো ইতস্ততঃ নকৰাকৈ আমাৰ লগত অতি আপোন ভাৱত জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিৰ সমবিকাশ আৰু উন্নয়নৰ আৱশ্যকতাৰ ওপৰত সদায় গুৰুত্ব আৰোপ কৰে। আদা ভট্টাচাৰ্য্যৰ ঘৰুৱা পৰিৱেশৰ এক লক্ষ্যণীয় দিশ হ'ল তেওঁৰ লগত তামোল-পাণ আৰু শিলিখাসহ তামোল পাণৰ টেমাটো আগবঢ়াই দি তামোল বা শিলিখা খাবলৈ দিয়াটো; বিশেষকৈ চাহ জলপান খাই উঠাৰ পিছতে। অন্য পণ্ডিতৰ ঘৰত তেনেকুৱা ঘৰুৱা পৰিৱেশত আথে বেথে দিয়া তামোল-পাণ খোৱাৰ কথা মনত নপৰে। আদাৰ সহধৰ্মিনী বাইজৰ (নবৌৰ) জাত-পাতৰ লেখমানো হীনডেটি নথকা অতিথ্যৰ কথা জীৱনত পাহৰিব নোৱাৰো অতি আপোন ভাবৰ সেৱা শুশ্ৰূষা। আদাৰ কনিষ্ঠপুত্ৰ প্ৰণৱ (জোন) ভট্টাচাৰ্য্যয়ো আমাক কৰা আতিথ্য, কথা বতৰা, অতি ঘৰুৱা শান্তিকৰ আৰু শ্ৰদ্ধাপূৰ্ণ।



# ভাষা-সাহিত্যৰ সাধকজনৰ সান্নিধ্যত

শ্ৰীমামণি ভট্টাচাৰ্য্য

নব্বৈৰ দশকতে ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ সৈতে মোৰ চিনাকি। ড° নবীনচন্দ্ৰ শৰ্মা ছাৰ তেতিয়া গুৱাহাটী বিশ্ববিদ্যালযৰ লোক-সংস্কৃতি গৱেষণা বিভাগৰ মূৰব্বী অধ্যাপক। এদিন কিবা এটা সুধিবৰ বাবে ড° শৰ্মা ছাৰক বিচাৰি লোক-সংস্কৃতি গবেষণা বিভাগলৈ যাওঁ। ড° ভট্টাচাৰ্য্য শৰ্মা ছাৰৰ সৈতে বহি আছে। ড° ভট্টাচাৰ্য্য তেতিয়া গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগত অতিথি অধ্যাপক হৈ আছিল। শৰ্মা মহোদযে চিনাকি কৰি দিছিল ভট্টাচাৰ্য্যদেৱৰ সৈতে আৰু ভট্টাচাৰ্য্য মহোদয়ে প্ৰথম পৰিচয়তে আমাক বিভিন্ন কথা সুধিছিল। ইতিমধ্যে শৰ্মা মহোদয়ৰ কক্ষত বিস্কুটৰ পেকেটেৰে চাহ-মেল পৰ্ব আৰম্ভ হৈছিল। আমি ওলাই আহিব খোজোতে ভট্টাচাৰ্য্য মহাশয়ে কৈছিল -- 'নহ'ব, প্ৰথম চিনাকি সুদা মুখে নহয়, আমি সকলোৱে লগে-ভাগে চাহ খাম।' আমিও তেখেতৰ কথা পেলাব নোৱাৰি চাহ খাইছিলোঁ। সেই চিনাকিপৰ্বৰ পিছত ক'ত, কিমান লগ পালো হিচাপ কৰিব নোৱাৰি, কেতিয়াবা কোনো সভা-সমিতিত, বক্তৃতামালাত নতুবা মহাশয়ৰ ঘৰত। মোৰ বাবে তেখেত এতিয়া ভাষাবিদ, পণ্ডিত নহয়, পিতৃহাৰা এজনী কন্যাৰ অভিভাৱক-পিতৃ। সেয়ে ছাৰে কোৱা প্ৰতিটো বাক্য মই পিতৃবাক্য বুলি মানি চলাৰ প্ৰয়াস কৰোঁ।

ড° ভট্টাচাৰ্য্য ছাৰে সুখ্যাতিৰে ছাত্ৰ জীৱন, কৰ্মজীৱন, লেখকজীৱন আৰু সমাজসংগঠকৰ জীৱন অতিক্ৰমি আশীবছৰত ভৰি দিব খুজিছে। জীৱনৰ প্ৰতিটো দিশতে নিপুণতাৰ চিনাকি দিয়া এইজনা প্ৰকৃততে এগৰাকী অক্লান্ত কৰ্মী। বৰোভাষাৰ বৰ্ণনাত্মক বিশ্লেষণ (১৯৫৮) শীৰ্ষক গৱেষণা গ্ৰন্থখনিয়েই তেখেতৰ বিদগ্ধতা আৰু পাণ্ডিত্যৰ পূৰ্ণ পৰিচয় দিব পাৰে। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অসমে তথা উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা আৰু সংস্কৃতিৰ ক্ষেত্ৰত চিৰবৰেণ্য ব্যক্তি। স্বনামধন্য শিক্ষাবিদ্ হিচাপে শিক্ষাৰ জগতখনতেই নহয়, ঘৰুৱাভাৱেও আমি তেখেতৰ সৈতে ঘনিষ্ঠ হোৱাৰ সুযোগ পাইছিলোঁ। এই সুযোগ আমাক গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগত আৰম্ভ কৰা গৱেষণা কাৰ্য্যই দিছে। গৱেষণা

বিষয়ক বিভিন্ন কথা সুধিবলৈ তেখেতৰ ঘৰলৈ যাওঁতে বিভিন্ন সময়ত বিভিন্নৰূপত লক্ষ্য কৰোঁ। কোনোবাটো মুহূৰ্ত্তত তেখেত বিদগ্ধ পণ্ডিত, কোনোবা মুহূৰ্ত্তত ৰসিক ব্যক্তি, কেতিয়াবা পৰিয়ালৰ সকলো দায়িত্ব সুচাৰুৰূপে পালন কৰি আজৰি হোৱা পিতৃ আৰু সময়ে সময়ে গাওঁৰ শান্ত-পৰিৱেশ আৰু ভাতৃ-বন্ধুৰে ভৰি থকা জন্মভূমিৰ মায়াত বন্দী সহজ-সৰল গাঁওলীয়া লোক। বৰ্ত্তমানলৈ তেখেতৰ সৈতে হোৱা সাক্ষাতৰ (মুখামুখি বা ফোনতেই হওক) প্ৰতিটো মুহূৰ্ত্ততে লক্ষ্য কৰিছোঁ যে তেখেতে মানুহক অতি সোনকালে আপোন কৰি ল'ব পাৰে। মানুহৰ প্ৰতি তেখেতৰ আদৰ আৰু হেঁপাহ অসীম। মানুহৰ লগত তেখেতে মিলি জুলি থাকিব বিচাৰে। বাহিৰত দিনজোৰা সভা সমিতি কৰিও তেখেত ঘৰলৈ উভতিবৰ সময়ত অন্তিম আলোচনাৰ বাবে বিভিন্নজনক লগত লৈ যায়। ছাৰক বিৰক্ত আৰু ক্লান্ত হৈ পৰা মই কাহানিও দেখা নাই। আনকি জীৱনৰ এই বিয়লি পৰতো বিভিন্ন অসুখত ভূগি থকা ছাৰক ডাক্তৰ পুত্ৰ-বধূ আৰু পত্নীয়ে লৰলৈ দিয়া জিৰণিৰ কথাও আওকাণ কৰি সভা সমিতি অনুষ্ঠানলৈ যোৱাৰ লগতে ঘৰলৈ অহাজনৰ সতে ঘণ্টাৰ পিছত ঘণ্টা ধৰি আলোচনাত ৰত থাকে।

পাণ্ডিত্যই তেখেতক বৰেণ্য আৰু মহান কৰাৰ লগতে আন কিছুমান গুণে তেখেতৰ ব্যক্তিত্বত বিশালতা প্ৰদান কৰিছে বুলি আমি ভাবোঁ। প্ৰথমতে, তেখেতৰ স্মৃতি শক্তি অত্যন্ত প্ৰখৰ, এবাৰ যদি অলপ সময়ৰ বাবেও কাৰোবাক লগ পাইছে বহুবছৰ বিৰতিৰ অন্ততো সেইজনৰ নাম-ধাম সকলো কৈ দিব পাৰে। দ্বিতীয়তে, তেখেত অত্যন্ত আপোনভোলা মানুহ, লুক-ঢাক নকৰাকৈ সকলো কথা সুন্দৰকৈ কব পাৰে। আনকি তেখেতৰ অতীত জীৱনত ঘটা বহু ঘটনা সময়ে সময়ে ওচৰলৈ অহা মানুহক কৈ আনন্দ অনুভৱ কৰে। উদাহৰণ স্বৰূপে তেখেতে গৱেষণা কৰ্মত লাগি থাকোঁতে জনজাতীয় এলেকাত হোৱা বিভিন্ন পৰিস্থিতিৰ নিঃসঙ্কোচ বৰ্ণনা আমাৰ আগত দিছে। তাহানি বি বৰুৱা কলেজত পঢ়া ছাত্ৰ-ছাত্ৰীসকলৰ মুখত শুনা যায় যে ড নিৰ্মলপ্ৰভা বৰদলৈ আদিৰে অসমীয়া বিভাগ সুন্দৰকৈ গঢ় দি উঠিছিল। বি বৰুৱা কলেজৰ অধ্যক্ষ হেম বৰুৱাৰ দিনত তেওঁলোকৰ মাজত একে পৰিয়ালৰ ভাই-ভনীৰ দৰে সম্বন্ধ বিৰাজ কৰিছিল। তৃতীয়তে, তেখেত সুৰুচিবান ব্যক্তি; সুন্দৰ বেশ-ভূষা কৰি ভাল পায়। চুট-পেণ্ট, কোট-টাইৰে সম্পূৰ্ণ চাহাবী সাজযোৰ তেখেতৰ প্ৰিয় আৰু এই বয়সতো তেখেতে এইসাজ পোচাক পিন্ধি নিজকে ডেকা বুলি কৈ আনন্দ পায়। তথাপিও অসমীয়া সাজ চোলা-চুৰীয়াৰ চিনাকি ছাৰৰ বাবে সদায় প্ৰথম। খোৱা-বোৱাত অসমীয়া খাদ্যক আগস্থান দিয়া মহাশয়ে স্বাস্থ্যসন্মত ভাবেহে গ্ৰহণ কৰে। তেখেতৰ ঘৰৰ চৌহদত ভাগে ভাগে ৰোপণ কৰা গছ-পাতলৈ চাই পৰিবেশ প্ৰদূষণৰ প্ৰতিও সচেতনতা থকাৰ উমান পাওঁ। এই সকলো সুৰুচিসম্পন্ন মনৰে পৰিচায়ক। চতুৰ্থতে, জ্যোতিষ শাস্ত্ৰৰ ওপৰতো তেখেতৰ যথেষ্ট দখল আছে।

অসমীয়া লোক-সংগীত আৰু সংস্কৃতিৰ প্ৰতি তেখেতৰ শ্ৰদ্ধা অসীম। ছাৰে সুবিধা পালেই আমাক নলবাৰী অঞ্চলৰ বিভিন্ন গীত-মাত সুৰীয়াকৈ গাই শুনায়। অসমীয়া লোক-উৎসৱ অনুষ্ঠানৰ ওপৰত সম্পূৰ্ণ অধ্যয়ন চলোৱা ইচ্ছা তেখেতৰ আছিল যদিও বিভিন্ন কাৰণত সেই কাম কৰা হৈ নুঠিল। সেয়ে আমাৰ আগত মাজে-সময়ে আক্ষেপ কৰি কয় -- "আমাৰ কৰা নহ'ল, তোমালোকেই দায়িত্ব লোৱা, চেষ্টা কৰিলে পাৰিবা। নিজৰ ক্ষেত্ৰ অধ্যয়নৰ ওপৰত গুৰুত্ব দিবা।"

তেখেতৰ ব্যক্তিত্বৰ সকলোতকৈ ডাঙৰ কথাটো হ'ল -তেখেত নিৰহঙ্কাৰী। পণ্ডিত ব্যক্তি এজনৰ লগত তেখেতে যি আত্মীয়তাৰে কথা পাতে হোজা চহা এজনৰ সতেও একে ভাবেই ৰাখে। এই কথাৰ প্ৰমাণ পোৱা যায় বিভিন্ন সভা-সমিতিলৈ নিমন্ত্ৰিত হৈ তেখেত গাঁওসমূহলৈ গ'লে। এই গুণটোৰ বাবেই বোধকৰোঁ তেখেতে জনজাতীয় লোকসকলৰ মন মুহিব পাৰিছিল। জনজাতীয় লোকসকল স্বাভাবিকতে বৰ সৰল। গতিকে নিৰহঙ্কাৰী ব্যক্তিজনে অন্তৰৰ সৰলতাৰে তেওঁলোৰ মন জিনিছিল। বৰোভাষাৰ ওপৰত কৰা ব্যতিক্ৰমধৰ্মী গৱেষণা গ্ৰন্থখনে তেখেতৰ জনজাতি প্ৰীতিৰ কথা সূচায়। আজি সুকীয়া বৰোলেণ্ড বিচৰা বৰোভাই-ভনীসকলৰ মাজতো সেয়ে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এক স্মৰণীয় নাম, বৰেণ্য ব্যক্তি।

অসমীয়া সৰল গ্ৰাম্যজীৱনৰ প্ৰতি তেখেতৰ মোহ সৰ্বাধিক। সেয়ে জীৱনৰ ভাটি বয়সতো চহৰৰপৰা গৈ গাঁৱত সহোদৰসকলৰ লগত সুখেৰে থকাৰ ইচ্ছা প্ৰকাশ কৰে। বোধকৰোঁ গাঁৱৰ প্ৰতি থকা এনে আকৰ্ষণৰ বাবেই তেখেতে অসমৰ বিভিন্ন গাঁৱৰপৰা অনুষ্ঠান আদিলৈ কৰা আমন্ত্ৰণ প্ৰত্যাখ্যান নকৰে। গাঁৱৰ প্ৰকৃতি, গাঁৱৰ সুৰে তেখেতক ব্যাকুল কৰি ৰাখে। এগৰাকী বিদগ্ধ পণ্ডিতৰূপে ভাষা-সাহিত্যৰ সেৱাত প্ৰতিক্ষণ নিজকে নিমগ্ন ৰাখিলেও অসমীয়া নৈষ্ঠিক ব্ৰাহ্মণৰ দৰে তিনি প্ৰসঙ্গ যথাযথ ভাৱে পালন কৰে। প্ৰতি সোমবাৰে সন্ধিয়া তেখেত ঘৰৰ ওচৰতে থকা শিৱমন্দিৰলৈ গৈ নাম-প্ৰসঙ্গত যোগ দিয়ে।

তেখেতৰ ব্যক্তিত্বৰ অন্য এক উল্লেখনীয় দিশ হ'ল নাৰীৰ অন্তৰ্নিহিত শক্তিৰ ওপৰত থকা প্ৰগাঢ় বিশ্বাস। সেয়ে নাৰীক মাতৃ, পত্নী, ভগ্নী, কন্যা আদি বিভিন্ন দৃষ্টিৰপৰা লক্ষ্য কৰি যথাযথভাৱে সন্মান কৰে। সাংসাৰিক জীৱনতো বাইদেউৰ লগত তেখেতৰ সম্পৰ্ক অতি মধুৰ।

আমাৰ প্ৰতিও তেখেতৰ আগ্ৰহ আৰু মৰম প্ৰীতিৰ অন্ত নাই; হয়তো কন্যা সন্তান নথকা ঘৰত আমাৰ প্ৰতি কন্যাসম স্নেহেৰেই প্ৰতিফলন এয়া তেখেতে সময়ে সময়ে কয় — 'ছোৱালীৰ মায়া বৰ মায়া।' কিছুদিন তেখেতক দেখা নকৰিলে, আমাৰ চিনাকি মানুহ লগ পালে খবৰ লয়। গৱেষণা, চাকৰিৰ খবৰকে ধৰি আমাৰ ব্যক্তিগত খবৰো এই মহান সাধকজনাই ৰাখে। গৱেষণাৰ ক্ষেত্ৰ অধ্যয়নৰ বাবে গুৱাহাটীৰ বাহিৰলৈ যাব লগা হওঁতে তেখেতে বিভিন্নজনলৈ চিঠিপত্ৰ লিখি থকা-মেলাৰ

সুবন্দোবস্ত কৰি দিয়ে। আনকি সঠিক সময়ত গৈ পাইছোনে সেই পর্য্যন্ত খবৰ ৰাখে। ভট্টাচাৰ্য্য মহোদয় আমাৰ গৱেষণাকৰ্মৰ তত্বাৱধায়ক নহ'লেও প্ৰয়োজন সাপেক্ষে দিহা-পৰামৰ্শ দি আহিছে আৰু সেয়ে কেইদিনমান তেখেতৰ ওচৰলৈ নগ'লে কয় -- 'তুমি ক্ষেত্ৰ অধ্যয়নৰ কামত যাব লগা হ'লেহে মোৰ ওচৰলৈ আহা, এনেয়ে কিয় আহিবা?' হঠাতে লগ পোৱা মানুহকো যে আপোন কৰি লব পাৰে তাৰ প্ৰমাণ চাবলৈ অন্য নালাগে মোৰ প্ৰতি দেখুওৱা তেখেতৰ আদৰ-চেনেহৰ কথাটোকে লব পাৰি। মোৰ লগত তেখেতৰ কোনো তেজৰ সম্পৰ্ক নাই, মই তেখেতৰ ছাত্ৰীও নহয়, তথাপি তেখেতে মোক ইমান মৰম কৰে! এদিনৰ চিনাকিৰে শেষলৈ স্থায়ীৰূপেৰে তেখেতে মোৰ হৃদয়ত সাঁচ বহুৱাই দিয়ে। মই যেন তেখেতৰ নিজৰ কন্যা তেনে ভাবেৰে এদিন মোক কয় -- "তুমি এদিন আহি মোৰ লাইব্ৰেৰীটো অলপ চিজিল কৰি দিবাহে, তাতে পঢ়িবও পাৰিবা।" তেখেতৰ ঘৰত চাহ-জলপান খোৱাৰ উপৰিও মাজে মাজে কয় -- "তোমাৰ লগত এসাজ ভাতকে খাব লাগিব।" আৰু সেইমতে এদিন তেখেতৰ ঘৰলৈ মাতি মোক জোৰকৈ দুপৰীয়াৰ ভাত এসাজ খুৱাইহে যেন সন্তুষ্ট হ'ল। সাহিত্য-সংস্কৃতি বিষয়ক সভা-সমিতি থাকিলে তেখেতে মোক ফোন কৰিও জনাবলৈ নাপাহৰে। অৱশ্যে মোৰ কৰ্মথলী গুৱাহাটীৰ পৰা নিলগত হোৱা বাবে মই সকলো সময়তে তেখেতৰ কথা ৰাখিব নোৱাৰোঁ। মোক কোনোবাই বেয়া বুলিলে চাৰে সহ্য কৰিব নোৱাৰে। ছাৰে কয় -- 'মই জানো - তুমি আনে ক'লেও বেয়া হ'ব নোৱাৰা। ভবিষ্যতে তোমাৰ ভাল হ'ব, মই জানো।' -- এয়া যেন মোৰ পিতৃৰ আশীৰ্বাদ। ড° শৰ্মা মহোদয়ক তেখেতে গুৰুৰ দৰে মানিবলৈ শিক্ষা দি আহিছে। গুৰু বিনে সাধনা সফল নহয় -- এয়া ভাষা-সংস্কৃতিৰ সাধকজনাৰ আদৰ্শ। চাৰে নিজে গুৰু ড° বাণীকান্ত কাকতিৰ মৃত্যুৰ পাছত ড° বিৰিঞ্চিকুমাৰ বৰুৱা আৰু ড° সুকুমাৰ সেনদেৱক কেনেদৰে গুৰু ভজিছিল সেই কথা শ্ৰদ্ধাৰে সোঁৱৰণ কৰে।

এইজনা সাধকৰ সান্নিধ্যলৈ আহি আমি আন কেইটামান কথা জনাৰ সুযোগ পাইছিলোঁ। সেয়া হৈছে নলবাৰী জিলাৰ বৰক্ষেত্ৰী অঞ্চল আৰু এই অঞ্চলৰে অন্তৰ্গত আমাৰ জন্মভূমি বৰতলা গাঁৱৰ প্ৰতি তেখেতৰ অত্যন্ত আকৰ্ষণ। এই আকৰ্ষণৰ মূলতেই হ'ল বৰক্ষেত্ৰীত অৱস্থিত হাতীমূৰা বামুন্দিৰ ধাৰেশ্বৰ দেৱালয়ৰ দলৈহেনো তেখেতসকলৰ বংশৰ মানুহ আছিল। সেইসূত্ৰে ধাৰেশ্বৰ শিৱ দেৱালয়ৰ সৈতে জড়িত হৈ অহা-যোৱা কৰোতে আশে-পাশে থকা হাজো, লাউপাৰা, মুকালমুৱা, বংশৰ আদি বিভিন্ন ঠাইৰ প্ৰতিও আত্মীয়তা গঢ় লয়। এইবাবেই এই অঞ্চলত হোৱা বিভিন্ন সভা-সমিতিলৈ তেখেতক আমন্ত্ৰণ জনালে তেখেতে না কৰিবলৈ টান পায়। আনহাতে আমাৰ গাঁওখনৰ প্ৰতি থকা অসীম আকৰ্ষণৰ কাৰণ হ'ল -- এবাৰ শ্ৰীমন্ত শংকৰদেৱৰ জন্মোৎসৱ উপলক্ষে সভা এখনলৈ যাওঁতে পণ্ডিত

ৰজনীকান্ত দেৱ শৰ্মা আৰু তেখেতক জনৈক অৰবিন্দ কাকতিয়ে (বৰ্ত্তমান গুৱাহাটীৰ বাসিন্দা) কাহঁৰ বানকাঁহীত সুন্দৰকৈ দুপৰীয়াৰ আহাৰ খুৱাইছিল। সেই স্মৃতি তেখেতে হেনো পাহৰিব নোৱাৰে। জিভাই নাপাহৰা দৈ আৰু মাছৰ বাবে বিখ্যাত আছিল এই গাঁও।

জ্যোতিষ শাস্ত্ৰত থকা তেখেতৰ দখলৰ প্ৰমাণ পাওঁ আমাৰ লগত কথা পতাৰ সময়ত গ্ৰহ-নক্ষত্ৰৰ গতি সম্পৰ্কীয় কথা উলিয়াওঁতে। বশিষ্ঠ গোত্ৰীয় মানুহ আমি ; তেখেতসকলৰ গোত্ৰ পৰাশৰ। প্ৰায়েই কয় — বশিষ্ঠ, শক্তি আৰু পৰাশৰ এই তিনি প্ৰবৰ। সেয়ে বশিষ্ঠ-পৰাশৰ গোত্ৰৰ মাজত বৈবাহিক সম্বন্ধ হ'ব নোৱাৰে। আমাৰ মাৰ সৈতে চিনাকি হৈ বিভিন্ন সময়ত মাৰ আগতো তেখেতৰ এই কথা কোৱা শুনিছোঁ। মাত্ৰ দুবাৰ নে তিনিবাৰ লগ পোৱা স্বত্বেও মাৰ প্ৰতি এইজনা পণ্ডিতৰ উচ্চ ধাৰণা থকাৰ ইংগিত আমি পাওঁ।

তেখেতৰ অধ্যৱসায়, ঐকান্তিকতা, জ্ঞানানুসন্ধান, সৰলতা আৰু সজ্ঞ প্ৰচেষ্টাই তেখেতক অসমৰ এগৰাকী আদৰ্শ ব্যক্তি আৰু কৃতবিদ্য পণ্ডিতৰূপে স্বীকৃত কৰাইছে। ভাষা-সাহিত্য-সংস্কৃতিৰ অধ্যয়নকাৰী প্ৰতিজন উত্তৰসূৰীৰ বাবে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মহোদয় পথ প্ৰদৰ্শক হৈ ৰ'ব। এনে এজন পণ্ডিত ব্যক্তিৰ সান্নিধ্য পোৱাটো আমাৰ বাবে পৰম সৌভাগ্যৰ কথা। তেখেতৰ ৮০ তম জন্মদিনত আমাৰ শ্ৰদ্ধা নিবেদনৰ লগতে সাধকজনাৰ সুস্বাস্থ্য আৰু কৰ্মময় দীৰ্ঘজীৱনৰ কামনা কৰিলোঁ।



# হাজো-বৰক্ষেত্ৰী অঞ্চলৰ সম্পৰ্কত ড° ভট্টাচাৰ্য্য

শ্ৰীযোগেন্দ্ৰ নাথ মেধি

অসম সাহিত্য সভাৰ প্ৰথম গৰাকী প্ৰধান সম্পাদক শৰৎ চন্দ্ৰ গোস্বামীৰ স্মৃতি দিৱসত যোগদানৰ সুবিধা পাইছিলোঁ। সেইদিনাৰ সোঁৱৰণী সভাত জ্ঞানপীঠ বঁটা বিজয়ী ড' বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই অংশ গ্ৰহণ কৰি দিয়া ভাষণ শুনি সচাঁকৈ মই বৰ উপকৃত হোৱা বুলি ভাবিছোঁ। নলবাৰী, জিলা সাহিত্য সভাৰ উদ্যোগত আয়োজিত এই সভাত ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য উপস্থিত আছিল। বৰ্ত্তমানৰ নলবাৰী জিলাৰ সাহিত্যিক শিক্ষাবিদ প্ৰমুখ্যে বৰেণ্য ব্যক্তিসকলৰ কেইগৰাকীমানৰ নাম উল্লেখ কৰি, শ্ৰদ্ধা জনাই ড বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যই প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ সাহিত্য প্ৰতিভা আৰু সাহিত্যৰ অৱদানৰ এটি ৰসাল ব্যাখ্যা দাঙি ধৰিছিল। অসম সাহিত্য সভাৰ আসন অলংকৃত কৰি অহা নলবাৰী জিলাৰ তিনিজনা লব্ধ প্ৰতিষ্ঠ কবি সাহিত্যিক -- বিহগীকবি ৰঘুনাথ চৌধুৰী, ত্ৰৈলোক্য নাথ গোস্বামী আৰু গিৰিধৰ শৰ্ম্মাৰ লগতে নলবাৰী জিলাৰ দীঘেলী গাঁওৰ ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ গুণ কীৰ্ত্তন শুনি মোৰ মন আনন্দেৰে ভৰি পৰিছিল। বিহগীকবিৰ জন্ম গাঁও লাউপাৰা। মোৰো জন্ম গাঁও লাউপাৰা। গিৰিধৰ শৰ্ম্মা, ত্ৰৈলোক্য নাথ গোস্বামী আৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এইসকল মোৰ শ্ৰদ্ধাৰ পুৰুষ। তেখেতসকল মোৰ বৰ আপোন। সেয়েহে বোধ হয় মোৰ ইমান আনন্দ।

গুৱাহাটীৰ কামৰূপ একাডেমীত দশম শ্ৰেণীত পঢ়ি থকা সময়ৰ পৰা মই প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ নাম শুনো। দুই এখন সভাত যোগদান কৰি চোৱা আৰু ভাষণ শুনাৰ সুবিধাও পাবলৈ ধৰোঁ। আৰ্য্যবিদ্যাপীঠ উচ্চতৰ মাধ্যমিক বিদ্যালয় আৰু মহাবিদ্যালয়ৰ ছাত্ৰ হৈ থকাৰ সময় ছোৱাত অধ্যাপক নলিনীধৰ ভট্টাচাৰ্য্য, ড° দুৰ্গেশ্বৰ শৰ্ম্মা, ড° হেমন্ত কুমাৰ শৰ্ম্মা আৰু ৰাধানাথ শৰ্ম্মা প্ৰমুখ্যে শিক্ষাগুৰুসকলৰ পৰা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ বিষয়ে বহু কথা জানিবলৈ পাৰোঁ। অসম সাহিত্য সভাৰ সহযোগত কবি ৰঘুনাথ চৌধুৰীৰ জন্ম শতবাৰ্ষিকী উৎসৱৰ প্ৰস্তুতি (১৯৭৯-৮০) চলোৱাৰ পৰাহে চাৰৰ লগত অধিক সম্পৰ্কলৈ অহাৰ

সুবিধা পাঁও। অসম সাহিত্য সভাৰ সক্ৰিয় কৰ্ম্মী হিচাপে ড° ভট্টাচাৰ্য্য ছাৰে মোক বিভিন্ন ধৰণে দিহা পৰামৰ্শ দি সহায় কৰিছিল। খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, গোবিন্দ মহন্ত আৰু ড° হেমন্ত কুমাৰ শৰ্ম্মা ছাৰৰ সহায়ৰ কথাও পাহৰিব নোৱাৰোঁ। হাজো-বৰক্ষেত্ৰী অনেক মানুহৰ লগত মধুৰ সম্পৰ্ক ৰক্ষা কৰি ড ভট্টাচাৰ্য্য চাৰে এক সুন্দৰ সাহিত্য সংস্কৃতিক জীৱন অতিবাহিত কৰি আহি আছে। এই কথা মই লাহে লাহে জানিব পাৰিলোঁ। মুকালমুৱাৰ শ্বেখ চান্দ মহম্মদ (প্ৰাক্তন অধ্যক্ষ অসম বিধান সভা), মঃ কুদ্ৰত উল্লাহ মঃ পীযাৰ আলী, ৰামদিয়াৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, বামুন্দীৰ শ্ৰীমান চক্ৰবৰ্ত্তী, শ্ৰীআদ্য নাথ চক্ৰবৰ্ত্তী শ্ৰীউত্তম শৰ্মা, শ্ৰীসূৰ্য্যকান্ত কলিতা আদি বিশিষ্ট ব্যক্তিসকলক চাৰে বৰ ভাল পায় বুলি মই জানিব পাৰিলোঁ। হাজো-বৰক্ষেত্ৰীৰ সভা, আলোচনা চক্ৰ উৎসৱ পৰ্ব্ব সকলোবোৰতে ছাৰ নহ'লেই যেন নহয়। এই দুটা অঞ্চলৰ স্মৃতিগ্ৰন্থ, মুখ পত্ৰ আদিত তেখেতৰ লিখনী থাকিবই। এইবোৰ সুকীয়াকৈ লগ কৰি এখন গ্ৰন্থৰ ৰূপ দিপ পাৰি। মই নিজে যিবোৰ পত্ৰিকা বা স্মৃতিগ্ৰন্থ সম্পাদনা কৰিছোঁ বা সম্পাদনা সমিতিৰ লগত জড়িত হৈ আছোঁ সেইবোৰৰ বাবে লিখনী বিচাৰি কিমান দিন যে গৈছোঁ তপৰাই কোৱা টান। কোনো দিনেই বিমুখ হোৱা নাই। যি বিষয়ৰ ওপৰত লিখিবলৈ কোৱা হয় তাকেই লিখি যথা সময়ত পোৱাৰ ব্যৱস্থা কৰে। সময়ৰ নাটনিত কেতিয়াবা কেতিয়াবা তেখেতে কৈ থাকে মই লিখি থাকোঁ। লিখা হ'লে এবাৰ পঢ়ি শুনাবলৈ কয় আৰু চহী কৰি দিয়ে। মই জড়িত থকা কেইখনমান স্মৃতিগ্ৰন্থ আৰু পত্ৰিকাত প্ৰকাশিত ড ভট্টাচাৰ্য্য ছাৰৰ লিখনী উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ ঃ

১) 'বিকাশ (কামৰূপ সাহিত্য) পৰিষদৰ বামুন্দী অধিবেশনৰ স্মৃতি গ্ৰন্থ) — *হাতীমুৱা বামুন্দীৰ ধাৰেশ্বৰ শিৱৰ দেৱালয়।*

২) 'বসাদুক বাৰ্ত্তা' – (বৰক্ষেত্ৰী সাৰ্ব্বজনীন দুৰ্গোৎসৱ কমিটিৰ মুখপত্ৰ) — *শাৰদীয় দুৰ্গা গোঁসানীৰ লৌকিক ৰূপ।*

৩) লাউপাৰা হাইস্কুলৰ সোণালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ — *শিক্ষক আৰু অভিভাৱকৰ ভূমিকা।*

৪) 'নৱমল্লিকা' ৰূপালী জয়ন্তী সংখ্যা । লাউপাৰা বিহগীকবি স্মৃতি সংঘ *সমাজ গঠনত সংঘ অনুষ্ঠানৰ ভূমিকা।*

ইয়াৰ উপৰিও পুণ্যভূমি হাজোত অনুষ্ঠিত অসম সাহিত্য সভাৰ ৬৫ তম্ অধিবেশনৰ স্মৃতিগ্ৰন্থ (মণিকূট) – "হাজো অঞ্চলৰ ঠাই আৰু নদীৰ নাম।" বামুন্দী তৰুণ সংঘ পুথিভঁৰালৰ সোণালী জয়ন্তীৰ স্মৃতিগ্ৰন্থ 'ধোৱা চাঙৰ পৰা গ্ৰন্থাগাৰ বিজ্ঞানলৈ' আদি লিখনীৰ মাজত ড° ভট্টাচাৰ্য্য ডাঙৰীয়াৰ পাণ্ডিত্যৰ পৰিচয় পোৱা যায়। হাজো-বৰক্ষেত্ৰী অঞ্চলৰ ওচৰত তেখেতৰ জ্ঞানৰ প্ৰমাণ দাণ্ডি ধৰিছে –

'হাজো অঞ্চলৰ ঠাই আৰু নদীৰ নাম' এই প্ৰবন্ধটিয়ে। ড° ভট্টাচাৰ্য্যদেৱৰ সহজ সৰল মনটিয়ে মানুহক মুগ্ধ কৰিব পাৰে। তেখেতক লগ ধৰিবলৈ যোৱা মানুহক দেৱতা যে জ্ঞান কৰে বুলি ক'ব পাৰি। কোনো মানুহ তেখেতৰ গুৱাহাটীৰ নৱগিৰি পথৰ ঘৰলৈ গৈ শুদা মুখে আহিব নোৱাৰে। এগিলাছ পানী হ'লেও খাব লাগিবই। কল, আপেল, কমলা, বিস্কুট আদি ৰাখি থয়। চাহ দিয়াৰ অসুবিধাহ'লে তেখেতে নিজেই উঠি গৈ কিবা এটা হ'লেও খাবলৈ দিয়ে। ছাৰে তামোল বৰকৈ খায়। আনকো খাবলৈ দিয়ে। এটা টেমাত কাটি থোৱা তামোল পাণ ভৰ্ত্তি হৈয়ে থাকে।

ভাৰতবৰ্ষৰ প্ৰখ্যাত ভাষাবিদ, সাহিত্যিক আৰু শিক্ষাবিদসকলৰ লগত প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ সুন্দৰ চা-চিনাকি আছে। মাজে সময়ে সেইসকললোকৰ নাম কৈ, গুণাণুকীৰ্ত্তন কৰি বৰ আনন্দ অনুভৱ কৰে। তিনিমাহ মান আগতে ভাৰতীয় ভাষা সংস্থাৰ প্ৰাক্তন সঞ্চালক ড° দেৱী প্ৰসন্ন পট্টনায়কে ভট্টাচাৰ্য্যদেৱক দেখাকৰি যোৱা বুলি মই জানো। পট্টনায়ক মহোদয় উৰিষ্যাৰ কটকৰ লোক। তেখেতক মই দেখিছোঁ। এনে এজন বিজ্ঞ লোকক মই ৰচনা কৰা 'মহানদীৰ পাৰে পাৰে' নামৰ কিতাপখনৰ বিষয় অৱগত কৰিছিল। উড়িয়া সাহিত্য সংস্কৃতিৰ ওপৰত লিখা এই কিতাপখন ভাল হোৱা বুলি মন্তব্য কৰি যোৱা বুলি মই জানিব পাৰিছোঁ।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ বিষয়ে লিখাৰ যোগ্যতা আমাৰ নাই। তেখেতৰ সান্নিধ্যলৈ আহি যিখিনি পালো তাৰ সাৰ খিনিহে মাত্ৰ দাঙি ধৰিলোঁ। বয়সে গৰকিলেও আজিও ছাৰৰ কলম বন্ধ হোৱা নাই সভা-সমিতি বা অইন সামাজিক কৰ্ম্মৰ পৰাও আঁতৰি আহিব পৰা নাই। এইজনা মহাদেৱ তুল্য পুৰুষক মই পাহৰিব নোৱাৰোঁ। সাহিত্য-সংস্কৃতি আৰু বৌদ্ধিক আকাশৰ উজ্জ্বল তৰা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ দীৰ্ঘায়ু আৰু সু-স্বাস্থ্য কামনা কৰিলোঁ।



# ভট্ট ছাৰৰ সান্নিধ্য

শ্ৰীমনোজ কুমাৰ চৌধুৰী

পৰম শ্ৰদ্ধাভাজন প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ বিষয়ে লিখিবলৈ গ'লে বহু কথাই মনলৈ আহে। তেওঁৰ লগত হোৱা অন্তৰঙ্গ আলাপ আৰু আলোচনাৰ মাজেৰে মই এজন অসাধাৰণ ব্যক্তিক লগ পোৱাৰ সৌভাগ্য বুলি ভাবিছোঁ। ঘৰৰ আত্মীয় স্বজনবোৰক কেতিয়া কেনেদৰে লগ পাইছোঁ যিদৰে মোৰ মনত নাই ঠিক সেইদৰেই ভট্ট ছাৰক কেতিয়া লগ পাইছোঁ মোৰ মনত নাই। ছাৰে আমাৰ দেউতাক বান্ধৱ বুলি মাতে আৰু যিহেতু তেওঁ অধ্যাপক সেইবাবে আমি তেওঁক ছাৰ বুলি সম্বোধন কৰোঁ। সৰু কালত ছাৰৰ ব্যক্তিত্বৰ মহিমা আমি বুজি পোৱা নাছিলোঁ আৰু এজন হাস্যমুখৰ খোলামনৰ মানুহ হিচাবেই গণ্য কৰিছিলোঁ। কিন্তু লাহে লাহে তেওঁৰ পাণ্ডিত্যৰ কথা যেতিয়া অনুভৱ কৰিবলৈ ধৰিলোঁ তেতিয়াহে ভাবিবলৈ ধৰিলোঁ যে ইমান জ্ঞানৰ অধিকাৰী হৈও তেওঁ ইমান সহজ আৰু সৰল। এনে চৰিত্ৰৰ মানুহ সচাঁকৈয়ে বিৰল।

ছাৰৰ হাস্যৰস আৰু সৰলতাৰ কথা ক'বলৈ গ'লে মোৰ এটা ঘটনা সদায় মনত পৰে। তেওঁৰ মাজু-পুতেকৰ বিয়াৰ নিমন্ত্ৰণৰ বাবে তেওঁৰ গাড়ীখন মোক চলাবলৈ কৈছিল। নিমন্ত্ৰণী পত্ৰ দিয়া প্ৰত্যেক ঘৰতে তেওঁ এটা কথাকেই কৈছিল যে ইমান শিক্ষিত ডক্টৰেট ড্ৰাইভাৰ আমেৰিকাৰ প্ৰেছিডেণ্টৰো নাই।

সহজ সৰল কথাৰ ভঙ্গিমা আৰু 'তুমি'ৰ ঠাই 'তই' শব্দৰ প্ৰয়োগেৰে তেওঁ সকলো শ্ৰেণীৰ মানুহক-অতি সহজে আপোন কৰি লব পাৰে।

শ্ৰদ্ধেয় ছাৰৰ ব্যক্তিত্বৰ আন এটি গুৰুত্বপূৰ্ণ দিশ হ'ল তেওঁৰ অসাধাৰণ স্মৰণ শক্তি। অতি ক্ষুদ্ৰ ঘটনাও তেওঁৰ দিনে-বাৰে মনত থাকে আৰু নেপোলিয়ন বোনাপাৰ্ট বা স্বামী বিবেকানন্দৰ দৰে তিনি চাৰিটা কথা একেলগে চিন্তা কৰিব পাৰে। উদাহৰণ স্বৰূপে তেওঁ যদি কিবা লিখি থাকে ঠিক সেইখিনি সময়তে [illegible] মুখেৰে আন কথা পাতি থকা মই নিজেই দেখা পাইছো। এই ক্ষমতা খুব [illegible] মানুহৰেই থাকে আৰু তেওঁলোকক Super Pituitorian বুলি বিজ্ঞানে কয়।

আমাৰ ঘৰত মাহৰ প্ৰত্যেক-দ্বিতীয় শনিবাৰে (নতুবা চতুৰ্থ শনিবাৰত) উপনিষদৰ এখন আলোচনা সভা হয় আৰু এই আলোচনাত ছাৰে সক্ৰিয় ভাবে অংশগ্ৰহণ কৰি সংলগ্ন কথাবোৰ যুক্তি সহকাৰে ফঁহিয়াই দিয়ে। হাস্যৰসৰ মাজেৰে তেওঁ বহুতো গভীৰ কথা এনেদৰে বুজাই দিয়ে যে, শ্ৰোতাৰ মনত ই চিৰস্মৰণীয় হৈ থাকে। কঠিন বিষয় এটাক সহজ কৰি দিব পৰাটোকে এজন শিক্ষকৰ কৃতিত্ব বুলি মই ভাবো।

কামৰূপীয়া ভাষাৰে দিয়া তেওঁৰ ভাষণবোৰ ইমান মনোগ্ৰাহী হয় যাক কথাৰে বুজাব নোৱাৰি। তেওঁৰ সহজ-সৰল ভাষণ প্ৰণালী সচাঁকৈয়ে অনুকৰণীয়।

স্বৰ্গীয় ড° প্ৰফুল্লদত্ত গোস্বামী আৰু ভট্টছাৰ সঘনাই আমাৰ ঘৰলৈ আহিছিল আৰু দেউতাৰ সৈতে হোৱা কথা বতৰা-বোৰত আমাৰ ঘৰত সকলোৱে ভাগ অতি আনন্দেৰে লৈছিলোঁ। মোৰ সৰু ল'ৰাটোৱে তাৰ প্ৰায় দুই বছৰ বয়সৰে পৰা ভট্টছাৰক বান্ধব বুলি মাতে, ছাৰ অহাৰ বাবে বাট চাই থাকে। ছাৰেও সেইদৰে তাৰ লগত শিশুৰ দৰেই কথা পাতে। শিশুৰ লগত শিশু হ'ব পাৰা, যুৱকৰ লগত যুৱক হ'ব পাৰা আৰু পণ্ডিতৰ লগত পাণ্ডিত্য দেখুওৱা এনেকুৱা বিৰল চৰিত্ৰ মই এতিয়ালৈকে দেখা নাই।

ছাৰৰ কথা লিখিবলৈ গ'লে অন্ত নপৰিব কাৰণ ইমান অসাধাৰণ ব্যক্তি এজনৰ গুণাৱলী সীমিত ভাষাৰে প্ৰকাশ কৰিব নোৱাৰি তাৰোপৰি মোৰ সীমিত জ্ঞানেৰে তাক বুজিবও নোৱাৰোঁ।

মোৰ বোধকৰোঁ পূৰ্বজন্মৰ কিবা পুণ্যৰ ফলত ছাৰৰ দৰে এজন ব্যক্তি অতি ওচৰৰপৰা লগ পাইছোঁ। শ্ৰদ্ধেয় ছাৰক ভগবানে দীৰ্ঘায়ু প্ৰদান কৰক যাতে তেওঁ উঠি অহা শিক্ষাৰ্থীসকলৰ অনুপ্ৰেৰণা আৰু সঠিক দিশ প্ৰদান কৰিব পাৰে।



# মোৰ দৃষ্টিত ড° ভট্টাচাৰ্য্য ছাৰ

শ্ৰীউপেন্দ্ৰজিৎ শৰ্মা

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য নামটো শুনাৰ লগে লগে চকুত ভাহি উঠে মুখত হাঁহি বিৰিঙি থকা এক সুন্দৰ সুঠাম বয়সে হাৰ মনাব নোৱাৰা এটা ভাষাৰ সাহিত্য-সংস্কৃতিৰ গুৰি বঠা ধৰোতা এক অভিভাৱক স্বৰূপ পিতৃ পুৰুষৰ। ড° ভট্টাচাৰ্য্য ছাৰক প্ৰথম দেখা পোৱা চন তাৰিখ মনত নাই যদিও নিশ্চিত ভাৱে ক'ব পাৰোঁ যে, তেখেতক প্ৰথম দেখিছিলোঁ মোৰ জন্মভূমি পছৰীয়া আঞ্চলিক ৰঙালী বিহু সন্মিলনীৰ সভাত ভাষণ দি থকা মুহূৰ্তত। তেতিয়া মই সপ্তম-অষ্টম শ্ৰেণীৰ ছাত্ৰ। ছাৰে সাৱলীল ভাবে বিহুৰ উৎপত্তি আৰু তাৎপৰ্য্যৰ কথা বৰ্ণনা কৰি গৈছিল। স্নাতকোত্তৰ মহলাত নাম ভৰ্ত্তি কৰাৰ পিছত ছাৰৰ সৈতে বহুবাৰ দেখা হৈছিল আৰু বিভিন্ন সভা-সমিতিত ছাৰৰ জ্ঞানগৰ্ভ ভাষণ শুনি আপ্লুত হৈ গৈছিলোঁ, যদিও ছাৰৰ লগত ব্যক্তিগত ভাবে চা-চিনাকি হ'বলৈ সুবিধা পোৱা নাছিলোঁ। ১৯৯৪ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগত এম. ফিল শ্ৰেণীত নামভৰ্ত্তি কৰাৰ পিছত ভট্টাচাৰ্য্য ছাৰৰ লগত চিনাকি হোৱাৰ সুযোগ আনি দিছিল সেই সময়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগৰ মুৰব্বী অধ্যাপক বিশিষ্ট লোকসংস্কৃতিবিদ ড° নবীন চন্দ্ৰ শৰ্মা ছাৰে; ড° ভট্টাচাৰ্য্য ছাৰে মোৰ আদ্যোপান্ত পৰিচয় লৈছিল । কথা প্ৰসঙ্গত জানিব পাৰিছিলোঁ যে ছাৰৰ সম্বন্ধীয় ভাগিনী ছোৱালী এজনী মোৰ জন্মভূমি পছৰীয়া গাঁৱত বিয়া দিছে। তেখেতে তেওঁলোকৰো খা-খবৰ মোৰপৰা লৈছিল। এনেহেন এজন পণ্ডিত ব্যক্তিৰ লগত চিনাকি হৈ মই আনন্দত আত্মহাৰা হৈ গৈছিলোঁ। সেইদিনাখন মই নিজেই আচৰিত হৈছিলোঁ ইমান ডাঙৰ পণ্ডিত ব্যক্তি এজনে আমাৰ নিচিনা অতি সাধাৰণ ছাত্ৰ এজনৰ লগত বাৰু ইমান আত্মীয়তাৰে কেনেকৈনো বাৰ্তা বিনিময় কৰিব পাৰে ? সেই দিনাখন মোৰ প্ৰথমবাৰলৈ অনুভৱ হৈছিল পৃথিৱীত এতিয়াও যথেষ্ট ভাল মানুহ আছে। সাধাৰণতে আমি দেখা ডাঙৰ ডাঙৰ পণ্ডিত সাহিত্যিক বুলি ভবা ব্যক্তিসকলৰ ভেম-ভেণ্ডামি দেখি এক প্ৰকাৰে এইসকল ব্যক্তিৰ প্ৰতি মনটো বিতৃষ্ণাৰে ভৰি পৰিছিল। কিন্তু ভট্ট ছাৰে এই ধাৰণাৰ যেন উপশম ঘটাইছিল।

লাহে লাহে ভট্ট ছাৰৰ লগত আত্মীয়তা গাঢ হৈ আহিছিল আৰু যেতিয়াই যেনেকুৱা পৰিস্থিতিতে লগ পাই ছাৰে উপেন বুলি মাতি হাত খনত ধৰে আৰু মোৰ খা-খবৰ লয়। প্ৰথম দিনাৰ চিনাকী পৰ্বৰ পিছতে ছাৰে লগত কঢ়িয়াই লৈ ফুৰা তামোল-পাণৰ সঁফুৰাটোৰপৰা তামোল এখন উলিয়াই খাবলৈ দিছিল। তেতিয়াৰপৰাই ছাৰৰ সঁফুৰাৰ তামোল মই বহুতো ভক্ষণ কৰিছোঁ। লোক সংস্কৃতি গৱেষণা বিভাগলৈ সেই সময়ত ছাৰ প্ৰায়ে আহিছিল আৰু নবীন চন্দ্ৰ শৰ্মা ছাৰৰ লগত অসম জনকৃষ্টি সমাজৰ লগতে বিভিন্ন কাম-কাজৰ আলোচনা কৰিছিল আৰু আমাসৱক নতুন নতুন চিন্তা-চৰ্চাৰে বিভিন্ন কাম-কাজ কৰিবলৈ উপদেশ দিছিল। বৰ্তমানেও ছাৰে লগ পোৱা প্ৰতিজনকে লিখা-মেলা, গৱেষণা কৰ্ম আদিৰ প্ৰতি যথেষ্ট উৎসাহ আৰু অনুপ্ৰেৰণা প্ৰদান কৰি আহিছে।

ছাৰৰ ঘৰলৈ যোৱা প্ৰতিজন মানুহকে অতি সাদৰেৰে আপ্যায়ন কৰে। মই বিভিন্ন সভা-সমিতি বা ব্যক্তিগত কাৰণত ছাৰৰ ঘৰলৈ বহুবাৰ গৈছোঁ। প্ৰতিবাৰতে ছাৰৰপৰা আত্মীয়তাপূৰ্ণ আতিথ্য লাভ কৰি অভিভূত হৈ গৈছোঁ। ছাৰে মই দেখাত পাৰ্য্যমানে কোনো মানুহকে বিমুখ নকৰে। তেখেতৰ ওচৰলৈ লিখনি বিচাৰি যোৱা মানুহক বা সভা-সমিতিৰ বাবে আমন্ত্ৰণ কৰিবলৈ যোৱা মানুহক পাৰ্যমানে সন্তুষ্ট কৰে। ছাৰৰ আটাইতকৈ ডাঙৰ বিশেষত্বটো হ'ল সময়ৰ সঠিক ব্যৱহাৰ। সভা-সমিতিত ছাৰে নিৰ্দিষ্ট সময়ৰ আগতে উপস্থিত হয় আৰু বিভিন্ন আলোচনী-পত্ৰত দিয়া লিখা-মেলা বিলাক নিৰ্দিষ্ট সময়তকৈ আগতে দিয়ে। ভট্ট ছাৰে মোৰ অনুৰোধ কেতিয়াও প্ৰত্যাখ্যান কৰা নাছিল। সেইবাবে ছাৰৰ আগত মই যি কোনো কথা বিনা দ্বিধা সংকোচে ব্যক্ত কৰিব পাৰোঁ। ছাৰে মৰমেৰে আকোঁৱালি ল'ব বিচাৰে। ফলত ছাৰৰ কোনোবা শত্ৰু থাকিলেও ছাৰৰ অমায়িক ব্যৱহাৰৰ কাৰণে সেইব্যক্তি মিত্ৰলৈ পৰ্যাবসিত হয়।

ভট্টছাৰ এক অফুৰন্ত জ্ঞানৰ ভাণ্ডাৰ। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ জগতখন যেন ছাৰৰ হাতৰ মুঠিত। ভাষাৰ দুৰ্বোধ্য কথা হওক যেনিবা সাহিত্য-সংস্কৃতিৰ কথাই হওক ছাৰে সকলো কথাৰ সমিধান থাউকতে দিব পাৰে। যিকোনো নজনা কথাৰ সমিধান বিচাৰি ছাৰৰ ওচৰলৈ গ'লে এক সু সমিধান লৈ আহিব পাৰি। অসমৰ বিশেষকৈ বৃহত্তৰ কামৰূপ জিলাখনৰ মানচিত্ৰ যেন ছাৰৰ নখ দৰ্পণত। সেয়েহে ছাৰে যিকোনো অঞ্চলৰ উৎসৱ-পাৰ্বণ বা আন বিষয়ক কথাবোৰ বাস্তৱ অভিজ্ঞতালব্ধ জ্ঞানেৰে সুন্দৰকৈ বৰ্ণনা কৰিব পাৰে। ছাৰে কবি ৰামসৰস্বতী সাহিত্য সভাৰ বাৰ্ষিক অধিবেশন উপলক্ষে মোৰ আমন্ত্ৰণ মৰ্মে পছৰীয়ালৈ আহি 'পছৰীয়া বন্দনা' নামৰ যি কবিতা এটি পাঠ কৰিছিল সেই কবিতাটোত পছৰীয়া অঞ্চলৰ লগতে সমগ্ৰ হাজো অঞ্চলৰ এক বহুমূলীয়া ইতিহাস সোমাই আছে। ছাৰৰ প্ৰতিখন গ্ৰন্থই, প্ৰতিটো লেখাই বাস্তৱ অভিজ্ঞতালব্ধ কথাৰ এক জীৱন্ত স্বাক্ষৰ। ছাৰে কোনো

কথা অনুমানৰ ওপৰত ভিত্তিকৰি বৰ্ণনা নকৰে। ছাৰৰ প্ৰতিটো লেখাই ক্ষেত্ৰ অধ্যয়নৰ জৰিয়তে অভিজ্ঞতালব্ধ জ্ঞানেৰে সংকলিত সেয়েহে ছাৰৰ প্ৰতিটো লেখাতে বৈজ্ঞানিক সত্যতা প্ৰতিফলিত হয়। ছাৰৰ স্মৃতিশক্তি ইমান বেছি প্ৰখৰ যে ছাৰে কোনো কথা কেতিয়াও পাহৰি নাযায় সেয়েহে চল্লিশ, পঞ্চাশ বছৰীয়া পুৰণি অভিজ্ঞতাও ছাৰে জীৱন্ত ৰূপত সাৱলীল ভাবে বৰ্ণনা কৰি যাব পাৰে। ছাৰৰ এই গুণটোৰ দ্বাৰা মই বিশেষভাবে আকৃষ্ট হৈ থাকো। সেয়েহে ছাৰৰ ভাষণে মোক বেছি আপ্লুত কৰে। মোৰ দৃষ্টিত ছাৰ অসমীয়া ভাষা সাহিত্য-সংস্কৃতিৰ এক জীৱন্ত বিশ্বকোষ স্বৰূপ।

বঁটা-বাহন আৰু পদবীৰ প্ৰতি লোভ নথকা প্ৰতিটো ক্ষণতে ভাষা-সাহিত্য-সংস্কৃতিৰ উৎকৰ্ষ সাধনৰ লগতে সমাজৰ উন্নতিৰ অৰ্থে জিৰণিবিহীন ভাবে কৰ্ম সম্পাদনা কৰি যোৱা ড ভট্টাচাৰ্য্য ছাৰৰ কৰ্ম উৎসাহ সঁচাকৈয়ে শলাগিবলগীয়া। আশী বছৰৰ দেওনা পাৰ হোৱা ভট্ট ছাৰে বৰ্তমানেও এজন ডেকা ল'ৰাৰ নিচিনাকৈ দৌৰি ফুৰিছে এখন সভাৰ পৰা আন এখন সভালৈ। এটা অনুষ্ঠানৰপৰা আন এটা অনুষ্ঠানলৈ। সু-চিন্তিত কৰ্মৰাজি সম্পাদন কৰাই যেন ছাৰৰ জীৱনৰ একমাত্ৰ ব্ৰত। ছাৰ আমাৰ বাবে প্ৰেৰণাৰ উৎস, আদৰ্শৰ প্ৰতীক, ভাষা-সাহিত্য সংস্কৃতিৰ বাৰ্তাবাহক, ছাৰে শতবৰ্ষ অতিক্ৰম কৰক। ছাৰে সাৰথি ৰূপে চলাই যোৱা ৰথখনৰ যেন আমি একো একোজন যাত্ৰীৰূপে ছাৰৰ সান্নিধ্য লাভ কৰি থাকোঁ।



# ড° ভট্টাচাৰ্য্যক যিদৰে জানো

শ্ৰীপ্ৰণীতা চৌধুৰী

নৱেম্বৰ মাহৰ আৰম্ভণিতে গম পালোঁ যে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ জীৱনৰ ওপৰত অহা ফেব্ৰুৱাৰী মাহত তেখেতৰ ৮০ বছৰীয়া জন্মদিনৰ দিনা এখন স্মৃতি গ্ৰন্থ ওলাব। মোৰ স্বামী ড° মনোজ কুমাৰ চৌধুৰীয়ে ক'লে -- বোলে তুমিও দেখোন ছাৰৰ ওপৰত লিখিব পাৰা কিয়নো তোমাৰ ঘৰ ছাৰৰ ঘৰৰ ওচৰতে। পিচে মোৰ ঘৰ ছাৰৰ ঘৰৰ ওচৰতে হ'লে কি হ'ব মোৰ যে লিখা অভ্যাস একেবাৰে নাই। আনহাতে মোৰ নিচিনা সাধাৰণ মানুহ এগৰাকীয়ে যদি ছাৰৰ ওপৰত কিবা লিখিব পাৰোঁ তেন্তে সেইটোও মোৰ বাবে এটা ডাঙৰ কাম হ'ব।

ছাৰৰ দীঘেলীৰ ঘৰ আমাৰ মা-দেউতাহঁতৰ ঘৰৰ অৰ্থাৎ তেৰেছিয়াৰ পৰা ১ মাইল মান দূৰত অৱস্থিত। ছাৰৰ পিতৃ আমাৰ তেৰেছিয়াৰ ঘৰৰ গোঁসাই ঘৰৰ পূজাৰী ব্ৰাহ্মণ আছিল। তেখেতে পূজাৰী হৈ থকা অৱস্থাত এদিন ৰাতি আমাৰ ঘৰৰ পুখুৰী পাৰত এটা বাঙী পৰি থকা বুলি আমাৰ গোঁসাই ঘৰৰ গোসায়ে সপোনত দেখুৱালে। পিছদিনা পূজাৰী আতাই আমাৰ ঘৰত আহি সপোনত দেখাৰ নিচিনা নিৰ্দ্দিষ্ট ঠাইত পৰা বাঙীটো পাই উপকৰণ হিচাপে গোঁসাইৰ আগত আগবঢ়াইছিল। সময়ৰ লগে লগে পূজাৰী ব্ৰাহ্মণ সলনি হ'লেও এতিয়াও আমাৰ ঘৰত ভট্টছাৰৰ পিতৃ পূজাৰী হৈ থকাৰ সময়ত পৰা বাঙীৰ কাহিনীটো মানুহৰ আগত উলিয়াই আৰু আমাৰ গোঁসাই ঘৰৰ মহিমাৰ কথা বৰ্ণনা কৰে। সেইফালৰপৰা চালে ভট্টছাৰ মোৰ আপোনতকৈও আপোন আৰু ভট্টছাৰৰ ঘৰৰ লগত আমাৰ মাহতৰ ঘৰৰ পুৰণি সম্পৰ্ক আছে।

ভট্টছাৰে মোৰ দেউতাক দাদা বুলি মাতিছিল। (মোৰ দেউতা মুকুন্দ নাৰায়ণ চৌধুৰীৰ যোৱা ২০০৩ চনৰ নৱেম্বৰ মাহৰ ১৩ তাৰিখে পৰলোক প্ৰাপ্তি ঘটে আৰু সেয়েহে মই মতাৰ ঠাইত মাতিছিল শব্দটো প্ৰযোগ কৰিছোঁ) দেউতাক দাদা বুলি মতা সূত্ৰে মই তেখেতক খুৰা বুলি মাতিব লাগে কিন্তু আমি জন্মাৰ বহুত আগেযে তেখেতে দীঘেলীৰপৰা গুৱাহাটীলৈ অহাত আমি তেখেতক ওচৰৰ পৰা পোৱাত ব্যাঘাত জন্মিল। মই তেখেতক মোৰ বিয়াৰ পিচৰ পৰাহে একেবাৰে

ওচৰত পাইছোঁ আৰু মোৰ স্বামীয়ে তেখেতক ছাৰ বুলি মাতে বাবে মইও ছাৰ বুলি মাতো যদিও ছাৰৰ গাঁৱত থকা বাকীখিনি পৰিয়ালৰ মানুহৰ লগত আমাৰ দেউতাহঁতৰ ঘৰৰ লগত সম্বন্ধটো আছে।

ভট্টছাৰে কেতিযাবাই নলবাৰীৰ (দীঘেলীৰ)পৰা গুৱাহাটীলৈ আহিলেও গাঁওৰ লগত সম্বন্ধ বাদ দিয়া নাই আৰু নলবাৰীৰ ৰাইজৰ মাজত তেখেতৰ যথেষ্ট জনপ্ৰিয়তা আছে। সেয়েহে মই নলবাৰী মহাবিদ্যালয়ত পঢ়ি থকা অৱস্থাত যিদৰে ছাত্ৰী-জীৱনত নৱাগত আদৰণি সভাই হওক নতুবা বাৰ্ষিক অধিবেশনত তেখেতক মুখ্য অতিথি হিচাপে ভাষণ দিয়া দেখিবলৈ, শুনিবলৈ পাইছোঁ সেইদৰে একেখন মহাবিদ্যালয়ত বুৰঞ্জীবিভাগৰ প্ৰবক্তা হিচাপে নিযুক্তি পোৱাৰ পিছতো তেখেতক একেখন আসনতে বহি দিয়া বক্তৃতা শুনিছোঁ। মই নলবাৰী মহাবিদ্যালয়ত প্ৰবক্তা হিচাপে যোগদান কৰাৰ পিছত ছাৰে নিজে নজনাকৈ মোক কেনেকৈ সহায় কৰিছে সেই কথা নিলিখিলে মই অকৃতজ্ঞ হ'ব লাগিব। ছাৰে বোধহয় সেই কথাটো কৰি ফুৰে। মই নলবাৰী মহাবিদ্যালয়ত নিযুক্তি পোৱাৰ সময়ত মাননীয় জগন্নাথ চক্ৰৱৰ্ত্তী সেই মহাবিদ্যালয়ৰ অধ্যক্ষ আছিল। তেখেতে বুৰঞ্জী বিভাগত প্ৰবক্তা বিজ্ঞাপনৰ জৰিয়তে সকলোখিনি নিয়মনীতি মানি লৈ মোক প্ৰবক্তা হিচাপে সেই মহাবিদ্যালয়ত নিযুক্তি দিছিল। সময়ত মানে ১৯৮৬ চনৰ মাজভাগত মহাবিদ্যালয়লৈ দুটা ডি পি. আই অফিচৰপৰা sanctioned post আহিল। সেইসময়ত সেইখন মহাবিদ্যালয়ত আমি non-sanctioned post -ৰ দুজনে প্ৰাৰ্থী আছিলোঁ। মহাবিদ্যালয়ৰ কেইজনমান আৰু Governing body ৰ কেইজন মান সদস্যই লগ লাগি এটা কথা উলিয়ালে যে পদ দুটাৰ পুনৰ বিজ্ঞাপন দি প্ৰাৰ্থী নিযুক্তি দিব লাগে। ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য সেই সময়ত বি. বৰুৱা মহাবিদ্যালয়ৰ পৰা অধ্যক্ষ হিচাবে অবসৰ লোৱাৰ পিছত আমাৰ মহাবিদ্যালয়ৰ Governing body-ৰ সদস্য আছিল । আমাৰ প্ৰবক্তাসকলৰ পৰা দুজন Governing body ৰ সদস্য আছিল আৰু তাৰে এজন আছিল শ্ৰদ্ধেয় ভূপেন দাস। কথাটো চলি থকা অৱস্থাতে সময়ত Governing body বহিল আৰু পদ দুটাৰ পুনৰ বিজ্ঞাপন দিয়াৰ কথা Governing body-ৰ সদস্যসকলৰ মাজৰপৰা উলিয়ালে। প্ৰবক্তা সকলৰ পৰা যোৱা প্ৰতিনিধিসদস্য মাননীয় ভূপেন দাস ছাৰে শ্ৰদ্ধেয় ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক তেতিয়া কথাটো সুধিলে, "ছাৰ, আপোনাৰ মহাবিদ্যালয়ত এবাৰ বিজ্ঞাপন দি প্ৰাৰ্থীক নিযুক্তি দিলে আৰু নতুনকৈ বিজ্ঞাপন দিয়ে নেকি?" ভট্টছাৰে তেতিয়া ক'লে ঃ "আমি বিজ্ঞাপন দি মানুহ ল'লে দুবাৰ বিজ্ঞাপন নিদিওঁ, বৰং পদ (post) আহিলে জ্যেষ্ঠতানুসৰি post বোৰ ভগাই দিয়া হয়।" ভট্টছাৰৰ কথাষাৰিয়ে সভাৰ আন সদস্যৰ মাত হৰিলে, কাৰণ বোধহয় ইমান নিস্বাৰ্থ সন্মানীয় ব্যক্তি এজনৰ কথাৰ ওপৰত মাত মতাৰ কাৰো সাহস নাছিল আৰু মাত মাতি তেখেতক

অসন্মান কৰিব বিচৰা নাছিল। মোৰ পদটো হোৱাৰ বাবে মই যথেষ্ট অনুপ্ৰাণিত হৈছিলোঁ আৰু ক্লাছ সমূহো সাধ্যানুযায়ী দুগুণ উৎসাহেৰে কৰিবলৈ লৈছিলোঁ। কিন্তু এই সকলোবোৰ কথা মই পিছত মোৰ ছাৰ পূজনীয় ভূপেন দাস মহাশয়ৰপৰা গম পাইছিলোঁ আৰু মোৰ বিভাগৰে মুৰব্বী অধ্যাপক পৰম পূজনীয় নবেন্দু চক্ৰবৰ্ত্তী ছাৰ, পৰম পূজনীয় তাৰিণী তালুকদাৰে মোৰ লগত একেলগে গম পাইছিল। কথাখিনি গম পোৱাৰ পিছত মোৰ মনটো অশান্ত হৈছিল এইকাৰণে যে মই ড ভট্টাচাৰ্য্য মহাশয়ক কৃতজ্ঞতা জনাব পৰা নাছিলোঁ। তেতিয়াৰপৰা তেখেতক কি দৰে কৃতজ্ঞতা যাচিব পাৰোঁ তাৰ বাবে মনৰ খুদুৱনি জাগি আছিল যদিও মই পৰা নাছিলোঁ। ড ভট্টাচাৰ্য্য লগত সম্বন্ধটো তেতিয়ালৈকে তেনেকুৱাই আছিল, কিযনো মহাবিদ্যালয়ৰ সভালৈ আহিলেও মই ছাৰক ব্যক্তিগত ভাবে লগ ধৰাৰ সুযোগ পোৱা নাছিলোঁ যদিও মোৰ দেউতাই বাৰে বাৰে ছাৰৰ লগত চিনাকি হোৱাৰ কথা সোঁৱৰাই দিছিল যিহেতু Governing body ৰ মিটিংবোৰ বেছিকৈ দেওবাৰে হৈছিল নহ'লে খোলাবাৰত হ'লে গধূলি বা ক্লাচ চলি থকা অৱস্থাতহে হৈছিল

১৯৯৩ চনৰ ২২ এপ্ৰিল তাৰিখে মোৰ বিয়াৰ পিচত ড ভট্টাচাৰ্য্য ছাৰক মই ঘনিষ্ঠ ভাবে লগ পোৱাৰ সুযোগ পালো কিযনো মোৰ শহুৰ পূজনীয় শ্ৰীযুত ধৰণীধৰ চৌধুৰীৰ লগত তেখেতৰ ঘনিষ্ঠতা ইমান বেছি যে, ধৰিব নোৱাৰি তেখেত দুজন বন্ধুৱে নে একেখন ঘৰত একেলগে ডাঙৰ হোৱা দুজন ব্যক্তি। সম্পূৰ্ণ ঘৰুৱাভাবে পোৱা বাবে নেকি মই তেখেতক অৰ্থাৎ নলবাৰী মহাবিদ্যালয়ৰ Governing body ৰ সদস্য প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক পাহৰি গ'লো আৰু সঁচাকৈ ইমান ঘৰুৱা কথা আলোচনা কৰাৰ পিছতো মই এতিয়ালৈকে Governing body ৰ মিটিঙত হোৱা আমাৰ দুটাৰ কথাটো উলিযাব পৰা নাই আৰু সেইগৰাকী যে মই প্ৰণীতা চৌধুৰী (বেলি) আছিলোঁ ছাৰেও বোধহয় পাহৰি গৈছে।

অসমৰ এজন নামজ্বলা পণ্ডিত হিচাপে যদি মই লিখিবলৈ যাওঁ তেনেহ'লে তেখেতৰ বিষয়ে মই লিখাৰ মুঠেই যোগ্য নহয়। কিযনো তেখেতৰ প্ৰত্যেকটো কথাতে একোটা অৰ্থ থাকে যিবোৰৰ অৰ্থ মোৰ নিচিনা সৰ্ব্ব-সাধাৰণ মানুহে বুজি নাপায়। লোক-সংস্কৃতিত গভীৰ জ্ঞান থকা কাৰণে নেকি যিকোনো মুহূৰ্ত্ততে যিকোনো সময়তে কথাবিলাক খাপ খোৱাকৈ কবও পাৰে আৰু লিখিব পাৰে। তেওঁ সুন্দৰকৈ বৰো ভাষা কবও পাৰে। মই নিজে আমাৰ গুৱাহাটী ঘৰৰ বনকৰা বৰো ল'ৰাটোৰ লগত ছাৰে এদিন বৰো ভাষাত কথা কোৱা দেখিছোঁ। ছাৰ যোৱাৰ পিছত সেই বনকৰা ল'ৰাটোৱে সুধিছিল ঃ 'মামী আজি যে আতাৰ বন্ধুজন আহিছিল সেইজন আমাৰ বৰো মানুহ নেকি ? মই নহয় বুলি কোৱাত সি কৈছিল মোৰো নহয় হান লাগে বুলি কৈ পুনৰ প্ৰশ্ন কৰিছিল ঃ "ছাৰে ইমান ভালকৈ কেনেকৈ বৰো

ভাষা ক'ব পাৰে?" মই তেতিয়া ছাৰে বৰো ভাষা যে ভালকৈ ক'ব পাৰে আৰু লিখিব পাৰে সেই কথাটো বুজাই দিয়াত সি সন্তুষ্ট হৈছিল আৰু মন্তব্য দিছিল হ'লেও 'মামী মানুহজন বৰ ভালদে'। ইয়াৰ পৰা বুজা যায় যে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰ এজন ব্যক্তি যিজনে কেৱল বুদ্ধিজীৱীকে আকৰ্ষণ কৰা নাই সৰ্ব্বসাধাৰণ লোককো এই জন ব্যক্তিয়ে অনুপ্ৰাণিত কৰিব পাৰে। আমাৰ দুয়োটা ল'ৰা মনীশ আৰু মিহিৰক তেখেতে মানে ভটুছাৰে বান্ধব বুলি মাতে। সৰুটো ল'ৰা মিহিৰক দেউতাৰ ফালৰপৰা সম্বন্ধ উলিয়াই কেতিয়াবা বিয়ৈ বুলিও মাতে। মোৰ স্বামীক তেখেতে নিজৰ ল'ৰাৰ দৰে স্নেহ কৰে আৰু মোকো নিজৰ জীয়াৰী বুলি গণ্য কৰি বেলি বুলি সম্বোধন কৰে আৰু নলবাৰীৰ কথা উলিয়ায়, তেৰেছিয়াৰ ঘৰৰ কথা সোধে আৰু নিজৰ গাঁৱৰ ঘৰ দীঘেলীৰ খবৰবোৰ দিয়ে।

এইখিনিতে ছাৰে কোৱা কথা এযাৰি মনত পৰিছে যে, সকলো চিন্তাৰে মূল্য আছে মোৰ পিছে চিন্তা শক্তিও নাই আৰু যিখিনি আছে সেইখিনিও প্ৰবল নহয়। তথাপি চিন্তা কৰি এটা কথাই পাইছোঁ যে ভটুছাৰৰ দৰে মানুহ এজনৰ সান্নিধ্য পোৱাটো মোৰ বাবে সৌভাগ্য আৰু সেই সৌভাগ্য ভগৱানৰ কৃপা থাকিলেহে মানুহে অৰ্জন কৰিব পাৰে।



# ড° ভট্টাচাৰ্য্যৰ সান্নিধ্য ঃ এক অবিস্মৰণীয় স্মৃতি

শ্ৰীমতী মলিনা দেৱী ৰাভা

ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰক আজিৰ পৰা প্ৰায় ২১ বছৰ আগতে লগ পোৱাৰ সৌভাগ্য ঘটিছিল। অৱশ্যে পঢ়াশলীয়া আৰু কলেজীয়া জীৱনত অসম সাহিত্য সভাৰ উপসভাপতি প্ৰয়াত ৰাজেন ৰাভা, লোক শিল্পী ৰাজেন পাম আৰু বিশেষকৈ মোমাইদেউ হৰিমোহন সৰকাৰৰ মুখেৰেও প্ৰায়ে ভট্টাচাৰ্য্য ছাৰৰ নাম শুনিছিলোঁ। কিন্তু সাক্ষাতৰ সৌভাগ্য ঘটে ১৯৮২ চনৰ কোনো এটি শুভমুহূৰ্ত্তত অনুষ্ঠিত এখন নৱাগত আদৰণি সভাত। সেইদিনা বেবাক ৰাভা ছাত্ৰাও ৰুণ্ডুমৰ (All Guwahati Rabha Students' Union) উদ্যোগত বি বৰুৱা মহাবিদ্যালয়ত উদ্‌যাপন কৰা নৱাগত আদৰণি সভাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ স্নাতকোত্তৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰী হিচাপে মইও অংশ গ্ৰহণ কৰিছিলোঁ। এগৰাকী নৱাগতা ছাত্ৰী হিচাপে উপস্থিত হোৱা সেইদিনাৰ অনুষ্ঠানত ছাৰে বিশিষ্ট অতিথিৰূপে প্ৰদান কৰা অভিভাষণ শুনি জকাইচুকীয়া গাঁৱৰ জীয়ৰী হোৱা বাবে মই অতি অভিভূত হৈ পৰিছিলোঁ। পিন্ধনত পৰিষ্কাৰ চুট-টাই পৰিধান কৰা মানুহ গৰাকীক দেখি প্ৰথম চিনাকীতেই শ্ৰদ্ধাত মূৰ দো খাই গৈছিল। পৰিচয় বিনিময়ত মোক গোৱালপাৰা জিলাৰ অন্তৰ্গত ধুপধৰাৰ নিকটৱৰ্ত্তী পিপলীবাৰী গাঁৱত ঘৰ বুলি জানিব পাৰি ধুপধৰা অঞ্চলৰ উপৰিও দুধনৈ, দামৰা, আদি অঞ্চলত সুলভমূল্যত প্ৰাপ্ত কল, কমলা, আনাৰস, মাছ, গাখীৰ, সেউজীয়া শাক-পাচলি আদিৰ বৰ্ণনাৰে ছাৰে গোৱালপাৰা জিলাৰ এনে এখন চিত্ৰ দাঙি ধৰিলে যে, মই পেটে পেটে অইন সহপাঠীৰ সমুখত গৌৰৱবোধ কৰিছিলোঁ। বিশ্ববিদ্যালয়ত পঢ়ি থকা কালছোৱাত বিভাগীয় আলোচনা চক্ৰ আৰু সভা-সমিতি আদিৰ যোগেদি ছাৰক সঘনাই লগ পোৱাৰ সৌভাগ্য ঘটাত তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধা আৰু আত্মীয়তাৰ ভাব ক্ৰমশঃ গভীৰ হৈ যাবলৈ ধৰিছিল। পিছলৈ ছাৰে মোক তেওঁৰ নিজৰ জীয়ৰীৰ দৰে ব্যৱহাৰ কৰিবলৈ লৈছিল। তেওঁ আমাক ৰাভা ভাষা সাহিত্যৰ উত্তৰণৰ হকে কাম কৰিবলৈ অনুপ্ৰেৰণা যোগাইছিল। ছাৰে মোক মৰমতে 'আযা বায়খু' বুলি মাতিছিল।

গুৱাহাটী বিশ্ববিদ্যালযত মই এম. ফিল পঢ়ি থাকোতে আৰু গৱেষণা কৰি থাকোতে ছাৰক মই এই বিভাগতে অতিথি অধ্যাপক স্বৰূপে লগ পাইছিলোঁ আৰু মোৰ অধ্যয়নৰ ক্ষেত্ৰত তেওঁৰদ্বাৰা বিশেষভাৱে উপকৃত হৈছিলোঁ। ছাৰৰ কোঠালৈ গৈ পৰামৰ্শ বিচাৰি সময়ে অসময়ে আমনি কৰিবলৈ গৈ মই নিজেই এদিন শলঠেকত পৰিবলগীয়া হৈছিল। সেইদিনা আছিল ছাৰৰ বৰো বিভাগৰ স্নাতকোত্তৰ শ্ৰেণীৰ নিয়মীয়া ক্লাছ। মই ছাৰক দেখা কৰাৰ মাত্ৰকে একো কবলৈ নৌপাওতেই 'তোমাৰ সমস্যাৰ কথা পিছতো পাতিব পাৰিম। এতিয়া ক্লাছ কৰি আহো আহা' বুলি ক্লাছলৈ লৈ গৈ বৰো বিভাগৰ ছাত্ৰ-ছাত্ৰীৰ সৈতে মোক চিনাকী কৰি দিয়ে আৰু বৰো ভাষা সাহিত্যত মোৰ সামান্য জ্ঞান থকাৰ কথা ছাৰে জানে বাবে বৰো আৰু ৰাভা সংস্কৃতিৰ সৈতে অসমীয়া সংস্কৃতিৰ এক তুলনামূলক আলোচনা এটি দাঙি ধৰিবলৈ মোক দিলে। ছাৰৰ একান্ত বাধ্য ছাত্ৰী হিচাপে মই মোৰ সীমিত জ্ঞানেৰে ছাৰৰ সাক্ষাততে ছাত্ৰ-ছাত্ৰীসকলক পাঠদান কৰিছিলোঁ। অৱশ্যে কেতিয়াবা ছাৰৰ অনুপস্থিতিতো পাঠদান কৰাৰ সৌভাগ্য ঘটিছিল। ছাত্ৰ-ছাত্ৰীসকলক সেইদিনা কেনেদৰে পাঠদান কৰিছিলোঁ মোৰ সঠিক মনত নপৰে; কিন্তু মোৰেই সৌভাগ্য ছাৰৰ কৃপাত মোৰ কৰ্মস্থলী বিকালী মহাবিদ্যালযত তেনে ছাত্ৰ এগৰাকীক সহকৰ্মী হিচাপে লাভ কৰিবলৈ পোৱাটো।

মানুহ হিচাপে ছাৰ হ'ল অত্যন্ত সৰল, কপটতাহীন পোনপটীয়া লোক। তেখেতৰ কথা আৰু কামৰ মাজত যিদৰে বিসংগতি নাই সেইদৰে মনত সৰু বৰৰ পাৰ্থক্যও নাই। প্ৰচাৰ বিমুখ নীৰৱ সাধক ছাৰে ৰটা-বাহনৰ প্ৰতি লালায়িত নহৈ নীৰৱে কাম কৰি যোৱাটোকে জীৱনৰ লক্ষ্য বুলি ভাবে আৰু শ্ৰমৰ মৰ্য্যাদা দিব জানে। মানৱতাবাদী ছাৰে ভাষা-সংস্কৃতিৰ চিন্তা-চৰ্চাৰ জৰিয়তে সৰু-বৰ সকলো জাতি-জনজাতিৰ মাজত সংহতি সম্প্ৰীতি স্থাপন কৰিবলৈ প্ৰয়াস কৰি আহিছে।

জনজাতীয় ভাষা-সাহিত্য সংস্কৃতিৰ দিশত তেওঁৰ জ্ঞানৰ গভীৰতাৰ পৰিচয় দিবলৈ গৈ মই দুটা মান অভিজ্ঞতাৰ কথা উল্লেখ নকৰি নোৱাৰিলোঁ।

২০০০ চনৰ জুন মাহৰ ৬ তাৰিখৰ কথা। সেইদিনা অসম সাহিত্য সভাৰ উপসভাপতি 'ৰাভাৰ আভাৰ ৰাজেন ৰাভা' প্ৰথম মৃত্যুবাৰ্ষিকী উপলক্ষে আয়োজিত স্মাৰক বক্তৃতা অনুষ্ঠানত ড° ভুবনমোহন দাস, ড° নবীন চন্দ্ৰ শৰ্মা আৰু ড° প্ৰবীণ দাস আদিৰ সৈতে ভট্টাচাৰ্য্য ছাৰকো আমন্ত্ৰণ কৰা হৈছিল। সঞ্চালকৰ আসনৰ পৰা ড° উট্টাচাৰ্য্য ছাৰে 'উত্তৰ পূৰ্বাঞ্চলৰ লোক সংস্কৃতিৰ অধ্যয়ন (ৰাভা লোক সংস্কৃতিৰ বিশেষ উল্লিখন সহ)" শীৰ্ষক বিষয়ৰ ওপৰত দাঙি ধৰা ৰাভা লোক সংস্কৃতিৰ শৃংখলাবদ্ধ বিৱৰণ শুনি মই আচৰিত হৈছিলোঁ। কাৰণ বিষ্ণুৰাভা, ৰাজেন ৰাভা আৰু ৰাজেন পামকে আদি কৰি অন্যান্য লেখকৰ বহুতো লোক-সংস্কৃতিৰ সমলৰ তথ্য তেখেতৰ নখদৰ্পণত। আনকি শেহতীয়াকৈ মই লিখা লোক সংস্কৃতি

বিষয়ক প্ৰবন্ধ কেতবোৰৰ কথাও উল্লেখ নকৰাকৈ নাথাকিল। তদুপৰি ২০০১ চনৰ ৩০ জুলাই তাৰিখে অনুষ্ঠিত হোৱা মোৰ পি. এইচ. ডিৰ মৌখিক পৰীক্ষাৰো ছাৰ আছিল বহিঃ পৰীক্ষক। সেইদিনা প্ৰায় ২০/২৫ গৰাকী আন আন অধ্যাপকৰ বিশেষজ্ঞৰ উপস্থিতিত ছাৰে বিভিন্ন প্ৰশ্নৰ উপৰিও নিদৰ্শন স্বৰূপে মোক এটি ৰাভা লোকগীত গাবলৈ দিছিল। ৰাভা লোকগীতৰ ভাব, ভাষা, বিষয়বস্তু আৰু সুৰৰ সৈতে অন্যান্য ভগ্নী ভাষাৰ গীতৰ পাৰ্থক্য আৰু অসমীয়া বিহুগীতৰ লগত সাদৃশ্য দেখুৱাবলৈ যে মই 'বছৰওঁ। গীত' এটিৰ সুৰ ধৰি দুফাঁকিমান গোৱাৰ লগে লগে ছাৰে মোলৈ অপেক্ষা নকৰি পিছৰ ফাঁকি দুটা এনে শুৱলা সুৰেৰে গাই সকলোকে আমোদ দিছিল সেয়া আজিও মন দাপোণত সজীৱ হৈয়ে আছে।

প্ৰচাৰ বিমুখ এইগৰাকী মহান পুৰুষে ৰাভা ভাষা-সাহিত্য-সংস্কৃতিৰ দিশত বিৰল প্ৰতিভা থকা সত্বেও মোৰ ১৯৯৯ চনত প্ৰকাশিত 'অসমীয়া আৰু ৰাভা সমাজ সংস্কৃতিৰ স্বৰূপ' নামৰ গ্ৰন্থত 'আগলি কলাপাত' নামেৰে আলোক সন্ধানী পাতনিত এনেদৰে উল্লেখ কৰিছে 'ৰাভা ভাষা সাহিত্য-সংস্কৃতি তথা সমাজ জীৱনৰ উত্তৰোত্তৰ চৰ্চাৰ প্ৰতি আহ্বান জনাই এই বিষযত মোৰ নিজস্ব ক্ষেত্ৰ অধ্যয়নৰ সীমাবদ্ধতা স্বীকাৰ কৰিছো' এই গৰাকী মহান পুৰুষৰ মহানুভৱতাৰ স্মৃতি ৰোমন্থনেৰে এগৰাকী নিঃকিন শিক্ষাৰ্থী হিচাপে বিগত একৈশ বছৰৰো অধিক সময় বিশ্ববিদ্যালয়ৰ শ্ৰেণীকক্ষ, আলোচনা চক্ৰ, সভা-সমিতি আৰু অত্যন্ত ঘৰুৱা পৰিবেশৰ বিভিন্ন উপলক্ষ্যত অবিস্মৰণীয় সান্নিধ্যৰে মোক অনুপ্ৰাণিত কৰি তোলাৰ বাবে ছাৰলৈ সশ্ৰদ্ধ প্ৰণাম আৰু কৃতজ্ঞতা জনালো লগতে ছাৰৰ আশীৰ্ব্বাদ পাবলৈ মোৰ শিৰ নত কৰিলোঁ।



# অচিনাকিৰ পৰা চিনাকিলৈ

শ্ৰীদীপক কুমাৰ শৰ্মা

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। হাইস্কুলৰ তলৰ শ্ৰেণীত পঢ়া দিনৰেপৰা এই নামটোৰ লগত আমাৰ চিনাকি। যিসকল বৰেণ্য সাহিত্যিকৰ নাম আমাৰ ঘৰত সৰুতে প্ৰায়ে উচ্চাৰিত হোৱা শুনিছিলোঁ, সেইসকলৰ ভিতৰত বুৰঞ্জীবিদ বেণুধৰ শৰ্মা আৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ নাম আছিল শীৰ্ষত। দুনী তথা আমাৰ ঘৰৰ লগত এই দুগৰাকী মহান ব্যক্তিৰ সম্পৰ্ক অতি ঘনিষ্ঠ আছিল। আমাৰ ডাঙৰ আতা 'আধুনিক দুনী নিৰ্মাতা' চণ্ডী নাথ শৰ্মাৰ পৰম বন্ধু আছিল বেণুধৰ শৰ্মা, আনহাতে বৰদেউতা 'দুকুৰি নিশাৰ সপোন'ৰ কবি ৰজনী কান্ত শৰ্মাৰ ঘনিষ্ঠ বন্ধু আছিল ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। এই সম্পৰ্কৰ বাবেই স্বনামধন্য পণ্ডিত দুগৰাকীৰ বিষয়ে আমাৰ ঘৰত প্ৰায়ে আলোচনা হৈছিল। বৰদেউতাৰ ফাৰ্মাচীত বি. বৰুৱা কলেজৰ আলোচনীবোৰ দেখা পাইছিলোঁ, যিবোৰত লিখা আছিল - 'প্ৰিয় বন্ধু ৰজনীকান্ত শৰ্মালৈ শুভেচ্ছাৰে ---- প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য।' ডাঙৰ আতা চণ্ডীনাথ শৰ্মাৰ মৃত্যু (১৮০৬-৮০) ত ড° ভট্টাচাৰ্য্য ডাঙৰীয়াই শোকবাণী পঠিয়াইছিল। শোকবাণী পঢ়ি আমি অভিভূত হৈছিলোঁ আৰু তেখেতে আতাক কিমান ভাল পাইছিল সেই কথাও জানিব পাৰিছিলোঁ। শোকবাণীত তেখেতে লিখিছিল – "অসম সাহিত্য সভাৰ মঙ্গলদৈ অধিৱেশনৰ সময়ত দুনীৰ ঘৰলৈ গৈ ̐ শৰ্মাদেৱৰপৰা পিতৃব্য সুলভ স্নেহ পাই আমি কেবাজনেও আনন্দ পাইছিলোঁ। ........... ̐ চণ্ডীনাথ শৰ্মাদেৱ আধুনিক দুনী নগৰিকাৰ পিতৃ স্বৰূপ বুলি বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই কৈছিল। ̐ শৰ্মা দেৱৰ স্বৰ্গবাস হওক।।" আমাৰ ঘৰৰ প্ৰতিটো সুখ-দুখৰ ঘটনাৰ লগত ড° ভট্টাচাৰ্য্যদেৱ জড়িত হৈ আছিছে। এনেকৈয়ে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ডাঙৰীয়াৰ লগত নেদেখা আত্মীয়তা গঢ়ি উঠিছিল।

বৰদেউতা ৰজনী কান্ত শৰ্মা 'নতুন অসমীয়া' কাকতৰ জন্মলগ্নৰ পৰা দুনীৰ সংবাদদাতা আছিল। সেইখন কাকততে কিছুকালৰ বাবে ড° ভট্টাচাৰ্য্যও সম্পাদনা বিভাগৰ লগত জড়িত হৈ আছিল। তেখেতে কাকতখনৰ আঞ্চলিক বাতৰিবোৰ সম্পাদনা কৰিছিল। বৰদেউতাৰ সুন্দৰ হাতৰ আখৰেৰে লিখা বাতৰিবোৰে ড° ভট্টাচাৰ্য্যক আকৃষ্ট কৰিছিল। প্ৰথমে আখৰৰ চিনাকি – তাৰ পাছত

সাংবাদিক ৰজনীকান্ত শৰ্মাৰ লগত চিনাকি আৰু শেষলৈ কবি ৰজনীকান্ত শৰ্মাৰ লগত বন্ধুত্ব। দুনী ড° ভট্টাচাৰ্য্যৰ বৰ মৰমৰ ঠাই। দুনী নামটোৰ ব্যাখ্যাও তেখেতে আগবঢাইছে। দুনীলৈ সঘনাই আহিব নোৱাৰিলেও বি. বৰুৱা কলেজত পঢ়া দুনীৰ ছাত্ৰ-ছাত্ৰীসকলৰপৰা দুনীৰ খবৰ ৰাখিছিল আৰু বৰ্তমানেও তেখেতে কিবা প্ৰকাৰে দুনীৰ খবৰ ৰাখি আছে। দুনীৰ ফালৰ ছাত্ৰ-ছাত্ৰী লগ পালেই — তুমি চণ্ডী শৰ্মাৰ দেশৰ মানুহ নেকি ? ৰজনী শৰ্মাৰ ৰাজ্য কেনে চলি আছে? ৰজনী শৰ্মাই কবিতা লিখি আছেনে ? চণ্ডীনাথ শৰ্মাৰ ঘৰত জলপান খাই পাইছা নে? দুনীত সাহিত্য চৰ্চা কেনে চলি আছে ? ইত্যাদি নানান প্ৰশ্নৰে ড° ভট্টাচাৰ্য্য ডাঙৰীয়াই দুনীৰ খবৰ লয়। দুনীৰ শিক্ষাবিদ গোপীনাথ শৰ্মাৰ মৃত্যুত, বৰদেউতাৰ ল'ৰা কুলেন্দ্ৰ শৰ্মা শ্বহীদ হওঁতে তেখেতে শোকবাণী পঠিয়াইছিল। আকৌ অনু বাইদেউৰ বিয়াতো শুভাশিস জনাইছিল। দুনী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ আলোচনী 'পূবেৰুণ'ৰ সপ্তদশ সংখ্যাত 'দুনীলৈ মনত পৰে' শীৰ্ষক প্ৰবন্ধটিত তেখেতে লিখিছিল — '..... দুনী অঞ্চল দৰং জিলাৰ মণিকূট বুলিব পাৰি। খটৰা সত্ৰৰ নামঘৰ এই মণিকূটৰ মধ্যমণি। ..........মূঠতে দুনী শব্দটি দুটা নৈ বা নিজৰাৰ মিলনভূমি বুলি অনুমান হয়। এই সঙ্গমভূমি যে খেতিপথাৰৰ বাবেও সাৰুৱা ভূমি এই কথা নকলেও হ'ব। দুনীলৈ সেয়েহে মোৰ মনত পৰে। যোৱা ছয়-সাত বছৰ ধৰি দুনী অঞ্চলৰ লগত সংযোগ-সংস্পৰ্শ ক্ৰমশঃ বাঢ়িহে গৈছে। এই পটভূমিত দুনী বুলিলে মোৰ মনলৈকে আহে বুৰঞ্জীৰ বৰদেউতা শ্ৰদ্ধেয় বেণুধৰ শৰ্মাৰ এষাৰি কথা — 'দুনলৈ যাবা; আধুনিক দুনীৰ গঢ় দিওঁতা শ্ৰীযুত চণ্ডীনাথ শৰ্মাক লগ নধৰাকৈ নাহিবা ঃ এয়া ১৯৭৪ চনৰো আগৰ কথা। গুৱাহাটীৰ সুৱাগপুৰৰ ঘৰত শ্ৰদ্ধেয় বেণুধৰ শৰ্মাদেৱে দৰঙীয়া কলা-কৃষ্টি আৰু মঙ্গলদৈ জিলা সাহিত্য পৰিষদৰ সম্পৰ্কত আলোচনা কৰোঁতে এদিনাখন মোক কৈছিল।

মঙ্গলদৈত অসম সাহিত্য সভাৰ বছৰেকীয়া অধিবেশন দলদোপ হেন্দোল-দোপেৰে চলি আছে। তাৰে মাজতে মঙ্গলদৈ মহাবিদ্যালয়ত প্ৰতিনিধি শিবিৰত দুনীৰ উদীয়মান সাহিত্যিক, নাট্যকাৰ শিক্ষক শ্ৰীৰজনীকান্ত শৰ্মাৰ লগত ঘনিষ্ঠতা ওপজে। মঙ্গলদৈ অধিবেশনৰ প্ৰতিনিধি বাহৰৰ নিৰামিষীয়া ভোজন ব্যৱহাৰৰ মাজতে কথাই কথাই ওলাল- দুনীৰ ফালে ফুৰিবৰ আগ্ৰহ ঃ খটৰা সত্ৰত এভুমুকি মাৰি দুনী গাঁৱৰ শ্ৰীযুত চণ্ডী নাথ শৰ্মাৰ লগতো চা-চিনাকি হোৱা যাওক। সেইমতে আমি শ্ৰীৰজনী কান্ত শৰ্মাৰ লগত সাহিত্য সভাৰ প্ৰতিনিধি কেইজনমান ওলালোঁ — অধ্যাপিকা লীলাৱতী শইকীয়াও এই প্ৰতিনিধি দলত আছিল। আবেলি আমি মঙ্গলদৈৰপৰা মটৰ গাড়ীৰে গৈ খটৰা সত্ৰত কিছু সময় ৰলোঁ ; সময় গধূলি যদিও দুই-চাৰিটা ফটোগ্ৰাফ লোৱা হ'ল। তাৰ পিছত গৈ সন্ধিয়া যেতিয়া বয়োবৃদ্ধ আৰু জ্ঞানবৃদ্ধ শ্ৰীযুত চণ্ডীনাথ শৰ্মাৰ ঘৰ পালোঁগৈ —আমাক আদৰিবলৈ শৰ্মাদেৱৰ মন উদুলি-মুদুলি। বহিবলৈ চোতালতে আসন দিয়াৰ পিছত নানা কথা নানা প্ৰসঙ্গ।

পুৰণি বুৰঞ্জী, সমাজ, সংস্কৃতি, ধৰ্ম উপাসনা আৰু আঞ্চলিক কথিত ভাষা-উপভাষাৰ বিশ্বকোষ স্বৰূপ চণ্ডীনাথ শৰ্মাৰ অফুৰন্ত ভাণ্ডাৰৰ পৰা আমাৰ প্ৰশ্ন-পৰিপ্ৰশ্নৰ উত্তৰ আহিয়ে আছে। জা-জলপানৰ উপৰিও সেইদিনা নিশাৰ সামিষ ভাত-পানীৰো যা-যোগাৰ হ'ল। আমি পুৰণি আৰ্হিৰ বানবাতি আৰু থালত ৰাজভোগ কৰিহে নিশা দহমান বজাত উলটি আহি মঙ্গলদৈৰ প্ৰতিনিধি বাহৰ পালোহি। সিদিনাই দুনী উচ্চ ইংৰাজী বিদ্যালয়খনো চাইছিলোঁ আৰু সাহিত্যিক বন্ধু শ্ৰীৰজনীকান্ত শৰ্মাৰ পৰা গম পাইছিলোঁ — এই বিদ্যালয়খনৰ প্ৰধান শিক্ষক গোপীকান্ত শৰ্মা। ..... মোক যেতিয়া দুনীৰ উদীয়মান শিক্ষক আমাৰ কলেজৰ প্ৰাক্তন ছাত্ৰ শ্ৰীমান ললিত চন্দ্ৰ ডেকাই স্বৰ্গীয় গোপীনাথ শৰ্মাৰ কথা উলিয়ালে— ব্যস্ততাৰ মাজত বেদনা অনুভৱ কৰিলোঁ আৰু স্মৃতিৰ পটত দুনী, খটৰা আৰু এক বিশিষ্ট সংস্কৃতিপূৰ্ণ অঞ্চলৰ সেউজীয়া ছবি মনলৈ আহিল।" এনেকৈয়ে ড' ভট্টাচাৰ্য্যৰ লিখনিতো আৱদ্ধ হৈ আছে দুনী অঞ্চলৰ সেউজীয়া ৰূপ আৰু এয়াই তেখেতৰ দুনী প্ৰীতিৰ এটা প্ৰকৃষ্ট নমুনা।

দুনীক ভালপোৱাৰ চিনস্বৰূপে তেখেতে অঞ্চলটোত অনুষ্ঠিত বিভিন্ন সভা-সমিতিবোৰত ৰাইজৰ নিমন্ত্ৰণ ৰক্ষা কৰি যোগদান কৰি আছে। ১৯৭৪ চনত প্ৰথম বাৰৰ বাবে তেখেত দুনীলৈ আহে। তাৰ পিছত মঙ্গলদৈ মহকুমা ছাত্ৰ সন্থাৰ দুনী অধিবেশন, দৰং জিলা ব্ৰাহ্মণ সমাজৰ ভেৰুৱা অধিবেশনৰ মুকলি সভাতো আতিথ্য গ্ৰহণ কৰিছে। এনেদৰেই তেখেতে দুনীৰ লগত সম্পৰ্ক ৰক্ষা কৰি চলি আহিছে।

গুৱাহাটীত কলেজীয়া শিক্ষা লোৱাৰ লগতে গুৱাহাটীত থাকি অসমৰ বিশিষ্ট সাহিত্যিক আৰু শিল্পীসকলক চোৱাৰ হেঁপাহ এটা সৰুৰে পৰা মনত পুহি ৰাখিছিলোঁ। গুৱাহাটীত কলেজীয়া শিক্ষা লবলৈ গৈ সেই হেঁপাহ পূৰ কৰাৰ বাবে যত্ন কৰিলোঁ। তদুপৰি তেতিয়াৰেপৰা অসম সাহিত্য সভাৰ বছৰেকীয়া অধিবেশনবোৰত যোগদান কৰাৰ অভ্যাসো আৰম্ভ হ'ল। এনেদৰে অসমৰ প্ৰায়বোৰ প্ৰথিতযশা সাহিত্যিক আৰু শিল্পীক চোৱাৰ হেঁপাহ পূৰ কৰো। গুৱাহাটীলৈ গৈ মোমাইদেউ ড' নবীন চন্দ্ৰ শৰ্মাৰ লগত বিভিন্ন সভা-সমিতিবোৰত প্ৰায়ে উপস্থিত থাকিবলৈ ধৰিলোঁ। অসম জনকৃষ্টি সমাজ, অসম ভাষা বিজ্ঞান সমিতি, গুৱাহাটী আলোচনা চক্ৰ, অসম সাহিত্য সভা আদি অনুষ্ঠানবোৰৰ বিভিন্ন বৈঠকত উপস্থিত থাকি প্ৰথিতযশা সাহিত্যিকসকলৰ সান্নিধ্য লাভ কৰাৰ সুযোগ পাওঁ আৰু ক্ৰমে তেখেত সকলৰ লগত আত্মীয়তা গঢ়ি উঠে। মোমাইদেউৰ বিভিন্ন কামত ড' প্ৰফুল্লদত্ত গোস্বামী, ড' সত্যেন্দ্ৰ নাথ শৰ্মা, ড' উপেন্দ্ৰ নাথ গোস্বামী, ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, যতীন গোস্বামী, অতুল চন্দ্ৰ বৰুৱা, ড' কালীনাথ শৰ্মা, নলিনীধৰ ভট্টাচাৰ্য্য আদি বৰেণ্য সাহিত্যিকসকলৰ ঘৰলৈ প্ৰায়ে যাবলগীয়া হয়। এই স্বনামধন্য ব্যক্তিসকলৰ ভিতৰত দুগৰাকী ড' প্ৰফুল্লদত্ত গোস্বামী আৰু ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ লগত সম্পৰ্কটো আনসকলতকৈ অলপ বেছি হৈছিল

আৰু তেখেত দুগৰাকীয়ে মৰমৰ মাজেৰে সম্পৰ্ক বজাই ৰাখিছিল। বিশেষকৈ ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ লগত সম্পৰ্ক বেছি গাঢ় হৈছিল, কাৰণ ড° গোস্বামীতকৈ ড° ভট্টাচাৰ্য্য ডাঙৰীয়াৰ কথা-বাৰ্ত্তাও বেছি খোলা স্বভাৱৰ হোৱা হেতুকে সম্পৰ্ক গাঢ় হোৱাত সহায়ৰ হৈছিল। এসময়ত পণ্ডিত বুলি ভয় কৰা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মোমাইদেউ আৰু ছাৰৰ সংমিশ্ৰণত পৰিণত হ'ল। কেতিয়াবা ছাৰ-কেতিয়াবা মোমাই। মাহেকত কমেও দুবাৰ তেখেতৰ ঘৰলৈ যোৱাটো নিয়মত পৰিণত হ'ল। ছাৰৰ ঘৰলৈ গ'লে প্ৰথমে চাহ খোৱাৰ পাল, তাৰ পাছত চণ্ডী শৰ্মা, ৰজনী শৰ্মা, দুৰ্নী......... গোত্ৰ........ বিয়া আদি খবৰ আৰু শেষত সাহিত্য-সংস্কৃতিৰ বিভিন্ন আলোচনা। কেতিয়াবা আলোচনাৰ মাজতে সাধাৰণ শব্দ এটাৰ কিবা খোকোজা লাগিলে ৫-৬ খন অভিধান আনি আলোচনা কৰে ঃ তেতিয়া পণ্ডিত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যলৈ ভয় লাগি যায় অৱশ্যে কিছু সময় পিছত সেই ভয় দূৰ হয় আৰু আপোন ভাৱৰ বাবে পুনৰ মামা হিচাপেহে কথা আৰম্ভ হয় । এদিন দুপৰীয়া গৈ ছাৰৰ ঘৰ পাওঁতে, তেখেতে গা ধুই ভাত খাবলৈ ওলাইছে। মোক দেখা পাই ছাৰে আন দিনাৰ দৰে প্ৰথমে ছাহ আনিব দি কথা আৰম্ভ কৰিলে। মই চাহ নাখাওঁ বুলি কোৱাত তেখেতে ক'লে ঃ "গৃহস্থীৰ ধৰ্মৰ কথা আছে – চাহ নাখালে পেলাই দিবা; আমি চাহ দিবই লাগিব।" কথা শুনি মোৰ মাত বন্ধ হ'ল আৰু চাহ-মিঠাই খাই এঘণ্টা বহি আহিলোঁ। গুৱাহাটীত ছাৰৰ লগত বহুদিন ঘূৰিলোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ঘৰলৈ ওভতাৰ পথত ছাৰে তেখেতৰ এম্বাছেদৰখনত চিনাকি-অচিনাকি বহুতকে তুলি লৈ বাটে-বাটে নমাই থৈ যায়। বাটত আকৌ চিনাকি মানুহক লগ পালে তুলি লয় ...... ফাঁচী বজাৰত বজাৰ কৰে, পানবজাৰৰ 'কল্পনা'ত চাহ-মিঠাই খায় -- লগৰবোৰক খুৱায়-- আকৌ উজানবজাৰৰ নদীৰ পাৰত (কাছাৰীবজাৰ) বজাৰ কৰে– বিভিন্ন জনৰ লগত কথা পাতে – ঘৰ পাওঁতে ৰাতি হয়। সহজ-সৰল খোলা মনৰ ছাৰৰ এয়াই জীৱন যাত্ৰাৰ নমুনা। কেতিয়াবা ছাৰৰ বৰ খং উঠে। ছাৰৰ খং উঠিলে কাক কি বুলি গালি পাৰে ঠিক নাই। বহু বিশিষ্ট ব্যক্তি, সংগঠনকো গালি পৰা শুনিছোঁ। কোনো ভয় নাই — স্পষ্ট কথা কয়। ছাৰৰ স্মৰণ শক্তি অসীম। এদিন ছাৰৰ ঘৰলৈ যাওঁতে কথাৰ মাজতে সুধিলে – "কি হা দুনীৰ খবৰ ? দুনীৰ বগাকৈ ছোৱালীজনীৰ (বন্দনা ভৰদ্বাজ) পৰীক্ষাৰ খবৰ কেনে হ'ল? তাই মোক পৰীক্ষাৰ খবৰটো নিদিলে. মোলৈ ফোন এটাকে কৰিব পাৰে তাই।" কি আচৰিত স্মৰণ শক্তি ভাবিলেই আচৰিত লাগে– শ্ৰদ্ধাও বাঢ়ে। কিছুদিন আগতে অসম জনকৃষ্টি সমাজৰ কামত লগত এজনক লৈ ছাৰৰ ঘৰ গৈছিলোঁ। ছাৰৰ লগত ড° বিজয়া বৰুৱা বহি আছে। বহুদিনৰ মূৰত গৈছোঁ – তাকো সন্ধিয়া – গতিকে গৈয়ে ছাৰক মাত দি ক'লো– "ছাৰ মই দীপক।" ছাৰে চকুৰে ভালদৰে মনিব পৰা নাই। মই দীপক বুলি কোৱাত ছাৰে লগে লগে সিজন অখিল নে বুলি সুধিলে। মই নহয় বুলি কোৱাত অখিলৰ (ভট্ট) খবৰ

বাতৰি ললে। ড° বিজয়া বৰুৱাক ছাৰে ক'লে - 'দীপক আৰু অখিলে দুনীত মানুহ মৰিবই নিদিয়ে, লগে লগে শ্ৰদ্ধাঞ্জলি লিখে।" ছাৰৰ বাইদেউকো চিনাকি কৰি দিলে — "এয়া ৰজনী শৰ্মাৰ ঘৰৰ মানুহ —নবীনৰ ভাগিন। শ্ৰদ্ধাঞ্জলি লিখাত ওস্তাদ।" লগে লগে ছাৰে ক'লে—'আজিকালি দুনীৰ নিচিনা ঠাইতহে সাহিত্য হয়, গুৱাহাটীত সাহিত্য নহয়, গুৱাহাটী শুকান -- ইয়াত সাহিত্য চৰ্চ্চা নহয়, ধনৰহে চৰ্চ্চা হয়।' এয়াই ছাৰৰ ঘৰুৱা ব্যৱহাৰৰ নমুনা। সকলোকে ডাঙৰ কৰি নিজে সৰু হৈ থাকে। ছাৰৰ সকলো কথা খোলা-খুলি। এদিন ক'লে — 'গুৱাহাটীত সাহিত্যিকৰ লবী, সাহিত্য সভাতো সাহিত্যিকৰ লবী, আলোচনীতো সাহিত্যিকৰ লবী। মুঠতে আমাৰ নিচিনা লবী নকৰা লেখকৰ স্বীকৃতি নাই। অসমীয়া বৰো দুয়োটা ভাষাৰে কাম কৰিলোঁ -- কোনেও স্বীকৃতি দিব নোখোজে। তুমিয়ে লিখিবা হা ভাগিন, মোৰ জীৱনী।' মোৰ মনটো বেয়া লাগি গ'ল। ভাবিলোঁ এনে পণ্ডিত সকলৰ কৰ্মক ৰাইজে আনুষ্ঠানিকভাবে কেতিয়া স্বীকৃতি দিব?

অসম ভাষা বিজ্ঞান সমিতি আৰু অসম জনকৃষ্টি সমাজ ছাৰৰ প্ৰাণৰ অনুষ্ঠান। পণ্ডিত ব্যক্তি হ'লেও ছাৰৰ সাংগাঠনিক ক্ষমতা কম নহয়। 'অসম ভাষা বিজ্ঞান সমিতিখন কিবাকৈ গঢ়ি-পিতি তুলিলোঁ -- এতিয়া মই নহ'লেও ভাষা বিজ্ঞান সমিতিৰ চিন্তা নাই। কিন্তু জনকৃষ্টি সমাজখনহে বৰ দুৰ্বল হৈ থাকিল। জনকৃষ্টি সমাজত পণ্ডিতৰ সংখ্যা বেছি, সাংগঠনিক দক্ষতা থকা লোকৰ অভাৱ। গতিকে সেইখনো কিছু সবল কৰি দিব পাৰিলেহে শান্তি পোৱা যাব।' — ছাৰে এদিন কথা প্ৰসঙ্গত এনেদৰে কৈছিল। জনকৃষ্টি সমাজৰ কিবা খবৰ থাকিলে সম্পাদকৰ পৰিৱৰ্তে সভাপতি ড° ভট্টাচাৰ্য্য ডাঙৰীয়াইহে খবৰ লিখি নিজে গৈ বাতৰি কাকতৰ সম্পাদকৰ হাতত দি আহে। এইবোৰেই ছাৰৰ কথা-কাম আৰু চিন্তা।

আজি প্ৰায় আশী বছৰ বয়সতো ছাৰ অলপো ক্লান্ত নহয়। গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি গৱেষণা বিভাগ, আধুনিক ভাৰতীয় ভাষা বিভাগ, অসমীয়া বিভাগ আদিৰ শ্ৰেণী কোঠাত দপ্‌দপাই ভাষণ দি থকা ছাৰক দেখিলে কোনে ক'ব তেখেত এজন আশী বছৰীয়া বৃদ্ধ! ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য হ'ল বৰো ভাষাৰ বিষয়ে গৱেষণা কৰি ডক্টৰেট ডিগ্ৰী লাভ কৰা প্ৰথম গৰাকী পণ্ডিত: 'বৰো ৰাওনি ফিফা' (বৰো ভাষাৰ পিতৃ)। সু-সাহিত্যিক ড° ভট্টাচাৰ্য্য হ'ল আন্তৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন ভাষা বিজ্ঞানী আৰু লোক-সংস্কৃতিবিদ্। ছাৰ অসম সাহিত্য সভা আৰু বৰো সাহিত্য সভাৰ সভাপতি হ'ব বুলি আমি বৰ আশা কৰিছিলোঁ। কিন্তু দুয়োখন সাহিত্য সভাই সভাপতি পদটোৰ বাবে ছাৰক কিয় নিৰ্বাচিত নকৰিলে সেইটো আমি বুজি নাপালোঁ। অসমীয়া আৰু বৰো ভাষাৰ সমন্বয়ৰ বাহক হিচাপে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ নাম চিৰস্মৰণীয় হৈ থাকক। ছাৰ শতায়ু হওক। এয়াই কামনা। জয়তু ড° ভট্টাচাৰ্য্য ছাৰ। ●

# অগ্ৰজ সতীৰ্থ ড° ভট্টাচাৰ্য্য ঃ সান্নিধ্যৰ মধুৰ স্মৃতি

শ্ৰীবীৰেন্দ্ৰনাথ দত্ত

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য একাধিক অৰ্থত মোৰ অগ্ৰজ। তেখেতে মেট্ৰিক পাছ কৰে ১৯৪৩ চনত, মই কৰোঁ ১৯৫০ চনত। তেখেতে বি বৰুৱা কলেজত শিক্ষক হিচাপে যোগ দিয়ে ১৯৫১ চনত, মই দিওঁ ১৯৫৭ চনত। অকল বয়স, শিক্ষা-দীক্ষা আৰু অভিজ্ঞতাৰ ফালৰপৰাই নহয, মানতো তেখেত মোৰ অগ্ৰজতুল্য। এই সকলো বিচাৰত মই তেখেতক শ্ৰদ্ধা কৰোঁ, লগতে তেখেতৰ সদ্ভাৱ আৰু শুভ-কামনাক মূল্য দিওঁ।

১৯৫৭ চনৰ কথা। অৰ্থনীতি (গ্ৰুপ-বি)-ত এম. এ. পাছ কৰি উঠিছোঁ মাথোন। সেই সময়ত বি বৰুৱা কলেজৰ অধ্যক্ষ আছিল অসমৰ শিক্ষা, সাহিত্য আৰু ৰাজনীতিৰ জগতত সকলোৰে সুপৰিচিত হেম বৰুৱা ছাৰ। ভাৰতীয় সংসদৰ সদস্য হিচাপে তেখেত প্ৰায়ে দিল্লীত ব্যস্ত হৈ থাকিবলগীয়া হোৱা বাবে তেখেতৰ হৈ কলেজখনৰ গুৰি ধৰিছিল 'টলষ্টয়ৰ সাধু' -খ্যাত উপাধ্যক্ষ সুৰেন্দ্ৰ মোহন দাসে। এদিন সেই দাস ছাৰৰ বাৰ্তা কঢ়িয়াই 'দূত' হিচাপে আমাৰ শিলপুখুৰীৰ ঘৰত উপস্থিত হ'ল কলেজৰ ডেকা অধ্যাপক প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ঃ মই বি. বৰুৱা কলেজৰ অৰ্থনীতি বিভাগত শিক্ষক হিচাপে যোগ দিব লাগে। (সেই সয়মত অৱশ্যে সকলো কলেজ-শিক্ষকক অধ্যাপক বোলাটোৱেই আছিল প্ৰচলিত প্ৰথা) সেইবছৰৰে জুন মাহত বি. বৰুৱা কলেজত মোৰ শিক্ষক জীৱনৰ পাতনি মেলিলোঁ। তেতিয়া কলেজৰ অধ্যাপকসকলৰ ভিতৰত আছিল পৰমেশ্বৰ শৰ্মা, যোগেশ দাস, অজিত কুমাৰ শৰ্মা, প্ৰেমধৰ চৌধুৰী আদিৰ দৰে কেইবাগৰাকীও সমাজত সুনাম আৰু প্ৰতিষ্ঠাৰ অধিকাৰী ব্যক্তি। জ্যেষ্ঠ সহকৰ্মী হিচাপে তেখেতসকলে আমাৰ দৰে কনিষ্ঠসকলক সহানুভূতিৰে সৈতে পৰামৰ্শ দিছিল উৎসাহ দিছিল। প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য (তেখেতে তেতিয়াও 'ডক্টৰ' উপাধি পোৱা নাই) পিছে জ্যেষ্ঠ হৈও আছিল কিছু ব্যতিক্ৰম। প্ৰগল্‌ভতা আৰু কৌতুকোচ্ছলতা তেখেতৰ বৈশিষ্ট্য। আমাৰ লগত তেখেতৰ ব্যৱহাৰত আছিল এক বন্ধুসুলভ উষ্ণতা।

লাহে লাহে আমি গম পালোঁ যে প্ৰখৰ মেধাৰ অধিকাৰী 'প্ৰমোদ ভট্ট' (তেখেত সেই নামেৰেই জনপ্ৰিয় আগতো, এতিয়াও) বিভিন্ন কৰ্ম-অভিজ্ঞতাৰে পুষ্ট হৈ নিজকে গঢ়ি তোলা মানুহ। তেখেতে বি বৰুৱা কলেজত কলেজীয়া শিক্ষা আৰম্ভ কৰি এতিয়া তাতেই শিক্ষকতাও কৰিছে। অকল সেয়েই নহয়, তেখেতে বিশ্ববিদ্যালয়ৰ গৱেষণাও আৰম্ভ কৰিছে। বিষয় ঃ 'বড়ো ভাষা'। আমি তেখেতৰ বিষয়ে কৌতূহলী হৈ উঠিলোঁ। ড' বাণীকান্ত কাকতিৰ অধীনত গৱেষণা আৰম্ভ কৰি পিছত ড° সুকুমাৰ সেনৰ তত্ত্বাৱধানত গৱেষণা সমাপ্ত কৰি এসময়ত ডক্টৰেট ডিগ্ৰী অৰ্জন কৰি তেখেতে সকলোকে চমক খুৱাই দিলে। আমাৰ দৰে কনিষ্ঠ বিদ্যানুৰাগীসকলৰ বিচাৰত তেখেতৰ স্থান বহুত ওপৰলৈ উঠিল। আমাক বিশেষভাৱে চমৎকৃত কৰিছিল তেখেতৰ বিষয়-নিৰ্বাচনে। সেই সময়ত সেয়া কম সাহসৰ কথা নাছিল, আৰু লগতে দূৰদৃষ্টিৰো। আজি বিদ্যায়তনিক ক্ষেত্ৰৰ উপৰি ৰাজনৈতিক দিশত বড়ো ভাষা-সাহিত্যই যি মৰ্য্যাদা আৰু প্ৰতিষ্ঠা লাভ কৰিছে তাৰ ভিত্তিস্থাপনত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অনন্য ভূমিকাৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

ড° ভট্টাচাৰ্য্য এসময়ত বি. বৰুৱা কলেজৰ উপাধ্যক্ষ হ'ল; তাৰ পিছত অধিষ্ঠিত হ'ল অধ্যক্ষৰ পদত। অৰ্থাৎ প্ৰশাসনিক দিশত তেখেত আমাৰ 'মুৰব্বী' হ'ল। সেই সময়ত প্ৰশাসনিক বিষয় লৈ আমাৰ লগত (আমি ইতিমধ্যে জ্যেষ্ঠৰ শাৰীত যোগ দিছোঁ) তেখেতৰ মাজে মাজে মতভেদ হৈছে, তৰ্ক-বিতৰ্ক হৈছে। কেতিয়াবা আনকি উত্তপ্ত পৰিস্থিতিৰো সৃষ্টি হৈছে। কিন্তু সেইবোৰত কেতিয়াও তিক্ততাই স্থান পোৱা নাছিল। তাৰ এটা প্ৰধান কাৰণ হ'ল ঃ ডাঙৰ হৈও 'সৰু' হ'ব পৰা এটা বিৰল ক্ষমতা আছে 'প্ৰমোদ ভট্ট' বোলা মানুহজনৰ।

ড° ভট্টাচাৰ্য্যৰ অধ্যক্ষতাৰ আৰম্ভণিৰ পিনেই আমি লক্ষ্য কৰিছিলোঁ ড° প্ৰফুল্লদত্ত গোস্বামীৰ লগত তেখেতৰ এক বিশেষ ধৰণৰ নিকট সম্পৰ্কই গা কৰি উঠিছে। তেখেতৰ উদ্যোগতেই কলেজৰ নানা গুৰুত্বপূৰ্ণ অনুষ্ঠানত ড° গোস্বামীয়ে বিশেষ আসন শুৱনি কৰিছিল। আনকি কলেজৰ শিক্ষক-কৰ্মচাৰীৰ পৰিয়ালৰে সৈতে আয়োজিত বন-ভোজবিলাকতো ড° গোস্বামীৰ যোগদান প্ৰায় নিয়মত পৰিণত হৈছিল। আমি তেতিয়া ড° প্ৰফুল্লদত্ত গোস্বামীক পণ্ডিত হিচাপে দূৰৰ পৰা শ্ৰদ্ধা কৰোঁ, সমীহ কৰোঁ – ওচৰ চপাৰ সাহ গোটাব নোৱাৰোঁ। তেখেতৰ লগত ড° ভট্টাচাৰ্য্যৰ ঘনিষ্ঠতাত আমি এক ধৰণৰ ৰহস্যৰ গোন্ধ পাইছিলোঁ। তাক লৈ ৰসাল মন্তব্যও শুনা গৈছিল কেতিয়াবা। কিন্তু মোৰ বাবে সেই ৰহস্যৰ অন্ত পৰিবলৈ সৰহদিন নালাগিল। আগৰে পৰা লোক-সংস্কৃতিৰ প্ৰতি আগ্ৰহী ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ড° গোস্বামীৰ অনুপ্ৰেৰণাত সেই বিশেষ বিদ্যায়তনিক ক্ষেত্ৰখনৰ লগত অধিক নিবিড়ভাৱে জড়িত হৈ পৰে আৰু এসময়ত ড° গোস্বামীক গুৰু হিচাপে

বৰণ কৰে। এতিয়াও তেখেতে নিজকে ড° প্ৰফুল্লদত্ত গোস্বামীৰ শিষ্য বুলি পৰিচয় দি গৌৰব কৰে।

১৯৬৪ চনৰ পৰা ১৯৬৬ চনলৈ গৌৰীপুৰৰ প্ৰমথেশ বৰুৱা কলেজৰ অধ্যক্ষ পদৰ দায়িত্ব লৈ ছুটীত থকাৰ পিছত পুনৰ বি বৰুৱা কলেজলৈ ঘূৰি অহাৰ পিছত মই গোৱালপাৰা অঞ্চলৰ লোক-সংস্কৃতিৰ অধ্যয়নত সোমাই পৰিলোঁ। ১৯৬৮ চন মানত যেতিয়া আনুষ্ঠানিকভাৱে ড° প্ৰফুল্লদত্ত গোস্বামী ছাৰৰ অধীনত পি. এইচ ডি গৱেষণাৰ ছাত্ৰ হ'লো, তেতিয়া একে গুৰুৰ শিষ্য হিচাপে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু মই প্ৰকৃত অৰ্থত সতীৰ্থ হৈ পৰিলোঁ। তেতিয়াৰ পৰা আমাৰ দুয়োৰে মাজৰ সম্পৰ্কৰ এনাজৰীডালৰ বান্ধোন আগতকৈও টান হৈ পৰিল। মোৰ গৱেষণাৰ কামত এহাতে অভিজ্ঞ জ্যেষ্ঠ গৱেষক হিচাপে আৰু আনহাতে কলেজৰ প্ৰশাসনিক মুৰব্বী হিচাপে ড° ভট্টাচাৰ্য্যই যি উদাৰতাৰে মোৰ প্ৰতি সহায়ৰ হাত আগ বঢ়াইছিল তাক মই কৃতজ্ঞতাৰে স্মৰণ কৰোঁ। তেখেতৰ সহৃদয়তাৰ দ্বাৰা উপকৃত হোৱাৰ কেইবাটাও উদাহৰণ মোৰ মানস-পটত উজ্জ্বল হৈ আছে। তাৰে ভিতৰত এটাৰ চমু বিৱৰণ দাঙি ধৰিব খুজিছোঁ।

১৯৭২ চন মানত ড ভট্টাচাৰ্য্যই এখন নতুন এম্বাছেডৰ গাড়ী কিনিলে। তাৰে পৰা কিছুদিনৰ পিছতে তেখেতৰ স্বভাৱসুলভ খোলা মনেৰে গোস্বামী ছাৰ আৰু মোলৈ প্ৰস্তাৱ আগ বঢ়ালে -- নতুন গাড়ীখনত তিনিওজনে মিলি গুৱাহাটীৰ পৰা আঁতৰত কেইদিনমান কটাই অহা যাওক, ফুৰাও হ'ব আৰু কিছু ক্ষেত্ৰ কৰ্ম কৰাও হ'ব। এই আদৰণীয় প্ৰস্তাৱলৈ স্বাভাৱিকতে আগ্ৰহেৰে গৃহীত হ'ল। সেই মতে দক্ষিণ গোৱালপাৰাৰ ৰংজুলিক কেন্দ্ৰ কৰি কেইবাদিনো ধৰি বিভিন্ন গাৱঁত ভ্ৰমণ আৰু তথ্য-সংগ্ৰহৰ পৰ্ব চলিল। তাৰ ভিতৰত বিশেষভাৱে স্মৰণীয় হৈ আছে কাচাদল গাৱঁত (স্বৰ্গীয়) প্ৰাণেশ্বৰ ৰাভাই তেখেতৰ ঘৰতে সেই অঞ্চলৰ মাৰে গানৰ ওজা-পালি দলৰ পৰা প্ৰণালীবদ্ধভাৱে পাঠ সংগ্ৰহ কৰি লিপিবদ্ধ কৰা প্ৰক্ৰিয়াৰ প্ৰত্যক্ষদৰ্শী হোৱাৰ অভিজ্ঞতা।

ড° ভট্টাচাৰ্য্য বি বৰুৱা কলেজৰ অধ্যক্ষ হৈ থকাৰ সময়ছোৱাত তেখেতৰ সক্ৰিয় সমৰ্থন আৰু পৃষ্ঠপোষকতাত দুটা গুৰুত্বপূৰ্ণ বিদ্যায়তনিক সংস্থাৰ জন্ম হয়। এটা অসম জনকৃষ্টি সমাজ (Folklore Society of Assam) আৰু আনটো উত্তৰ-পূব ভাৰত ভাষা সমাজ (North-East Language Society), চমুকৈ NELSO। ড° প্ৰফুল্লদত্ত গোস্বামীৰ অধ্যক্ষতাত গঠিত অসম জন-কৃষ্টি সমাজৰ প্ৰথম গৰাকী সম্পাদকৰূপে ড° ভট্টাচাৰ্য্যই একান্ত নিষ্ঠা আৰু যত্নেৰে সংগঠটোক প্ৰাণৱন্ত কৰি তুলিছিল। সেইদৰে উত্তৰ-পূব ভাষা সমাজতো বি. বৰুৱা কলেজতে আশ্ৰয় সমৰ্থন দি এগৰাকী প্ৰকৃত অভিভাৱকৰ দায়িত্ব পালন কৰিছিল। এই দুই সংগঠনৰ যোগেদি বি-বৰুৱা কলেজৰ বিদ্যায়তনিক তৎপৰতাত এক অতিৰিক্ত

মাত্ৰ সংযোজিত হৈছিল আৰু তাৰ সুফল কলেজৰ ভিতৰে-বাহিৰে বহুতেই ভোগ কৰিছিল। মোৰ আজিও মনত পৰে, মই আৰু মোৰ পৰিবাৰে জালুকবাৰীৰ পৰা আহি বি. বৰুৱা কলেজত 'নেলছো'ই চলোৱা শ্ৰেণীত নিয়মীয়াকৈ কাৰ্বি ভাষাৰ পাঠ গ্ৰহণ কৰিছিলোঁ।

১৯৭৫ চনৰ পৰা মই বি বৰুৱা কলেজ এৰি অন্যান্য শিক্ষা প্ৰতিষ্ঠানৰ লগত জড়িত হৈ পৰোঁ। ড ভট্টাচাৰ্য্যাযো কলেজখনৰ অধ্যক্ষহিচাপে অবসৰ গ্ৰহণ কৰিলে। কিন্তু আমাৰ মাজৰ হৃদ্যতা আৰু সহযোগৰ সম্পৰ্ক আগৰ দৰেই চলি থাকিল, আজিও চলি আছে। বৰং তাত যেন অধিক পৰিপক্কতাহে আহিছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গবেষণা বিভাগ, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা, তেজপুৰ বিশ্ববিদ্যালয়ৰ পৰম্পৰাগত সংস্কৃতি আৰু কলা-ৰীতি বিভাগ আদিত ড ভট্টাচাৰ্য্যৰ পৰা বিদ্যায়তনিক সাহচৰ্য্য আৰু সহযোগিতা লাভৰ নানান অভিজ্ঞতা মোৰ স্মৃতিত সযত্নে সঞ্চিত হৈ আছে। আজিও যেতিয়াই প্ৰয়োজন বোধ কৰোঁ, তেখেতৰ ওচৰ চাপোঁ, পৰামৰ্শ বিচাৰি, সহায় বিচাৰি বিমুখ হ'বলগীয়াতো নহয়েই, বৰং তেখেতৰ পৰা পাওঁ আশ্বাস আৰু সাহস।

কিছুদিনৰ পৰা বয়সৰ হেঁচাই ড প্ৰমোদ চন্দ্ৰৰ দৈহিক সচলতাত কিছু প্ৰভাব পেলাইছে। কিন্তু মানসিকভাৱে তেখেত এতিয়াও সম্পূৰ্ণ সজাগ আৰু সক্ৰিয়। সভা-সমিতিত যোগ দি নিজৰ ভাষণত পাণ্ডিত্যৰ লগত ৰসিকতাৰ সুস্বাদু মিশ্ৰণ ঘটাই শ্ৰোতাৰ মন কাঢ়ে। ঘনিষ্ঠজনৰ লগততো অন্তৰঙ্গ ৰসালাপত প্ৰবৃত্ত হয়েই, আনকি মুখ-চিনাকিজনৰ লগতো হাঁহিমুখে বাৰ্তা-বিনিময় কৰে। সকলোকে আপোন কৰি ল'ব পৰা ড ভট্টাচাৰ্য্যৰ এই অসাধাৰণ গুণটোৱে মোৰ বিস্মিতও কৰে, মুগ্ধও কৰে। আমি সঘনে লগা-লগি হৈ নাথাকিলেও মোৰ প্ৰতি থকা তেখেতৰ স্নেহ আৰু সদিচ্ছাৰ উমান সততে পাই থাকোঁ। টেলিফোনত যোগাযোগ হ'লেই দীঘলীয়াকৈ কথা পাতে নানান খুটি-নাটি তথ্যৰ বিৱৰণ দি। আৰু লগ পালে? হিয়া উজাৰি কথা পাতি যায়-- কথাৰ যেন অন্তই নহ'ব। প্ৰায়ে মোনাৰ পৰা টেমাটো উলিয়াই হাতৰ টিপতে আগ বঢ়াই দিয়ে অকণমান তামোল-পাণ, এচকল আদা বা শিলিখা। সেইখিনি মুখত লৈ যি তৃপ্তি লাভ কৰোঁ তাক উপলব্ধিহে কৰিব পাৰি, তাৰ ব্যাখ্যা দিব নোৱাৰি।

●

# সহকৰ্মীৰ দৃষ্টিত ড° ভট্টাচাৰ্য্য

শ্ৰীভবানী প্ৰসাদ গোস্বামী

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ বিষয়ে লিখিবলৈ কাপ হাতত লৈ মোৰ হাত কঁপিছে। ড° ভট্টাচাৰ্য্য এগৰাকী আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত, জনজাতীয় কৃষ্টি সংস্কৃতিৰ গৱেষক, আজীৱন শিক্ষাব্ৰতী আৰু এগৰাকী প্ৰশাসক। প্ৰশাসনীয় দিশতো বি বৰুৱা কলেজৰ দৰে এখন আগশাৰীৰ কলেজৰ অধ্যক্ষৰ আসন সুদীৰ্ঘ যুগ ধৰি সুখ্যাতিৰে অলঙ্কৃত কৰি গৈছে। বহুমুখী প্ৰতিভালব্ধ ব্যক্তি ড° ভট্টাচাৰ্য্য এগৰাকী ব্যক্তিয়েই নহয় এটা মহান প্ৰতিষ্ঠান। বিবিধ অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত ওৰে জীৱন সাঙুৰি ৰাখিও সাহিত্য ক্ষেত্ৰতো তেখেতে যিদৰে বৰঙণি আগবঢাই আছে সি সঁচাকৈয়ে অতুলনীয়। অসম জনকৃষ্টি সমাজে তেখেতৰ আশীবছৰীয়া জন্ম দিবসৰ লগত সঙ্গতি ৰাখি তেখেতৰ জন্মদিনটো উলহ-মালহেৰে পালন কৰিবলৈ ওলোৱাৰ বাবে সমাজটোক বিশেষকৈ সমাজৰ উদ্যোক্তা সকললৈ মোৰ আন্তৰিক অভিনন্দন জ্ঞাপন কৰিছো।

মোৰ পৰম সৌভাগ্য যে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ দৰে মহীৰূহৰ ছত্ৰছাঁয়াত মোৰ দীঘলীয়া কাল শিক্ষকতা কৰিবলৈ সুযোগ পাইছিলোঁ। বহুতো স্মৃতিয়েই মনলৈ আহি কি লিখিম কি নিলিখিম একো ঠাৱৰ কৰিব নোৱাৰা হৈছোঁ। অধ্যক্ষৰ আসনত বহি ভট্টাচাৰ্য্যই আলোচনীৰ বাবে যেতিয়া প্ৰবন্ধ লিখি থাকে মই ওচৰতে বহি কথা পাতি থাকোঁ। তেখেতে মোৰ লগত অসংলগ্ন কিছুমান কথাও পাতি থাকে আৰু প্ৰবন্ধও লিখি থাকে। কিবা এটা লিখি উঠি মোক পঢ়ি চাবলৈ দিয়াটো তেখেতৰ এটা অভ্যাস। মই পঢ়ি চাই দেখো যে অনৰ্গল বলকি থকা কথাবোৰৰ লগত তেওঁৰ প্ৰবন্ধৰ কোনো মিল নাই। Official letter বোৰ ইংৰাজীত লিখাৰ সময়ত ভুলকৈ কিবা কিবি কৈ থাকে মই ভাবোঁ যে লিখি উঠি মোক চাব দিয়াৰ সময়ত মই ভুলবোৰ শুধৰাই দিম। কিন্তু কি আচৰিত তেওঁৰ মুখেৰে কৈ যোৱা কথাবোৰহে ভুল, কলমেৰে তেওঁ শুদ্ধই লিখিছে। এতিয়াও তেওঁ মুখেৰে খুউব হাঁহি উঠা কথাই বেছিকৈ কয়। বিশেষকৈ আমাৰ কিছুমানৰ লগত।

প্ৰশাসনীয় দিশত তেখেত আছিল ক্ষণে-ৰুষ্ট ক্ষণে-তুষ্ট স্বভাৱৰ। সেয়ে ছাত্ৰ-ছাত্ৰীয়েই হওক বা শিক্ষক শিক্ষয়িত্ৰীয়েই হওক তেওঁক যথেষ্ট সমীহ কৰি চলিছিল। অফিছৰ মানুহখিনিও নিজৰ নিজৰ কামত গাফিলতি কৰিবলৈ সময় নাপাইছিল।

বি বৰুৱা কলেজৰ দৰে সমস্যাবহুল কলেজ এখনৰ কাণ্ডাৰী হিচাপে দায়িত্ব বহন কৰোতে বহুতো সময়ত তেওঁ সন্ধিৰ বাহু বৃদ্ধিৰে কাটিছিল। এটা কথাত তেওঁ সদায় জোৰ দিছিল সেইটো হৈছে 'শতং বদেৎ মা লিখেৎ'। ছাত্ৰ-ছাত্ৰী নাইবা শিক্ষক-শিক্ষয়িত্ৰীৰ কোনো দাবীৰ উত্তৰত একো লিখা নিদিছিল। কিবা তেনেকুৱা টানত পৰিলে কিবা ভাও জুৰি সভাকেই ত্যাগ কৰিছিল। শতং বদেৎ মা লিখেৎ গুৰুবাক্য মানি বহুতো কথা বিতংকৈ লিখাৰ পৰা বিৰত থাকিলোঁ। আব্দুল ওহিদ নামেৰে এগৰাকী বুৰঞ্জীৰ অধ্যাপক আমাৰ সহকৰ্মী আছিল। তেখেতে এদিন ভট্টচাৰক আপত্তি কৰিলে যে ছাত্ৰ একতা সভাৰ বিষয়ববীয়াবোৰে বহু টকা খাই পেলায়। তেতিয়া ভট্ট ছাৰে কৈছিল অহিদ চাহাব সাগৰৰ পানী বান্দৰে খাই শেষ কৰিব পাৰিব নেকি? সিহঁতৰ টকা সিহঁতে যি কৰে কৰক, ফুচুলাই মিলি কিবা ভাল কামত লগাব পাৰিলে লগাওক। এনেকুৱা কিম্বদন্তীয়েন লগা তেখেতৰ মুখ নিসৃত বাণী লিখিবলৈ গলে বহু দীঘলীয়া হ'ব। মুঠতে তেওঁৰ প্ৰত্যুৎপন্নমতি দেখি আমি আটায়ে অবাক হৈছিলোঁ। সেই সময়ৰ কলেজ অফিছৰ পৰিদৰ্শক সহায়ক শ্ৰীনবীন চন্দ্ৰ পাটোৱাৰীৰ ওপৰত ভট্ট ছাৰৰ প্ৰগাঢ় বিশ্বাস আছিল, আৰু পাটোৱাৰীও সেই বিশ্বাস অটুট ৰাখিছিল। সকলো প্ৰশাসনিক দিশৰ কথা পাটোৱাৰীক কৈহে তেওঁৰ নিজৰ সিদ্ধান্ত দিছিল। কিন্তু পৰাপক্ষত নিজৰ সিদ্ধান্তত তেওঁ অলৰ-অচৰ আছিল। আনহাতে তেওৰ সিদ্ধান্তবোৰ আছিল— বহুজন হিতায়চ বহুজন সুখায়চ। কেতিয়াও কাৰো সাংঘাতিক ধৰণৰ অন্যায় নকৰিছিল। কেতিয়াবা বাধ্যত পৰি কাৰোবাৰ চাকৰি বাতিল কৰিব লগীয়া হ'লে তেও মনত বৰ বেজাৰ পাইছিল। তেওঁ প্ৰকৃততে এগৰাকী পবিত্ৰ আৰু শুদ্ধ অন্তৰৰ প্ৰবাদপুৰুষ। কাৰোবাৰ ওপৰত কিবা খং উঠিলে মুখৰ আগতে উজাৰি দিব কিন্তু অন্তৰত সেইকথা কেতিয়াও পুহি নাৰাখে। তেওঁ যিমান পাৰে সকলোৰে উপকাৰেই কৰিছে বিনিময়ত কোনোদিনে প্ৰতিদান বিচৰা নাই। নিজৰ ঢোল নিজেই কোবোৱা অভ্যাস নোহোৱাৰ বাবে বহু বাৰ তেওঁ প্ৰাপ্যও হেৰুৱাইছে, তাৰ বাবেও তেওঁৰ কোনো অনুতাপ নাই। নহ'লে তেওঁৰ দৰে পণ্ডিত এগৰাকী এতিয়াও অসম সাহিত্য সভাৰ সভাপতিৰ আসন নোপোৱা কথাটো আশ্চৰ্য্যজনক নহয়নে? তেওঁতকৈ কম গুণবিশিষ্ট লোকো সাহিত্যসভাৰ সভাপতিৰ পদ অলংকৃত কৰি গৈছে।

অসমৰ জন কৃষ্টি সমাজ এটি অতি পুৰণি অনুষ্ঠান। এই সমাজৰ চালিকা শক্তি বুলিলে ' ড° প্ৰফুল্লদত্ত গোস্বামী আৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ নাম লবই

লাগিব। বি বৰুৱা কলেজৰ জন্ম লগ্নৰ প্ৰথম ছাত্ৰ, পিছত অধ্যাপক, গৱেষক আৰু শেষত সুদীৰ্ঘ দিন ধৰি অধ্যক্ষপদত অধিষ্ঠিত হৈ অসমৰ কথা ভাৰতৰ প্ৰতি যি নিঃস্বাৰ্থ সেৱা আগবঢ়ালে তাতেই অসমবাসী তেওঁৰ প্ৰতি চিৰ কৃতজ্ঞ। শৈক্ষিক দিশত এনেকুৱা এটা অনুষ্ঠান নাই যাৰ লগত তেওঁ জড়িত নহয়। শিক্ষক হিচাপেও তেওঁৰ খ্যাতি অসমৰ চুকে কোণে সিঁচৰিত হৈ আছে। তেখেতে যিকোনো সময়তে পাঠ বসাল কৰি শিক্ষা দিবলৈ চেষ্টা কৰিছিল শ্ৰেণীত সোমাযেই তেওঁ ছাত্ৰ-ছাত্ৰীবোৰক আকৰ্ষিত কৰিব পৰাকৈ কিছুমান সৰু কথাৰ মাজেৰে হুঁহুৱাই হুঁহুৱাই পাঠটো শেষ কৰে। ছাত্ৰ-ছাত্ৰাবোৰে পিছতহে গম পায যে তেওঁৰ পাঠটোৰ কথাখিনিয়েই তেওঁ শিকাই গ'ল। অধ্যক্ষ হৈ থকা সময়তো অসমীযাৰ কোনো শিক্ষক ছুটিত থাকিলে তেৱেঁই শ্ৰেণীত সোমাই গৈছিল। আৰম্ভ কৰিছিল এটি হাঁহি উঠা কথাৰে আজি বাইদেউ নাই ভিনদেউৱেই শিকাওঁ দিয়া । আৰু এটা ডাঙৰ গুণ আছিল তেও সকলো শিক্ষককে গৱেষণাৰ কামত উৎসাহ উদ্দীপনা যোগোৱাৰ উপৰিও কলেজৰ ফালৰ কিবা সুবিধা দিব লাগিলে কাৰ্পণ্য নকৰিছিল।

তেখেতে কেইবাবাৰো বিদেশৰ আন্তৰ্জাতিক ভাষা-বিজ্ঞান সভাবোৰত যোগদান কৰিবলৈ সুবিধা পাইছিল। সেইবোৰ তেওঁ সদায সুখ্যাতিৰে সম্পন্ন কৰিছিল। বিদেশৰ বহুতো ভাষাবিদ্ আৰু বহুতো লোকৰ সৈতে তেওঁৰ আত্মিক সম্পৰ্ক এতিযাও অটুট আছে। শেষত তেখেতৰ অসমীযা জাতীয কৃষ্টিৰ প্ৰতি তেওৰ বৰঙণি শ্ৰদ্ধাৰে সুঁৱৰি ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ যাতে তেৰাই তেখেতক সু-স্বাস্থ্যৰে নিৰ্বিঘ্নে দীৰ্ঘায়ু কৰি সংস্কৃতিৰ পথাৰখনৰ চন পৰি থকা বাৰ্কৰিবোৰ শস্য শ্যামলা কৰিবলৈ শক্তি দিয়ে। সদৌ শেষত তেখেতৰ ভালপোৱা শব্দ 'চৰৈবেতিৰে' এই লিখাৰ সামৰণি মাৰিলোঁ।



# প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য ছাৰ আৰু মই

শ্ৰীভূপেন নাৰ্জ্জাৰী

মোৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ লগত চিনাকি বহুদিনীয়া নহয়। মই ছাৰৰ নামটো প্ৰথম শুনিছিলোঁ ১৯৮৪-৮৫ চনত যেতিয়া বৰ' চাৰ্টিফিকেট কৰ্চত নাম ভৰ্তি কৰিছিলোঁ। সেই কৰ্চৰ বাবে তেখেতৰ শৈক্ষিক সাহায্য অতি আৱশ্যকীয় আছিল। তেখেতৰ *A Descriptive Analysis of the Boro Language* কিতাপখনৰ জৰিয়তে তেখেতৰ নামৰ লগত পৰিচিত হৈ ছাৰৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু ভয় ভাৱৰ উদ্ৰেক হৈছিল। ভয় এই কাৰণেই হৈছিল যে, এনে মহৎ কাম ছাৰে কৰিলে কেনেকৈ? কিন্তু মোৰ মনত ভয় জন্মিলেও ছাৰৰ সৈতে চিনাকি হোৱাৰ প্ৰবল ইচ্ছা আছিল।

মনত যদি কিবা এটা কাম কৰাৰ প্ৰৱল ইচ্ছা থাকে তেনেহ'লে ইচ্ছা শক্তিয়ে সেই কামটো বাস্তৱত ৰূপায়ণ কৰে। মোৰ জীৱনতো সেয়ে হ'ল। মোৰ মনত প্ৰবল ইচ্ছা আছিল প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ লগত চিনাকি হোৱা। কিন্তু বাস্তৱত ৰূপায়িত হ'ল একে সময়তে দুগৰাকী মহান পুৰুষৰ সৈতে চিনাকি হোৱাৰ। এগৰাকী হ'ল প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰ আৰু আন গৰাকী হ'ল প্ৰফুল্লদত্ত গোস্বামী ছাৰ।

সেয়া আছিল ১৯৮৮ চনৰ জানুৱাৰী অথবা ফেব্ৰুৱাৰী মাহ। দিন আৰু তাৰিখ বৰ্তমান মোৰ মনত নাই। সেই দিনটো আছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ নব্য ভাৰতীয় ভাষা বিভাগৰ বৰ' বিষয়ৰ প্ৰৱক্তা নিযুক্তিৰ সাক্ষাৎ গ্ৰহণৰ দিন। সাক্ষাৎ গ্ৰহণ কৰা হৈছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য মহোদয়ৰ কক্ষত। মযো এজন প্ৰাৰ্থী হিচাপে উপস্থিত হ'লোঁ। উপাচাৰ্য্যৰ কক্ষলৈ সোমাইগৈ দেখিবলৈ পালোঁ যে মই চিনি পোৱা মানুহ কেবল এজনহে আছে। এজন স্বয়ং উপাচাৰ্য্য শ্ৰদ্ধেয় ড° দেৱ প্ৰসাদ বৰুৱা ছাৰ। তেখেতে মই স্নাতকোত্তৰ শ্ৰেণীত পঢ়ি থকা সময়ত ৰাজনীতি বিজ্ঞান বিভাগৰ বিভাগীয় মুৰব্বী আছিল কাৰণে তেখেতক চিনি পাইছিলোঁ। কিন্তু কথা-বতৰা পতা হোৱা নাছিল। আনজন হ'ল নব্য ভাৰতীয় ভাষা বিভাগৰ সেই সময়ৰ মুৰব্বী অধ্যাপক ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী ছাৰ। তেখেতৰ লগত চিনাকি

হৈছিল বৰ' চাৰ্টিফিকেট কৰ্চৰ ক্লাচ কৰাৰ জৰিয়তে। এখেতসকলৰ বাহিৰেও আছিল আৰু চাৰি জনমান / পাঁচজন বিশিষ্ট লোক। তেখেতসকলক কিন্তু মই এজনকো চিনি নাপালোঁ।

প্ৰথমে উপাচাৰ্য্য মহোদয়ে মোৰ নাম-ঘৰ আদিৰ বিষয়ে সুধিলে। এনেয়ে জাবৰ দিন তাতে পণ্ডিতসবৰ সমুখত পৰি মোৰ অবস্থা হৈছিল পানীত হাঁহ নচৰা। কি উত্তৰ দিছিলো মই প্ৰথম নিজেই জনা নাছিলো। ঠিক তেনে অবস্থাতে এজন পণ্ডিতে হঠাতে প্ৰশ্ন কৰিলে মই বৰ' ভাষা জানো নে নাজানো বুলি। মই জানো বুলি উত্তৰ দিয়াৰ লগে লগে সেই পণ্ডিতগৰাকীয়ে বৰো ভাষাৰেই মোক প্ৰশ্ন সুধিবলৈ ধৰিলে। তেখেতে প্ৰশ্ন কৰে বৰো ভাষাত ময়ো উত্তৰ দিব লাগে বৰো ভাষাত। তাৰ পিছত প্ৰশ্ন আৰু উত্তৰ অসমীয়া ভাষাত অনুবাদ কৰি দিব লাগে। আকৌ এজন পণ্ডিতে বৰো ভাষাৰেই মোক প্ৰশ্ন কৰিবলৈ ধৰিলে। এনেদৰে দুজনে বৰো ভাষা জনা পণ্ডিতৰ সৈতে মোৰ মাতৃ ভাষা বৰোৰে কথা-বতৰা পাতিবলৈ পোৱাঁত মোৰ মনৰ ভয় শংকা সকলো দূৰ হ'ল।

এনে সময়তে বৰো ভাষাৰে কথা পতা প্ৰথমজন পণ্ডিতে প্ৰশ্ন কৰিলে, 'তুমি মোক চিনি পোৱানে ?' ময়ো লগে লগেই চিনি নাপাও বুলি কোৱাৰ লগে লগেই এজন পণ্ডিতে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য বুলি চিনাকি কৰাই দিয়ালে। তেনে এটা শুভ ক্ষণত ছাৰৰ সৈতে মোৰ চিনাকি হৈছিল। তেখেতেই আকৌ আনজন বৰো ভাষা জনা পণ্ডিতলৈ দেখুৱাই তেখেতক চিনি পাও নে নাপাওঁ বুলি মোক সুধিলে। তেখেতকো মই চিনি নাপাওঁ বুলি কোৱাত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰেই চিনাকি কৰাই দিলে যে, তেখেতেই হ'ল ড° প্ৰফুল্লদত্ত গোস্বামী। তেখেতসকলৰ লগত পোৱা এইচটা সময় কেনেকৈ পাৰ হৈ গ'ল মই ধৰিবই নোৱাৰিলোঁ। অৱশ্যে ড° প্ৰফুল্লদত্ত গোস্বামী ছাৰে মোক যিবোৰ প্ৰশ্ন কৰিছিল সেইবোৰ প্ৰশ্নৰ উত্তৰ দিওঁতেই মোৰ মনৰ ভয় শংকা দূৰ হৈছিল। ছাৰে পৰিস্থিতি একেবাৰে সহজ কৰি দিছিল আৰু বৰ' আত্মীয়তা' ভাবেৰে কথাবোৰ কৈছিল। এনেদৰে এটা সুন্দৰ মুহূৰ্ত্তত দুজন মহান ব্যক্তিৰ লগত মোৰ পৰিচয় হৈছিল।

১৯৮৮ চনৰ ৩০ মাৰ্চত মই নৱা ভাৰতীয় ভাষা বিভাগত বৰোৰ প্ৰবক্তা হিচাপে নিযুক্তি পোৱাৰ পিছত সেই মহান ব্যক্তি দুগৰাকীক বহুবাৰ লগ পাইছিলোঁ; কাৰণ সেই মহান ব্যক্তি দুগৰাকী নৱা ভাৰতীয় ভাষা বিভাগৰ লগত ওতপ্ৰোতভাৱে জৰিত হৈ আছিল

১৯৯৪-৯৫ শিক্ষাবৰ্ষৰপৰা যেতিয়া নৱা ভাৰতীয় ভাষা বিভাগত বৰো ডিপ্লোমা কৰ্চ' খোলা হ'ল তেতিয়াৰপৰা প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰক মই সহকৰ্মী হিচাপে লগ পাইছিলোঁ। বৰো ডিপ্লোমা কৰ্চ' খোলাৰ লগে লগে ছাৰক Guest

Faculty Member হিচাপে নিযুক্তি দি বৰো পাঠ্যক্রম শিকোৱা হৈছিল। ছাৰক মই চাৰি বছৰ সহকৰ্মী হিচাপে লগ পাইছিলোঁ এই কেইবছৰত মই ছাৰক সহকৰ্মী হিচাপে পাইছিলোঁ, যদিও তেখেত মোৰ দৃষ্টিত সদায়েই ছাৰ ৰূপে শ্ৰদ্ধা-ভক্তি লাভ কৰিছিল। ছাৰৰ লগত মই বহু কাম একেলগে কৰিবলৈ পাই বহু কথাই শিকিছিলোঁ। ছাৰৰ লগত মোৰ সম্পৰ্ক অতি কম দিনৰ ভিতৰতে এনেদৰে গঢ়ি উঠিল যে, ছাৰে মোক পুত্ৰসম জ্ঞান কৰি বিভিন্ন দিহা পৰামৰ্শ দি আগবাঢ়ি যাবৰ বাবে প্ৰেৰণা যোগাইছিল।

এই কেইবছৰৰ মধুৰ সান্নিধ্যৰ পৰা এইটো প্ৰতীয়মান হৈ পৰিল যে, ছাৰক ভয় কৰিব লগা একো নাই। ছাৰৰ ওচৰত যি আছে সকলো পাব পাৰি। উদাৰচিত্তে নজনাজনক শিকাই দিয়ে আৰু ইচ্ছুকজনক উৎসাহ জগায়। তথাপি, ছাৰৰ দুই এটা বস্তুলৈ মোৰ বৰ ভয়। এটা হ'ল ছাৰৰ পাণ্ডিত্য আৰু আনটো হ'ল ছাৰৰ খং। ছাৰৰ খং সাধাৰণতে সহজেই নুঠে। কিন্তু খং উঠিব লাগিলে পৃথিৱীৰ কাকো নামানে। সেই মুহূৰ্তত কেৱল প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰেই সকলো। অৱশ্যে এইটো স্বীকাৰ কৰিব লাগিব যে, ছাৰৰ খং শুকান খেৰৰ জুই সদৃশহে । দপ্ দপ্‌কৈ জ্বলি উঠিল আৰু নিমিষতে শেষ হ'ল। এই কেইবছৰত ছাৰক খং উঠা সময়ত চাৰিবাৰ লগ পাইছিলোঁ। খঙৰ জ্বালাত ছাৰে যেতিয়া গালি পাৰিবলৈ ধৰে তেতিয়া মই ভয়তে পেপুৱা লাগিছিলোঁ। ক্ষন্তেক পিছতে ছাৰৰ ওচৰলৈ গৈ দেখা দিলেই ক'ৰ খং কলৈ যায় ততেই ধৰিব নোৱাৰা হয়। তেতিয়া আৰু ৰৌদ্ৰ মূৰ্ত্তি পৰিহাৰ কৰি হাস্যৰসিক ছাৰ হৈ বন্ধু ভাবাপন্ন মনেৰে আকোৱালি লয়।

সেয়ে শেষত মই ক'বলৈ বাধ্য যে ছাৰৰ খং ভয়ানক যদিও ভয় কৰিবলগীয়া একো নাই, কিন্তু খঙতকৈ শতগুণে ভয়ানক হ'ল ছাৰৰ পাণ্ডিত্য।



# সহকৰ্মীৰ দৃষ্টিত অধ্যক্ষ ভট্টাচাৰ্য্য

শ্ৰীদেবেন্দ্ৰ নাথ শৰ্মা

*নাহং তিষ্ঠামি বৈকুণ্ঠে । যোগিনাং হৃদয়ে ন চ ।*
*মদ্ভক্তা যত্ৰ গায়ন্তি । তত্ৰ তিষ্ঠামি নাৰদঃ ।।"*

মান্যবৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এজন মেধাসম্পন্ন ব্যক্তি। সাৰস্বত সাধনাত একাণপতীয়াকৈ লাগি থকাহেঁতেন, তেওঁ ভাষাবিজ্ঞানৰ পণ্ডিত ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ লেখীয়া বা ততোধিক খ্যাতিসম্পন্ন ভাষাতত্ত্ববিদ পণ্ডিত হ'ব পাৰিলেহেঁতেন যেন লাগে. উক্ত পৰ্য্যায়ৰ পণ্ডিত হ'ব নোৱাৰিলেও তেওঁৰ পাণ্ডিত্য আছে আৰু সেই পাণ্ডিত্যত বৈচিত্ৰ্যও আছে। উক্ত শ্লোকত উল্লিখিত 'বৈকুণ্ঠ' শব্দটোক যদি আমি 'গজদন্ত মিনাৰ' অৰ্থত লওঁ; অৰ্থাৎ Ivory tower of scholarship, তেতিয়াহ'লে নাৰদৰ চৰিত্ৰৰ বৈশিষ্ট্যৰ লগত তেওঁৰ চৰিত্ৰৰ বৈশিষ্ট্যৰ মিল দেখোঁ। কলেজৰ মেল-মিটিংবোৰত তেওঁ শিক্ষকৰ তিনিটা মূল কৰ্ত্তব্যৰ কথা প্ৰায়ে কৈছিল। কৰ্ত্তব্য তিনিটা হ'ল -- শিক্ষণ (Teaching), গৱেষণা (Research) আৰু শিক্ষা-সম্প্ৰসাৰণ (Extension)। তেওঁ নিজেও এই তিনিটা কৰ্ত্তব্যত আজীৱন ব্ৰতী হৈ থাকি সমাজৰ মহৎ উপকাৰ কৰি আছে বুলি মই ভাবোঁ। য'তেই সভা-সমিতি, ত'তেই প্ৰমোদ ভট্ট – 'তত্ৰ তিষ্ঠতি প্ৰমোদ ভট্টঃ।' তেওঁৰ নামৰ কোনো উল্লেখ নথকাকৈ অথচ তেওঁৰ চৰিত্ৰগত বৈশিষ্ট্যৰ ৰেখাচিত্ৰ এটি অঙ্কিত কৰি 'যুগৰ জটাধৰ' শীৰ্ষক কবিতা এটি লিখি গুৱাহাটী আলোচনা চক্ৰত এবাৰ পাঠ কৰিছিলোঁ (পিচত বি বৰুৱা কলেজৰ ৩৯ তম্ সংখ্যা, ২০০০-০১) আলোচনীতো প্ৰকাশ পাইছিল।

তীক্ষ্ণধী ভট্টাচাৰ্য্যদেৱে নলবাৰী গৰ্ডন হাইস্কুলৰপৰা কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত ১৯৪৩ চনত দুটা বিষয়ত শতকৰা আশী নম্বৰ পাই প্ৰৱেশিকা পৰীক্ষা পাচ কৰি উক্ত চনতে প্ৰতিষ্ঠিত অসমৰ প্ৰথম নৈশ কলেজ ভোলা নাথ বৰুৱা মহাবিদ্যালয়ত আই এ. (কম)ৰ প্ৰথম বাৰ্ষিকত ভৰ্ত্তি হয় আৰু ১৯৪৫ চনত অসমীয়াত শতকৰা আশী নম্বৰ লাভ কৰি প্ৰথম বিভাগত উত্তীৰ্ণ হয়। প্ৰৱেশিকা পৰীক্ষাত সুখ্যাতিৰে পাচ কৰা বাবে অসম চৰকাৰৰ পৰা ১৫ টকীয়া বৃত্তি

লাভ কৰাৰ উপৰিও দুখীয়া মেধাবী ছাত্ৰ হিচাবেও ভোলা নাথ বৰুৱা স্মাৰক ১৫ টকীয়া আন এটি বৃত্তিও তেওঁ লাভ কৰে। ১৯৫১ চনত তেওঁ সেই একেখন মহাবিদ্যালয়ৰ অসমীয়াৰ অধ্যাপক হয় আৰু ১৯৬২-৬৩ চনত মহাবিদ্যালয়খনৰ অধ্যক্ষ হৈ ১৯৮৬ চনত অৱসৰ লয়। তদবধি তেওঁৰ নিজৰ 'চৰৈবেতি' দৰ্শনেৰে অনুপ্ৰাণিত হৈ অধ্যয়ন, শিক্ষণ আৰু সমাজত জ্ঞান বিতৰণৰ ব্ৰতত ব্ৰতী হৈ থকা দেখা গৈছে। তেওঁৰ দেহ বুঢ়া হৈছে, কিন্তু মন এতিয়াও তেজী হৈ আছে। ১৯৫৮-৫৯ চনত এবছৰ মহাবিদ্যালয়খনত পঢ়িছিলোঁ (বি. এ ৰ ৪ৰ্থ বাৰ্ষিকত) সেই সূত্ৰে তেওঁ মোৰ শিক্ষাগুৰুও। শ্ৰেণীকোঠাত তেওঁ এজন ৰসিক অধ্যাপক। ১৯৬৪ চনত ইংৰাজীত এম এ. পাচ কৰি চাকৰিৰ বাবে তেওঁৰ ওচৰ (তেওঁ তেতিয়া কলেজৰ অধ্যক্ষ) চাপিছিলোঁ। ১৯৬৪ চনৰ ৭ জুলাই আৰু ২১ জুলাই তাৰিখে যথাক্ৰমে অংশকালীন আৰু পূৰ্ণকালীন অধ্যাপক হিচাবে মহাবিদ্যালয়খনত যোগদান কৰোঁ। সেইদিন অৱধি ১৯৮৬ চনত তেওঁৰ অৱসৰৰ সময়লৈকে তেওঁক অধ্যক্ষ হিচাবে পাওঁ। এই সময়ছোৱা চালুকীয়া অৱস্থাৰ অনুষ্ঠানখনৰ উন্নয়নকালীন (বিশেষকৈ বিজ্ঞান শাখাৰ) সময়। এফালে উন্নয়নৰ বাবে উৎকট দাবী আৰু আনহাতে টকাৰ অভাৱ। তেওঁ দেহে-কেহে চেষ্টা কৰি অনুষ্ঠানখনৰ যথাসম্ভৱ উন্নয়নৰ প্ৰচেষ্টা চলোৱা প্ৰত্যক্ষ কৰিছিলোঁ। সেইসময়ৰ কৰ্ত্তব্যনিষ্ঠ (দুই-চাৰিজনৰ বাদে) শিক্ষকসকলৰ ওপৰত তেওঁ চকু ৰখাৰ প্ৰয়োজন নাছিল। ছাত্ৰাবাসকে ধৰি কলেজখনৰ উন্নয়ন আৰু আন আন দিশবোৰৰ ওপৰতহে তেওঁ চকু দিয়াৰ প্ৰয়োজন হৈছিল। আৰু মোটামোটিভাৱে কলেজখন সুপৰিচালিত আছিল বুলিয়ে ক'ব পাৰি। অতি ধীৰ গতিত উন্নয়নৰ প্ৰক্ৰিয়াও চলি আছিল। অনুষ্ঠানখনৰ তীব্ৰ গতিত উন্নয়ন সম্ভৱ-হ'লহেঁতেন যদিহে ভট্টাচাৰ্য্যই সমাজৰ বহল আৰু ব্যাপক ক্ষেত্ৰত নিজকে ব্যস্ত নাৰাখি একাণপতীয়াকৈ কলেজৰ উন্নয়নৰ কামতে উঠি-পৰি লাগি থাকিলহেঁতেন, কিন্তু তেওঁ আছিল অনন্য সাধাৰণ ব্যক্তি আৰু অসমৰ আন আন অধ্যক্ষৰ তুলনাত ব্যতিক্ৰম ধৰ্মী। এই অনুষ্ঠানকে কেন্দ্ৰ কৰি তেওঁ আন কেতবোৰ অনুষ্ঠান গঢ়োতাসকলৰ মূল গুৰিধৰোতা আছিল যিবোৰ আন কোনো মহাবিদ্যালয়ক কেন্দ্ৰ কৰি গঢ়ি উঠা দেখা নগ'ল। এই অনুষ্ঠানবোৰ হ'ল অসম জন-সংস্কৃতি সমাজ (Folklore Society of Assam), পূৰ্বোত্তৰ ভাষা সমিতি (NELSO), অসম অধ্যক্ষ পৰিষদ ইত্যাদি। তাৰোপৰি সামাজিক, ৰাজনৈতিক, সাহিত্যৰ সভা-সমাৰোহৰ কেন্দ্ৰস্থল হ'ল এই মহাবিদ্যালয়খন। সেয়েহে ড° ভট্টাচাৰ্য্যই মহাবিদ্যালয়ৰ কামত একাণপতীয়াকৈ মনোযোগ দিব পৰা নাছিল, যদিও সমাজৰ বহল ক্ষেত্ৰলৈ তেওঁ আন এক ধৰণৰ অৰিহণা যোগাইছিল। তেওঁ আজীৱন শিক্ষাব্ৰতী, সাহিত্যসেৱী, ভাষাতত্ত্বৰ গবেষক, অৱহেলিত বৰো ভাষা জনগোষ্ঠীৰ সেৱক আৰু অসমৰ শিক্ষা-সংস্কৃতি ভাষা-সাহিত্যৰো অক্লান্ত, একনিষ্ঠ

সেৱক। এই মহৎ ব্যক্তিজনে বিষয়-বাব-পুৰস্কাৰ বিচাৰি পদূলি সুঙি ফুৰা বিধৰ নহয়। আত্মগৌৰৱী বা আত্মাভিমানীও নহয়। তেওঁ নিৰহঙ্কাৰী, শিশুৰদৰে সহজ-সৰল আৰু ক্ষমাশীল। সকলোৰে প্ৰতি উদাৰ, সহৃদয় আৰু মানবতাবাদী। সমাগত তেওঁৰ আশীতম জন্মদিবসত তেওৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি কবিতা বাজিৰে সামৰণি মাৰিলোঁ ঃ--

## যুগৰ জটাধৰ

আমি ছাত্ৰমখাই সমস্বৰে ক'লো --

'আপোনাৰ নহয় ছাৰ,

বাইদেউৰ ক্লাছ।'

'হ'ব দেছোন - বাইদেউৰ ক্লাছ ভিনদেউৰেই লওঁছোন' বুলি

উত্তৰিলে তেওঁ

এটি মিচিকিয়া হাঁহিৰে।

মৰহা অতীতৰ কথাবোৰচোন

থহৰ থহৰকৈ

আজিও বাজে

কৰ্ণকুহৰত

মাজে মাজে

সেই একেজন মানুহেই

দূৰৈত দেখিলেও মাতে --

হৃদয় উজাৰি

মাথো কথা পাতে।

ক'ত কথা হেৰাল,

ক'ত কথা লুকাল,

পাহৰণিৰ অতল তলিত,

বাজিযে থাকেচোন মনত

দৰদসনা কথাবোৰ তেওঁৰ

স্মৃতিৰ শোৱনি কোঠাত।

সেই একেজনেই লোক
তলৌ তলৌকৈ ঘূৰে অ'ত ত'ত ,
ক'ত শত লোক বন্দী হয়
তেওঁৰ কথাৰ মোহিনী-জালত।
বিশ্ব-বন্দিত পণ্ডিতৰ মেলতো তেওঁক পাব
পাব শিশুৰ (মৌ) মেলতো,
শ্ৰীশ্ৰীদুৰ্গাৰ মাহাত্ম্যৰ কথাতো তেওঁ কবই,
ক'ব বাথৌৰ কথাও,
প্ৰয়োজনবোধে খিচা গীতো গাব পাৰে তেওঁ
একোতে নহয় সেও।
সহজ-সৰল, নিমজ-কোমল তেওঁৰ ভাষা
তেওঁ যেন সকলোৰে আশা।
ৰামতো ভকতি তেওঁৰ, হৰিতো ভকতি,
মদন কামদেবকো সময়তে জনায় প্ৰণতি,
বাৰ্দ্ধক্যকো বৃদ্ধাঙ্গুষ্ঠ দেখুৱাই তেওঁ নিত্য 'চৰৈবেতি'।
তেৱেঁই নাৰদ, তেৱেঁই ব্যোম ভোলানাথ,
যুগৰ জটাধৰ সমন্বয়ৰ প্ৰতীক,
সাৰস্বত সাধনাৰে তেৱেঁই জ্বলায় জ্ঞানৰ প্ৰদীপ।
সদায়েই সন্মুখলে চায়,
পিচলৈ নেচায় উভতি,
তেনে হেন মুনিবৰক
মূঢ়মতি দেবেন্দ্ৰই
জনালে প্ৰণতি।



# সহকৰ্মীৰ দৃষ্টিত ড° ভট্টাচাৰ্য্য

শ্ৰীমতী প্ৰমোদা দেৱী

গুৱাহাটীৰ চানমাৰি নৰগিৰিৰ বাসিন্দা হিচাপে সৰুৰেপৰাই ভাষাবিদ্ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক কিছু জানিছিলোঁ। নৰগিৰি অঞ্চলটিক ভাষা সাহিত্যৰ কাণ্ডাৰীসকলৰ বাসভূমি বুলি ক'ব পাৰি। স্বৰ্গীয় অতুল চন্দ্ৰ বৰুৱা, ড° কালীনাথ শৰ্ম্মা, ড° বিশ্বনাৰায়ণ শাস্ত্ৰী, আমাৰ দেউতা জিতেন্দ্ৰ নাথ ভট্টাচাৰ্য্য আদিয়ে ভাষা সাহিত্যৰ ক্ষেত্ৰত যথেষ্ট বৰঙনি আগবঢ়াই গৈছে। স্কুলীয়া দেওনা পাৰ হৈ মহাবিদ্যালযত ভৰ্ত্তি হোৱাৰ পাছতেই এইসকল লেখক, পণ্ডিতক লগ পোৱাৰ সুবিধা পাইছিলোঁ। ভট্টাচাৰ্য্য দেউতাৰ প্ৰায় সমবয়সীয়া আছিল বাবে একপ্ৰকাৰ অভিভাবক বুলিয়ে ভাবিছিলোঁ আৰু আজিও ভাবোঁ।

ত্ৰিশ বছৰ মান আগৰ কথা। বি. বৰুৱা কলেজত প্ৰথমে অস্থায়ীভাৱে নৈশ শাখাত নিযুক্তি পোৱাৰ সুবিধাকণ পাইছিলোঁ। তাৰ পাছৰপৰাই ভট্টাচাৰ্য্যক ওচৰৰ পৰা পোৱাৰ সুবিধা হৈছিল। ১৯৬২ চনৰপৰা ১৯৮৬ চনলৈকে ২৪ বছৰ ভট্টাচাৰ্য্যই অধ্যক্ষৰূপে কাৰ্য্য নিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰিছিল। আমি বাৰ বছৰ মান তেখেতক সহকৰ্মী ৰূপে লগ পাইছিলোঁ।

সেই কালছোৱাত লক্ষ্য কৰিছিলোঁ--তেখেতৰ মৰমিয়াল অন্তৰৰ মৰম-চেনেহ সকলোকে বিলাইছিল। কলেজৰ সকলো দায়িত্ব মূৰ পাতি লৈয়ো সকলোৰে খা-খবৰ লোৱা, সকলো বিষয়তে দিহা-পৰামৰ্শ আগবঢ়োৱা অধ্যক্ষজনাৰ উদাৰ মনৰ পৰিচয়। শিক্ষক, কৰ্মচাৰীৰ উপৰিও মালী, চকিদাৰ, জামাদাৰ আদি সকলোৰে লগত তেখেতৰ সম্পৰ্ক মধুৰ আছিল। তেখেত সকলোৰে অভিভাৱক স্বৰূপ আছিল আৰু বিপদত সহায়ৰ হাত আগবঢ়াইছিল।

অধ্যক্ষৰূপে শাসনো কঠোৰ আছিল। কেতিয়াবা কিবা বিষয়ত খং উঠিলে তৰ্জ্জন-গৰ্জন কৰিছিল। তেনে সময়ত আমি অধ্যক্ষৰ কোঠাৰ ফালে পৰাপক্ষত নগৈছিলোঁ। খং জামৰাত পুনৰ আগৰদৰে হৈ পৰিছিল। তেখেতে অসমীয়া আৰু ইংৰাজী ভাষাততো গালি পাৰিছিলেই, সংস্কৃত ভাষাৰেও গালি পাৰিছিল।

তেখেতৰ দিনতে বি. বৰুৱা কলেজত 'পূৰ্বোত্তৰ ভাষা শিক্ষা কেন্দ্ৰ' গঢ় লৈ উঠিছিল। ১৯৮০ চনৰ ৩১ জুলাই তাৰিখে অধ্যাপক - অধ্যাপিকা, ছাত্ৰ-ছাত্ৰীৰ সহযোগত আনুষ্ঠানিকভাৱে শিক্ষা কেন্দ্ৰটো আৰম্ভ কৰা হৈছিল। এই কেন্দ্ৰত তিনিমহীয়া প্ৰমাণ পত্ৰ পাঠ্যক্ৰমৰ যোগেদি অসমীয়া, বৰো, খাচী, ডিমাচা, মিচিং আৰু কাৰ্বি ভাষা শিকোৱাৰ ব্যৱস্থা কৰা হৈছিল। পূৰ্বোত্তৰ ভাষা শিক্ষা কেন্দ্ৰটোৱে অগ্ৰগতি লাভ কৰাত তেখেতে সম্পূৰ্ণ সহযোগ কৰিছিল। নিজে মাজে সময়ে বৰো শ্ৰেণীত শিক্ষাদান কৰিছিল আৰু বৰো ভাষাত কথা কৈ ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক সকলক জনজাতীয় ভাষাৰ প্ৰতি আকৰ্ষণ কৰিছিল। এই অনুষ্ঠানটিৰ যোগেদি আমি বৰো ভাষাৰ পণ্ডিত অধ্যাপক থানেশ্বৰ বৰো, দয়াৰাম উৱাৰী, ৰত্নেশ্বৰ বসুমতাৰী, মিচিং ভাষাৰ পণ্ডিত টাবুৰাম টায়েদ, ভৃগুমণি কাগয়ুং, কক্‌বৰক (তিপৰা) বিশেষজ্ঞ অধ্যাপক প্ৰভাস চন্দ্ৰ ধৰক, কাৰ্বি ভাষাৰ প্ৰশিক্ষক ছাবছিং ইংতি আদি ভালে সংখ্যক পণ্ডিতৰ সান্নিধ্যলৈ অহাৰ সুবিধা লাভ কৰিছিলোঁ। সেই সময়ত এই পূৰ্বোত্তৰ ভাষা শিক্ষা কেন্দ্ৰ অনুষ্ঠানটোৰ লগত জড়িত ব্যক্তিসকল নিশা ন বজাত কাম সামৰি ঘৰলৈ যোৱাটো যেন এটা নিয়মত পৰিণত হৈছিল। তেখেত সক্ৰিয়ভাৱে জড়িত থকা আন এক অনুষ্ঠান অসম জনকৃষ্টি সমাজ (Folklore Society of Assam)। ইয়াৰ যোগেদিও আমি অধ্যাপক ড° প্ৰফুল্লদত্ত গোস্বামী, ড° বীৰেন্দ্ৰনাথ দত্ত, ড° নবীন চন্দ্ৰ শৰ্মা আদি বিশিষ্ট পণ্ডিত গৱেষকসকলক লগ পোৱাৰ সুবিধা পাইছিলোঁ কেৱল ড° ভট্টাচাৰ্য্য মহোদয়ৰ বাবেই।

কলেজৰ পাঠ্যশ্ৰেণীত নিৰ্দ্ধাৰিত শিক্ষক অনুপস্থিত থাকিলে অধ্যক্ষ মহোদয়ে শ্ৰেণীকোঠালৈ গৈ সেইবিষয়ৰ আশে পাশে আকস্মিক বক্তৃতা প্ৰদান কৰিছিল। কলা শাখাৰ কথা বাদেই পদাৰ্থ বিজ্ঞানৰ শ্ৰেণীত তেখেতে গৈ শিলগুটিৰ বিষয়ে সুন্দৰ বক্তৃতা দি অহাৰ কথা ছাত্ৰ-ছাত্ৰীৰ মুখৰ পৰাই শুনিছিলোঁ। তেখেতৰ জ্ঞানগৰ্ভ বক্তৃতা, স্বাধীনতা আন্দোলনৰপৰা আৰম্ভ কৰি ৰাজনীতি, সমাজনীতি, ভাষা-সংস্কৃতি, বিদেশ ভ্ৰমণ কৰি (১৯৭৯ চনত পেৰিচত আন্তৰাষ্ট্ৰীয় চীন-তিব্বতীয় ভাষা সন্মিলনত, পৰবৰ্ত্তী ১৯৯৬ চনত হলেণ্ডত বহা সন্মিলনতো ভাষাবিজ্ঞানৰ চৰ্চা কৰিছিল) আদি বিভিন্ন বিষয়ৰ ওপৰত কোৱা আৰু লেখা সম্পদবোৰ আজিও সজীৱ হৈ আছে।

ড° ভট্টাচাৰ্য্য এগৰাকী প্ৰসিদ্ধ ভাষাবিদ ৰূপে সৰ্বভাৰতীয় তথা আন্তঃৰাষ্ট্ৰীয় পৰিক্ৰমাত পৰিচিত। ১৯৬৫ চনত পণ্ডিত সুকুমাৰ সেনৰ অধীনত *A Descriptive Analysis of the Boro Language* নামৰ গৱেষণা গ্ৰন্থৰ বাবে ডক্টৰেট উপাধি লাভ কৰে। (ড° বাণীকান্ত কাকতি দেৱৰ অধীনত ১৯৫১ চনতে বৰো ভাষাৰ গৱেষণা আৰম্ভ কৰিছিল)। ১৯৫৪ চনৰপৰা ১৯৬০ চনলৈকে তেখেতে পুনাৰ ডেক্কান কলেজ আৰু আগ্ৰা বিশ্ববিদ্যালয়ৰ কেন্দ্ৰীয় হিন্দী সংস্থানত The school of Linguistics- ৰ অনুষ্ঠানৰ জৰিয়তে আধুনিক ভাষা বিজ্ঞানৰ চাৰিটা সত্ৰত উচ্চ প্ৰশিক্ষণ লাভ কৰে।

অৱসৰী জীৱনতো তেখেতে বিৰামবিহীন ভাৱে ভাষা-সাহিত্যৰ সেৱা আগবঢ়াই আছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ বৰো বিষয়ৰ ডিপ্লমা আৰু স্নাতকোত্তৰ পাঠ্যক্রমৰ বাবে বিভাগীয় অতিথি সদস্য ৰূপে কাৰ্য্য সম্পাদন কৰি থকাৰ উপৰিও অসম সাহিত্য সভা, অসম ভাষা বিজ্ঞান সমিতি, কামৰূপ অনুসন্ধান সমিতি, শ্ৰীমন্ত শঙ্কৰ বিকাশ সমিতি, গুৱাহাটী আলোচনা চক্র, North East Council for Social Science Research, The Linguistic Society of India (Pune), আদিৰ আজীৱন সদস্য। ১৯৭১ চনত মাকুম অধিৱেশনত আলোচনাচক্রৰ শাখা সভাপতি হোৱাৰ উপৰিও ১৯৯৫ চনত অসম সাহিত্য সভাৰ সৰ্থেবাৰী অধিবেশনৰ আলোচনাচক্রৰ সঞ্চালক আছিল। উত্তৰ গুৱাহাটীত প্ৰতিষ্ঠিত আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সম্থাৰ সাধাৰণ পৰিষদ তথা কাৰ্য্যনিৰ্বাহক সভাৰ সদস্যৰূপে ডক্টৰ ভট্টাচাৰ্য্য জড়িত হৈ আছে।

তেখেতৰ সাহিত্যিক অবদানসমূহ হ'ল অসমৰ *লোক-উৎসব* (প্ৰবন্ধ সংকলন), *সৰাফুল* আৰু *কুঁৱলী আঁৰে আঁৰে* (কবিতা সংকলন), *A Descriptive Analysis of the Boro Language, Boro Folk Songs and Tales, Aspects of North East Indian Language* আৰু *This is Assam* (যুটীয়া ভাৱে লিখা) আদি।

সম্পাদনা কৰা পুথিসমূহৰ ভিতৰত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ আলোচনীৰ প্ৰথম সংখ্যা (১৯৫০), *অসমৰ জনজাতি, তৰুণ জাগৰণ, সন্ধান, চক্র সুৰভি* আদি উল্লেখযোগ্য।

ইয়াৰ বাহিৰেও অসমীয়া, ইংৰাজী, বঙলা ভাষাত লিখা তেখেতৰ বিভিন্ন চিন্তামূলক প্ৰবন্ধ কিতাপ পত্ৰ, আলোচনী, স্মৃতিগ্ৰন্থ আদিত প্ৰকাশ পাইছে আৰু আজিও তেখেতৰ লিখনি অব্যাহত আছে।

নিজস্ব পাণ্ডিত্য আৰু প্ৰতিভাৰ স্বীকৃতি স্বৰূপে তেখেতে অসম সাহিত্য সভাৰ পৰা লীলাগগৈ স্মাৰক বঁটা (২০০০ চন), কামৰূপ জিলা সাহিত্য সভাৰ পৰা কামৰূপ ৰত্ন উপাধি (২০০১ চন), দলিত সাহিত্য একাডেমী (অসম)ৰ পৰা শ্ৰীমন্ত শংকৰদেৱে বঁটা (২০০২ চন) লাভ কৰিছে।

কুৰি শতিকাৰ আশীৰ দশকৰ কথা। গুৱাহাটী বিশ্ববিদ্যালয়ত দুই এক বিভাগত এম্. ফিল্ পাঠ্যক্রম প্ৰৱৰ্ত্তন কৰিছে। সেই সময়ত আমাৰ মাজৰ কেবাজনকো একপ্ৰকাৰ জোৰ কৰিয়েই এম্ ফিল্ ডিগ্ৰী লবলৈ অধ্যক্ষ ভট্টাচাৰ্য্যই পঠিয়ালে। পৰীক্ষাৰ ফলাফল অহাৰ পাছত তেখেতে এটি কবিতাৰে মোলৈ অন্তৰ উজাৰি দিয়া মৰম আৰু আশিস বাণীৰ কথা জানো পাহৰিব পাৰিম ?

পৰিশেষত আমাৰ দিশ নিৰ্ণয় কৰোঁতা, নাতি-নাতিনীসকলৰ হাউ ডু- ইউ ডু (How do you do) ককাৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিলোঁ। ●

# গুৰু - প্ৰণাম

শ্ৰীদিনেশ শৰ্মা

আমাৰ সামান্য সাহিত্য কৰ্ম্মৰ যোগেদি যি কেইগৰাকী অসমীয়া মুষ্টিমেয় পণ্ডিতৰ সান্নিধ্য লাভ কৰাৰ সুযোগ পাইছোঁ তাৰ ভিতৰত ডক্টৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰ অন্যতম। আমাক সকলো সময়তে সদুপদেশ আৰু আশীৰ্ব্বাদ দি থকা ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰ মোৰ শিক্ষা গুৰু নাছিল। শিক্ষা গুৰু নহ'লেও বিদ্যায়তনিক দিশত যি ব্যৱহাৰিক জ্ঞান লাভ কৰাৰ সুযোগ পোৱা নাছিলোঁ সেই জ্ঞান কিছু পৰিমাণে হ'লেও এইগৰাকী শুভানুধ্যায়ী তপস্বীৰপৰা লাভ কৰিছোঁ বুলি মই মনে প্ৰাণে বিশ্বাস কৰোঁ।

সাহিত্যৰ এনে কেইটামান শ্ৰেণী আছে য'ত যথেষ্ট 'গ্লেমাৰ' বুটলিব পাৰি। কিন্তু ড ভট্টাচাৰ্য্য ছাৰ যিটো শ্ৰেণীত পাণ্ডিত্য লাভ কৰিছে সেইটো শ্ৰেণীত গ্লেমাৰৰ কথা নাই। ভাষা বিজ্ঞানক বহুতেই নীৰস বিষয় হিচাপেই গণ্য কৰি আহিছে। ড' ভট্টাচাৰ্য্য ছাৰৰ গৱেষণাৰ বিষয়টো পৃথিৱীজুৰি নীৰৱে চৰ্চ্চা হয়। সেয়ে তেখেতৰ ক্ষেত্ৰখন অসম নাইবা ভাৰততে সীমাবদ্ধ হৈ নাথাকি গোটেই পৃথিৱীৰ মানৱ সমাজৰ বাঙ্ময়তাৰ পুলি-পোখা উদ্ধাৰৰ প্ৰচেষ্টাহে। তেখেতে আন্তঃৰাষ্ট্ৰীয় ভাষা সন্মিলনবোৰত ভাগ ল'বলৈ নিমন্ত্ৰণ পায়। প্ৰকৃততে সেইসকল পণ্ডিতেহে ড' ভট্টাচাৰ্য্য ছাৰৰ প্ৰকৃত মোল বুজি পায়। ভাষা গৱেষণাৰ দৰে এটা দুৰূহ প্ৰচেষ্টাৰ সাধক সকলৰ লগত সেয়েহে সাধাৰণ মানুহে সেই সকলৰ পৰ্য্যায়ত কথা পাতিবলৈ সঙ্কোচ কৰে। ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, সাংযুতিক বিশ্লেষণেৰে ভাষাৰ অধ্যয়ন কৰি, ভাষাতাত্ত্বিক স্বৰূপে -- ভাৰতীয় ভাষা বিজ্ঞান সমিতি, সৰ্ব্ব ভাৰতীয় প্ৰাচ্য সন্মিলন, ১৯৭৯ চনত পেৰিছত চীন-তিব্বতীয় ভাষা আৰু ভাষাতত্ত্ব, ১৯৯৬ চনত নেডাৰলেণ্ডৰ ৰিক্স ইউনিভাৰ্চিটিত, হিমালয়ান লেঙ্গুৱেজ ইনষ্টিটিউট কনফাৰেঞ্চ আদিত গৱেষণামূলক প্ৰৱন্ধ পাঠ কৰি পৃথিৱীৰ ভাষা-বিজ্ঞান-পণ্ডিতসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হৈছে আৰু এজন নিৰ্ভৰযোগ্য পণ্ডিত হিচাপে স্বীকৃতি লাভ কৰিছে।

ভাষা-গৱেষণাৰ অধ্যয়ন, লোকসাহিত্য আৰু লোকসংস্কৃতিৰ লগত ওতপ্ৰোতভাৱে জড়িত। তাৰ লগতে প্ৰয়োজন হয় নৃতত্ত্ব, পুৰাতত্ত্ব আদিৰ অনেক

সমল। বিভিন্ন জনগোষ্ঠীৰ ভাষা শৈলী কেনেদৰে নিৰূপিত হৈছে তাৰ গূঢ়তত্ত্ব এইসকল পণ্ডিতেহে জানে। মানৱ জাতিৰ বিভিন্ন জীৱন শৈলীৰ লগত ভাষা শৈলীৰ সম্বন্ধ বৰ নিকট।

এবাৰ ছাৰে আমাক এষাৰ কথা কৈছিল, "পৃথিৱীত যদি বিশেষ এটা ভাষা কোৱা মানুহ পাঁচজনো থাকে তেনেহলে সেই ভাষাটোও মানৱ সমাজৰ উত্তৰণৰ বাবে মহা মূল্যবান। সেইটো কথা হয়তো আজি আমি উপলব্ধি কৰিবলৈ টান পাম। কিন্তু সেই কথাটোৰ মূল্যায়নৰ বাবে মানুহে ভাষা কবপৰা আগৰ সময়খিনিলৈ উভতি চাব লাগিব। মাথো পাঁচজন মানুহে কোৱা ভাষাতে উদ্ভাষিত হ'ব পাৰে সহস্ৰ যুগৰ ইতিহাস।"

ড° ভট্টাচাৰ্য্য ছাৰৰ সান্নিধ্য ভাল পোৱা লোক বহুত। ইয়াৰ কাৰণো অৱশ্যে আছে। যি সকল লোক আজিও তথাকথিত আধুনিক জীৱন যাত্ৰাত নগৰীয়া কৃত্ৰিম বতাহত গা এৰি দিয়া নাই তেনেবোৰ লোকেই ড° ভট্টাচাৰ্য্য ছাৰৰ সহজ-সৰল গ্ৰামীণ জীৱনৰ সকলো আচাৰ-নীতিৰ প্ৰতি শ্ৰদ্ধাশীল। তেখেত এজন আন্তঃৰাষ্ট্ৰীয় খ্যাতিৰ পণ্ডিত হৈও সাধাৰণ মানুহ। গৱেষক ছাত্ৰ নাইবা সহকৰ্ম্মীৰ লগত তেখেত যেনে সদাচাৰী তেনেদৰে সাহিত্য-সংস্কৃতি চৰ্চ্চাৰ অনুশীলন কৰিব খোজাখিনিৰ লগতো সমানে সদালাপী।

মহাদেৱ সদৃশ এই ব্যক্তিজন কেতিয়া ৰুষ্ট হয় আৰু কেতিযা তুষ্ট হয় কোনেও নাজানে। কোনোবাই ভালপোৱা বেয়া পোৱালৈকে কেৰেপ নকৰে। যি কয় স্পষ্টকৈ কয়। ছাৰে ভেম বোলা বস্তু চিনি নাপায়। সেয়ে কোনো নতুন লিখক এজনেও যদি অনুষ্টুপীয়াকৈ সভা পাতি ছাত্ৰক নিমন্ত্ৰণ কৰে -- ছাৰ উপস্থিত হ'বই।

ছাৰৰ নামটো আগৰে পৰা শুনি আছিলোঁ যদিও, ছাৰৰ লগত মই প্ৰথম মুখামুখী হৈছিলোঁ ১৯৭৪ চনত। তেখেত তেতিয়া বি. বৰুৱা কলেজৰ প্ৰিঞ্চিপাল। ছাৰ যে বমভোলা মানুহ সেই খবৰ মই আগতীয়াকৈ সংগ্ৰহ কৰি লৈছিলোঁ। সেয়ে প্ৰিঞ্চিপালৰ কমত সোমাওতে কোনো আনুষ্ঠানিকতা বা নিয়ম পালন কৰা নাছিলোঁ। আনকি নিজকে এজন সাহিত্যসেৱী বুলিও উল্লেখ কৰা নাছিলোঁ; কাৰণ তেনে কৰাতো মোৰ স্বভাৱ বিৰুদ্ধ আছিল।

ঃ কি হ'ল ?

ঃ ছাৰ, মোৰ নাম .............. । মোৰ সম্বন্ধীয় ছোৱালী এজনী এড্‌মিশ্যানৰ কথা লৈ আহিছো।

ঃ পাটোৱাৰী আছা ? এওঁ বাপাৰ কথাটো শুনাছোন আৰু কামটো কৰি দিয়া।

কাষৰ আন এটা কমলৈ গৈ শ্ৰীযুত পাটোৱাৰীৰ লগত কথা হ'লোঁ। তেখেতে চিধাই অসম্ভৱ বুলি ক'লে; কাৰণ তাৰিখ কেতিয়াবা দিনাই পাৰ হৈ গৈছে নে চিটি নাই তেনে কিবা এটা কথা মোক বুজাই দিলে। এতিয়া হেনো তেওঁ একো

কৰিব নোৱাৰে। মোৰ মনটো বৰ বেয়া লাগিল। মই আশা এৰি নিদি আকৌ প্ৰিঞ্চিপালৰ কমত সোমালোঁ। ড' ভট্টাচাৰ্য্য ছাৰে মোৰ কথাখিনি শুনিলে। ক'ত থাকো, ক'ত কি কৰোঁ তাকো সুধিলে ।

ঃ কিবা এটা ক'ৰ্বা লাগ্‌বো যোৱা। কালিক গেলি ছাত্ৰীজনীক ক্লাছ ক'ৰবা কবা। তুমিও আহ্‌বা। কিবা এটা ক'ৰবা লাগ্‌বো যোৱা। চাৰ্টিফিকেট-তাৰ্তিফিকেট গিলাখান লগোত আছেনা ? সিগ্‌লাখনলৈ আহ্‌বা। হবো যোৱা। কিবা এটা ক'ৰ্বা লাগ্‌বো যোৱা।

ছাৰক নমস্কাৰ এটা জনাই গুছি আহিলোঁ। পিচদিনাখন মই সেই একে সময়তে ছাৰক লগ ধৰিলোঁ।

ঃ ছাৰ! আজি আপুনি মোক মাতিছিল। এইখিনি কাগজ পত্ৰও আনিবলৈ কৈছিল।

ছাৰে কিছু সময় মোৰ পিনে চাই থাকিল আৰু ক'লে ঃ

ঃ যোৱা কালি তোমাৰ নেচ্‌না চলিৰ লগোত মই কথাই পাতা নাই। ক'ৰ চলি, ক'ৰ পৰা আহ্‌ছা ?

ঃ (সৰ্বনাশ.... .) ছাৰ, আপুনি ছাত্ৰীগৰাকীক আজিৰপৰা ক্লাছ কৰিবলৈকো কৈছিল।

ঃ কৈছিলো যদি কৈছিলো। তাতে কি হ'ল ? . ... .... চাও দৰ্খাস্তখান দিয়া। ............ পাটোৱাৰী আছা ? .. ........ এড্‌মিশ্যনটো লৈ থোৱা।

তাৰ পিছত ছাৰৰ লগত দেখা সাক্ষাৎ বেচ কিছুদিন ধৰি হোৱা নাছিল। ছাৰে কেতিয়া অৱসৰ ললে তাকো নাজানিলোঁ। ১৯৯০ চনত এজন সুহৃদ ব্যক্তিয়ে এখন সাহিত্য আলোচনা সভালৈ মোক নিমন্ত্ৰণ কৰিলে। লগতে ফোনত এক প্ৰকাৰ আদেশ দিলে যে তাত মই মোৰ লেখা এটা পাঠ কৰিব লাগিব।

যথা সময়ত উপস্থিত হ'লোঁ। গুৱাহাটী আলোচনা চক্ৰ। আগৰ পৰাই নাম শুনি আছিলোঁ। কিন্তু বিদগ্ধ পণ্ডিতৰ সমাৱেশ হয বুলি গম পোৱা নাছিলোঁ। তাত মোৰ লেখা পঢ়িলোঁ।

ঃ তুমি বাপা সদায় আহি থাক্‌বা লাগ্‌বো।

মই ছাৰৰ হাঁহি থকা মুখখনলৈ চালোঁ। প্ৰিঞ্চিপালৰ কমৰ ঘটনাটো মোৰ মনত সজীব হৈ আছিল ; যদিও ছাৰক একো নকলো। ছাৰৰ মনত থকাৰ কথাই নুঠে।

গুৱাহাটী আলোচনা চক্ৰবোৰৰ পৰৱৰ্ত্তী বৈঠকবোৰত মই ছাৰৰ কথা ৰাখিলো। ১৯৯৮ চনত স্বৰ্গীয় অতুল চন্দ্ৰ বৰুৱা (সভাপতি) আৰু ছাৰে (সম্পাদক) মোক গুৱাহাটী আলোচনা চক্ৰৰ কাৰ্য্যালয়ৰ সম্পাদক পাতিলে। অতুলচন্দ্ৰ বৰুৱাদেৱৰ দেহাৱসানৰ পাছত মোক সম্পাদকৰ ভাৰ দি ছাৰ সভাপতি হয়। ১৯৭৪ চনতে গুৰু ভজা শিষ্যৰ যেন সকলো হাততে মিলিল। সম্পাদক-তম্পাদক

হওঁ, নহওঁ, ছাৰক অন্ততঃ ওচৰৰপৰা সেৱা কৰাৰ সুযোগ পাম। ই মোৰ বাবে আনন্দৰ কথা। ভাগ্যৰ কথাও। লিখা মিলাৰ প্ৰতিও সজাগ হ'লোঁ। দায়বদ্ধতাৰ লেকাম লাগিল।

ছাৰৰ মধুৰ বচন আৰু ব্যৱহাৰৰ মাজেদিয়ে আমাক অনেক নজনা কথা শিকাই দিয়ে। ছাৰৰ প্ৰতি মোৰ আকৰ্ষণৰ এইটোও এটা দিশ। এনে ব্যক্তি আছিল স্বৰ্গীয় প্ৰফেছৰ ৰজনী কান্তদেৱ শৰ্মা। তেখেতও মোৰ শিক্ষা গুৰু নাছিল। কিন্তু বাটত লগ পালেই আঙুলি এটাও খামোচ মাৰি ধৰি বিষয়বস্তুটো নিজে উলিযাই বুজাই গৈছিল। এনেবোৰ পণ্ডিতৰ ওচৰত শিক্ষা নলৈ কিয় যেন শ্বিলঙৰ পাদুৰী চাহাবৰ তলত পঢ়িছিলোঁ ভাবিলে আজিও মনত ধিক্কাৰ আহে।

ছাৰৰ জীৱন-কাহিনী লিখিলে গ্ৰন্থখনে এক বিশাল ৰূপ ধাৰণ কৰিব; কিন্তু সম্পাদকে যিহেতু আমাক ছাৰৰ সান্নিধ্যৰ কথাহে লিখিবলৈ কৈছে, সেইহেতু আমাৰ দুটি সান্নিধ্যৰ বিষয়ে চমুকৈ লিখিলোঁ।

সান্নিধ্য মানে যদিও সামীপ্য বা নৈকট্য বুজায় -- লেখক এজনৰ সান্নিধ্য অকল কায়িক সান্নিধ্য নহৈ তেওঁৰ সৃষ্টি কৰ্ম্মৰ পাঠক হিচাপেও সান্নিধ্য লাভ কৰিব পাৰি বুলি আমি বিশ্বাস কৰোঁ। লিখকৰ লেখা পঢ়ি পঢুৱৈৰ মনৰ মাজত আত্মীয়তা লাভ কৰিব পাৰিলেও লিখক জনক ওচৰতে পাব পাৰি। সেই হিচাবে আমি হাইস্কুলীয়া ছাত্ৰাৱস্থাৰ পৰাই প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ সান্নিধ্য লাভ কৰিছিলোঁ -- তেখেতৰ দ্বাৰা প্ৰণীত *অসমৰ লোক উৎসৱ* নামৰ গ্ৰন্থখনিৰ মাজেৰে। তেতিয়া এনেদৰে অভিভূত হৈ পৰিছিলোঁ যে গাঁৱত আমি যিবোৰ আনন্দ-উৎসৱ কৰি থাকোঁ সেইবোৰ দেখোন কিতাপত পঢ়িবলৈ পোৱা যায়। নিজৰ কথা নিজে পঢ়ি আনন্দ পোৱাৰ মজাই বেলেগ। বহু দেৰীকৈ গম পাইছিলোঁ যে বিশেষ এটা ঐতিহাসিক স্তৰত সাধাৰণ মানুহৰ আশা আকাঙ্ক্ষাৰ সাৰ্থক ৰূপায়ণেই লোক সংস্কৃতি। তেখেতৰ *বৰো ভাষাৰ বৰ্ণনাত্মক বিশ্লেষণ* বৰো জনগোষ্ঠীৰ বিবৰ্ধক আয়না। তাৰ সাৰস্বত মূল্য হ'ল সুদূৰ প্ৰসাৰী । কিয়নো ভাষাক কলা বন্ধনৰ দ্বাৰা সংযমিত কৰিব পাৰিলেহে সি সাহিত্যৰ মাধুৰ্য্য বিলাব পাৰে। ইয়াতেই বৰো জনগোষ্ঠীৰ সাধাৰণ মানুহৰ অন্তৰ দৃষ্টিৰ বাহ্যিক নান্দনিক প্ৰকাশৰ আন এটা ঢাপ উন্মোচিত হ'ল বুলি প্ৰত্যয় গৈছোঁ।

ছাৰক শ্ৰীযুতা দেৱীপ্ৰভা ভট্টাচাৰ্য্য বাইদেৱে মুক্ত বিহঙ্গৰ দৰে উৰি ফুৰিবলৈ সুবিধা কৰি দি আহিছে। এই ছেগতে এইজনা মাতৃৰ আশীৰ্ব্বাদ অবিহনে আমাৰ 'সান্নিধ্যৰ কথা' আধৰুৱা হৈ ৰব। সেয়ে মাহেকত অন্ততঃ এবাৰ 'হৰ-গৌৰী' দৰ্শনৰ অভিলাস আমাৰ দৈনন্দিন কাৰ্যসূচীৰ ভিতৰুৱা। পৰম মঙ্গলময়ৰ ওচৰত প্ৰাৰ্থনা কৰিছোঁ -- অনাগত দিনবোৰত দুয়ো সুস্বাস্থ্যৰ অধিকাৰী হৈ থাকক।



# পাৰিবাৰিক সম্পৰ্কৰ জলঙাইদি শিক্ষাগুৰু ড° ভট্টাচাৰ্য্য

শ্ৰীখনীন্দ্ৰ চন্দ্ৰ দাস

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মোৰ অকল এগৰাকী নমস্য শিক্ষা-গুৰুৱেই নহয়, ব্যৱহাৰিক জীৱনৰ অতি শুভাকাংক্ষী অভিভাৱক আৰু আজিলৈকে পৰিয়ালৰ এগৰাকী হিচাবেই শ্ৰদ্ধা কৰি আহিছোঁ। পুৰণি কালৰ গুৰু-শিষ্যৰ যি ধৰণৰ সম্পৰ্ক আছিল আমাৰ ক্ষেত্ৰতো সেই সম্বন্ধ অটুট আছে যদিও মই মনৰ মাজত উপলব্ধি কৰোঁ— ছাৰ যেন মোৰ বাবে ফ্ৰেইণ্ড, ফিলোছফাৰ আৰু গাইড। গতানুগতিক মান-সন্মান অভিযান, অহংকাৰ মই কোনোদিনে ছাৰৰ ব্যৱহাৰত পোৱা নাই, বিনিময়ত মাথো পাইছোঁ সঁচা-অৰ্থৰ মৰম-চেনেহ আৰু ভালপোৱা যিটো গুণ বহুতো ব্যক্তিৰ গাত নাথাকে, কিন্তু ছাৰৰ স্বভাৱগত ব্যৱহাৰে সকলোকে আপোন কৰি লব পাৰে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক বন্ধুবৰ ড' নবীন শৰ্মাদেৱে এটি মহৎ উদ্দেশ্যৰ হকে ভট্ট ছাৰৰ লগত থকা আমাৰ সান্নিধ্যৰ কিছু কথা জনাবলৈ অনুৰোধ কৰাত মনলৈ আহিছে কথাবোৰ ক'ৰ পৰা আৰম্ভ কৰিম আৰু ক'ত শেষ কৰিম। ছাৰক প্ৰথম লগ পাইছিলোঁ আজিৰপৰা পঞ্চল্লিচ বছৰ আগতে অৰ্থাৎ ১৯৫৯ চনত বি. বৰুৱা কলেজৰ এগৰাকী ছাত্ৰ হিচাবে কলেজৰ ছাত্ৰ একতা সভাৰ বিষয়ববীয়া হিচাবে কলেজৰ বছৰেকীয়া খেল-ধেমালি, সাংস্কৃতিক অনুষ্ঠান আদিত সক্ৰিয় ভাবে জড়িত হৈ পৰিছিলোঁ আৰু লাহে লাহে। আটাইবোৰ ছাৰ-বাইদেউ, বন্ধু-বান্ধবীৰ লগত আত্মীয়তা বাঢ়ি গ'ল। একেদৰে ড° নিৰ্মলপ্ৰভা বৰদলৈ, যোগেশ দাস, পৰমেশ্বৰ শৰ্মা, প্ৰসন্ন কুমাৰ শৰ্মা, ঘনকান্ত চেতিয়া ফুকন, দুলাল চন্দ্ৰ বৰঠাকুৰ আদিৰ কথা ভাবি আজিও ভাল লাগে। ভট্টছাৰৰ ভলভলীয়া কথা-বতৰা আৰু আচৰণত আমি বেছি আপোন হৈ পৰিলোঁ। ছাৰৰ সহজ-সৰল সহধৰ্মিনী বাইদেউৰ কথা বতৰায়ো আমাক পৰিয়ালৰ একোজন কৰি ললে। সুখ-দুখৰ সমভাগী হৈ পৰিলোঁ। এই মধুৰ সম্পৰ্কই মোৰ প্ৰয়াত পিতৃ শিক্ষাবিদ ৰামপদ দাস আৰু প্ৰয়াত মাতৃ নিৰদা দাসৰ লগতে পৰিয়ালৰ প্ৰত্যেক গৰাকী ভাই-ভনীৰ সম্পৰ্ক ছাৰৰ লগত একেবাৰে ঘৰুৱা হৈ পৰিল। ঠিক তেনেদৰে ছাৰৰ এগৰাকী কনিষ্ঠ ভাতৃও (প্ৰয়াত সুৰেন্দ্ৰ নাথ) দেউতাৰ সহযোগত শিক্ষা

বিভাগত নিযুক্তি পোৱাত ছাৰৰ লগতে আমিও নথৈ আনন্দ পালোঁ। ছাত্ৰ-শিক্ষকৰ আন্তৰিকতাই ক্ৰমে পাৰিবাৰিক মিলনৰ বান্ধোন যুগমীয়া কৰি তুলিলে। দেউতা শিলঙত ৰাজ্যিক বুনিয়াদী শিক্ষা বিষয়া হৈ থকা কালতো ছাৰে কেবাবাৰো আমাৰ শিলঙৰ বাসভৱনলৈ গৈ মুচিব নোৱাৰা স্মৃতি ৰাখি থৈ আহিছে আজি আমাৰ মা-দেউতা কেতিয়াবাই স্বৰ্গী হ'ল কিন্তু মুহূৰ্তবোৰ সজীৱ হৈয়ে ৰ'ল। দেউতা আৰু মাৰ প্ৰতি ছাৰৰ যিধৰণৰ শ্ৰদ্ধা-ভক্তি মই নিজে প্ৰত্যক্ষ কৰিছিলোঁ, তেতিয়াই মযো ছাৰৰ বহল মনৰ অন্তৰখনক খুব গভীৰভাৱে উপলব্ধি কৰিছিলোঁ আৰু প্ৰকৃত জ্ঞান লাভ কৰাৰ প্ৰেৰণা পাইছিলোঁ। একেদৰে তেওঁৰ চাৰিওটি পুত্ৰ সন্তানৰ অমায়িক ব্যৱহাৰত মুগ্ধ হ'ব লাগে। নিচেই সৰুৰে পৰা পোৱা হেতুকে আমাকো খুৱাৰ মৰ্য্যাদা দি আদৰ কৰে। সেয়েহে মৰমৰ টানটো বেছি, বিয়া-বাৰুৰ পিছত বোৱাৰী কেইগৰাকীয়ো সহজ সৰল, মুঠতে ছাৰৰ এতিয়া ক'বলৈ গ'লে সুখৰ সংসাৰ সৰু সুৰা বহু ঘটনা দুৰ্ঘটনা বহু কথা আছে যিবোৰ ব্যাখ্যা কৰি পাৰ পোৱা নাযায়। অসমৰ বিজ্ঞ সমাজখনত ছাৰৰ স্থিতি ব্যাখ্যা কৰাৰ প্ৰয়োজন নাই - সকলোৰে গ্ৰহণযোগ্য কোনো ধৰণৰ বিতৰ্ক নোহোৱা গুণী ব্যক্তি সাহিত্য সংস্কৃতি-সমাজৰ সকলো ক্ষেত্ৰতে মুক্তভাৱে বিচৰণ কৰি ফুৰিছে। তীক্ষ্ণ বুদ্ধিসম্পন্নলোক হৈয়ো সকলো শ্ৰেণীলোকৰ লগতে সম ব্যৱহাৰ মনত ৰখা ক্ষমতা প্ৰচুৰ, কোন পৰিয়াল কাৰ কি সম্পৰ্ক সেয়া মুখস্থ ভাবিলে আচৰিত লাগে। ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰিও অসমৰ বৰো জনগোষ্ঠীৰ ভাষা সাহিত্য কৃষ্টি সংস্কৃতি অধ্যয়ন কৰি গৱেষণাৰ বিষয়বস্তুৰ ওপৰত ডক্টৰেট ডিগ্ৰীলোৱা প্ৰথম অজনজাতীয় লোক বুলি আমি গৌৰৱ কৰোঁ। এই ক্ষেত্ৰত বৰো সাহিত্যিক ভবেন নাৰ্জাৰীৰ কথা ছাৰে শ্ৰদ্ধাৰে স্মৰণ কৰে। সেয়েহে জনজাতীয় সম্প্ৰদায়ৰ মাজতো ভট্টছাৰ এগৰাকী প্ৰিয় ব্যক্তি, যেহেতু জাত পাতত কোনো গোড়ামি নাই। সমাজত 'অজাত শত্ৰু' বুলি ক'লে ভুল নহব। তথাপিও অসম সাহিত্য সভাৰ দৰে বৃহৎ জাতীয় অনুষ্ঠানটিৰ সভাপতিৰ আসনত বিশিষ্ট ভাষাবিদ পণ্ডিত গৰাকীক কি কাৰণত বহুৱাব নোৱাৰিলে, সিয়ো এক ৰহস্য। কিছু কিছু গুণী ব্যক্তিৰ ক্ষেত্ৰত অবিচাৰ হোৱাৰ দৰে ভট্টছাৰৰ ক্ষেত্ৰতো ভাবোঁ সাহিত্যৰ মজিয়াত একে অবিচাৰ কৰা হ'ল। অসম সাহিত্য সভাই গভীৰ ভাবে চিন্তা কৰা উচিত মৰ্য্যাদা সহকাৰে ছাৰক 'সাহিত্যাচাৰ্য্য' উপাধিৰে সন্মানিত কৰা উচিত - আমি ভাবো এনে কাৰ্য্যত শত-সহস্ৰলোকে মনত আনন্দ লভিব। জনজাতীয় ভাষাকো মৰ্য্যাদা দিয়া হ'ব যেহেতু এইবেলি কেন্দ্ৰীয় চৰকাৰেও বৰো ভাষাক ৰাষ্ট্ৰীয় মৰ্য্যাদা প্ৰদান কৰিলে, সেয়েহে পৰামৰ্শটো নিশ্চয় প্ৰাসঙ্গিক হ'ব বুলি ভাবোঁ। বৰ্ত্তমান সমাজত নিকা ভাবমূৰ্ত্তিৰ সহজ-সৰল ব্যক্তিৰ সংখ্যা লাহে লাহে কমি আহিবলৈ ধৰিছে, সঁচা কথাটোক ক'বলৈকে সাহস গোটাব নোৱাৰা পৰিস্থিতিত ছাৰ কিন্তু ব্যতিক্ৰম, আমি তাকেই বিচাৰোঁ। প্ৰকৃত জনগণৰ পক্ষটোৱে আমি ভাবোঁ শান্তিৰ পথ এয়া নিজস্ব উপলব্ধি

ভট্টচাৰে চাকৰিৰ পৰা অৱসৰ লোৱা বহুবছৰ হ'ল ইতিমধ্যে আমিও অৱসৰ লোৱা তিনি-চাৰি বছৰ হ'ল কিন্তু ছাৰৰ কৰ্মময় জীৱন যেন এতিয়াহে আৰম্ভ হৈছে। সমাজ সাহিত্য, সংস্কৃতি, অনুষ্ঠান প্ৰতিষ্ঠানৰ সভা সমিতি, বিয়া-সবাহ আৰু বহুতো ক্ষেত্ৰৰ এক অবিৰত যাত্ৰা-- সময় নাই উৰ্ভিং চোৱাৰ' কামৰূপ অনুসন্ধান সমিতি, ফো'কলোৰ ছচাইটি অব আসাম, গুৱাহাটী আলোচনা চক্ৰ, গুৱাহাটী সাহিত্য কানন, যোগেশ দাস স্মৃতি ৰক্ষা সমিতি, গুৱাহাটী ভোগালী বিহু উদযাপন সমিতি আদি অসংখ্য অনুষ্ঠানৰ ছাৰ প্ৰেৰণাময় শক্তি। ইয়াৰ উপৰিও গুৱাহাটীৰ বাহিৰে ভিতৰে আমন্ত্ৰণ ৰক্ষা কৰিবলৈ সভা সমূহৰ সভাপতি উদ্বোধক, মুখ্য অতিথি, বিশিষ্ট অতিথি, সন্মানীয় অতিথি, নিৰ্দ্দিষ্ট বক্তা আদিৰ দায়িত্ব পালনতো ছাৰে পিচপৰি থকা নাই। বিশেষকৈ গুৱাহাটী আলোচনা চক্ৰ আৰু গুৱাহাটী সাহিত্য কানন অনুষ্ঠান দুটাই বৰ্ত্তমান আমাৰ মূল যোগসূত্ৰ, সাহিত্য সংস্কৃতিৰ ভাব বিনিময় কেন্দ্ৰ, সুস্থ চিন্তা-চৰ্চাৰ পবিত্ৰ স্থল আৰু সমন্বয়ৰ ক্ষেত্ৰ সৰু অনুষ্ঠান যদিও মানুহৰ হৃদয়ত স্থান পোৱা অসমৰ দুটা ব্যতিক্ৰম ধৰ্মী নামজ্বলা অনুষ্ঠান য'ত অসমৰ সৰহ সংখ্যক কৃতি সু-সন্তানে পদধূলি দি গৈছে দুয়োটা অনুষ্ঠানেই অসমৰ ভালেমান নবীন প্ৰবীণ কবি-সাহিত্যিকৰ জন্ম দিয়াটো উল্লেখনীয় দিশ। সাহিত্য সৃষ্টিৰ বৰঙণিও কম নহয়। গুৱাহাটী সাহিত্য কাননৰ সভাপতিৰ দায়িত্ব ৯০ চনৰ পৰা মই বহন কৰি আছোঁ, যদিও উপ-সভাপতি ড' নগেন চৌধুৰী সু সাহিত্যিক সম্পাদক বিমল কুমাৰ হাজৰিকা, উপ-সভাপতি ছমচেৰ আলি, দীনেশ কলিতা, সুনীল কাকতি, অবনীন্দ্ৰ বৰা আদিও ছাৰৰ প্ৰিয় ব্যক্তি লগতে ছাৰো কাননৰ এগৰাকী উপদেষ্টা সুখে দুখে খবৰ ৰখা ব্যক্তি। ছাৰৰ লগত অসংখ্য সভা-সমিতিৰ সঙ্গী হোৱাত এক সুকীয়া আমেজ আছে, ছাৰৰ সান্নিধ্যত থকা প্ৰায়ভাগ লোকেই জানে। মোৰ ভাতৃ সদৃশ নগেন আৰু মোক ছাৰে প্ৰায়বোৰ কামতে বিচাৰে আৰু কয় -- 'মোৰ হৈ তোমালোককে খটুৱাম, তোমালোকৰ ভাল মানেই মোৰো ভাল।' এয়া ছাৰৰ আশা, কল্পনা নহয় একেবাৰে বাস্তৱ।

ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ অতি ঘনিষ্ঠ ভাবে সান্নিধ্য লাভ কৰিছিলোঁ বাবেই হয়তো আমাক দিয়া যিকোনো লঘু বা গুৰু দায়িত্বভাৰ আমি বিনা বাক্যে পালন কৰাত অকণো কষ্টবোধ নকৰোঁ। বি বৰুৱা কলেজৰ ছাত্ৰাবাসৰ প্ৰথম অৱস্থাত 'মণিটৰৰ' দৰে গুৰু দায়িত্ব মোৰ ওপৰত অৰ্পণ কৰি হয়তো ছাৰে আনন্দ পাইছিল, ঠিক তেনেদৰে মযো আনন্দত আপ্লুত হৈ পৰোঁ এক বিশেষ মুহূৰ্ত্তত ছাৰ আৰু মই যৌথভাবে উঠা পুৰণি ফটোগ্ৰাফখন এলবাম উলিয়াই চালেই মনত পৰে সেই আপুৰুগীয়া স্মৃতিৰ আশীৰ্ব্বাদ স্বৰূপ ছাৰৰ উপহাৰ, এখনি ফটো। ডক্টৰেট ডিগ্ৰী লৈ আৰু মই স্নাতক ডিগ্ৰী লৈ উঠা প্ৰবীণ আৰু নবীনৰ সেই যুগ্মফটোখনেই ছাৰৰ সান্নিধ্য আৰু মৰমৰ সাক্ষী বুলি মই অতি বিনম্ৰ ভাবেই গৌৰববোধ কৰোঁ। এনে বহুগুণী গুৰুজনাৰ দীৰ্ঘায়ু মনে-প্ৰাণে কামনা কৰিলোঁ। ●

# শিক্ষাগুৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

শ্ৰীদিলীপ বৰুৱা

অসম মাতৃৰ বুকু শুৱনি কৰি ভাষা-জননী সেৱাত অবিৰত ভাৱে সেৱা আগবঢাই যোৱা মহান ব্যক্তিসকলৰ ভিতৰত অন্যতম কালজয়ী পুৰুষ বি বৰুৱা কলেজৰ প্ৰাক্তন অধ্যক্ষ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। এইজনা মহান ব্যক্তিয়ে অসমীয়া ভাষাঁ জননীক সেৱা-কৰাৰ উপৰিও জনজাতীয় ভাষা সাহিত্যৰ বাবে বৰঙণি দি আহিছে।

১৯৫১ চনত বি, বৰুৱা কলেজৰ নৈশ শাখাত অসমীয়া বিভাগৰ পূৰ্ণকালীন প্ৰবক্তা ৰূপে নিযুক্তি লাভ কৰে। ১৯৫৭ ৬২ চনলৈ অসমীয়া বিভাগৰ প্ৰবক্তা পদৰ উপৰিও ভাৰপ্ৰাপ্ত উপাধ্যক্ষৰ পদ লাভ কৰে। ১৯৬২-৮৬ চনলৈ বি বৰুৱা কলেজৰ অধ্যক্ষ পদত কাৰ্য্যনিৰ্ব্বাহ কৰে মাজতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰবক্তা আৰু কট একাডেমিক কাউঞ্চিলৰ সদস্য পদ লাভ কৰে। এই কালছোৱাত তেখেতৰ লগত মোৰ ঘনিষ্ঠতা জন্মে, কলেজত অধ্যক্ষতা কৰা সময়ছোৱাত তেখেতে অতি দক্ষতাৰে কাম-কাজ চলোৱা দেখা পাইছিলোঁ। সাহিত্য কৰ্ম্মভূমিত থাকোতেই ১৯৬২ চনত লিংগুইষ্টিক ছচাইটি অব ইণ্ডিয়াৰ (পুনে) আজীৱন সদস্য পদ লাভ কৰে। এই সময়ছোৱাত ভাষা বিজ্ঞানী সন্মিলন আৰু নিখিল ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন কেইবাখনতো যোগদান কৰি সুখ্যাতি অৰ্জ্জন কৰে। ১৯৬৩-৬৪ চনত অসম সাহিত্য সভাৰ আজীৱন সভ্য ৰূপে স্বীকৃতি লাভ কৰে। ১৯৬৯ চনত স্থাপিত অসম জনকৃষ্টি সমাজ (ফ'কলৰ ছ'ছাইটি অব আছামৰ) সভাপতি পদ তেখেতে ১৯৯২ চনত লাভ কৰে আৰু বৰ্ত্তমানলৈ সুখ্যাতিৰে কাম কাজ চলাই আহিছে আৰু সাহিত্যপ্ৰেমী ৰাইজৰ বাবে কেইবাখনো পুথি ৰচনা কৰে। বহুতো জ্ঞানী বিজ্ঞ পণ্ডিত এই সমাজত অন্তৰ্ভুক্ত হৈছিল। ১৯৭৪ চনত (অবিভক্ত) কামৰূপ জিলা সাহিত্য পৰিষদৰ তামোলপুৰ অধিবেশনৰ সভাপতি পদ লাভ কৰে আৰু নিজৰ প্ৰতিভাৰ পৰিচয় দি 'কামৰূপ ৰত্ন' পদ লাভ কৰে। স্থায়ী ভাৱে চানমাৰিৰ নবগিৰিত বাস কৰাৰ সময়ত কেইবাজনো ব্যক্তিৰ সান্নিধ্যলৈ আহে; তাৰে ভিতৰত অন্যতম ১৯৭৯ চনৰ গুৱালকুছি অধিবেশনৰ অসম সাহিত্যসভাৰ প্ৰাক্তন সভাপতি 'দৰংৰত্ন" অতুল চন্দ্ৰ বৰুৱা। গুৱাহাটী আলোচনা চক্ৰই ১৯৫৫ চনৰ পৰা

সাহিত্য সংস্কৃতিত অবদান দি অহাৰ সময়ছোৱাত তেখেতে সক্ৰিয় সদস্য হিচাবে বৰঙণি যোগাই ২০০২ চনত সভাপতিৰ আসনত চক্ৰৰ কাম-কাজৰ গুৰু দায়িত্ব বহন কৰি আহিছে। ড" বাণীকান্ত কাকতিক পথ প্ৰদৰ্শকৰূপে লৈ গোটেই জীৱন তেখেতে কলম চলাই আহিছে আৰু আনকো উৎসাহিত কৰি আহিছে; নিৰঅহঙ্কাৰী ছাৱে নিজৰ পৰিচয় দি সুখ্যাতি অৰ্জ্জন কৰি আহিছে; মই ব্যক্তিগত ভাবে গুৱাহাটী আলোচনা চক্ৰৰ সহাযক সম্পাদক হিচাপে তেখেতৰ মৰম-স্নেহ আৰু সাহিত্যকৰ্মত অনুপ্ৰাণিত হৈ আহিছোঁ। ১৯৮২ চনত বি বৰুৱা কলেজত স্থাপিত পূৰ্বোত্তৰ ভাষা কেন্দ্ৰৰ সঞ্চালকৰ পদতো তেওঁ সুখ্যাতিৰে চলাই আহিছিল।

১৯৫৬ চনত গুৱাহাটী সাহিত্য সভাৰ সভাৰূপে থাকি পৰবৰ্ত্তী কালত উপ-সভাপতি আৰু সভাপতি পদ লাভ কৰে। ১৯৭৯ চনত পেৰিছত বহা দ্বাদশ আন্তঃৰাষ্ট্ৰীয় চীন-তিবতীয় ভাষা আৰু ভাযাবিদ সম্মিলনত যোগদান কৰি সুখ্যাতি অৰ্জ্জন কৰে। ১৯৯৮ চনত কামৰূপ অনুসন্ধান সমিতিৰ সভাপতি হিচাবে নিৰ্বাচিত হয়। তেখেতে কেইবাখনো পুথি ৰচনা কৰিছিল। লোক-সংস্কৃতিৰ ওপৰত লিখা অসমৰ লোক উৎসৱ (প্ৰবন্ধ সংকলন) এখন উল্লেখনীয় পুথি। তাৰ উপৰিও কবি হিচাবে তেওঁ তেওঁৰ পৰিচয় দি থৈ গৈছে। কবিতাবিলাকৰ মাজেদি কবিতাৰ কাব্যিক সৌন্দৰ্য্য ফুটাই তুলিছে। সময়ৰ কঠিন শিলৰ মাজেদি বিভিন্ন প্ৰহৰত, বিচিত্ৰ ৰঙেৰে বৈ যোৱা এই জীৱন ঝৰণা বৰ আকৰ্ষণীয় ৰূপত ধৰা দিছে। তেখেতৰ কবিতাত সপোনৰ ৰূপোৱালী ৰেখা অকণমান মায়াময় অনুভৱেই কেউকাষৰ যন্ত্ৰণাৰ মাজেৰেই জীৱনক আপ্লুত কৰি থয় কাৰণ জীৱন বৰ অনুপম মৰণ জয়ী সাধনা। সেইহে তেখেতৰ কবিতাই সাৰ্থকতা লাভ কৰিছে।

জীৱন জোৰা সাধনাৰ পৰিশ্ৰমৰ বাবে সাহিত্য প্ৰেমী ৰাইজে তেখেতক মৰম যাচিছে। সভা-সমিতিৰবোৰত তেখেতৰ উপস্থিতিত সভা-গাম্ভীৰ্য্যপূৰ্ণ হৈ পৰে আৰু হাঁহিৰ খোৰাক জগাই তোলে। ২০০২ চনৰ জুন মাহৰ ২০ তাৰিখে অতুল চন্দ্ৰ বৰুৱাৰ প্ৰথম স্মাৰক বক্তৃতাত 'অসমীয়া লোকসাহিত্যত অতুল চন্দ্ৰ বৰুৱাৰ অৰিহণা' প্ৰবন্ধটোত লোক সাহিত্যৰ এটি অন্যতম প্ৰবন্ধ হৈ জিলিকি থাকিব আৰু এই প্ৰবন্ধটো 'অতুল চন্দ্ৰ বৰুৱা জীৱন আৰু কৃতি' গ্ৰন্থত সুন্দৰকৈ প্ৰকাশ পাইছে।

লোক সংস্কৃতি চৰ্চ্চাৰ স্বীকৃতি স্বৰূপে 'অসম সাহিত্য সভাৰ ২০০০ চনত ডক্টৰ লীলা গগৈৰ স্মাৰক বঁটা লাভ কৰে। তাৰ উপৰিও ২০০২ চনত ভাৰতীয় দলিত একাডেমীৰ ২য় ৰাজ্যিক দলিত লেখক সম্মিলনৰ (গুৱাহাটী) দ্বাৰা শ্ৰীমন্ত শঙ্কৰদেৱ বঁটা লাভ কৰে। তেখেতৰ কৰ্মৰাজি ন পুৰুষক আদৰ্শ হওক, তেওঁৰ কৰ্মময় জীৱন দীৰ্ঘদিনীয়া হওক আৰু সাহিত্য-সংস্কৃতিত আৰু অধিক সেৱা আগবঢ়ায় ভীষ্ম পিতামহৰ দৰে ভাষা-জননীক সেৱা আগবঢ়ায় যাব পাৰে তাকেই ভগৱানৰ ওচৰত প্ৰাৰ্থনা। ●

# ছাত্ৰৰ দৃষ্টিৰে ড° ভট্টাচাৰ্য্য

শ্ৰীশশীন্দ্ৰ মালী

এই পৃথিৱীখন হৈছে উৰণ, বুৰণ, গজন, ভ্ৰমণ, এই চাৰি মুঠি জীৱৰে সৃষ্টি। ইযাৰ ভিতৰত মানৱ জীৱন সকলো প্ৰাণীতকৈ শ্ৰেষ্ঠ। এই চাৰিমুঠি জীৱই মৃত্যুৰপৰা হাত সাৰিব পৰা নাই। পৃথিৱী সৃষ্টিৰ পৰা আজিলৈকে কৌটি কৌটি মানুহৰ জন্ম আৰু মৃত্যু হৈ আছে। এই অনিত্য সংসাৰৰ পৰা গুচি গলেও কিছুমান ব্যক্তিয়ে নিজ গুণৰ বিভূষিত অলঙ্কাৰ, প্ৰতিভা, ব্যক্তিত্ব আৰু দেশৰ প্ৰতি ত্যাগস্বীকাৰ ইত্যাদিৰে চিৰকাল স্মৰণীয় হৈ থাকে। ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মহোদযৰ বিষয়ে দুই চাৰি আখৰ লিখাৰ সময়তে মোৰ মনত মহাপুৰুষ *মাধৱদেৱৰ নামঘোষাত* থকা কথাফাঁকিলৈ মনত পৰিছে ঃ

*আকুল ভৈলোহো হৰি বিষয় বিকলে*
*কৰিয়ো উদ্ধাৰ মোক চৰণ কমলে।।*

অসমৰ এজন শিক্ষাবিদ, ভাষাবিদ, সকলোৰে নমস্যব্যক্তি ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ বৰ্ত্তমানলৈকে ভাষা-সাহিত্যৰ অৱদান আৰু প্ৰতিভা ইত্যাদি মোৰ সীমিত জ্ঞানেৰে চুকি নাপায। আজি প্ৰায পঞ্চাশ বছৰে নৱগিৰিত একেলগে বাস কৰিলোঁ, কলেজৰ শিক্ষাগুৰু হিচাবে আৰু জোষ্ঠ ভাইৰ লেখীয়া কিমান উপকৃত হ'লো-- সেই বিষযে দুষাৰ লিখিলোঁ।

১৯৫৪ চনত মই গুৱাহাটী মথাউৰি আৰু নলাপ্ৰথা বিভাগত চাকৰি পোৱাৰ পিছতে বৰ্ত্তমান স্থাযীভাবে বাস কৰি থকা নৱগিৰি পথৰ অৱস্থিত ঠাইত এটি খেৰ বাহৰ পঁজা ঘৰ সাজি থাকিবলৈ লওঁ। সেই সমযত নৱগিৰিত চাৰি পাঁচ ঘৰ মানুহে বাস কৰিছিল। ইযাৰ ভিতৰত ড°ভট্টাচাৰ্য্য ছাৰ আৰু অনিল ৰায় চৌধুৰী তথা অনুজ ভাতৃসকলৰ কথা স্পষ্ট ভাবে মনত আছে। অন্যান্য বাসিন্দাসকল কিছুদিনৰ পিছত এই ঠাই এৰি গুচি গৈছিল।

ভাষাবিদ অধ্যাপক ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ লগত মোৰ প্ৰথম চিনাকিৰ কথা আজিও মোৰ মনত দাপোণত জিলিকি আছে।

১৯৫৪ চনৰ কোনো এটা দিনত গহীন, গম্ভীৰ, ধুতি, পাঞ্জাবী পৰিহিত সুশ্ৰী, স্থূলকায়, ওখ ড°ভট্টাচাৰ্য্য ছাৰৰ লগত প্ৰথম চিনাকি হৈছিল। অতি-মৰমিয়াল মধুৰ বচনে আৰু গলগলীয়া ভাষাৰে কিছু সময় কথা বতৰা হোৱাৰ পিছত চাৰে তেখেতৰ ঘৰলৈ পিছদিনা যোৱাৰ কাৰণে মোক আহ্বান কৰিলে। পিছ দিনা মই ছাৰৰ ঘৰত উপস্থিত হওঁ। মোৰ উপস্থিতিত ভট্টাচাৰ্য্য ছাৰে হাস্যমধুৰ বচনে তেখেতৰ ওচৰতে বহিবলৈ দি ছাৰৰ সহধৰ্মিনী দেৱী প্ৰভা ভট্টাচাৰ্য্য বাইদেউক মাতিলে। বাইদেউ উপস্থিত হোৱাত মোক চিনাকি কৰি দিয়ে। গাঁৱৰ সহজ, সৰল, সাজপাৰত অতি পৰিপাটি শুৱনী মূৰত ওৰণি লৈ কপালত জিলিকি থকা সেন্দূৰৰ ফোটটো বাইদেউৰ যেন আছিল-ভগৱান কৃষ্ণৰ লক্ষ্মীস্বৰূপা। ঘৰত উপস্থিত থকা ছাৰৰ অনুজ ভাতৃসকলৰ সৈতেও মোক চিনাকি কৰি দিলে। এই চিনাকি পৰ্বৰ পিছৰ পৰা ভট্টাচাৰ্য্য ছাৰৰ মই আৰু আমাৰ পৰিয়ালটো আপোন হৈ পৰিছিলোঁ। বৰ্ত্তমানেও আমাৰ দুয়োটা পৰিয়ালৰ সম্পৰ্ক স্বাভাৱিক হৈ আছে।

মোৰ চিনাকি হোৱাৰ সময়ত ভট্টাচাৰ্য্য ছাৰ কামৰূপ একাডেমী হাইস্কুলত ৰাতিৰ কলেজ বি. বৰুৱা, মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ প্ৰবক্তা হিচাবে কাম কৰিছিল। আজি কালিৰ দৰে গুৱাহাটী ক্লাবলৈ অহা যোৱাৰ কাৰণে কোনো যান বাহনৰ সুবিধা নাছিল। ছাৰে কলেজলৈ খোজ কাঢ়িয়ে অহা-যোৱা কৰিছিল। কলেজলৈ অহা-যোৱা কৰোঁতে ছাৰে বিশেষকৈ বাৰিষা কালত বিশেষ অসুবিধা ভোগ কৰিব লগীয়া হৈছিল; কাৰণ সেইসময়ত গুৱাহাটী ক্লাবৰপৰা চানমাৰিলৈ অহা যোৱা ৰাস্তাটো (পথটো) অৱৰ্ণনীয় আছিল। আমি নৱগিৰিত বাস কৰি থকা কেইঘৰমান লোকৰ বাহিৰেও পূৱপিনে বৰো সম্প্ৰদায়ৰ মানুহে বাস কৰিছিল। নৱগিৰি পথৰ চাৰিও পিনে ডাঠ, হাবি-জঙ্ঘলৰে পৰিপূৰ্ণ হৈ আছিল। ৰাতি-হোৱাৰ লগে লগে বৰো-সম্প্ৰদায়ৰ লোকে পোহা গাহৰীজাকে জাকে মুকলিমূৰীয়া হৈ পৰিপূৰ্ণ হৈ থকা ডাঠ, হাবিত সোমাই বিকৃত গুজৰণিৰে ত্ৰাসৰ সঞ্চাৰ কৰি তুলিছিল। সেইসময়ত জন-জাতীয় প্ৰায়ভাগ লোকে চুলাই মদৰ ব্যবসায়েৰে জীৱন ধাৰণ কৰা পৰিলক্ষিত হৈছিল। কিন্তু তেওঁলোকে কেতিয়াও অন্য সম্প্ৰদায়ৰ লোকক অসজ আচৰণ কৰা নাছিল।

গুৱাহাটী বিশ্ববিদ্যায়ৰ অধীনত চানমাৰি কলনি নামেৰে উন্নত ধৰণৰ বাঁহৰ ৰুৱা-কামিৰে সজা খেৰৰ ঘৰত বিভাগীয়া বিষয়া, প্ৰবক্তা আৰু কৰ্মচাৰী কিছুমানে বাস কৰিছিল। চানমাৰি কলনিৰ মাজেদি বন্ধা উন্নত ধৰণৰ পথেৰে সৰ্ব্বসাধাৰণ মানুহৰ অহাযোৱা একেবাৰে নিষেধ আছিল। গতিকে নৱগিৰি পথত বাসকৰা নিজৰাপাৰত ঘৰসাজি থকা বাসিন্দা সকলে দৈনিক অহাযোৱা কৰোতে অনেক কষ্ট ভোগ কৰিবলগীয়া হৈছিল। বৰ্ত্তমানেও চানমাৰি কলনি নামেৰে সকলোৰে জনাজাত হৈ আছে আৰু দুই তিনিটা আগৰ নমুনাৰ খেৰ, বাঁহৰ ঘৰ জৰা জীৰ্ণ হৈ পৰিছে। আকৌ

বেছি ভাগ খেৰ, বাঁহৰ ঘৰ অসম চৰকাৰে ভাঙি সেই ঠাইত তিনি, চাৰি মহলীয়া পকা ঘৰ নিৰ্মাণ কৰি চৰকাৰৰ প্ৰশাসনীয় বিষয়া জিলাৰ ন্যায়াধীশ— আদিক থকা মিলাৰ কাৰণে সুবিধা কৰি দিছে। আনহাতে চানমাৰি বৃহৎ অঞ্চলৰ ৰাইজৰ বৃহৎ স্বাৰ্থৰ অৰ্থে এই চানমাৰি কলনিতে চানমাৰি পুলিচ থানা স্থাপিত কৰা হৈছে।

চানমাৰি বাননিয়ন্ত্ৰণ, জলসিঞ্চন আৰু খাদীবোৰ্ড থকা বিভাগবোৰ প্ৰায় ত্ৰিশবছৰ আগতে ধাননিৰ খেতি-পথাৰ আছিল আৰু এই খেতি-পথাৰত কটন মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক প্ৰয়াত চন্দ্ৰ নাথ কলিতাদেৱে মূৰত এটি পাগুৰী মাৰি হালোৱা গৰুৰে ধান খেতিৰ হালবোৱা দৃশ্য অন্য এক আকৰ্ষণীয় উপভোগ্য দৃশ্য আছিল। বৰ্ত্তমান নৱগিৰিৰ পকা পথটো কিছু বছৰ ধৰি এটি সৰু আলিৰ দৰে আছিল। আমি নৱগিৰিত বাস কৰি থকা দুই, চাৰি বছৰৰ ভিতৰত নতুন নতুন বাসিন্দাই স্থায়ীভাবে বাস কৰিছিল। অসমৰ সিংহপুৰুষ প্ৰয়াত ৰাধাগোবিন্দ বৰুৱাদেৱে-স্থায়ী ঘৰ সাজি থাকিবলৈ লৈছিল। বৰ্ত্তমান নৱগিৰি, ৰেডক্ৰছৰ চাৰিও ফালে নানা জাতি, নানা ধৰ্মৰ লোকৰ বসতি প্ৰধান ঠাই হৈ পৰিছে। অতীতৰ নৱগিৰি আৰু বৰ্ত্তমানৰ নৱগিৰি যেন আকাশ-পাতাল।

প্ৰয়াত শঙ্কৰ চন্দ্ৰ ভট্টাচাৰ্য্যৰ সুযোগ্য জ্যেষ্ঠ পুত্ৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য ছাৰৰ পিতৃ মাতৃৰ প্ৰতি ভক্তি অতুলনীয় দেখা পাইছিলোঁ; কাৰণ শাস্ত্ৰত পিতৃ-তুষ্ট হ'লে সকলোৱে তুষ্ট হয় বুলি কয়। এইটো ভট্টাচাৰ্য্যৰে এক মহৎ নিদৰ্শন। ভট্টাচাৰ্য্য ছাৰে মোক সদায় প্ৰাণসম জ্যেষ্ঠ ভাইৰ দৰে মৰম-স্নেহৰ মাজেদি কলেজত পঢ়ি উচ্চ শিক্ষাৰ প্ৰতি অনুপ্ৰাণিত কৰিছিল। ভট্টাচাৰ্য্য ছাৰ বি. বৰুৱা মহাবিদ্যালয়ৰ এজন সকলো ছাত্ৰৰে প্ৰিয়ভাজন, আদৰৰ অধ্যাপক আছিল। কাৰণ ছাৰৰ অসাধাৰণ গুণৰ কাৰণে অলপ সময় কথা বতৰা হোৱাৰ পিছতে সকলো ছাত্ৰ আপোন হৈ পৰিছিল। আমি কলেজত পটি থকা সময়ত অধ্যক্ষ আছিল প্ৰয়াত হেম বৰুৱা, উপাধ্যক্ষ - প্ৰয়াত সুৰেন মোহন দাস। অসমীয়া বিভাগত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, প্ৰয়াত - যোগেশ দাস আৰু ড° নিৰ্মল প্ৰভা বৰদলৈ বাইদেউক সদায় ক্লাচত পাইছিলোঁ। এই তিনিজনৰ ভিতৰত ড° ভট্টাচাৰ্য্য ছাৰৰ পাঠ্যদানৰ শৈলী আছিল আমাৰ অতিকে আকৰ্ষণীয়।

মোৰ আজিও মনত পৰে যে, যেতিয়া নিৰ্মল ভকত উপন্যাসখন আমাক পঢ়ুৱাইছিল — তেখেতে অসমীয়া ভাষাৰ নৱৰস কি আৰু হাস্য, শৃঙ্গাৰ ৰসৰ বিষয়ে মুকলিকৈ আলোচনা কৰিছিল। সৰহভাগ ছাত্ৰই শৃঙ্গাৰ ৰসৰ আলোচনাত হাঁহিৰ আলোড়ন তুলিছিল। ড° ভট্টাচাৰ্য্য ছাৰৰ অসমীয়া ভাষাৰ পাঠ্যদানৰ বিশেষ অৱদানৰ কাৰণে অসমীয়া বিষয়ত বেছি সংখ্যক ছাত্ৰই পৰীক্ষাত ভাল ফল দেখুৱাব পাৰিছিল।

ড° ভট্টাচাৰ্য্য ছাৰে কলেজৰ অধ্যাপক হিচাবে থকা কালত বহুত সমস্যা আৰু দুৰ্ভাগ্যৰ লগত যুঁজ দিব লগাত পৰিছিল। কিন্তু ছাৰৰ মনৰ দৃঢ়তা, আত্মবিশ্বাস, ভগবানৰ প্ৰতি থকা একান্ত বিশ্বাস, ন্যায়পৰায়ণতা আদি গুণেৰে সকলোবোৰ জয় কৰিছিল। ড° ছাৰৰ বিপদে আপদে মইও সমভাগী হৈ অনুজ ভাতৃৰ দৰে সহায় কৰিছিলোঁ।

বি. বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগটোৰ মানদণ্ড, উচ্চ মানৰ কৰি সৃষ্টি কৰা এক মহান অৱদান ড° ভট্টাচাৰ্য্যৰ বুলি গৌৰৱ কৰিব পাৰি। ড° ভট্টাচাৰ্য্য ছাৰে মোৰ কলেজৰ শিক্ষা গুৰুৱে নহয়, মোৰ শ্ৰদ্ধা ভাজন জ্যেষ্ঠ ভাই সকলোতকৈ অতিকৈ শ্ৰেষ্ঠ আৰু স্মৰণীয়। নৱগিৰিত একেলগে বাস কৰা সময়ৰপৰা বৰ্ত্তমানলৈকে ছাৰৰ অকৃত্ৰিম মৰম, স্নেহ, উৎসাহ, অনুপ্ৰেৰণাই এই অনিত্য সংসাৰৰ দুখীয়া জীৱনৰ বহুত কথাই পহৰাই ৰাখিছে। ১৯৬১ চনৰ ফ্ৰেব্ৰুৱাৰী মাহৰ এটি শুভ দিনত ড° ভট্টাচাৰ্য্য ছাৰে সহধৰ্মিনী দেৱী ভট্টাচাৰ্য্য বাইদেউক আৰু মোৰ ভাড়াঘৰত থকা বন্ধু-বান্ধৱীক লগত লৈ তেতিয়াৰ উত্তৰ গুৱাহাটী ৰজাদুৱাৰ-ফেৰি ঘাটেৰে এখন গাড়ীৰে ব্ৰহ্মপুত্ৰ নদী পাৰহৈ বাইহাটা গাঁৱৰ চহকী প্ৰয়াত পানীৰাম শইকীয়াৰ প্ৰথমা কন্যাৰ লগত আঙঠি পিন্ধোৱা উৎসৱৰ কাম সমাপন কৰিছিল। ড° ভট্টাচাৰ্য্য ছাৰ সপৰিয়াল এনে এটি শুভ দিনত উপস্থিত হোৱাত বাইহাটা গাঁৱৰ বুঢ়া-বুঢ়ী, ডেকা-ল'ৰা ছোৱালী আৰু মুখ্য-গুণী জ্ঞানী লোক আহি ছাৰক সম্বৰ্দ্ধনা জনায় আৰু উক্ত উৎসৱৰ কাৰণে যোগাৰ কৰা পিঠা, লাৰু, দৈ, চিৰা ইত্যাদি সুস্বাদু খাদ্যৰে আপ্লায়িত কৰিছিল। ইয়াৰ এমাহৰ পিছত মোৰ গাঁৱত আয়োজিত বিবাহত তেখেত উপস্থিত হৈ ৰাতি দৰাপাৰ্টি হৈ যথাসময়ত বিবাহ সম্পন্ন হোৱাত গুৱাহাটীত নৱগিৰিলৈ গুচি আহিছিল।

ড° ভট্টাচাৰ্য্য ছাৰৰ অধ্যক্ষ হৈ থকা কালতে মই আই-এ আৰু বি. এ. পৰীক্ষা পাছ কৰোঁ। মই জীৱনত ইয়াকে উপলব্ধি কৰিছোঁ যে পিতৃ-মাতৃ আৰু গুৰুৰ আশীৰ্বাদ থাকিলে সকলো কামে সিদ্ধি হয়। মোক অসমীয়াৰ স্নাতক কৰাৰ উপৰিও ড° ছাৰে মোৰ প্ৰথমা কন্যা স্বৰ্গীয়া সবিতা মালী আৰু পুত্ৰ দিলীপ কুমাৰ মালীক অসমীয়া আৰু বুৰঞ্জীত স্নাতক কৰাৰ কৃতিত্ব ছাৰৰ বুলি স্বীকাৰ কৰা হৈছে। ড° ছাৰৰ উপদেশমতে দুয়ো পুত্ৰ কন্যাই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰিছিল।

পিছত স্বৰ্গীয়া সবিতা মালী গুৱাহাটী আলোচনা চক্ৰৰ লগত ওতঃপ্ৰোত ভাবে জৰিত হৈ পৰিছিল। সেই সময়ত ড° ভট্টাচাৰ্য্য ছাৰ চক্ৰৰ সম্পাদক আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত অতুল চন্দ্ৰ বৰুৱাদেৱ আছিল। ১৯৯৪ চনৰ সাত আগষ্ট তাৰিখে সবিতাৰ কলিকতাৰ হাওৰা হস্পিতালত মৃত্যু হোৱাৰ

বাতৰি পোৱাৰ লগে লগে ড° ভট্টাচাৰ্য্য ছাৰে শোকত মৰ্মাহত হৈ পৰিছিল। আৰু সবিতাৰ দৈনিক অসমত লিখা প্ৰবন্ধ, আধুনিক কবিতাত কৰা সৃষ্টি আৰু অন্যান্য লিখনিবোৰ সংগ্ৰহ কৰি তাইৰ স্মৃতিৰ কাৰণে গুৱাহাটী আলোচনা চক্ৰৰ জৰিয়তে —"সবিতাৰ আভা" নামৰ এখন পুথি প্ৰকাশ কৰে। বৰ্ত্তমান "সবিতাৰ আভা" নামৰ পুথিখন মূল্যবান গ্ৰন্থ বুলি বহুতে মত প্ৰকাশ কৰিছে।

বি. বৰুৱা মহাবিদ্যালয়ৰ অধ্যক্ষ হিচাবে থকা সময়ত ড° ভট্টাচাৰ্য্য ছাৰ আছিল অতি কঢ়া শাসনৰ। তেখেতৰ অসাধাৰণ ব্যক্তিত্বৰ প্ৰভাৱত হাজাৰৰ অধিক ছাত্ৰ-ছাত্ৰীক সকলো বিভাগৰ অধ্যাপক আৰু কৰ্মচাৰীক নিয়মানুবৰ্তী কৰি ৰাখিছিল। ছাৰে কোনো ৰাজনীতিৰ ব্যক্তিকে প্ৰশ্ৰয় দিয়া নাছিল। সুদক্ষ অধ্যক্ষ হিচাবে বি বৰুৱা মহাবিদ্যালয়ৰ নিখুঁত পৰিচালক, কলেজৰ নতুন নতুন ঘৰ নিৰ্মাণ-ছাত্ৰৰ কাৰণে সজা ছাত্ৰাবাস আৰু বিজ্ঞানাগাৰ নিৰ্মাণ আদি উল্লেখযোগ্য অৱদান।

অধ্যক্ষ পদৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পিছত ড° ভট্টাচাৰ্য্য ছাৰে আজিলৈকে নতুনকৈ গঢ়ি উঠা চানমাৰি সাহিত্য সভা, সাহিত্য কানন আদি অনুষ্ঠান তেখেতৰ পুৰণি গুৱাহাটী আলোচনা চক্ৰ নৱগিৰি শিৱমন্দিৰ, চানমাৰি ৰাজহুৱা, দুৰ্গামন্দিৰ, নিজৰাপাৰ প্ৰাথমিক বিদ্যালয়, পূব গুৱাহাটী ছোৱালী হাইস্কুল, পূব গুৱাহাটী গ্ৰাহক সমবায় ভাণ্ডাৰ, পূব-গুৱাহাটী বিহু সন্মিলনী ইত্যাদি ভালেমান অনুষ্ঠানত জড়িত হৈ আছে। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰয়াত অতুল চন্দ্ৰ বৰুৱা, ড°কালীনাথ শৰ্মা ছাৰ, ড° বিশ্বনাৰায়ণ শাস্ত্ৰী আৰু কীৰ্ত্তিনাথ হাজৰিকা আদি আমাৰ মাজৰ পৰা হেৰাই গ'লেও ড° ভট্টাচাৰ্য্য ছাৰে অতি নিষ্ঠাৰে নৱগিৰি ৰাইজৰ সেৱাৰে কাম কৰি আছে। প্ৰত্যেক সপ্তাহৰ সোমবাৰে নৱগিৰি শিৱ মন্দিৰৰ নাম কীৰ্ত্তনত উপস্থিত থাকি আমাৰ ভক্তবৃন্দক অনুপ্ৰেৰণা যোগাই আছে।



# ছাত্ৰীৰ দৃষ্টিৰে ড° ভট্টাচাৰ্য্য

শ্ৰীৰঞ্জিতা কলিতা মৰল

ইংৰাজী ১৯৯৪ চনৰ আগষ্ট মাহৰ ৮ তাৰিখে দুপৰীয়া ১১-৩০ বজাত গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ অধীনত Non-Boroৰ কাৰণে খোলা Boro Certificate Course ৰ শুভাৰম্ভ হৈছিল। অন্যান্য ছাৰৰ লগতে ড প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰেও বক্তব্য প্ৰদান কৰিছিল। ছাৰৰ সাৱলীল, তত্ত্বগধুৰ বক্তব্যই মোক বাৰুকৈয়ে মোহিত কৰিছিল।

আমাৰ ক্লাছ হৈছিল দিনে এটাকৈ। ছাৰে সপ্তাহত দুটা ক্লাছ পাইছিল। এঘণ্টাৰ ক্লাছটো ছাৰে দুঘণ্টা ধৰি পাঠদান কৰিছিল। সেইবাবে ছাৰক কিছুমানে বেয়া পাইছিল; মই কিন্তু সেইবাবে ছাৰৰ ওচৰ চাপিছিলোঁহে, কিযনো নজনা বস্তুতো কথা, সমাজ-জীৱনৰ, সাংস্কৃতিক জীৱনৰ, ধৰ্মীয় জীৱনৰ, বিবিধ কথা জানিব পাৰিছিলোঁ।

ছাৰৰ ওচৰলৈ ক্লাছৰ মাজতে ড নবীন চন্দ্ৰ শৰ্মা ছাৰ (গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি বিভাগৰ অৱসৰ প্ৰাপ্ত মুৰব্বী অধ্যাপক) মাজে মাজে আহিছিল। খবৰ বাতৰি লৈছিল। এদিনাখন ক্লাছৰ মাজতে ছাৰে শৰ্মা ছাৰক মোৰ লগত চিনাকি কৰি দিছিল, সেয়াই আছিল শৰ্মা ছাৰৰ লগত মোৰ প্ৰথম চিনাকি, পাছলৈ শৰ্মা ছাৰক লগ পাইছিলোঁ মোৰ গৱেষণাৰ তত্ত্বাৱধায়ক হিচাপে।

ছাৰক মই পাইছিলোঁ তিনিটা ৰূপত। প্ৰথমে এজন শিক্ষাগুৰু হিচাপে, দ্বিতীয়তে Boro Certificate Course ৰ মৌখিক পৰীক্ষাৰ Oral ৰ এজন পৰীক্ষক হিচাপে আৰু তৃতীয়তে গৱেষণাৰ Viva ৰ expert হিচাপে। মোৰ গৱেষণাৰ বিষয় বস্তু আছিল – 'দণ্ডিৰাম কলিতাৰ ৰচনাৱলীত লোক সাংস্কৃতিক জীৱনৰ প্ৰতিফলন।' প্ৰশ্নৰ শিতানত ছাৰে সুধিছিল, 'চন্দ্ৰপ্ৰভা শইকীয়ানী দণ্ডিনাথ কলিতাৰ গাৰ্লফেণ্ড আছিল নেকি?' মই নিৰুত্তৰ হৈ আছিলোঁ, কিয়নো এই বিষয়ে মই বিতংভাবে জানিব পৰা নাছিলোঁ। নিৰুপমা বৰগোহাঞি আৰু পুষ্পলতা দাসৰ

লিখনিও এই বিষয়ত তথ্য সমৃদ্ধ নাছিল, বিৰ্তকৰ মায়াজালেৰে আবৰা আছিল এয়া।

ছাৰৰ আছিল বাক্‌পটুতা গুণ। নিয়মানুবৰ্তিতা ছাৰে সদায় বজাই ৰাখিছিল। স্পষ্টবাদিতা-নিৰ্ভীকতা গুণ থকা বাবেই হয়তো তেখেত আজিলৈকে অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰাৰপৰা বঞ্চিত হৈ আছে । এয়া মোৰ হে ধাৰণা, কিছুমানৰ বাবে হয়তো এয়া ভ্ৰান্ত ধাৰণাহে।

ছাৰৰ চাৰিকুৰিৰ দেওনাৰ ওচৰ চাপিলেও বয়সে কৰ্মক্ষেত্ৰত হাৰ মনাব পৰা নাই। এতিয়াও কেইবাটাও সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানৰ লগত তেখেত জড়িত হৈ আছে। তেখেতৰ সু-স্বাস্থ্য, সুদীৰ্ঘ জীৱন আৰু উজ্জ্বল ভৱিষ্যত কামনা কৰিলোঁ।



# গুৰু-পিতা ড° ভট্টাচাৰ্য্য

শ্ৰীমতী কুঞ্জলতা দাস

বি. বৰুৱা কলেজত শিক্ষাগুৰুৰূপে আৰু আমাৰ পৰিয়ালৰ মাজত ধৰ্মপিতা স্বৰূপে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক ডেৰকুৰি বছৰৰো অধিক কাল পাই আহিছোঁ। ভট্টাচাৰ্য্য মহোদয়ৰ গাঁৱৰ ঘৰ নলবাৰীৰ ওচৰৰ দীঘেলীত। ১৯৪৩ চনত নলবাৰী গৰ্ডন হাইস্কুলৰপৰা প্ৰবেশিকা পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হৈ গুৱাহাটীলৈ আহি কলেজীয়া শিক্ষা লাভ কৰাৰ পিছত ডক্টৰেট উপাধি লাভ কৰে। ১৯৫৩ চনৰ পৰা চানমাৰিৰ নবগিৰি পথত স্থায়ীভাৱে ঘৰ সাজি সপৰিয়ালে বাস কৰি আছে। ১৯৭২ চনত আমি আমাৰ পিতা প্ৰয়াত ধৰ্মেশ্বৰ দাস আৰু মাতৃদেবী ভাগ্যৱতী দাসৰ সৈতে ককাইদেউ আৰু ভনী বিজুৰ সৈতে শ্বিলঙৰ পৰা গুৱাহাটীলৈ আহোঁ। মই আৰু ভনী বিজুৱে বি বৰুৱা কলেজত ভৰ্ত্তি হৈ পঢ়া-শুনা আৰম্ভ কৰোঁ। মই চাকৰি কৰোঁ — জলসিঞ্চনৰ অভিযন্তা বিভাগত আৰু ভনী বিজুৱে কাম কৰে মুখ্য বান নিয়ন্ত্ৰণ অভিযন্তা বিভাগত ঃ সেই সূত্ৰে চানমাৰিৰ জলসিঞ্চন বিভাগৰ চৰকাৰী নিবাসত থাকোঁ। আমাৰ নিবাসৰপৰা ড° ভট্টাচাৰ্য্যৰ নিবাস স্থল দুই ফালংমান দূৰত্বত অৱস্থিত। ক্ৰমে মহাবিদ্যালয়ৰপৰা ঘৰুৱা জীৱনলৈকে আমাৰ সান্নিধ্য ৰূপান্তৰিত হয়। মা-দেউতাই ড° ভট্টাচাৰ্য্য আৰু তেওঁৰ অগ্ৰজ সাহিত্যিক অতুলচন্দ্ৰ বৰুৱাক (অসম সাহিত্য সভাৰ শুৱালকুছি অধিবেশনৰ সভাপতি) গধূলি পৰত আমাৰ ঘৰলৈ মাতি আনে ঃ দুয়োজনে গধূলি পৰত লগ লাগি ফুৰা অভ্যাস আছিল। বিহুৱে-পৰবে আমাৰ ঘৰত মা-দেউতাৰ সৈতে বৰুৱা-ভট্টাচাৰ্য্যই সঘনে লগ হয় — বৰপেটা - অভয়াপুৰী আদিৰ কথা মা-দেউতাক সোধে ঃ মাৰ ঘৰ আছিল বৰপেটাত আৰু দেউতাৰ ঘৰ অভয়াপুৰীত। কেনেকৈ, কি প্ৰসংগত তেওঁলোকৰ ঘৰ-সংসাৰ হ'ল — আদি কথাৰে ৰসাল হৈ পৰে আমাৰ ঘৰখন। উল্লেখযোগ্য যে বৃটিছ যুগতে ডিব্ৰুগড়ৰ বেৰীহোৱাইট মেডিকেল স্কুলৰ পৰা ফাৰ্মচীষ্ট পাঠ্যক্ৰম পঢ়ি উত্তীৰ্ণ হোৱা দেউতা ধৰ্মেশ্বৰ দাসে সংস্কৃত, ইংৰাজীত সুন্দৰকৈ আবৃত্তি-বচন পৰিবেশন কৰিছিল। মা- প্ৰাথমিক

বিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত প্ৰধান শিক্ষয়িত্ৰী তথা গীত-পদ গোৱাত পাকৈত। অৱসৰী জীৱনত দুয়োজনৰে সেৱা শুশ্ৰুষা কৰি মই চাকৰিৰ মাজতে ভট্টচাৰ্য্য-বৰুৱা দুজনৰ পৰা সাহিত্য চৰ্চাৰ প্ৰেৰণা লাভ কৰিছোঁ।

গুৰু-পিতা সম্বন্ধৰে বান্ধ খোৱা ভট্টাচাৰ্য্য মহোদয়ৰ ওঠৰ বছৰ বয়স পূৰ হোৱাৰ পিছতে এঘাৰ বছৰীয়া দেৱীপ্ৰভা আইৰ সৈতে ১৯৪৪ চনত গাঁৱৰ ঘৰতে আগবিয়াখন সম্পন্ন হৈছিল। ১৯৫১ চনত এম-এ পৰীক্ষা দি উত্তীৰ্ণ হোৱাৰ পিছত শান্তি বিয়া পাতে আৰু ১৯৫৩ চনত প্ৰথম পুত্ৰ তিলকৰ জন্ম হয়। তিলকে পঢ়া-শুনা কৰি ভাৰতীয় খাদ্য নিগমৰ কৰ্মচাৰীৰূপে নিযুক্তি পায় আৰু মোৰ ভনী জোঁৱাই-বিজুৰ স্বামী মৃণাল বৈশ্যও এই নিগমৰে সহকৰ্মী। দেৱীপ্ৰভা আই এগৰাকী সুদক্ষা গৃহিণী। তেওঁ ৰন্ধা-বঢ়া, গৃহস্থালীৰ উপৰিও বয়ন বিদ্যাত নিপুণ আৰু ঘৰতে বয়ন প্ৰতিষ্ঠান নামে শিপিনী অনুষ্ঠান পাতি পাট-মুগা সূতাৰ কাপোৰ বৈ কেবা বছৰো ব্যৱসায় চলাইছিল। দেৱীপ্ৰভা আই আৰু তেওঁৰ পুত্ৰ চাৰিজন, তিলক, মনোজ, অপূৰ্ব আৰু প্ৰণৱে মোক নিজৰ বাইদেউৰ দৰে মৰম কৰে। মোৰ দেউতা ধৰ্মেশ্বৰ দাসৰ মৃত্যু হয় ২০০০ চনৰ অক্টোবৰত আৰু আই ভাগ্যৱতী দাসৰ পৰলোক ঘটে ২০০১ চনৰ ডিচেম্বৰত। আমাৰ বেমাৰ আজাৰত, ঘৰুৱা বিপদৰ সময়ত গুৰুপিতাৰ ঘৰৰ পৰা, বিশেষকৈ তৃতীয় পুত্ৰ ডাক্তৰ অপূৰ্ব আৰু বোৱাৰী ডাক্তৰ শিখাৰ পৰা সততে সহায়-চিকিৎসা লাভ কৰিছিলোঁ। এই ঘৰৰ চাৰিগৰাকী বোৱাৰী আৰু নাতি-নাতিনীসকলৰ সৈতেও আমাৰ চেনেহৰ এনাজৰীৰ বান্ধোন চলিয়ে আছে। মোৰ ভতিজী জীয়াৰী সুমন দাসেও বি. বৰুৱাৰ পৰা স্নাতক হৈ গুৰুপিতাৰ উদগনিতে নাট্য শিল্পী হ'ব পাৰিছে। ভট্টাচাৰ্য্য আৰু বৰুৱা মহোদয়ৰ অনুপ্ৰেৰণা আৰু দয়াৰ ফলত মই গুৱাহাটী আলোচনা চক্ৰ, গুৱাহাটী সাহিত্য কানন, অসম সাহিত্য সভা, অসম জনকৃষ্টি সমাজ, গুৱাহাটী ব্ৰহ্মবিদ্যা সমাজৰ সনাতন লজ, নাম-নাই আলোচনী আদিৰ সৈতে জড়িত হৈ পৰোঁ। আমাৰ নিবাসত গুৱাহাটী আলোচনা চক্ৰৰ বৈঠক পাতি প্ৰয়াত পিতৃ-মাতৃৰ উদ্দেশ্যে শ্ৰদ্ধা নিবেদন কৰিছোঁ। মই বৰগীত, ভজন পৰিবেশন কৰি, কবিতা লিখি পাঠ কৰি সমসাময়িক সাহিত্যসেৱীসকলৰ সৈতে চা-চিনাকি হ'ব পাৰিছোঁ। মোৰ ভনী জোঁৱাই মৃণাল বৈশ্য আৰু ভনী বিজু গায়ক-গায়িকাৰূপে সমাদৃত হৈছে।

সৰস্বতীৰ বৰপুত্ৰ 'গুৰুপিতা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ গুণ-গৰিমাৰ বিষয়ে অসমৰ ৰাইজে ভালদৰে জানে। মোৰ আৰু আমাৰ পৰিয়ালৰ পৰম ভাগ্য যে এইজনা ভাষা-সাহিত্য-সংস্কৃতিৰ পূজাৰী কামৰূপ ৰত্ন ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক ইমান আপোনভাবে আমি পাইছোঁ। তেওঁৰ আশী বছৰীয়া জন্মদিনত সুদীৰ্ঘ সুখী জীৱনৰ কামনাৰে ভগৱানৰ ওচৰত 'পাৰে পৰিহৰি' নিবেদন জনালোঁ। ●

# ড° ভট্টাচাৰ্য্যৰ সংগ-সান্নিধ্য

শ্ৰীভাৰত কলিতা

প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য ছাৰক ১৯৫৫ চনৰপৰাই লগ পাই আহিছোঁ। কেবাটাও প্ৰসংগত তেওঁৰ লগত বহি বা ওচৰত থাকি কিবাকিবি কামত জৰিত থকাৰ সৌভাগ্য ঘটিছিল। আমি মাজতে প্ৰায সাতাইশ বছৰ কাল অসমৰ বাহিৰত থকাত ভালেমান ব্যক্তি, সাহিত্যিক বন্ধুবৰ্গ আদিৰ লগত যোগাযোগ বন্ধ হোৱা বাবে তেওঁলোক মোৰ পাহৰণিৰ মাজত লুকাই আছে। কিন্তু ভট্ট ছাৰ আৰু প্ৰয়াত ড° প্ৰফুল্লদত্ত গোস্বামী মহোদয়ক আমি সদায়ে ওচৰ সান্নিধ্যত থকাৰ অনুভৱ কৰি আহিছোঁ।

১৯৫৫ চনত মেট্ৰিক পাছ কৰি সেই সময়ৰ ৰাতিৰ কলেজ বি. বৰুৱাত (কামৰূপ একাডেমী স্কুলৰ ভৱনত) নাম ভৰ্ত্তি কৰোঁ। দিনত ডি. চি. অফিচৰ কেৰাণী, ৰাতি কলেজৰ ছাত্ৰ। আমাক পঢ়ুওৱা সেই সময়ৰ ভালেকেইজন অধ্যাপক এতিয়াও অসমৰ যুগজয়ী ব্যক্তি। অধ্যক্ষ হেম বৰুৱা, উপাধ্যক্ষ সুৰেন্দ্ৰ মোহন দাস, অধ্যাপক দাসগুপ্ত, অধ্যাপক যোগেশ দাস, অধ্যাপিকা নিৰ্মল প্ৰভা বাইদেউ আৰু পৰৱৰ্ত্তী অধ্যক্ষ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অতিকৈ স্মৰণীয়।

এদিন ক্লাচত সোমাবলৈ ভট্ট ছাৰক অনুমতি খুজিলোঁ, ইতিমধ্যে ক্লাচ আৰম্ভ হৈ গৈছে, ছাৰে পঢ়াই আছিল। তেওঁ মোৰ ফালে চাই সকলোৰে শুনাকৈ কঢ়াকৈ ক'লে, "মই পঢ়াই থকা সময়ত ক্লাচত সোমাবলৈ কোনেও অনুমতি বিচাৰিব নালাগে। আহিবা আৰু চুপ্‌চাপ্ বহি যাবা।" ছাৰে তেতিয়া অম্বিকাগিৰি ৰায়চৌধুৰীৰ 'তুমি' নামৰ ৰসাল আৰু ভাব গধুৰ কবিতা পঢ়াই আছিল। দুমাহমান পিছত মোৰ আৰু এদিন পলম হ'ল। ছাৰে তন্ময় হৈ পঢ়াই আছিল। মই চুপ্ চাপ্ সোমাই গৈ পিছৰ বেঞ্চখনত বহিলোগৈ। তেওঁ মই সোমোৱা দেখিছিল আৰু মই অনুমতি নোহোৱাকৈ সোমোৱা কাৰণে বৰ বেয়াকৈ ক'লে। থিয় হৈ থাকিবলৈ আদেশ দি তেওঁ পঢ়ুওৱাত লাগি গ'ল। আধা ঘণ্টামান পিছত মোৰ ফালে চাই ক'লে "তুমি এতিয়াও থিয় হৈ আছা? বহাৰ ইচ্ছা নাই নেকি? সুন্দৰকৈ হাঁহি এটা মাৰিলে লগতে ৭২ জন ছাত্ৰৰ গোটেই ক্লাচতে হাঁহিৰ খলকনি উঠিল। সুবিধা পাই ছাৰক এদিন সুধিলো, "আপুনি এদিন অনুমতি বিচৰাৰ কাৰণে গালি পাৰিলে আৰু

আনদিনা অনুমতি নিবিচৰা কাৰণে গালি পাৰিলে। কিয় এনে হ'ল? "নিযমানুবৰ্ত্তিতা ৰাখিব লাগিলে তিতা-মিঠা দুযোটাকে ব্যৱহাৰ কৰিব লাগিব।" এয়া হ'ল ছাৰৰ ক্লাচ পৰিচালনা কৰাৰ দৰ্শন। আমাৰ কলেজত চাৰিবছৰৰ শিক্ষাকালত ভট্ট ছাৰৰ ক্লাচৰ পৰা কেতিযাও বিৰত থকাৰ কথা মনত নপৰে। তেওঁ এজন সাৰ্থক অধ্যাপক, সাহিত্য কলাৰ জ্ঞানৰ ভড়াল আৰু ৰস-মাধুৰ্য্যৰ ভাণ্ডাৰ।

ছাৰে বৰো ভাষাৰ গৱেষণা কৰিছিল ডক্টৰেটৰ কাৰণে। গুৱাহাটীৰ হেপী ভিলাৰ Brethren Lodge- নামৰ দুমহলীয়া ঘৰ এটাত আমি মেচ কৰি আছিলোঁ। তাত আমাৰ লগত আছিল প্ৰখ্যাত শিল্পী শোভা ব্ৰহ্ম, তেওঁৰ ভাযেক ৰণেন বসুমতাৰী (পিছলৈ অসমৰ কেবিনেট মন্ত্ৰী), লাৱণ্য ৰাভা (পিছলৈ যোৰহাট আঞ্চলিক গৱেষণাগাৰৰ যুটীয়া সঞ্চালক), দধি ব্ৰহ্ম ইত্যাদি। তালৈকে ভবেন নাৰ্জি আৰু অন্যান্য বৰো নেতাও আহিছিল। ভট্ট ছাৰ তালৈ কেতিয়াবা আহে আৰু বৰো ভাষাৰ ওপৰত আলোচনা-বিলোচনা কৰে। আমি অনুমান কৰিছিলোঁ যে বৰো ভাষাক আৰু জাতিক এটা সুকীয়া মৰ্য্যাদা দাবী কৰাৰ এই আলোচনাত সূত্ৰ পোৱা গৈছিল।

মিৰ্জাৰ দক্ষিণ কামৰূপ কলেজত লোক সংস্কৃতি বিষযক আলোচনা চক্ৰ। ভট্ট ছাৰ, নবীন চন্দ্ৰ শৰ্মা প্ৰমুখ্যে বিশিষ্ট লোকসকলৰ সমাবেশ। সন্ধিযা গুৱাহাটীলৈ ওভোটাৰ আগতে ছাৰ আৰু নবীন চন্দ্ৰ শৰ্মাই আমাৰ ঘৰত সোমোবাৰ আগ্ৰহ প্ৰকাশ কৰিলে। আমি বৰ কৃতজ্ঞ হ'লো। লীলাই (মোৰ পৰিবাৰ) পকোড়া ভাজিলে। ছাৰ, শৰ্মা আদিয়ে অতি তৃপ্তিৰে খালে। খাই থাকোতে ছাৰে পৰিবাৰক ক'লে, "এটা টোপোলা বান্ধি দিবা, ৰাস্তাত খাম।" তোমাৰ পকোড়াত অসমৰ খোৱাৰ কৃষ্টিৰ লগত মহাৰাষ্ট্ৰৰ ভাজিযাৰ (আমি পুনাত আছিলো) সংমিশ্ৰণ ঘটিছে।" পকোড়াত কলা-কৃষ্টিৰ প্ৰভাৱ বিচাৰি পোৱাত হাঁহিলো। পিছে বান্ধি দিয়া টোপোলাটো গাড়ীৰ ড্ৰাইভাৰজনৰ কাৰণেহে লৈছিল। সাহিত্যিক ছাৰৰ মানুহৰ প্ৰতি থকা বিচাৰ দেখি তবধ মানিলোঁ।

১৯৬০ চনত মিৰ্জাত অসম সাহিত্য সভাৰ অধিবেশন । "দক্ষিণকোল" নামৰ স্মৃতিগ্ৰন্থখনৰ সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰত। অসমৰ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক সকলৰ পৰা প্ৰবন্ধ সংগ্ৰহ কৰা হ'ল। তাৰে ভিতৰত বিশেষ কাৰণত দুটা প্ৰবন্ধ স্মৃতিগ্ৰন্থত সংলগ্ন কৰ নহ'ল। তাৰে ভিতৰৰ এটা ভট্ট ছাৰৰ। ভট্ট ছাৰক আমি আগতীয়াকৈ জনালোঁ। ছাৰে এটা সেমেকা মনেৰে ক'লে, "হ'ব বাৰু, সেইটো মোক ঘূৰাই দিবা।" গ্ৰন্থখন প্ৰকাশ আৰু প্ৰচাৰ হোৱাৰ পিছত ছাৰে আমাক জনালে – "ভাৰত তুমি ভালেই কৰিলা, মোৰ প্ৰৱন্ধটো তাত সংলগ্ন নকৰি। তেতিয়া মই অলপ বেয়া পাইছিলোঁ, এতিয়া কিন্তু ভালহে পাইছো কাৰণ মোৰ প্ৰবন্ধটো তাত খাপ নাখালেহেঁতেন।" ছাৰৰ এনে মনখোলা কাহিনী আৰু আছে। ●

# নলবাৰীৰপৰা নৰগিৰিলৈ

শ্ৰীকনক চন্দ্ৰ ডেকা

আমাৰ পৰম শ্ৰদ্ধাৰ বি বৰুৱা মহাবিদ্যালয়ৰ (১৯৫৯-৬০) শিক্ষাগুৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰে সম্প্ৰতি আশীৰ দশকত খোজ পেলাইছে। ছাৰৰ লগত মোৰ প্ৰথম সাক্ষাৎ ঘটে ১৯৫৬-৫৭ চনত এটা ভাবিব নোৱাৰা দুৰ্যোগৰ সময়ত। মই তেতিয়া নলবাৰী মহাবিদ্যালয়ৰ ইণ্টাৰমিডিয়েট কলাৰ ছাত্ৰ। নলবাৰীৰ জ্ঞানবৃদ্ধ, বয়োজ্যেষ্ঠ প্ৰয়াত চিত্ৰমল্ল বৰুৱাৰ আশ্ৰয়ত থাকি মহাবিদ্যালয়ত পঢ়ো। প্ৰায়ে আবেলি মহাবিদ্যালয়ৰ সংস্কৃত বিভাগৰ মুৰব্বী অধ্যাপক, পৰৱৰ্ত্তী কালত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ড' মুকুন্দ মাধব শৰ্মাৰ লগত ফুৰোঁ। এদিন ফুৰি থাকোঁতে নলবাৰী চহৰত এটি বাতৰি বন-জুইৰ দৰে বিয়পি পৰিল- অধ্যাপক প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য দুৰ্ঘটনাগ্ৰস্ত হৈ নলবাৰী চিভিল হস্পিতালত আছে। ছাৰৰ লগত ইয়াৰ পূৰ্বে চা-চিনাকি নাই। কিন্তু তেখেত এজন কৃতীছাত্ৰ, কৃতী অধ্যাপক, জনপ্ৰিয় লেখক হিচাপে বেচ জনাজাত। খবৰটো পায়েই হস্পিতাললৈ গ'লোঁ। ভালেমানলোকে তেখেতৰ খবৰ ল'বলৈ গৈছে। গৈ দেখিলোঁ, মূৰত বেণ্ডেজ, তেজেৰে ৰাঙলি। সাক্ষাৎকাৰীৰ ভিৰ কমাত কাষতে বহি লৈ তেখেতৰ মূৰটো আৰু হাত-ভৰি কোমল কোমলকৈ পিহি দি আছিলোঁ — ৰাতি প্ৰায় দহমান বজালৈকে। এয়াই আছিল ছাৰৰ লগত প্ৰথম সাক্ষাৎ।

১৯৫৮ চনত নলবাৰী কলেজৰ পৰা আই এ পৰীক্ষা পাছ কৰি বি. বৰুৱা নৈশ মহাবিদ্যালয়ত (তেতিয়া বি. বৰুৱা কলেজ এতিয়াৰ কামৰূপ একাডেমীত) পঢ়িবলৈ ল'লো। তেতিয়া বি. বৰুৱা কলেজক লোকে কেৰাণীৰ কলেজ, বুঢ়া-বুঢ়ীৰ কলেজ, হেম বৰুৱাৰ কলেজ বুলি কৈছিল। কিন্তু কলেজৰ পৰিৱেশ আছিল এটি ডাঙৰ যৌথ পৰিয়ালৰ দৰে। অধ্যক্ষ হেম বৰুৱা ছাৰ আৰু উপাধ্যক্ষ সুৰেন্দ্ৰ মোহন দাস ছাৰ আমাৰ সকলোৰে পিতৃ স্বৰূপ আছিল। হেম বৰুৱা ছাৰে মৰমতে পিঠিত হাত বুলাই 'সোণ' বুলি মাতিছিল আৰু দাসছাৰে পিতৃসুলভ স্নেহেৰে তই বুলি সম্বোধন কৰিছিল। কটন কলেজ আৰু সন্দিকৈ ছোৱালীকলেজৰ ভালেমান শিক্ষকে

অংশকালীন অধ্যাপক হিচাপে আমাৰ কলেজত অধ্যাপনা কৰিছিল। হেম বৰুৱা ছাৰে ইংৰাজী কবিতা পঢ়োৱা আৰু সুৰেন্দ্ৰ মোহন দাস ছাৰে নাটকীয় ভঙ্গীৰ *জুলিয়াচ চিজাৰ* নাটক আৰু ৰেটৰিক-প্ৰোচিডি পঢ়োৱা শুনিবলৈ কটন কলেজৰ বহু ছাত্ৰ আমাৰ কলেজলৈ আহিছিল। ভট্ট ছাৰ, প্ৰয়াত যোগেশ দাস ছাৰ আৰু ড° নিৰ্মল প্ৰভা বাইদেৱে আমাক অসমীয়া পঢ়াইছিল। ভট্টাচাৰ্য্য ছাৰে বিহগী কবি ৰঘুনাথ চৌধাৰীৰ *দহিকতৰা* আৰু *কেতেকী কাব্য* পঢ়াওঁতে কবিৰ জন্ম-কৰ্ম, তেখেতৰ কাব্য-ভূমি আৰু চৌধাৰী প্ৰমুখ্যে প্ৰথিতযশা সাহিত্যক, কবি-নাট্যকাৰ অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা, ৰহস্যবাদী কবি নলিনীবালা দেৱী, বনফুলৰ কবি যতীন দুৱৰা, জ্যোতিকণাৰ কবি বাগ্মীবৰ নীলমণি ফুকন, কবি দুৰ্গেশ্বৰ শৰ্মা আদিৰ জীৱন আৰু সাহিত্য-প্ৰতিভা সম্পৰ্কে সুন্দৰভাৱে তুলনামূলক বৰ্ণনা কৰিছিল। ভট্টাচাৰ্য্য ছাৰে পঢ়াওঁতে, কথা কওঁতে প্ৰায়েই কামৰূপীয়া, নলবৰীয়া ভাষাত কৈছিল। ছাৰৰ স্মৃতি শক্তি প্ৰখৰ আৰু হাতৰ আখৰ ধুনীয়া। ছাৰৰ অন্তৰখন কোমলতকৈও কোমল আৰু খং উঠিলে জটাধাৰী শিৱৰ দৰে ৰুদ্ৰমূৰ্তি, ক্ষণে ৰুষ্ট ক্ষণে তুষ্ট। ছাৰৰ খং বেছি সময় নাথাকে। ক্ষন্তেক পিছতে মৰম লগা কথা কৈ গা-মূৰ পিহি দিয়ে। ছাৰে য'তেই নাযাওক কিয় নিজৰ কলেজখন, শিক্ষকসকল আৰু ছাত্ৰ-ছাত্ৰীক লৈ গৌৰৱ কৰে। ছাৰৰ জাত্যাভিমান, ধৰ্মান্ধতা আদি দোষবোৰ নাই। খোৱা-বোৱা, পিন্ধন-উৰণ আদিতো বিশেষ চখ্‌ভখ্ নাই। ছাৰ আৰু বাইদেউ মৰমিয়াল আৰু অতিথিপৰায়ণ। কোনো মানুহ ছাৰৰ ঘৰলৈ গ'লে শুদা মুখে আহিব নিদিয়ে। ছাৰে কোনো ধৰণৰ ৰাগীয়াল বস্তু বিশেষতঃ বিড়ি, চিগাৰেট, চাধা আদি নাখায়; কিন্তু অসমীয়া তামোলখন ছাৰৰ অতি প্ৰিয়। ছাৰে অধ্যক্ষ হেম বৰুৱা ছাৰৰ দৰে তামোল-পাণৰ টেমা এটা জেপত লৈ ফুৰে। লগতে এখন সৰু ছুৰী কটাৰী। ছাৰে শিলিখা খাই খুব ভাল পায়। লগত সদায় শিলিখা থাকেই আৰু ওচৰত যিয়ে নাথাকক ছুৰী-কটাৰীখন উলিয়াই শিলিখা অলপ কাটি দিয়াৰ লগতে শিলিখাৰ দ্ৰব্য গুণৰ কথা কয়। বিয়া-শ্ৰাদ্ধাদিত দিয়া 'সঙ্কল্পৰ শিলিখা' মাহাত্ম্যৰ কথা কয়।

ড° ভট্টাচাৰ্য্য ছাৰ ভোজনবিলাসী নহয়। বিয়া-বাৰু, সভা-সমিতিলৈ গ'লে যিহকে খাবলৈ দিয়ে তাকেই প্ৰশংসাসূচক বাক্যৰে খায়। খোৱাৰ সময়ত কাষত বহিলে মৰম কৰি নিজৰ খোৱা পাতৰ এভাগ দি মনত আনন্দ লাভ কৰে। আজিও ছাৰৰ পৰা সেই মৰম পাই আছোঁ। ভট্টাচাৰ্য্য ছাৰে বৰো ভাষা গৱেষণা কৰি ডক্টৰেট উপাধি (১৯৬৫) লাভ কৰে। গৱেষণাৰ তথ্য সংগ্ৰহ কৰাৰ সময়ত অসমৰ বৰো ভাষা-সাহিত্য-সংস্কৃতি অধ্যুষিত অঞ্চলবোৰ বিস্তৰ ভাবে ভ্ৰমণ কৰি জনজাতীয় লোকসকলৰ লগত ওতপ্ৰোতভাবে মিলি গৈছিল। ভট্টাচাৰ্য্য ছাৰে ক্ৰমে ড° বাণীকান্ত কাকতি আৰু ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ তত্ত্বাৱধানত গৱেষণা কৰিছিল যদিও শেষত ড° সুকুমাৰ সেনৰ মুখ্য সহায়ত ডি. ফিল উপাধি লাভ কৰে। নকলেও

হ'ব ছাৰক আন দুজন বিশিষ্ট পণ্ডিত ব্যক্তি ড° প্ৰফুল্লদত্ত গোস্বামী আৰু ভবেন নাৰ্জিৰ গাতে ছাঁটোৰ দৰে লাগি থাকি সহায় কৰাৰ কথা ব্যক্তিগত ভাবে জানো। সন্মান লাভ কৰাৰ পিছত গুৱাহাটী সৰিতা সভাই সাৰ্বজনীন আতা বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱৰ পৌৰোহিত্যত বহা সভাই তেখেতক সম্বৰ্দ্ধনা জনাইছিল। সভাত ড° প্ৰফুল্লদত্ত গোস্বামী ছাৰো উপস্থিত আছিল। সভাত ড° ভট্টাচাৰ্য্য ছাৰে কৃতজ্ঞতা সহকাৰে উল্লেখ কৰিছিল, "মই ডক্টৰেট ডিগ্ৰী পোৱা নাই মোৰ পৰম গুৰু ড° প্ৰফুল্লদত্ত গোস্বামী ছাৰে দ্বিতীয় বাৰ ডক্টৰেট্ উপাধি লাভ কৰিছে বুলি মই ভাবিছোঁ।" ছাৰৰ এই নিচিনা মহানুভৱতা প্ৰায়ে লক্ষ্যকৰি আহিছোঁ।

ড° ভট্টাচাৰ্য্য ছাৰে বৰো ভাষাৰ সম্পৰ্কত গৱেষণা কৰাই নহয়, সেই ভাষাটো সম্পূৰ্ণ ভাৱে আয়ত্ত কৰি তেওঁলোকৰ সংস্কৃতি, জনকৃষ্টি, জীৱনধাৰা নিয়াৰিকৈ জানি লৈছে। সম্প্ৰতি যি বৰো আঞ্চলিক স্বাযত্ব পৰিষদৰ সৃষ্টি হ'ল তাৰ বাবে তেওঁলোকে প্ৰকাশ্যভাবে ড° ভট্টাচাৰ্য্য ছাৰৰ ওচৰত ঋণ আৰু কৃতজ্ঞতা স্বীকাৰ কৰিছে। অসমীয়াক ৰাজ্যভাষা হিচাপে স্বীকৃতি দিয়াত যিদৰে ড° বাণীকান্ত কাকতিদেৱৰ গৱেষণা গ্ৰন্থখনিযে সহায় কৰিছে, বৰোভাষাই স্বীকৃতি লাভ কৰাতো ড° ভট্টাচাৰ্য্য ছাৰৰ গৱেষণা গ্ৰন্থখনিযে বিশেষভাৱে সহায় কৰিছে। এইটো সৰ্বজন স্বীকৃত কথা।

১৯৫৬-৫৭ চনত নলবাৰীত ছাৰক লগপোৱা দিন ধৰি প্ৰায় পাঁচোটা দশক ছাৰৰ মৰম ছত্ৰৰ তলত আছোহঁক। অসমৰ, বিশেষকৈ গুৱাহাটীত এনেকুৱা এটি সাহিত্য, সংস্কৃতি, গৱেষণামূলক অনুষ্ঠান নাই য'ত ড° ভট্টাচাৰ্য্য ছাৰ ভোটাতৰাৰ দৰে জিলিকি থকা নাই। আমি এচাম তেখেতৰ শিষ্য-প্ৰশিষ্যও সদায় তেখেতৰ ছত্ৰ ছায়াৰ তলত আশ্ৰয় লৈ আছো। আমাৰ মানত কাকতি, বিৰিঞ্চি কুমাৰ বৰুৱা, নেওগ ছাৰ, সত্যেন্দ্ৰ নাথ শৰ্মা ছাৰ, প্ৰফুল্লদত্ত গোস্বামী ছাৰৰ পিছতে ড° ভট্টাচাৰ্য্য ছাৰৰ স্থান একে শাৰীতে।

১৯৬৪ চনত গুৱাহাটীত 'ভাৰতীয় ইতিহাস সন্মিলন' আৰু ১৯৬৫ চনত সৰ্ব ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন গুৱাহাটীৰ কটন মহাবিদ্যালয়ত অনুষ্ঠিত হৈছিল। সেই সময়ত জিলা পুথিভড়াল, ৰবীন্দ্ৰ ভৱন, অসম ৰাজ্যিক সংগ্ৰহালয়, আদিৰ অট্টালিকাবোৰ হোৱা নাছিল। প্ৰাচ্য-বিদ্যা সন্মিলনৰ সময়ত (১৯৬৫) চনত ভগৱতী প্ৰসাদ বৰুৱা ভৱনটো সন্মিলনৰ সভাপতি, বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য, আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন পণ্ডিত ডক্টৰ বাসুদেৱ চৰণ আগ্ৰৱালে উন্মোচন কৰে। নেওগ ছাৰৰ অহোপুৰুষাৰ্থত ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ সৃষ্টি। নেওগ ছাৰৰ লগত প্ৰাচ্যবিদ্যা সন্মিলন (১৯৬৫) অনুষ্ঠান কৰা বিশেষ ব্যক্তিসকল আছিল অধ্যাপক দণ্ডেশ্বৰ গগৈ, অধ্যাপক বিনয় ভূষণ চৌধুৰী, ড° অশ্বিনী কান্ত বৰকাকতী, অধ্যাপক

নুৰুল ইছ্লাম, অধ্যাপক ৰজনীকান্তদেৱ শৰ্মা, অধ্যাপক বিনন্দচন্দ্ৰ বৰ্মন, আৰু তেখেতসকলৰ লগত গাটোতে ছাঁটোৰ দৰে থাকি কাম কৰাসকলৰ ভিতৰৰ কেইগৰাকীমান আছিল এই নিবন্ধ লেখককে ধৰি ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, ড° হেমন্ত কুমাৰ শৰ্মা, ড মুকুন্দ মাধৱ শৰ্মা, ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, প্ৰয়াত নন্দ তালুকদাৰ, ড ডিম্বেশ্বৰ শৰ্মা, ড বিশ্ব নাৰায়ণ শাস্ত্ৰী, প্ৰযাত মুৰাৰিচৰণ দাস, ৰাজমোহন নাথ আৰু বহুতো। অধিৱেশনৰ প্ৰস্তুতিৰ সময়ছোৱাত ড° নেওগ ছাৰৰ সহকাৰী হিচাপে দিনে নিশাই এদললোকে কাম কৰিছিল। সেইসকলৰ ভিতৰত প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, হেমন্ত কুমাৰ শৰ্মা আৰু ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী। সন্মিলনৰ দুদিন আগতে সন্মিলনৰ সভাপতি ড বাসুদেৱ চৰণ আগ্ৰৱাল গুৱাহাটীত উপস্থিত হয়। তেখেতক গুৱাহাটীৰ আৱৰ্ত্ত ভৱনত ৰখা হৈছিল। তেখেতৰ চতুৰ্থপুত্ৰ, বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ প্ৰত্নতত্ত্ব বিভাগৰ অধ্যাপক ড° পৃথ্বীৰাজ আগ্ৰৱাল আহিছিল। আৱৰ্ত্তভৱনত থকা সময়ছোৱাত ড° নেওগ ছাৰে মোক ডক্টৰ আগ্ৰৱালৰ সহকাৰী হিচাপে নিযুক্ত কৰিছিল। সন্মিলনৰ দিনকেইটা দিন-ৰাতিৰ বিচাৰ নকৰি আমি কাম কৰিছিলোঁ।

গুৱাহাটীত অনুষ্ঠিত প্ৰাচ্যবিদ্যা সন্মিলনখন ইমানেই উচ্চখাপৰ হৈছিল যে, আমি প্ৰাচ্যবিদ্যা সন্মিলনৰ সভাবোৰত যোগদান কৰিবলৈ গ'লে আজিও চিনাকি পণ্ডিতসকল গুৱাহাটী অধিৱেশনৰ প্ৰশংসাত পঞ্চমুখ। ড ভট্টাচাৰ্য্য ছাৰ প্ৰমুখ্যে গুৱাহাটীৰ আমাৰ দলটোৱে পিছৰ অধিবেশনবোৰত প্ৰায়েই যোগদান কৰি আহিছোঁ। তাৰ ভিতৰত আলিগড, ধাৰোৱাৰ, কুৰুক্ষেত্ৰ, বেনাৰস, এলাহবাদ, জম্মু-কাশ্মীৰ কলিকতা, বাঙ্গালোৰ, অমৃতসৰ মহীশুৰ, পাতিযালা, কন্যাকুমাৰী আদিৰ কথা প্ৰায়েই স্মৃতিপটত ভাঁহি উঠে। সন্মিলনবোৰত যোগদান কৰিবলৈ যাওঁতে ওচৰৰ বহুতো ইতিহাস প্ৰসিদ্ধ ঠাইবোৰো ভ্ৰমণ কৰিছিলোঁ সেইবোৰৰ ভিতৰত অজন্তা, ইলোৰা, মহাবলীপুৰম, পক্ষীতীৰ্থ, কাঞ্চীপুৰম, টিৰুপতি, দিল্লী, বোম্বাই, গোৱা প্ৰভৃতি। বাঙ্গালোৰলৈ যাওঁতে ভট্টাচাৰ্য্য ছাৰৰ জনপ্ৰিযতাৰ কথা মনত পৰে। এসময়ত ছাৰৰ ঘৰত বাইদেউৰ তত্ত্বাবধানত তাঁতশালত বাঙ্গালোৰৰপৰা পাটসূতা আনি কাপোৰ বৈছিল। সেই সূত্ৰে আমি বাঙ্গালোৰ পোৱাত ছাৰৰ চিনাকী উদ্যোগ এটাই আমাৰ দলটোক মাতি নি খুৱাই-ধুৱাই তেওঁলোকৰ শিল্পজাত বহুতো মূল্যৱান বস্তু আমাক উপহাৰ স্বৰূপে দিছিল।

ধাৰোৱাৰ সন্মিলনৰ পৰা আমি গোৱা হৈ জাহাজেৰে বোম্বাইলৈ গৈছিলোঁ। আমাৰ লগত ভট্টাচাৰ্য্য ছাৰ, যোগেশ দাস, হেমন্ত কুমাৰ শৰ্মা, নন্দ তালুকদাৰ, দুৰ্গেশ্বৰ শৰ্মা আৰু কেবাগৰাকী আছিল। সন্ধিয়া পৰত দলটো গোৱাত উপস্থিত হ'লোগৈ। দেশ স্বাধীন হোৱাৰ পিছতো কেবাবছৰলৈকে গোৱা, দমন, ডিউ পৰ্ত্তুগীজৰ অধীনত আছিল। ইংৰাজৰ হাতৰ পৰা ভাৰত স্বাধীন হোৱাৰ পিচত

প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৰ দিনত পৰ্তুগীজৰ হাতৰ পৰা এই তিনিখন ঠাই উদ্ধাৰ কৰা হয়। এই তিনিখণ্ড ঠাইত পশ্চিমীয়া প্ৰভাৱ আজিও বিৰাজমান। আমি দলটো গোৱাত অৱস্থিত এচিয়া মহাদেশৰ ভিতৰত বৃহৎ গীৰ্জাটোৰ গাঁতে লাগি থকা হোটেল এখনত উঠিলো গৈ। আটায়ে গা ধুই সন্ধিয়া নগৰখন ভ্ৰমণ কৰিবলৈ যোবাৰ প্ৰস্তুতি চলিল। ভট্টছাৰ আৰু মোক এৰি বাকীবোৰ ওলাল ফুৰিবলৈ। ছাৰৰ গা-ধোৱাত অলপ দেৰি হোৱাত হেমন্ত দাই ক'লে ঃ ডেকা আপুনি দাদাৰ লগত আহি থাকক। গুৰু-শিষ্য থাকিলে একো চিন্তা নাই। আমি অলপ আগবাঢো।' ছাৰ আৰু মই পশ্চিমীয়া বিলাসী সামগ্ৰীৰে ভৰপূৰ ৰাতিৰ গোবানগৰীত সোমাই পৰিলো। ছাৰৰ স্ফুৰ্ত্তিৰ অন্ত নাই। মোতকৈও ছাৰ যেন বহুত বেছি ডেকা। বহু কষ্ট কৰি বিচাৰি বিচাৰি এখন পুৰী-হালোৱা দোকান পালোঁ। ছাৰ আৰু মই উৎকৃষ্ট প্ৰকৰণেৰে ৰান্ধা হালোৱা-পুৰী খালোঁ। ভট্টাচায্য ছাৰে যেন গুৰু শিষ্যৰ দূৰত্ব পাহৰি একেবাৰে নলেগলে লগা বন্ধু হিচাপে মোক ল'লে। গোৱাত এদিন এৰাতি থাকি পিছদিনা জাহাজেৰে ৰাতি সমুদ্ৰৰ দৃশ্য চাই চাই বোম্বাইলৈ যোৱাৰ প্ৰস্তুতি কৰা হৈছে । জীৱনৰ প্ৰথম সমুদ্ৰ যাত্ৰা, কিমান আশা, কিমান আনন্দ!! জাহাজত উঠি নিজৰ নিজৰ বিচনা পাৰি ল'লো। এমণত ছাৰ, হেমন্ত দাদা আৰু মই প্ৰায়েই ওচৰা-ওচৰিকৈ বিচনা পাৰোঁ। জাহাজতো তাকে কৰিলোঁ। বহু ৰাতিলৈকে টোপনি নাহিল। জাহাজখন বিশাল সমুদ্ৰৰ বুকু ফালি আৰু তৰালিৰে ভৰা নীল আকাশৰ মাজেৰে কটিযাই লৈ গৈ আছে। জাহাজৰ যাত্ৰীসকলে নিজা নিজা অভিৰুচি অনুসৰি আনন্দ উপভোগ কৰিছে, যেন আদিম যুগৰ এদল অঘৰী মানুহে। ছাৰ আৰু হেমন্ত দাই ওমৰ খৈয়ামৰ কবি যতীন দুৱৰাৰ অনুবাদ কবিতা গাইছে। ছাৰে বিহুগীত, বনগীতৰ সুৰৰ ধ্বনি তুলিছে। শেষ ৰাতি অলপ টোপনি আহিছিল। হেমন্ত দা আৰু ছাৰৰ মাজত মই বিচনা পাৰিছোঁ। পুবে পহ কাটিছে মাত্ৰ । জাহাজখন পূৰ্ণ গতিত গৈ আছে। হঠাৎ ছাৰে ধহ্মহকৈ সাৰ পাই বিৰক্তিত একো নাইকিযা হৈ কাৰোবাক কিবা কৈছে। মই তৎক্ষণাৎ উঠি দেখো এটা পাঁচ-ছয় বছৰীয়া ল'ৰাই দৌৰাদৌৰি কৰি ছাৰৰ গাৰ ওপৰতে উঠিছে। ছাৰৰ খং উঠিবৰে কথা। পুৱা ৮/৯ মান বজাত জাহাজৰ পৰা আমি বোম্বাই মহানগৰীত নামিলোঁ।

কুৰুক্ষেত্ৰ বিশ্ববিদ্যালযত বহা প্ৰাচ্যবিদ্যা সন্মিলনলৈ আমি এঘাৰজনীয়া দল এটি গৈছিলোঁ। তেতিয়া কুৰুক্ষেত্ৰ বিশ্ববিদ্যালযৰ উপাচাৰ্য্য স্বনামধন্য শৰৎ চন্দ্ৰ দত্ত। আমাৰ দলটোত মুঠতে এঘাৰজন। ভট্টাচাৰ্য্য আৰু ড° প্ৰতাপ চন্দ্ৰ চৌধুৰী ছাৰ আমাৰ দলপতি। আমি গুৱাহাটীৰ পৰা ৰেলেৰে যাত্ৰা কৰাৰ সময়ত নন্দ তালুকদাৰে সিদিনাৰ দৈনিক অসমৰ কপি এটা লৈ গৈছিল। তাত আমাৰ প্ৰাচ্যবিদ্যা সন্মিলনত যোগদান কৰিবলৈ যোৱা দলটোৰ বাতৰিটো ওলাইছে। বাতৰিটো বোধকৰো বন্ধুবৰ তালুকদাৰে কাকতলৈ পঠাইছিল। বাতৰিটোত আমাৰ দলটোক

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ছাৰে নেতৃত্ব দিয়া বুলি উল্লেখ কৰা হৈছিল। তালুকদাৰে বাতৰিটো পঢ়ি দিলে। সকলোৱে কাণ পাতি শুনিছে। ড° ভট্টাচাৰ্য্য ছাৰৰ দলপতিত্বত আমাৰ দলটোৱে যাত্ৰা কৰা শুনি আমাৰ মাজৰে এগৰাকী বয়োজ্যেষ্ঠ, জ্ঞানশ্ৰেষ্ঠ পণ্ডিত জাঙ্গুৰ খাই উঠিল আৰু খণ্ডত একো নাইকিয়া হৈ ক'লে, 'আমি সন্মিলনত যোগ দিবলৈ আহিছোঁ। কাৰো নেতৃত্বত কোনো অহা নাই।' ক্ৰমে তৰ্ক বাঢ়ি গ'ল। শেষত দুজনমানৰ ভিতৰত উভতি আহি গুৱাহাটী নোপোৱালৈকে মাতবোল নোহোৱা হ'ল। মই হ'লে ভট্টাচাৰ্য্য ছাৰকো নেৰিলো, ড° চৌধুৰী ছাৰকো নেৰিলো। দুয়োৰে মাজত যোগসূত্ৰ হিচাপে ড° হেমন্ত দা আৰু মই থাকিলোঁ। ভট্টাচাৰ্য্য আৰু হেমন্ত দা দুয়ো ৰাম-লক্ষ্মণৰ দৰে সোদৰ প্ৰতিম আছিল। দুয়োৰে মাজত ইমান মিল আছিল যে কিছুমান ৰং-ৰহস্য, আমোদ-প্ৰমোদৰ কথা দুয়ো ফুচ্‌ফুচাই কৈ আমাক আৰে ৰাখি পাতি ঢেক্‌ঢেক্‌কৈ হাঁহিছিল। তেখেতসকলৰ লগত অধ্যাপক কমলেশ্বৰ শৰ্মা ছাৰ আৰু দুৰ্গেশ্বৰ শৰ্মায়ো যোগ দিছিল।

নন্দ তালুকদাৰ, কিৰণ শৰ্মা, জাহিদ চৌধুৰী আৰু এই নিবন্ধ লেখক ছাৰৰ অতি প্ৰিয় শিষ্য বুলি আজিও আমি গৌৰৱ কৰো। নন্দ তালুকদাৰ গ'ল। আমি তিনিজন আছো। জাহিদ, নন্দ আৰু কিৰণ মোতকৈ এক দুই শ্ৰেণী ওপৰত। ছাৰে তেওঁলোক তিনিওৰে নামৰ প্ৰথম অক্ষৰ কেইটা একত্ৰে 'জা-ন-কি' বুলি মাতিছিল। নন্দ তালুকদাৰৰ অকাল আৰু আকস্মিক মৃত্যু হোৱাত ছাৰে অন্তৰত গভীৰ বেদনা অনুভৱ কৰিছিল। আৰু যেতিয়া নন্দ তালুকদাৰৰ মৃতদেহ বি. বৰুৱা কলেজলৈ ট্ৰাকত তুলি নিয়া হৈছিল – ছাৰে চকুপানী ৰুধিব পৰা নাছিল। কলেজৰ প্ৰতীক কাপোৰ এখনেৰে শৱদেহ ঢাকি দি কৈছিল 'আজি মোৰ নিজ-পুত্ৰ এজন মৰাৰ সমান শোক পালোঁ।' এইজনেই আমাৰ পিতৃব্য গুৰু ড° ভট্টাচাৰ্য্য ছাৰ। ড° ভট্টাচাৰ্য্য ছাৰৰ সান্নিধ্যলব্ধ সুখ-দুখৰ কথা গোটেই জীৱন ধৰি কলেও শেষ কৰিব নোৱাৰি। তেখেত চিৰদিন আমাৰ মাজত প্ৰবাদ পুৰুষ হৈ ৰ'ব। পিছৰ প্ৰজন্মই তেখেতক শ্ৰদ্ধাৰে সুঁৱৰিব।

১৯৬৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ২১ তাৰিখে মোৰ নিজ গাঁও বালাত (নলবাৰীৰ পৰা সাত মাইল দক্ষিণে পাগলাদিয়া নদীৰ পাৰত) বিয়া। মই তেতিয়া বি. বৰুৱা কলেজত অংশকালীন প্ৰবক্তা। ছাৰে কলেজৰ এদল সহকৰ্মী অধ্যাপক লগত মোক আশীৰ্ব্বাদ দিবলৈ গৈছিল। মোৰ বিয়াৰ পিছত মোৰ সহধৰ্মিনী ইৰা ছাৰৰ বি. এ. মহলাৰ ছাত্ৰী হ'ল। আমি জীৱনত ছাৰৰ কিমান মৰম আশীৰ্ব্বাদ পাই আহিছোঁ ভাষাৰে বুজাব নোৱাৰিম।

নলবৰীয়া চলি, খেতি-পথাৰ, মাছ-মৰা, মহহৌ-খেদা সকলোতে ওস্তাদ। গুৱাহাটীৰ লাচিত নগৰত স্থায়ী বসবাস পাতি এটি সৰু পুখুৰী খান্দিছিলোঁ। বাৰিষা

কাৱৈ-মাগুৰ মাছ ভৰি থাকে। মনৰ উৎসাহত ছাৰ মাছ মাৰিবলৈ আহে লগত কলেজৰ নেপালী চকীদাৰ কাঞ্চা। এক ককাল, এক বুকু পানীত নামি ছাৰৰ লগত আমি আনন্দত মাছ মাৰোঁ। এদিন ৰাতি কটন কলেজৰ প্ৰাক্তন অধ্যাপক বন্ধুবৰ ড° কনক চন্দ্ৰ ডেকা আৰু বৰ্ত্তমান অৰুণাচল বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ড° অতুল চন্দ্ৰ শৰ্মা আৰু মই লাচিত নগৰৰ বৰ্ত্তমানৰ 'সৈনিক বিশ্ৰাম ঘৰ' থকা জলাতন ঠাইখণ্ডত লেম্পলৈ আচৰা জাল মাৰিছিলোঁ। এজনে লেম আৰু এজনে কোকটো লৈছিল। এনেতে প্ৰকাণ্ড মাছ এটা জালত পৰা যেন লাগিল। বহু কষ্ট কৰি জালখন পাৰলৈ আনি দেখো এটা প্ৰকাণ্ড জালপহীয়া সাপ। ভয়ত আত্ৰাহী হৈ পাৰলৈ দৌৰ মাৰিলো। য'ৰে জাল ত'তে এৰি ঘৰলৈ গুচি আহিলো। পিছ দিনা পুৱা জালখন আনিবলৈ গৈ দেখা সাপটো জালৰ পৰা ওলাব পৰা নাই। বহুতো মানুহৰ সমাগম হ'ল। নামঘৰীয়া ৰত্নকান্ত হাজৰিকা, মহেশ্বৰ চাংমাই বৰুৱা, তিলক ডেকা আৰু দুজনমানে দীঘল বাঁহ এচটাৰে কোবাই কোবাই সাপটো মাৰিলে। প্ৰকাণ্ড জালপহীয়া সাপ। জালখন তেজেৰে ৰাঙলী হ'ল। নামঘৰীয়া ৰত্নকান্তই জালখন ধুই-পখালি আমাৰ চোতালত মেলি দি থৈ গ'ল। সিদিনাৰ পৰা মই জালেৰে মাছ মৰা পৰ্ব বন্ধ কৰিলো। পিচদিনা দুপৰীয়া কলেজত ছাৰক সাক্ষাৎ কৰি ৰাতিৰ মাছ মৰা ঘটনাটো ক'লো। ছাৰে মূৰত হাত দি আশীৰ্ব্বাদ দি ক'লে, 'দীৰ্ঘজীৱী হোৱা, ৰাখে হৰি মাৰে কোন, মাৰে হৰি ৰাখে কোন?'

# গৱেষকৰ দৃষ্টিৰে ড° ভট্টাচাৰ্য্য

শ্ৰীসুনীল কুমাৰ মজুমদাৰ

মোৰ গুৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ জন্মস্থান দীঘেলীগাঁও, নলবাৰী আৰু মোৰ জন্মঠাই ভদ্ৰাগাওঁ, নলবাৰী। দুয়োখন গাৱঁৰ দুৰত্বৰ ব্যৱধান মাত্ৰ ২ কিঃ মিঃ। কিন্তু দুয়োখন ঠাই ওচৰাওচৰি বুলি আমাৰ চিনাকি হোৱা নাছিল, চিনাকি হৈছিল মোৰ গবেষণাৰ সময় ছোৱাত । মোৰ শিক্ষা আহৰণৰ কালত বিভিন্ন কাগজে পত্ৰে ছাৰৰ লিখনি পঢ়ি তেখেতৰ বহুমুখী প্ৰতিভা আৰু পাণ্ডিত্যৰ কথা উপলব্ধি কৰো। ড° বাণীকান্ত কাকতি, ড বিৰিঞ্চিকুমাৰ বৰুৱাৰ নিচিনা বিদগ্ধ পণ্ডিতৰ সান্নিধ্যত গবেষণা কৰা মোৰ গুৰুৰ প্ৰতি মোৰ আন্তৰিকতা, শ্ৰদ্ধা আৰু ভক্তি লাহে লাহে বাঢ়ি আহে।

বিশেষকৈ মোৰ মা শ্ৰীযুতা স্বৰ্ণ বৰা (শাহুআই) ৰ 'ডিয়ুং নদীৰ গীত' উপন্যাসখনি হাফলঙত উন্মোচন কৰাৰ সময়ত তেখেতৰ সান্নিধ্য পাবলৈ সক্ষম হওঁ। সেই অনুষ্ঠানৰ পিছত ১৯৮৫ চনৰ ১৪ আৰু ১৫ চেপ্তেম্বৰতে হাফলঙত অসম সাহিত্য সভাই পৰিচালনা কৰা ডিমাছা ভাষা আৰু সংস্কৃতিৰ ঐতিহাসিক বিশ্লেষণ শীৰ্ষক আলোচনা চক্ৰখনিত মই তেখেতৰ ব্যক্তিগত সান্নিধ্যলৈ আহোঁ আৰু তেতিয়াই মোৰ অন্তৰত ইমান দিনে সাচি ৰখা ডিমাছাসকলৰ ওপৰত গৱেষণা কৰাৰ মোৰ প্ৰবল ইচ্ছাৰ কথা ব্যক্ত কৰোঁ। ছাৰে তৎক্ষণাতে মোৰ কথাটো গুৰুত্বসহকাৰে ললে আৰু মোক তেখেতৰ ঘৰলৈ মাতি পঠালে।

সেইখিনি মুহূৰ্ত্তৰ মোৰ অনুভৱ ব্যক্ত কৰাটো সম্ভৱ নহয়। উত্তৰ কাছাৰ জিলাৰ হাফলং চহৰখনৰ হিমে ঢকা বননিৰ ওপৰত থিয় হৈ মই যেন নিৰ্ম্মল নীলা আকাশত জকমকাই থকা তৰা এটিহে হাততে পালোঁ । ডিমাছাসকলৰ বিষয়ে গভীৰ জ্ঞান লাভ কৰিব পাৰিম বুলি মন মোৰ আনন্দত উত্ৰাৱল হৈ পৰিল।

ছাৰে কৈ যোৱামতে এদিন মই গুৱাহাটীৰ চানমাৰিৰ নবগিৰি এলেকাত থকা ছাৰৰ ঘৰত উপস্থিত হ'লোগৈ। লোহাৰ গেটটো খোলাৰ লগে লগে উত্তেজনাত মোৰ সৰ্ব্বশৰীৰ কঁপি উঠিল। শীতৰ বতৰতো মই জ্বৰ ঘমাদি ঘামিবলৈ ধৰিলোঁ।

ধৈৰ্য্য ধৰি ৰুমালেৰে মুখখন মচি লৈ আগবাঢ়িলোঁ। দুয়োফালে নাৰ্জিফুল, গোলাপ, চন্দ্ৰমল্লিকা ফুলৰ সমাহাৰ। ফুলৰ মাজেৰে দীঘল আলিয়েদি গৈ ঘৰৰ বাৰান্দাত উঠিলোঁ। ছাৰে মোক দেখিয়েই হাঁহি মাৰি ওলাই আহি আদৰেৰে মাতি নি বহিবলৈ দিলে আৰু বাইদেউক মাতি আনি ক'লে ঃ 'এওঁ ভদ্ৰাৰ ল'ৰাহে, গবেষণা কৰিবলৈ মন কৰিছে। দুপৰীয়া ভাত সাজ ইয়াতে খাব দিয়া।" বাইদেউ ভিতৰলৈ যোৱাৰ আগতে মোৰ মুখলৈ চালে। সেই সুযোগতে মই উঠি গৈ তেখেতৰ ভৰি ছুই সেৱা জনালোঁ। তেখেতে মোৰ মূৰত হাত থৈ আশীৰ্ব্বাদ দিলে আৰু মই স্বৰ্গ ঢুকি পালোঁ। মই এগৰাকী মাতৃ পালোঁ, যি মাতৃৰ কৃপাত মোৰ গবেষণা সম্পূৰ্ণ হ'ব বুলি মোৰ অস্থিৰ মন দৃঢ় হৈ পৰিল।

সময় আগবাঢ়িল। ছাৰে মোৰ গৱেষণাৰ বিষয়ে সকলো দিশ তন্ন তন্নকৈ বুজাই দিলে। গৱেষণাৰ বিষযে আলোচনা কৰোতে ছাৰে মোক তেখেতৰ পঢ়া কোঠালিলৈ লৈ গ'ল আৰু বিভিন্নধৰণৰ কিতাপ-পত্ৰ, পুথি-পাজি দেখুৱালে।

ছাৰৰ ব্যক্তিগত গ্ৰন্থগাৰত সোমাই মই নিজকে ধন্য মানিলো আৰু সেইদিনটোৰ কথা মোৰ জীৱনত স্মৰণীয় হৈ থাকিব।

পঢ়াকোঠালিত সোমালে বোলে ছাৰে খোৱা-বোৱা সকলো পাহৰি যায়, সেয়ে আয়ে আহি দুৱাৰৰ মুখত থিয় হৈ মাত দিলেহি ঃ 'বোপা ভাত খাবৰ হ'ল। আহা তোমাৰ ছাৰকো লৈ আহা।'

ছাৰে মোক লৈ গৈ একেবাৰে ভাতৰ টেবুলত বহিবলৈ দিলেগৈ। ভাতৰ কাহীৰ কাষত বেঙ্গেৰা, মাহৰ গুৰি সনা, বেঙেনা পিটিকা আদি ব্যঞ্জন দেখি মোৰ জিভাৰপৰা পানী পৰিবলৈ ধৰিলে। লগে লগে খাবলৈ আৰম্ভ কৰিলোঁ মাটিমাহৰ দাইল, শল মাছৰ আঞ্জা কিন্তু মই মাছ নাখাওঁ বুলি কোৱাৰ লগে লগে আয়ে দৈ, মালভোগ কল আনি পাতত দিলেহি।

আয়ে কৰা আদৰ-সাদৰ মই জীৱনত কোনো দিনে পাহৰিব নোৱাৰিম। ছাৰৰ ঘৰত প্ৰথম দিনাই এনে আত্মীয়তা গঢ়ি উঠিব বুলি মই কল্পনা কৰিব পৰা নাছিলোঁ। এজন গুৰুৱে এজন শিষ্যক যিথিনি জ্ঞান দিব পাৰে সেই সকলো খিনিয়েই ছাৰে মোক দিছিল আৰু আমাৰ পৰিয়ালৰ সকলোৰে লগত আত্মীয়তা গঢ়ি তুলিছিল।

লাহে লাহে মই গৱেষণাৰ কামত হাত দিলোঁ। বাৰে বাৰে ছাৰক লগ ধৰি লিখাবোৰ দেখুৱাইছিলোঁ। ছাৰেও বিভিন্ন চেমিনাৰত যাতে মই অংশ গ্ৰহণ কৰিব পাৰোঁ তাৰ বাবে মোক মনত ৰাখি চেমিনাৰবিলাকলৈ মোক মাতি পঠিয়াইছিল। ছাৰৰ চেষ্টাতে মই বিভিন্ন চেমিনাৰত অংশ গ্ৰহণ কৰিবলৈ সুবিধা পাইছিলোঁ আৰু ছাৰৰ তত্বগধুৰ ভাষণ, মন্তব্য শুনিবলৈ ভাগ্যত ঘটিছিল। ছাৰৰ তত্বাৱধানত গুৱাহাটী

বিশ্ববিদ্যালয়ৰপৰা গৱেষণা কৰাৰ দিন ধৰি মোৰ থেচিচ "The Dimasas of Assam : A Study in Literature, Culture & Society", জমা দিয়ালৈকে ছাৰৰ লগত কটোৱা দিন কেইটাৰ অপূৰ্ব্ব স্মৃতিৰ কথা সদায় মনত থাকিব।

গবেষণাৰ কাৰণে ক্ষেত্ৰভিত্তিক অধ্যয়নৰ বাবে ছাৰৰ লগতে বহুবাৰ হাফলঙলৈ যাওঁ আৰু তাত গৈ শ্ৰদ্ধেয়া নিৰুপমা হাগজেৰকে আদি কৰি বহুতো গুণী ব্যক্তিৰ লগত দেখা সাক্ষাৎ কৰি ডিমাছাসকলৰ বিষয়ে তথ্য আহৰণ কৰিবলৈ সক্ষম হওঁ। এইখিনিতে ক'বই লাগিব যে ছাৰৰ কি অপৰিসীম মনোবল ? তেখেতে অকণো হেলা নকৰি পাহাৰ, জান জুৰি বগাই মোক লগত লৈ হাফলঙৰপৰা ১৭ কিঃ মিঃ আতৰত থকা লুংমা বস্তি, পুৰা বস্তি, বাৰোওৱাফু বস্তি আদিলৈ গৈ তাত থাকি খাই মোক প্ৰেৰণা দিছিল আৰু তথ্য আহৰণৰ ক্ষেত্ৰত সহায় কৰিছিল। লুংমা বস্তিৰ কাষেদি কুলুকুলুকৈ বৈ যোৱা ডিয়ুং নদীৰ পাৰত বহি বহি ছাৰে সংস্কৃতৰ শ্লোক মাতি মোক শুনাইছিল। মই আনন্দিত হৈছিলোঁ, বিস্মৃত হৈছিলোঁ আৰু কেতিয়াবা অবাকো হৈছিলো। মোক হৃদয়ৰ প্ৰবল উচ্ছ্বাসে বহু দূৰণিলৈ টানি লৈ গৈছিল। এজন গুৰুৰ সান্নিধ্য ইমান ওচৰৰপৰা কোনোবাই পাইছেনে নাই নাজানো, মই কিন্তু পাইছিলো আৰু আজি ভাবিছোঁ মানুহৰ জীৱনত এজন সঠিক গুৰু পোৱাটো নিশ্চয় ভাগ্যৰ কথা।

শেষত ক'ব খুজিছোঁ যে অসম সাহিত্য সভাই প্ৰকাশ কৰি উলিওৱা ছাৰে সম্পাদনা কৰা "অসমৰ জনজাতি" নামৰ গ্ৰন্থখন এটা লেখত লবলগীয়া কাৰ্য্য! তাৰেপৰি বিভিন্ন চেমিনাৰত ছাৰে আগবঢ়োৱা বক্তব্য, তত্ত্ব গধুৰ প্ৰবন্ধপাতি বহুতো আলোচনী Research journal আদিত সিচৰিত হৈ আছে, সেইবোৰ একগোট কৰি প্ৰকাশ কৰিব পাৰিলে, অসমৰ সাহিত্যৰ ভঁৰালত এক বৃহৎ সম্পদ হ'ব আৰু আমাৰ বৌদ্ধিক সমাজৰ বাবে এখনি আপুৰুগীয়া গ্ৰন্থৰূপে পৰিণত হ'ব।

এগৰাকী 'গাইড' হিচাপে অসমৰ এজন বিদগ্ধ পণ্ডিত ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে মোৰ গৱেষণা গ্ৰন্থখন প্ৰস্তুত কৰাৰ বাবে যিখিনি জ্ঞানৰ সন্ধান দিলে, উৎসাহ, অনুপ্ৰেৰণা যোগালে, সেয়া মোৰ জীৱনৰ জ্ঞানৰ পথাৰখনত চিৰদিন সেউজীয়া হৈ ৰ'ব, যাৰ অবিহনে মই বিশ্ববিদ্যালয়ৰ সন্মানীয় (পি. এইচ. ডি) ডিগ্ৰী কেতিয়াও লাভ কৰিব নোৱাৰিলোঁহেতেন।

সেইহে আজি মোৰ আত্মাৰ নিৰ্ম্মল গভীৰতাত জাগি উঠিছে ছাৰৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু ভক্তি। অৱশেষত ছাৰৰ দুখনি চৰণত সশ্ৰদ্ধ প্ৰণাম জনালোঁ আৰু ভগৱানৰ ওচৰত তেখেতৰ সুস্বাস্থ্য কামনা কৰিলোঁ।



# গৱেষণা-গুৰুৰ বিষয়ে এষাৰ

আছমান আৰা বেগম

মহাবিদ্যালয়ত শিক্ষকতা আৰম্ভ কৰাৰ সময়ৰ পৰাই মনত এটি আশা পুহি ৰাখিছিলোঁ। সেই পোহনীয়া আশাটো আছিল লোক-সাহিত্যৰ ওপৰত গৱেষণা কৰা। গভীৰ আশা বুকুত বান্ধি লৈ ১৯৯৯ চনৰ কোনো এটি দিনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ চৌহদত উপস্থিত হৈছিলোঁ গৱেষণা কৰ্মৰ গুৰুৰ অনুসন্ধানত। দুই এজন শিক্ষাগুৰুৰ ওচৰলৈ গৈছিলোঁ; যদিও তেওঁলোকৰ ব্যক্তিগত অসুবিধাৰ কাৰণেই তেওঁলোকৰ তত্ত্বাৱধানত মোৰ গৱেষণা কৰ্ম আৰম্ভ কৰিব নোৱাৰিলোঁ। নিৰাশ মনেৰে ঘৰলৈ ওভতাৰ পথত হঠাতে লগ পাইছিলোঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সংস্কৃতি গৱেষণা বিভাগৰ অধ্যাপক চিৰ নমস্য ড° নবীন চন্দ্ৰ শৰ্মা ছাৰক। ছাৰেই মোক তেখেতৰ লোক-সংস্কৃতি বিভাগৰ কোঠালৈ লৈ গৈছিল। মোৰ ইচ্ছাৰ কথা তেওঁৰ আগত প্ৰকাশ কৰাত লোক-সাহিত্যৰ কোনো এটা দিশত গৱেষণা কৰিবলৈ তেৰেঁই মোক অশেষ উৎসাহ-উদ্দীপনা যোগাইছিল। অৱশ্যে ছাৰৰ তত্ত্বাৱধানত কেইবাজনো ছাত্ৰ-ছাত্ৰীয়ে গৱেষণা কৰ্মত ৰত থকাৰ কাৰণে নতুনকৈ মোৰ গৱেষণা কৰ্মত তেওঁ হাত দিব বিচৰা নাছিল। সেই মুহূৰ্ত্তত কোঠাত বহি থকা গোলকেশ্বৰ গোস্বামী ছাৰক মোৰ গৱেষণা কৰ্মৰ তত্ত্বাৱধায়ক গুৰুৰ দায়িত্ব ড° নবীন শৰ্মা ছাৰেই অৰ্পণ কৰিছিল। সৌভাগ্যক্ৰমে সেই কোঠাতেই বি. বৰুৱা মহাবিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ মোৰ স্বামী মঃ আক্কেল আলীয়ে এজন বয়সস্থ জ্যেষ্ঠলোকৰ আগত নিজৰ পৰিচয় দাঙি ধৰিছিল। সেই বয়স প্ৰবীণ জনেই মোক 'বোৱাৰী' বুলি সম্বোধন কৰি এনেদৰে কৈছিল 'মোৰ ছাত্ৰৰ পত্নী হৈ ইয়াত গুৰু নাপাব! দৰং লোক-সাহিত্যৰ ভঁড়াল। সেই দৰঙৰ বোৱাৰীৰ ইয়াত গৱেষণা গুৰুৰ অভাৱ হ'ব! এইটো কেনেকৈ হ'ব? ময়ো তোৰ গৱেষণাৰ গুৰু হ'ম।" গৱেষণা কৰ্মৰ দৰে গুৰু-দায়িত্ব স্বইচ্ছাই মূৰ পাতি লোৱা, আশীৰ দশকলৈ আগবঢ়া মানৱ দৰদী স্বনামধন্য লোকজনেই হ'ল বি. বৰুৱা মহাবিদ্যালয়ৰ প্ৰাক্তন অধ্যক্ষ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ বৰো পাঠ্যক্ৰমৰ প্ৰাক্তন অতিথি অধ্যাপক ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱ।

মোৰ গৱেষণাৰ কালছোৱাত তেখেতক মই বিভিন্ন সময়ত বিভিন্ন ঠাইত লগ ধৰিছিলোঁ। কোনোদিনেই তেওঁ মোৰ কামলৈ পিছ হোঁহকা নাছিল। আনকি গুৱাহাটী বিশ্ববিদ্যালয়ত নিজৰ সুকীয়া কোঠা নথকা স্বত্ত্বেও অইনৰ কোঠাত বহি হ'লেও মোৰ লিখনিত চকু ফুৰাই দিছিল। লিখনি দেখুৱাবৰ কাৰণে ছাৰৰ ঘৰত ফোনেৰে যোগাযোগ কৰি যিটো সময়ত উপস্থিত হ'ম বুলি কৈছিলোঁ, ঠিক সেই সময়তেই ছাৰে ফাইলটো লৈ বাৰান্দাত আমাৰ দৰে সাধাৰণ মানুহলৈও অপেক্ষা কৰিছিল। এই লিখনিতেই প্ৰকাশ কৰিবলৈ বাধ্য হৈছোঁ যে তেখেতে আনকি যাওঁতে বাটত কিবা অসুবিধা হ'ল নেকি, ভাত খাই গৈছোঁ নে নাই আদি সূক্ষ্ম কথাৰ লগতে যাওঁতে বাটত খাবলৈ তামোল এখন দিবলৈ পাহৰা নাছিল। চিনাকি হোৱাৰ আগতে তেওঁৰ বিষয়ে বহু কিবা-কিবি ভাবি থকা উদাৰ মনৰ ব্যক্তি গৰাকীৰ মুখত এনে কথা শুনি আচৰিত নোহোৱাকৈও থকা নাছিলোঁ। জন্ম সূত্ৰে তেখেত নলবাৰীৰ যদিও দৰঙক হেনো তেওঁ হাড়ে-হিমজুৰে ভাল পায়।

মানুহক কৰ্মোৎসাহ যোগোৱা ছাৰৰ দৰেই তেখেতৰ সহধৰ্মিনী শ্ৰদ্ধেয়া দেৱীপ্ৰভা বাইদেউ এগৰাকী কৰ্ম নিপুণা নাৰী। গৱেষণাৰ কালছোৱাত তেওঁলোকক সদায় কৰ্ম ব্যস্ত হৈ থকা দেখিছিলোঁ। ছাৰৰ কৰ্মময় জীৱন বাটত সাহচৰ্য্য আৰু অনুপ্ৰেৰণা যোগোৱাৰ ক্ষেত্ৰত বাইদেউৰ অৰিহণাও কোনো গুণেই কম নহয়। পৰিয়ালৰ পুত্ৰ-বোৱাৰী, নাতিনী-সবেও তেখেতৰ জীৱনাদৰ্শ গ্ৰহণ কৰিছে বুলি ভাবিবৰ থল আছে।



# মোৰ স্বামী ঃ ড° ভট্টাচাৰ্য্য

শ্ৰীমতী দেৱীপ্ৰভা ভট্টাচাৰ্য্য

মোৰ স্মৃতিপটত জিলিকি উঠা কেইটামান উল্লেখযোগ্য ঘটনা উল্লেখ কৰিবলৈ লৈয়ো থমকি ৰ'ব লগা হৈছে, কাৰণ মোৰ স্বামী ড' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আশীবছৰত ভৰি দিয়াৰ সময়ত কলমে যেন সহযোগ নকৰে। ভাবিছোঁ ক'ত আৰম্ভ কৰিম আৰু ক'ত কৰিম শেষ। বহু কথাই সোঁৱৰণীৰ গৰ্ভত যেন বিলীন হৈ গ'ল যোৱা ছটা দশকত।

আগৰ দিনত প্ৰচলিত প্ৰথা অনুসৰি আমাৰ আগবিয়া হয় ১৯৪৪ চনৰ চাৰি মে'ত। মোক চাবলৈকে তেখেতৰ দেউতাক, ভায়েক আৰু ওচৰ-সম্বন্ধীয় আইতাক (ওজা আই) বিয়াৰ আগতে অহা মোৰ চকা-মকাকৈ মনত আছে। মোৰ বয়স তেতিয়া এঘাৰ বছৰ সাতমাহ আৰু তেখেতে গুৱাহাটীত আই-এ পঢ়ি আছিল। আগবিয়াত দৰা দোলাত উঠি আহিছিল আৰু ময়ো দোলাত উঠি শহুৰৰ ঘৰলৈকে গৈছিলোঁ। আগবিয়াৰ পিছত পুনৰ মোৰ মাৰ ঘৰ কৰ্দ্দৈতলালৈ ঘূৰি আহিছিলোঁ সেই দোলাত উঠিয়েই। মোৰ শান্তি বিয়া হয় ওঠৰ বছৰ বয়স পাৰ হোৱাত আৰু তেতিয়া তেখেত এম-এ পাছ কৰি উঠিছে। গুৱাহাটীৰ ভোলানাথ বৰুৱা মহাবিদ্যালয়ত পূৰ্ণকালীন অধ্যাপক হয় ছমাহ পিছত। ডাঙৰ বোৱাৰী হোৱা বাবে শহুৰৰ ঘৰত বৰ আদৰ পাইছিলোঁ। দেওৰ-ননদেৰে ভৰি থকা ঘৰখনৰ সকলো কাম ওজা আইৰ পৰা বুজি লৈছিলোঁ। ঘৰখন কৃষিকেন্দ্ৰিক হোৱা বাবে আলহী, চাকৰ-নাকৰক জলপান আদি যোগাৰ কৰি দিয়া, লগতে ঢেঁকী দিয়া, মৰাপাট এৰোৱা (ফলা), তাঁতশাল বোৱা (মাকো মৰা), ধান জাৰা, চাউল কাঢ়া আদি কাম কৰিছিলোঁ। বিয়াৰ সাতমাহ পাছত মই গাঁৱৰ ঘৰৰপৰা গুৱাহাটীৰ চেনিকুঠীৰ ভাড়াঘৰলৈ আহো। তেতিয়া আমি চেনিকুঠীৰ ধৰণীধৰ তালুকদাৰৰ ভাড়াঘৰত মাহিলি ৫৫.০০ টকা ভাড়া দি আছিলোঁ।

বহু ঘাত-প্ৰতিঘাতৰ মাজেৰে পাৰ হোৱা বাল্যকালৰ বহু কথা মোৰ পূজনীয় শহুৰদেউতা প্ৰয়াত শঙ্কৰ চন্দ্ৰ ভট্টাচাৰ্য্য, শাহু পাৰ্ব্বতী দেৱী তথা শহুৰৰ মাহীয়েক

ওজা আই সূৰ্য্যপ্ৰিয়াদেৱীৰ পৰা জানিব পাৰিছিলোঁ। বাল্যকালতে এবাৰ এটা ডাঙৰ দুৰ্ঘটনাত আমাৰ এখেতে কথমপি জীৱন ঘূৰাই পাইছিল। ন-বছৰ বয়সত পৰিয়ালৰ সৈতে অশ্বক্লান্তলৈ তীৰ্থভ্ৰমণত আহোতে খুড়ায়েকৰ ল'ৰা, ভায়েক ৰজনী (৭ বছৰ) হঠাৎ পাহাৰৰ পৰা পিছলি পৰিছিল। বাৰিষা ব্ৰহ্মপুত্ৰৰ সেই ভয়লগা পৰিবেশত এখেতে ভায়েকক ধৰিবলৈ যাওঁতে নিজে চিৰিৰে বাগৰি পানীত পৰোঁ পৰোঁ হৈছিল। আৰু মাত্ৰ এটা চিৰি বাগৰিলে নদীৰ বাঢ়নী পানীত পৰে। এনেতে পূজাৰী বামুণে ধৰেহি। এবাৰ অষ্টম শ্ৰেণীত পঢ়ি থাকোতে পৰীক্ষাৰ সময়ত টান নৰিয়াত পৰে। বিয়াল্লিছৰ গণ আন্দোলনত প্ৰবেশিকা দিয়াৰ আগে আগে দেউতাকে হাইস্কুলৰ পঢ়া-শুনা বাদ দি সংস্কৃত পঢ়িবলৈ কৈছিল। গৰ্ডন হাইস্কুলৰ প্ৰধান শিক্ষক প্ৰয়াত মণিৰাম দাসদেৱে কথাটো গম পাই সেই স্কুলৰে কৃতীশিক্ষক প্ৰয়াত প্ৰভাত চন্দ্ৰ গোস্বামীক আমাৰ গাঁৱৰ ঘৰলৈ পঠিয়াই দিছিল। গোস্বামী মহাশয়ে হেনো মোৰ পূজনীয় শহুৰক এইদৰে কৈছিল, "আপোনাৰ ল'ৰাজনক মই ভিক্ষা খুজিবলৈ আহিছোঁ। তাক যেনেতেনে পঢ়ুৱাওক সি বৰ চোকা ল'ৰা, বাকী সহায় আমি কৰিম।" পিছলৈ প্ৰবেশিকাত এখেতে বৃত্তি পাইছিল আৰু নিজৰ পঢ়া-শুনাৰ খৰচ বৃত্তিৰ টকা আৰু ঘৰুৱা শিক্ষকতা কৰি পোৱা টকাৰে টানি-মানি চাউলপাতিৰে চলাইছিল। মহাবিদ্যালয়ত পঢ়া সময়তো চৰকাৰী কাৰ্য্যালয়ত চুটিত চাকৰি কৰি নিজৰ খৰচ উলিয়াইছিল।

বিয়াৰ পাছতো বহু ঘাত-প্ৰতিঘাত দুৰ্ঘটনাৰ সন্মুখীন হ'ব লগা হৈছিল। এবাৰ ১৯৫৬ চনত ঘৰৰ ওচৰতে (শ্ৰীযুত ৰাধা গোবিন্দ বৰুৱাদেৱৰ বাসগৃহৰ সন্মুখত) চাইকেলৰ ফ্ৰেক ভাঙি মূৰ আৰু মুখমণ্ডলত আঘাত প্ৰাপ্ত হৈ পানবজাৰৰ ছিভিল হস্পিতালত বহুদিন কটাবলগীয়া হয়। সেই দুৰ্ঘটনাৰ খবৰ পাই তেখেতৰ বন্ধু ('মাষ্টৰ' বুলি সম্বোধন কৰা) শ্ৰীযুত যোগেশ দাসদেৱে সপৰিয়ালে খবৰ ল'বলৈ আহে। মুখমণ্ডলৰ আঘাত দেখি দাসদেৱে ৰোগীৰ বিছনাৰ কাষতে অচেতন হৈ পৰা কথা মোৰ আজিও মনত পৰে। বৰ পুত্ৰ হোৱা বাবে তেখেতে ভায়েক-ভনীয়েকৰ পঢ়া-শুনাৰ পৰা বিয়া-বাৰুলৈ সকলো চিন্তা কৰিব লগা হৈছিল। এই ক্ষেত্ৰত তেখেতৰ সাহস মন কৰিব লগীয়া। তেখেতৰ ভগৱানৰ ওচৰত অগাধ বিশ্বাস আৰু এই বিশ্বাসৰ বাবে তেখেত কোনো কামতে পিছ হুহকি নাহিছিল। এবাৰ নলবাৰীলৈ যাওঁতে এক অপ্ৰীতিকৰ পৰিস্থিতিত আততায়ীৰ হাতত মূৰত আঘাত পাই নলবাৰীৰ চিকিৎসালয়ত চিকিৎসাধীন হ'ব লগা হৈছিল। বিয়াৰ পাছত মোকো তেখেতে পঢ়াৰ ক্ষেত্ৰত অনুপ্ৰেৰণা যোগাইছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত গৱেষণা কৰি থকা কালত কৰা পৰিশ্ৰম দেখা জনেহে বিশ্বাস কৰিব পাৰিব। তেখেতৰ শিক্ষাগুৰুসকলৰ প্ৰতি অগাধ ভক্তি আৰু ছাত্ৰসকলৰ প্ৰতি অভিভাৱক সুলভ মৰম আছিল। ভক্তি আৰু মৰমে যেন

সকলোকে পৰিয়ালৰে এজন বুলি ভাবিবলৈ বাধ্য কৰিছিল। তেখেতে গৱেষণাৰ সময়ত বহু বাধাৰ সন্মুখীন হ'ব লগা হৈছিল, বিশেষকৈ তেখেতৰ শিক্ষাগুৰু বাণীকান্ত কাকতিদেৱ আৰু ড' বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰ মৃত্যুৰ পাছত। আনকি বহুতে গৱেষণাৰ কাম বাদ দিবলৈয়ো কৈছিল। কিন্তু তেখেতে কাৰো কথাই নুশুনি গুৰুবাক্যৰ অবাধ্য হোৱা নাছিল; আৰু কলিকতা বিশ্ববিদ্যালয়ৰ ড' সুকুমাৰ সেন ডাঙৰীয়াৰ অধীনত গৱেষণাৰ কাম সমাপ্ত কৰি ১৯৬৫ চনত ডি. ফিল ডিগ্ৰী পায়। ডক্টৰেট পোৱাৰ উপলক্ষ্যাতে তেখেতে আমাৰ নৱগিৰিৰ ঘৰত এটা ডাঙৰ ভোজৰ আয়োজন কৰিছিল। সেই কথাবোৰ ভাবিলে মোৰ আজিও বৰ ভাল লাগে। তেখেতে কম সময়ৰ ভিতৰতে মানুহৰ লগত চা-চিনাকি হৈ মিলি যাব পাৰিছিল। তেখেতে বি. বৰুৱা মহাবিদ্যালযত যোগ দিয়াৰ সময়তে ডিব্ৰগড় বিশ্ববিদ্যালয়তো নিযুক্তি লাভ কৰিছিল। কিন্তু ঘৰুৱা দায়িত্বৰ বাবে শহুৰদেউতাৰ পৰামৰ্শমতে সেই পদত যোগ নিদিলে।

তেখেতে আলহীক আপ্যায়িত কৰি বৰ ভাল পায়। তেখেতৰ এসময়ৰ বন্ধু পূৰ্ণ মজুমদাৰৰ লগতে তেখেতৰ গৱেষণাৰ লগৰী ভবেন নাৰ্জীদেৱ, শিক্ষাগুৰু ড' প্ৰফুল্লদত্ত গোস্বামী ছাৰ আমাৰ ঘৰলৈ আহিলে প্ৰায়েই ভাত খাই যোৱাৰ বাবে অনুৰোধ কৰিছিল। ঘৰত যি থাকে তাকে পৰিবেশন কৰিব লগা হৈছিল। চেনিকুঠীৰ ভাড়াঘৰত থাকোতেই তেতিয়াৰ চান্‌মাৰিৰ পাহাৰীয়া মাটি দুকঠা প্ৰয়াত মহেন্দ্ৰ কুমাৰ বৰুৱাৰ (ফাৰ্নিচাৰ হাউচৰ গৰাকী) জৰিয়েত 'ছাব-লীজ'ত লৈছিল।

আমাৰ নলবাৰীৰ গাঁৱৰ ঘৰৰ পৰা অনা কামলা-বনুৱাৰ সহায়ত এটা খেৰীঘৰ সজাই ১৯৫৩ চনত সেই ঘৰলৈ আহো। পাহাৰীয়া টিলাৰ কাষৰ এটা হাবি-বননিৰে ভৰা পৰিবেশত থাকি বৰ ভয় লাগিছিল। বিশেষকৈ তেখেতে নৈশ মহাবিদ্যালয়ত পাঠদান কৰি আহোঁতে প্ৰায়েই পলম হৈছিল। 'সাহে সিদ্ধি বলেই বুদ্ধি' কথা ফাঁকিৰ সাহসতে যেন দিন কটাব লগা হৈছিল। তেখেতৰ ব্যক্তিত্বৰ আন এটা দিশ হ'ল 'উদাৰতা' তেখেতে সকলো ব্যক্তিকে সহজ-সৰল বুলি ভাবে আৰু প্ৰয়োজন সাপেক্ষে সা-সহায় কৰে। তেখেতৰ উদাৰ স্বভাৱৰ বাবে বহু সময়ত প্ৰৱঞ্চিতও হ'ব লগা হৈছে।

১৯৭০ চনত আমাৰ পৰিয়ালত এটাৰ পাছত এটাকৈ দুৰ্ঘটনাই সকলোকে শোকাভিভূত কৰি তুলিছিল। প্ৰথমটোত জুলাই মাহত মহাবিদ্যালয়ৰ 'গৱৰ্নিং বডিৰ মিটিংৰ বাবে দুপৰীয়া চান্‌মাৰিত চিটিবাছত উঠিবলৈ লওঁতে পিছলি পৰে আৰু বাছৰ চকা বাওঁভৰিৰ ওপৰেৰে যোৱাত ভৰিৰ হাড় ভাঙি গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত ডাঃ টঙ্ক বৰাদেৱৰ অধীনত চিকিৎসা ল'ব লগা হয়। তেখেতে ঘৰলৈ ঘূৰি অহা পিছতে আমাৰ মাজু ল'ৰা অমিয় (টিকুন) জ্বৰত ভুগি একেখন

চিকিৎসালয়ত ভৰ্ত্তি হৈ আগষ্ট মাহত 'Broncho Pneumenia' হৈ মৃত্যু হয়। সেই সময়ত শয্যাগত অৱস্থাত থকা মোৰ স্বামীয়ে যথেষ্ট ধৈৰ্য্য সহকাৰে মোক শান্ত্বনা দিয়া কথা আজিও মনত পৰে। ইয়াৰ পিছতে আমাৰ পৰিয়ালৰ আটাইৰে মৰমৰ মোৰ ডাঙৰ ননদ শশীপ্ৰভাৰ প্ৰসূতিজনিত কাৰণত নলবাৰীত মৃত্যু হয়। অৱসৰ গ্ৰহণ কৰাৰ পাছতে ১৯৮৭ চনত নলবাৰীলৈ যাওঁতে পিছলি পৰি তেখেতৰ বাওঁভৰিৰ হাডভাঙে আৰু ভঙাগড়ৰ গুৱাহাটী চিকিৎসা মহাবিদ্যালয়ত দুমাহ ধৰি চিকিৎসা গ্ৰহণ কৰিব লগা হয়। ইয়াৰ পাছতে ১৯৯১ চনত তেখেতৰ মাজু ভায়েক সুৰেন্দ্ৰক (সৰু বাপা) অকালতে হেৰুৱাব লগা হয়।

দুখ-বেদনাৰে ভৰা জীৱনৰ মাজতে তেখেতে তেখেতৰ নিজ কৰ্ম জীৱনৰ লগতে ৰাজহুৱা দায়িত্ব, সাহিত্য চৰ্চা, আনুষ্ঠানিক সম্পৰ্ক অব্যাহত ৰাখিছিল। মই তেখেতৰ লগত উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন স্থানৰ লগতে ভাৰতবৰ্ষৰো বহু ঠাই চোৱাৰ সৌভাগ্য হৈছিল। ভাৰতবৰ্ষৰ মূল চহৰবোৰৰ লগতে কিছু তীৰ্থস্থান ভ্ৰমণৰ সুযোগ মিলিছিল বিভিন্ন সভা-সন্মিলন আদিত যোগ দিয়াৰ অজুহাতত। তেখেতৰ শিশুসুলভ মনটোৰ বাবে ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তৰ মানুহৰ লগত সহজে মিলি যাব পাৰিছিল। তেখেতে যি কৰিম বুলি ভাবে সেই কাম শেষ কৰিহে শান্তি পাইছিল। বিশেষকৈ গৱেষণা-পত্ৰ লিখা, প্ৰবন্ধ লিখা ইত্যাদি কামত।

অৱশ্যে আজিকালি ডেকা বয়সৰ সমান পৰিশ্ৰম সম্ভৱ নহয়। বহুকেইজন সমবয়সৰ বন্ধু তথা ওচৰচুবুৰীয়াৰ মৃত্যুৰ বাবে তেখেতে কেতিয়াবা অকলশৰীয়া অনুভৱ কৰে।



# ডাঙৰ দাৰ খং — কনিষ্ঠ ভ্ৰাতৃৰ দৃষ্টিত

শ্ৰীবিপিন চন্দ্ৰ ভট্টাচাৰ্য্য

ডাঙৰ দাদাৰ খংটোক লৈ নানাজনৰ মাজত নানা কথা। কথাপাতি থকাৰ মাজতে দাদাৰ কথাৰ ওপৰত কোনোবাই মাত মাতিলে বা ওলোটা-পালটা কথা ক'লে দাদাৰ টিঙিচকৈ খং উঠে, গালি পাৰে — কামৰূপীয়া প্ৰাচীন কথিত ভাষাৰ শব্দৰ প্ৰযোগেৰে। অৱশ্যে তেওঁৰ খংটো ধানখেৰৰ জুইৰদৰে তিলকতে পাহৰি যায় – কোনো কথাতে ধৰি নেথাকে। কলেজত অধ্যাপক-অধ্যাপিকা, বা কৰ্ম্মচাৰীৰ নিয়মানুবৰ্ত্তিতা ভংগ হোৱা দেখিলে তেওঁৰ খং উঠিছিল। কলেজৰ নেপালী চকিদাৰজনে নিষ্ঠাৰে দায়িত্ব পালন নকৰিলে বা কামত ফাঁকি দিলে, খং কৰি ডাবি-ধমকি দিছিল, খং শাম কাটিলে সিহঁতক ভালদৰে বুজাইছিল – উলুবাৰী চাৰিআলিৰ 'মিষ্টিমুখ'ৰপৰা মিঠাই আৰু ফ্লাস্কত ভৰাই চাহ অনাই সকলোৰে খাইছিল। পৰিয়ালৰ মানুহবোৰেও দাদাৰ খং উঠিলে সাৱধান হোৱা যায়। খং উঠাৰ সময়ত তেওঁৰ কথাৰ ওপৰত কথা ক'লে জ্বলা জুইত ঘিউ ঢলাৰ দৰে হয়। আনহাতে তেওঁৰ কথাত হয়ভৰ দি থাকিলে সোনকালে খং শাম কাটে। খং শাম কাটিলেই তেওঁ মৰমিয়াল মানুহজন হৈ পৰে। দাদাক বুজাজনে, দাদাই খং কৰিলেও বেয়া নাপায়। গাঁৱৰ ঘৰৰ নাপিতজন সময়মতে নাহিলে– উপস্থিত হোৱাৰ লগে লগে এজাউৰি দিয়ে। কিন্তু পিছত নাপিতজনে দেৰি হোৱাৰ যুক্তি দিলে দাদাই মানি লৈ তাৰ সুখ-দুখৰ সমভাগী হৈ পৰে। দাদাই অন্যায়, অবিচাৰ, দুৰ্নীতি, বঞ্চনা, শোষণ আদিৰ বাবে ৰাজনীতিক, আমোলা-বিষয়া, চৰকাৰকো খং কৰে-গালি পাৰে।

দাদাৰ খঙৰ কাৰণটো স্বাস্থ্যজনিত। কৈশোৰ অৱস্থাতে অশ্বক্লান্ত পাহাৰৰ পৰা শিলৰ ওপৰেৰে বহু তললৈ বাগৰি পৰি তেওঁৰ সংকটজনক অৱস্থা হৈছিল; উগ্ৰতাৰা দেৱালয়ত ৰাখি চিকিৎসা চলিছিল। ডাঃ ভুৱনেশ্বৰ বৰুৱাদেৱৰ নেৰানেপেৰা চিকিৎসাত দাদাই জীৱন ঘূৰাই পাইছিল। দাদাই মূৰত গুৰুতৰ আঘাত পাইছিল। ডাঃ বৰুৱাই পিতাক আশ্বাস দিছিল যে, দাদাৰ শিক্ষা-দীক্ষা, জ্ঞান-বুদ্ধিত

একো ব্যাঘাত নজন্মে কিন্তু সময়ে সময়ে অনিদ্ৰা, কোষ্ঠকাঠিন্য, স্নায়ু আৰু মানসিক ৰোগত ভুগিব। বহু চিকিৎসাৰ পিছতো দাদাই ডাঃ বৰুৱাই কোৱা উপসৰ্গবোৰৰপৰা আৰোগ্য নহ'ল। অনিদ্ৰা - মানসিক দুঃচিন্তাত ভোগা দিনবোৰত দাদাৰ খঙৰ প্ৰাবল্য বেছি হয়।

দাদাৰ খং উঠিলেও দাদাই লিখা মেলা, পঢ়া-শুনাত মুঠেই ভুল নকৰে। দাদাৰ খংটোৰ কথা আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, ছাত্ৰ-ছাত্ৰীসকলোৱে জানে আৰু কথা-বতৰাত খং নুঠিবলৈ তাল-মান ৰক্ষা কৰি চলে। দাদাৰ খং-গালিৰ ৰোষত পৰা বহুতেই কয় – দাদাৰ গালিখোৱা জন বোলে ভাগ্যবান হয়, জীৱনত উন্নতি কৰে, জীৱনৰ গতি সলনি হয়। কিছুমানে ভুল বুজিলেও ডাঙৰদাৰ খংটো তেওঁৰ ব্যক্তিত্বৰে এটা দিশ বা অংশ বুলি ভাবোঁ।



# মোৰ ডাঙৰ দাদা - ভনীয়েকৰ দৃষ্টিত

শ্ৰীমতী বিমল প্ৰভা দেৱী

আমাৰ শ্ৰদ্ধাৰ সকলোৰে শুভাকাঙ্ক্ষী অভিভাৱক স্বৰূপ ডাঙৰ দাদাই আশীবছৰত ভৰি দিয়া তেওঁৰ জন্মদিনত পৰমেশ্বৰৰ ওচৰত সুস্বাস্থ্যৰে দীৰ্ঘায়ু হ'বলৈ প্ৰাৰ্থনা জনাইছোঁ।

আগলি পাততে নিযঁৰ সৰে, এৰি অহা ঘৰলৈ মনতে পৰে, মনৰ এলবামত শৈশৱৰ ৰং আৰু কৈশোৰৰ এটি-দুটি ক্ষণৰ ছায়া-মায়া ভাৱবোৰে লুকা-ভাকু খেলে। এৰি অহা সকলোবোৰ সিদিনা-সিদিনা লাগিলেও তাহানি হৈ পৰিল। আইতাৰ (আবুৰ) আচলত ধৰি এতিয়াচোন নিজেই আইতাজনী হৈ পৰিলো। তাহানিৰ গাঁৱৰ ঘৰখনৰ ভৰা পৰিৱেশ সকলোপিনে চালে চকুৰোৱা কি যে ভাল লগা তাক ভাষাৰে বুজাব নোৱাৰি অনুভৱহে কৰিব পাৰি।

"হাওঁ-চানামাকো নেকিহা - কুনদিনা-আহি-লা-নো, চান্-পিতি, বাপাপিতি, হেনা আহি পাৱা নাই-নেকিহা, চানাবাপাই কলাক্ দেখুনহা- বোলে এইখন কাজত সবগিলাখানে আহিবো গধূল, বেলাক্ লেগি্ আহি-বোদা মাকো, নহয়-না।"

এয়া তাহানি এৰিঅহা গাঁৱৰ 'খুৰী-মা' এজনীৰ চেনেহৰ মাত এষাৰহে।

তাহানিৰ আকাল-ভঁৰাল নোহোৱা এখন মধ্যবিত্ত যৌথ পৰিয়াল, এখন দীঘল নঙলা দুইফালে ফুলনি, বাটচ'ৰা, এগোহালী গৰু গাই, দুটি ভৰাঁল, তামোল পাণ-নাৰিকল বিভিন্ন ফল-মূলেৰে ভৰাবাৰী, পুখুৰীত মাছ, আগচোতাল-চ'ৰাঘৰ, পিছচোতাল, বৰঘৰ-গোসাঁইঘৰ-ঢেকীঘৰ, তাঁতশাঁল, ৰান্ধনিঘৰ, মা-পিতাৰ আঠোটি সন্তানৰ ডাঙৰ দাদাই (ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য) প্ৰথম, ক্ৰমে তিনিবছৰৰ সৰু হিচাবে বাপাদা, মাজুদা, সৰুদা, বাইদেউ, মই আৰু তলত ভাইটি দুজন ( বাপা, চানবাপা) আমি সৰু কেইটা দাদাইঁত স্কুল-কলেজত পঢ়িব পৰা হোৱাতহে জনা-বুজা হৈছিলো। মা-পিতা-আবু-সৰুপিতা-সৰুমা, ডাঙৰসকলে দাদাক মৰমতে 'চা-ন্-পিতি' বাপাদাক 'বাপাপিতি' তেনেকৈ প্ৰত্যেক জনকে মৰমৰ নাম দি মাতিছিল। দাদা হেনো সৰুৰ পৰাই পঢ়া-শুনাত বৰ ৰাপ আছিল আৰু প্ৰত্যেক পৰীক্ষাতে

আগভাগলৈ বৃত্তি আদিও পাইছিল। আমি সৰু অৱস্থাৰ পৰাই দাদাইঁতে পঢ়াৰ উপৰিও নাটক, গান আবৃত্তি, হাতেলিখা আলোচনী, আদিত ব্যস্ত হৈ থকাও মনত পৰে। পুখুৰীত সাতোঁৰা-বৰশীবোৱা, হাওখেলা, ঢোপখেলা, টেঙাৰ বল খেলা, বাঘ-বোল, মাঘৰ দোমাহীৰ মেজি (পুজি) মঠসজা, কণীভঙা খেলা, কাতিৰ দোমাহীৰ আকাশ বন্তি, বহাগৰ দোমাহীত গৰু ধুওৱা, গোলোক ধামখেলা আদিত আমি বৰ ৰংমনেৰে চাইছিলো। দাদাই পুখুৰীত গা-ধুই আহি গোসাঁইঘৰত পূজা কৰা, কেতিয়াবা লগুণ সলোৱা আদি কাৰ্য্য সৰুকেইটাই জুমা-জুমিকৈ চাই ভাল পাইছিলো। দাদাই আমালৈ অনা লিলিবিস্কুট (মকৰাৰ ডিম) 'চহপা' খাই কিযে আমেজ পাইছিলো সেযা কৈ বুজাব নোবাৰি। দাদাক পঢ়া-শুনাত ভাল দেখি (প্ৰবেশিকা পৰীক্ষাত ভালদৰে বৃত্তি আদি পোৱা বাবে) গুৱাহাটীৰ কলেজত পঢ়িবলৈ পঠাইছিল। পিতাৰ সীমিত উপাৰ্জনৰে হয়তো দাদাক পঢাব নোৱাৰিলেই হয় যদিহে দাদাই পিছলৈ নিজেই লিখা-মেলা, প্ৰেছত কাম, টিউচন, ৰেডিঅ' আদি বিভিন্ন কামৰ জৰিযতে যাবতীয নিজৰ পঢা আৰু থকা মেছৰ খৰচ উলিয়াব নোৱাৰিলে হয।

দাদাক হেনো ওঠৰ বছৰ বযসতে আই-এ পাছ কৰাৰ পিছতে নিজৰ অমতত বিযা পাতি দিছিল আৰু তাৰ ছয-সাত বছৰ পিছতহে শান্তিবিয়া পাতি নবৌক আমাৰ ঘৰলৈ আনিছিল। পিছলৈ দাদা বি বৰুৱা কলেজত অধ্যাপনা কৰি মেছ এৰি চেনিকুঠীতে ঘৰ এটা ভাড়াকৰি মা-পিতা-আবু সকলোৰে আদেশ মতেহে নবৌক গুৱাহাটীলৈ আনে। বাইদেউৰ ইতিমধ্যে বিযা হোৱা বাবে সৰু ভনী হিচাবে মযে নবৌৰ লগৰীযা হৈ পঞ্চম মানৰ পৰা নবম মানলৈ, বৌ-দাদাৰ লগত থাকি টি.চি স্কুলত পঢ়িছো, দশম মানলৈ প্ৰমোচন পাযেই বিয়া হ'ব লগা হ'ল। বিয়াৰ পিছতহে প্ৰবেশিকা পাছ কৰিছো। দাদাৰ লগত থকা দিনবোৰতেই জীৱনৰ বহুতো জ্ঞান-অভিজ্ঞতা বহুতো জ্ঞাত-অজ্ঞাত, গুণী-মানী সাহিত্যিকসকলক দেখা-চিনা পৰিচয় হোৱাৰ সুযোগ পাইছিলো। আমাৰ ঘৰত দাদাৰ আমন্ত্ৰণ মৰ্মে 'আলোচনা চক্ৰ'কে ধৰি অনান্য মেল মিটিঙত বৌৰ লগত পিঠা-পনা, চাহ-তামোল আদিৰ আল-পৈচান ধৰিছো। মই বৰ লাজকুৰীয়া ভাৱৰ আছিলো বাবে বহুতো সুযোগ পাইও হেৰুৱাইছো। দাদা সদায় পঢ়া-শুনা, মেল-মিটিং কলেজ-গৱেষণাৰ কাম আদিতে ব্যস্ত বাবে খু-উ-ব কম সময়ৰ বাবেহে লগ পাইছিলো। দাদা ঘৰত থকা সময়তো প্ৰায়ে মানুহ আহি থাকেই। কলাগুৰু বিষ্ণুৰাভা দেৱক প্ৰায়েই আমাৰ নবগিৰি চানমাৰিৰ অস্থায়ীঘৰ (বৰ্ত্তমান স্থায়ীঘৰ) লৈ অহা কেইবাবাৰো পাইছোঁ। তেওঁ আহিলেই তেওঁ মোক শিকাই দিয়া মতে এফালকৈ তামোল আগগুৰি কটা পাণ এবটা কাতি আগত থব লাগিব, আৰু ৰঙাচাহ এবাতি দিলেই তেওঁ এবেলা কথা পাতি (হয়তো গবেষণা আদিৰ কামত) যাবগৈ। যাবৰ সময়ত মৰমতে মোক 'মাইনা

মতী সৰু ভনীটি' আকৌ বা কেতিয়া আহিম বুলি হাঁহি (প্ৰাণখোলা) মাৰি গৈছিল গৈ। পিছত অৱশ্যে দাদা-বৌ তেজপুৰলৈ (আমাৰ ঘৰলৈ) আহিলেই আমি ৰাভাদেউৰ ঘৰলৈ এপাক দেখা হ'বলৈ যামেই, লগতে ˚পদ্মনাথ গোঁহাই বৰুৱাৰ জীয়ৰীৰ জীয়ৰী শ্ৰীমৃণালিনী চেতিয়া বাইদেউৰ ঘৰলৈও এপাক যোৱা হ'বই। তেতিয়া বৌ-দাদা আহিলে আমাৰ ফুৰা-চকা হয় বাবে বৰ ৰং লাগে। দাদাৰ মৰমৰ বাবেই গাঁৱৰ ঘৰখনৰ দৰেই গুৱাহাটীৰ ঘৰখনে আমাৰ আপোন ঘৰ হৈ পৰিছিল। দাদাক শিশুৰ দৰে সহজ সৰল মন, সাগৰৰ দৰে বিশাল জ্ঞান-গৰিমা পাণ্ডিত্যৰে ভৰা এখন বুজিব নোৱাৰা বুৰঞ্জীযেনহে লাগে। দাদাৰ প্ৰখৰ চিন্তা শক্তিৰ বাবেই আমি খু-উ-ব সাবধানে সোধা কথাৰ উত্তৰবোৰ দিওঁ, কথা অমান্য নকৰো।

দাদাৰ হেনো সৰু অৱস্থাৰ পৰাই বহুতো দুৰ্ঘটনা, ৰক্তপাত (অশ্বক্ৰান্ত পাহাৰৰ পৰা বাগৰি পৰা, চাইকেল, চিটিবাছ, দুৰ্বৃত্তৰ মাৰ আদিৰ দ্বাৰা দেহাটো ঘূণীয়া কৰি) শোক-তাপ লৈ জীৱন ধাৰণ কৰি আছে। সেয়ে দাদাক ঘৰুৱা বজাৰ-সমাৰ সংসাৰৰ লেঠাৰ পৰা প্ৰথম অৱস্থাত বাপাদাই (মাজুদাইঁতেও) গা পাতি লৈ চলাইছিল, পিছলৈ বাকী দাদাসকল নিজৰ নিজৰ দায়িত্বত আঁতৰি থাকিব লগাহোৱাত নবৌ-আৰু দাদাৰ লৰাইঁত ডাঙৰ হোৱাত তেওঁলোকে চলাই আছে।

দাদাৰ পিন্ধা-উৰা, খোৱা-বোৱা সকলোবোৰ খু-উ-ৱ সাধাৰণ হিচাবেই চলি যায়, যিদৰে বুঢ়া-ডেকা, ল'ৰা-ছোৱালী সকলোৰে লগতে সমানে ৰং-ধেমালি কৰি কথা-পাতি আপোনভোলা হৈ পৰে। দাদাই ফুল-বেলপাতৰ দৰেই ঘৰুৱা ফল-মূলবোৰও বুটলি বৰ ভাল পায়। দাদাক আমি যিমান ওচৰৰ পৰা পাইছোঁ তাতোকৈ তেওঁক তেওঁৰ সহপাঠী, সহকৰ্মী, মৰমৰ ছাত্ৰ-ছাত্ৰীসকলে বহুগুণে বেছিকৈ পাইছে বা জানিছে। অসমৰ তথা-ভাৰতৰ বা বাহিৰৰ কিছুলোকেও দাদাৰ গুণ-গৰিমাৰ কথা কৈয়ে থাকে। দাদাৰ বন্ধু-বান্ধৱ বহুতো, আত্মীয় স্বজনৰ লেখ দিব নোৱাৰি। তাৰে কিছু সংখ্যকে এৰা দি গ'লেও বহুজনেই এতিয়াও আগুৰি আছে। দাদাৰ হৈ দুষাৰ লিখাৰ সাহস মোৰ নাই। তথাপিতো দাদাৰ জন্মদিনৰ শুভকামনাৰে জনাই-নজনাই দুষাৰ লিখিবলৈ আগুৱাইছোঁ। ভুল হ'লে নিশ্চয় শুধৰণি কৰি ল'ব। সৰু ভনী হিচাপে সেৱা জনাই ভগৱানৰ ওচৰত খাটিছোঁ দাদাই যেন আমাৰ সকলোৰে শুভকাংক্ষী অভিভাৱক হৈ সদায়ে সুপথে চলাই নিবলৈ সুস্বাস্থ্যৰ গৰাকী হৈ বহুদিন জীয়াই থাকে।

# মোৰ বৰজনা ড° ভট্টাচাৰ্য্য

শ্ৰীমতী মনোমতী ভট্টাচাৰ্য্য

মই নিজে অধ্যয়ন প্ৰিয় যদিও লিখাৰ অভ্যাস একেবাৰে নাই। তথাপি আজি 'বৰজনা' ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ বিষয়ে দুআষাৰ লিখিবলৈ পাই মই উৎসাহিত হোৱাৰ লগতে গৰ্ব অনুভৱ কৰিছোঁ।

মোৰ বিয়া হৈছিল ১৯৭৬ চনৰ ২৯ জানুৱাৰীত। তেতিয়া মোৰ বয়স ওঠৰ বছৰ। মোৰ বিয়া চানমাৰীৰ 'বৰজনা'ৰ ঘৰৰ পৰাই হৈছিল। মোৰ স্বামী বৰজনাৰ কনিষ্ঠ ভাতৃ। এইখিনিতেই বিয়াৰ কেইদিনমান পাছৰ এটা কথালৈ মনত পৰিছে। ন-কইনা হিচাবে সিদিনা পাগঘৰত প্ৰথমবাৰৰ বাবে মোক মাংসৰ আঞ্জা ৰান্ধিব দিছিল। বিয়াৰ আগতে মাৰ ঘৰত মই ৰন্ধাবঢ়া একেবাৰে শিকা নাছিলোঁ। কিয়নো কৈশোৰতে মোৰ মাৰ অকাল বিয়োগ ঘটিছিল। সেইবাবে আমাৰ যৌথ পৰিয়ালটোৰ ৰন্ধা-বঢ়া ইত্যাদি কামবোৰ ঘৰৰ ৰান্ধনিজনেহে কৰিছিল। এতিয়া মই আকৌ মাংসৰ আঞ্জাখনৰ কথালৈ আহিছোঁ। সিদিনা ভাতখোৱা আলহীৰ ভিতৰত আছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ তেতিয়াৰ অধ্যাপক শ্ৰীযুত তৰুণচন্দ্ৰ শৰ্মাদেৱ। ভাত খাবৰ সময়ত ঘৰৰ সকলোৰে ধেমেলীয়া ঠাট্টা মস্কৰাৰ পৰাই অনুমান কৰি লৈছিলো, সিদিনাৰ মাংস আঞ্জাখনৰ দুৰ্গতিৰ বিষয়ে। কিন্তু বৰজনাই ভৱিষ্যতে মোক দৈনন্দিন জীৱনৰ অতি লাগতিয়াল ৰন্ধন কলাত, আগ্ৰহী তথা পাৰ্গত ৰান্ধনী হ'বলৈ উৎসাহিত কৰাৰ লগতে কিছুমান দৰকাৰী উপদেশহে দিছিল।

পাছত মই যৌথ পৰিয়ালৰ নলবাৰীৰ দীঘেলীৰ গাঁৱত থকা মূল ঘৰৰ দায়িত্ব লৈ ৰুগীয়া তথা বৃদ্ধ শহুৰ আৰু শাহু আইৰ লগত থাকিবলৈ লওঁ। 'বৰজনা' গাঁৱৰ ঘৰলৈকে নিয়মীয়াকৈ আহিছিল আৰু ঘৰৰ সৰুভাই বোৱাৰী হিচাবে স্নেহেৰে মোক সদায় সাংসাৰিক জীৱনৰ লাগতিয়াল নানা সজ দিহা-পৰামৰ্শ দি বহুতো নজনা কথা শিকাইছিল। সদায় অলপ সময় উলিয়াই মোক লিখা-পঢ়া কৰিবলৈ উপদেশ দিয়াৰ লগতে সময়ে সময়ে কিতাপ-আলোচনী উপহাৰ দিছিল। বিয়াৰ পাছত শহুৰ দেউতাক মই বেছিদিন পোৱা নাছিলোঁ। ডাঙৰ ল'ৰাটোৰ জন্মৰ কিছুদিন পাছতে

তেখেতক হেৰুৱাইছিলোঁ বাবে 'বৰজনা'ক (ভাই শহুৰ) মই শহুৰ দেউতাৰ দৰেই জ্ঞান কৰি আহিছোঁ।

তেখেতে ঘৰৰ ডাঙৰ ল'ৰা হিচাবে পৰিয়ালৰ দায়-দায়িত্ব সদায় পালন কৰি আহিছে। ভাতৃ-ভগ্নীসকলৰ প্ৰতি মৰম-স্নেহ, পঢ়া-শুনা বিয়া-বাৰুৰ দায়িত্ব সময়ত পালন কৰি আহিছে। এতিয়াও যেতিয়া তেখেতৰ ঘৰলৈ ভনীয়েকজনী আহে, যাবৰ সময়ত স্নেহৰ ভনীয়েকক নিজে লগত লৈ থবলৈ যায়। গাঁৱৰ ঘৰলৈ আহিলে গাঁৱৰ তথা ওচৰ-চুবুৰীয়াসকলৰ ঘৰে ঘৰে গৈ খা-খবৰ লয়, আৰু অতীতৰ স্মৃতি ৰোমন্থন কৰি, তেখেতসকলে এৰি অহা গাঁৱৰ দিনবোৰৰ বিষয়ে আলোচনা কৰে। মোৰ ল'ৰা দুটাইও বৰদেউতাক আহিলে খু-উ-ব ভাল পায়। বৰদেউতাকৰ আলপৈছান ধৰিবলৈ পালে সিহঁতক আৰু কোনে পায়। বৰদেউতাকক গুৱাহাটীৰ ঘৰলৈও সিহঁতে থবলৈ আহে। এতিয়াও তেখেত গাঁৱৰ ঘৰলৈ কিছুদিন নহাকৈ থাকিলে, তেখেতৰ বিষয়ে বিভিন্নজনে মোৰ পৰা কুশল বাৰ্তা লয়। আমি 'বৰজনা'ৰ কথা-বাৰ্তা, চাল-চলন আদিত সদায় শিশুসুলভ গুণসমূহ দেখা পাওঁ। ঘৰলৈ আলহী-অতিথি আহিলে তেখেতে বৰ আনন্দ পায় আৰু আন্তৰিকতাৰে সোধ-পোচ কৰিবলৈ পৰামৰ্শ দিয়ে। আলহীৰপৰা সকলোৰে খবৰ, মঙ্গল বাৰ্তা, সেই অঞ্চলৰ শিক্ষা-দীক্ষা, সাংস্কৃতিক চৰ্চা, অনুষ্ঠানৰ বিষয়ে তথা বিভিন্ন ব্যক্তি বিশেষকৈ, ক্ৰিকেট খেলৰ পৰা চলচিত্ৰলৈকে সকলো বিষয়তে কথা পাতে।

গাঁৱৰ ঘৰখনক সেই অঞ্চলৰ এখন 'আদৰ্শ ঘৰ' হিচাবে ৰাখিবলৈ মোক তেখেতে সদায় উৎসাহ যোগাই আহিছে। কিন্তু এই ক্ষেত্ৰত মই সফল হ'ব পাৰিছোঁ নে নাই মই নাজানো। তেখেতে কাৰোবাৰ লগত কথা পাতি থাকোতে কিবা অলপ ইফাল-সিফাল হ'লেই তেখেতৰ সেই পোহনীয়া টিঙিচকৈ উঠা খংটোৰে গৰ্জি উঠিলে, এদিনীয়া মানুহে ভয়তে পেপুৱা লাগে। খঙত কাৰোবাক গালি পাৰিলেও 'সংস্কৃত', 'কামৰূপীয়া পুৰণি কথিত ভাষাৰ শব্দ প্ৰয়োগ কৰে, যিবিলাক বৰ্তমানৰ আধুনিক ভাষা-বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীয়ে অৰ্থ বিচাৰি অভিধান লুটিয়াব লাগিব! পিছে তেখেতৰ খং ধান খেৰৰ জুইৰ দৰে, ক্ষণে ৰুষ্ট, ক্ষণে তুষ্ট। তেখেতৰ সভা-সমিতিলৈ যাবলৈ বৰ আগ্ৰহ, সেয়েহে কোনোবাই এই ক্ষেত্ৰত নিমন্ত্ৰণ দিবলৈ আহিলেও কাকো বিমুখ নকৰে।

ঘৰৰ পুৰণি নীতি-নিয়ম, আচাৰ-ব্যৱহাৰ, উৎসৱ-পাৰ্বণবোৰ লোকাচাৰৰ সৈতে নিষ্ঠাৰে পালন কৰি থাকিবলৈ উপদেশ দিয়ে। আনকি নিজেও তেখেতৰ শাৰীৰিক সামৰ্থ্য থকালৈকে পিতৃ-মাতৃৰ শ্ৰাদ্ধাদি গাঁৱৰ ঘৰলৈ আহি ভাতৃসকলৰ সৈতে লগ লাগি পালন কৰিছিল। ঘৰুৱা জীৱনৰ বিভিন্ন সমস্যা বা জটিলতাৰ ক্ষেত্ৰত, তেখেতে সদায় কনিষ্ঠ ভাতৃৰ পৰামৰ্শ তথা আলোচনাৰ মাজেদিহে সমাধান কৰিছিল।

শেষত পুৰণি অথচ আজিও মোৰ মনত থকা কথা এটাৰে লিখনিটো সামৰিব খুজিছোঁ। এবাৰ গাঁৱৰ ঘৰত কিবা এটা উৎসৱত জ্বলি থকা পেট্ৰ'মাক্স (মেন্থল) লাইটতো ঘৰৰ ড্ৰাইভাৰজনক নুমুৱাব কৈছিলোঁ। কাৰণ মই লাইটতো নুমুৱাব নাজানো বুলি কৈছিলোঁ। এই কথাষাৰ বৰজনাই শুনি খু-উ-ব খং কৰিছিল আৰু পিছদিনাখন ৰাতিপুৱাই উঠি মোক মাতি আনি সাংসাৰিক জীৱনত লগা সকলো আধুনিক যন্ত্ৰ-পাতি, আহিলাৰ ব্যৱহাৰবোৰ ভালদৰে জানি বুজি ল'ব কৈছিল।

বৰ্তমান বৰজনাই আমাৰ পৰিয়ালৰ 'কুলগুৰু' কামাখ্যাৰ মাজুজনা 'পৰ্বতীয়া গোঁসাই'ৰ ওচৰত দীক্ষা গ্ৰহণ কৰি আধ্যাত্মিক দিশলৈও আগবাঢ়ি গৈছে। শেষত তেখেতৰ সু-স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি মোৰ এই লিখনী ইমানতে সামৰিছোঁ।



# মোৰ দৃষ্টিত দেউতাৰ জীৱন-বিচিত্ৰা

শ্ৰীঅপূৰ্ব্ব কুমাৰ ভট্টাচাৰ্য্য

মোৰ চাৰিদশক যোৰা জীৱনৰ আটাইবোৰ কথা মনত নাই যদিও কিছুমান বিচিত্ৰ ছবি মোৰ জীৱনপটত আজিও অহৰহ ৰেখাপাত কৰি আছে দেউতা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ আশী বছৰত ভৰি দিয়া প্ৰাক্‌ক্ষণত।

মই দেউতা বুলি কেতিয়া প্ৰথম মাতিছিলোঁ মোৰ মনত নাই ; কিন্তু শিশু অৱস্থাত দেখা দেউতা বোলা মানুহজনৰ ওখ-পাখ চেহেৰাটো, উজ্জ্বল চকুজুৰি আৰু মৰমিয়াল অন্তৰখনৰ কথা যেন এতিয়াও মনত ভাহি আছে। আমি সৰু থকা অৱস্থাত যেতিয়া চানমাৰীৰ দীঘলীয়া খেৰীঘৰটোত আছিলোঁ। আমাৰ খুৰাইঁত আৰু পেহীদেউৱো আমাৰ লগত থাকি গুৱাহাটীত পঢ়া-শুনা কৰিছিল। গাঁৱৰ সম্বন্ধীয় লোকসকল চৰকাৰী কামত ইয়ালৈ আহিলে প্ৰায়েই আমাৰ ঘৰত থাকিছিল। প্ৰকৃতাৰ্থত গুৱাহাটীৰ ঘৰখন আমাৰ নলবাৰীৰ মূলঘৰখনৰ এখন শাখাঘৰহে যেন আছিল।

দেউতা সেইসময়ত ভোলানাথ বৰুৱা মহাবিদ্যালয়ৰ প্ৰবক্তা আৰু বৰো ভাষা গৱেষণাৰ শেষ পৰ্য্যায়ত ব্যস্ত আছিল। মোৰ মনত পৰে, দেউতাই এটা পুৰণি গ্ৰানডিন্ (Grunding) টেপৰেকৰ্ডাৰ (যিটো ৰিচাৰ্চ গ্ৰাণ্টেৰে কিনিছিল) আৰু এটা পুৰণি টাইপ ৰাইটাৰ লৈ নগেন বৰো নামৰ টাইপিষ্ট (দেউতাৰ পুৰণি ছাত্ৰ) জনৰ সৈতে বৰো ভাষাৰ গৱেষণাৰ কাম সমূহ পৰীক্ষা কৰি গবেষণা গ্ৰন্থ টাইপ কৰাইছিল। সেই সমলসমূহৰ বাবে বৰো গাঁওসমূহলৈ গৈ গবেষণাৰ সমল বিচাৰি উলিয়াইছিল। সেইসময়ত ড° প্ৰফুল্লদত্ত গোস্বামী ছাৰ আৰু ভবেন নাৰ্জী প্ৰায়েই আমাৰ ঘৰলৈ আহিছিল আৰু মা শ্ৰীমতী দেৱীপ্ৰভা ভট্টাচাৰ্য্যৰ ৰন্ধনৰ সোৱাদ লৈছিলহি। তেখেতসকল যেন আমাৰ পৰিয়ালৰ এজন হৈ পৰিছিল। পিছত শুনিছিলোঁ আমাৰ ঘৰত হেনো বিষ্ণুৰাভা দেৱেও আহাৰ গ্ৰহণ কৰি গৈছিল — মোৰ অৱশ্যে মনত নাই, ঘৰৰ এলবামত ফটো দেখিছোঁ। দেউতাই ঘৰলৈ আলহী আহিলে কেতিয়াও একো নোখোৱাকৈ যাবলৈ নিদিছিল অন্ততঃ একো নহলেও

পানী এগিলাচ বা তামোল এখন হ'লেও গ্ৰহণ কৰিব লাগিছিল। এতিয়াও তেওঁ আলহী আহিলে শুদামুখে বিদায় দিবলৈ বেয়া পায়। দুপৰীয়াৰ আলহী আহিলে ভাত সাঁজ খুৱাই তেওঁ শান্তি পায়— সেয়া সুদাই হওক বা বিভিন্ন ব্যঞ্জনৰ সৈতেই হওক। এই ক্ষেত্ৰত মায়ে কিন্তু ভাল সহযোগ কৰিছিল বা এতিয়াও কৰি আছে।

সেই সময়ৰ ছাত্ৰ-শিক্ষকৰ পৰম্পৰা দেখিলেও অভিভূত হ'ব লাগিছিল। কিছুমান ছাত্ৰৰ বাবে আমাৰ ঘৰখন যেন নিজৰ ঘৰহে আছিল। এজন পুৰণি ছাত্ৰ শ্ৰীকুমুদ শৰ্মাই আমাৰ ৰান্ধনীঘৰৰ ভিতৰ সোমাই প্ৰায়েই 'বাইদেউ কি আছে দিয়ক' বুলি আচাৰৰ বটল খোলা দৃশ্যই আজিও আমোদ দিয়ে। মহাবিদ্যালয়ৰ ৰান্ধনীঘৰখন যেন দেউতাই চানমাৰিতহে পাতিছিল। দেউতাই প্ৰায়েই মহাবিদ্যালয়ৰ দায়িত্ব শেষ কৰি নিশাহে ঘৰলৈ উভতিছিল। আমাৰ আটাইৰে আল-পৈচান মায়ে ধৰিছিল; খৰি যোগাৰ কৰাৰপৰা বজাৰ কৰি ভাত ৰন্ধা আৰু পঢ়া-শুনা চোৱালৈ। কলেজৰ দিবা আৰু নৈশ বিভাগৰ ক্লাছ লৈ খোজ কাঢ়ি আহি অৱশ হৈ ঘৰ পোৱা দেউতাৰ লগত ওমলাৰ সৌভাগ্য আমাৰ কাচিৎহে হৈছিল। গুৱাহাটীৰ বাহিৰত মেল-মিটিং থাকিলেতো আৰু বিপদ; কেতিয়া ঘূৰি আহি পায় ঠিক নাই। সেইসময়ৰ চানমাৰিৰ জনবসতিহীন অঞ্চলত খুৰাইঁতেই আমাৰ সাহস আছিল। এবাৰ মিটিং কৰিবলৈ হৰিশিঙালৈ গৈ গধূলি 'আহিম' বুলি কৈ গাড়ী বেয়া হোৱা বাবে পিছদিনা পুৱাহে ঘৰ আহি পাইছিল; সেই ৰাতি মায়ে উজাগৰে কটোৱাৰ কথা আজিও মনত পৰে। দেউতাৰ সৰল আৰু উদাৰ মনটোৰ বাবে কেতিয়াও মেল-মিটিং বা নিমন্ত্ৰণ উপেক্ষা কৰিব নোৱাৰিছিল। আচলতে জনসংস্কৃতিৰ লগত জড়িত বাবে যেন দেউতাৰ কৌতুহলী মনটোৱে বিভিন্নজনৰ মাজত সোমাই বিভিন্ন সমল আহৰণ কৰিবলৈ বিচাৰে। সেয়েহে হয়তো ঘৰলৈ বিভিন্ন অঞ্চলৰ মানুহ আহিলেও ঠিকনা আদি সুধি সেই অঞ্চলৰ সকলো কথা জানিব বিচাৰে। এইদৰে দেউতাই অসম তথা উত্তৰ পূৰ্ব্বাঞ্চলৰ প্ৰায় সকলো অঞ্চলৰ ভাষা-সংস্কৃতি, আচাৰ-ব্যৱহাৰ, উৎসৱ-পৰবৰ লগত চিনাকি হৈ উঠিছিল। দেউতাই বৰো ভাষাৰ গৱেষণামূলক গ্ৰন্থৰ বাবে ডক্টৰেট ডিগ্ৰী লাভ কৰে যদিও দেউতাৰ বহু লিখনী কালৰ সোঁতত হেৰাই গ'ল; যদিও আমি পৰিয়ালৰ ফালৰপৰা তেখেতৰ আগ জীৱনত ৰচনা কৰা কবিতা কিছু গোটাই *সৰাফুল* আৰু *কুঁৱলীৰ আঁৰে আঁৰে* দুখন কবিতা পুথি প্ৰকাশ কৰিছোঁ। অধ্যাপক পবন কুমাৰ বৰুৱাৰ সম্পাদনাত দেউতাৰ ভাষা সম্বন্ধীয়, প্ৰবন্ধ কিছুমান সন্নিবিষ্ট কৰি *প্ৰতিনিধি ভাষা নিবন্ধ* আকাৰত ষ্টুডেণ্ট্‌চ এম্পৰিয়ামে প্ৰকাশ কৰি উলিয়াইছে। যোৱা বছৰ (২০০২ চনত) আনন্দৰাম বৰুৱা ভাষা সংস্থাই (ABILAC) ভাষা সম্বন্ধীয় ইংৰাজী প্ৰবন্ধ কিছু গোটাই *Aspects of North East Indian Languages* আকাৰে প্ৰকাশ

কৰি উলিয়াইছে। আন তিনিখন পুথিৰ পাণ্ডুলিপি বহুদিনৰ পৰাই প্ৰস্তুত হৈ আছে; যদিও প্ৰকাশকৰ অভাৱত ছপা কৰি উলিয়াব পৰা নাই। দেউতাই 'দৈনিক-অসমীয়া' কাকতৰ উপ-সম্পাদক হৈ থাকোতে লিখা পুথি-সমালোচনা সমূহ, আকাশবাণীৰ লিখনীসমূহ, পৌৰাণিক নাট, আলোচনা-সমীক্ষা, কথিকা ইত্যাদিৰ উপযুক্ত সংৰক্ষণ হোৱা নাই। আকাশবাণীৰ কথা উল্লেখ কৰোতে এটা সৰু কথা মনত পৰিছে। বহুবছৰ আগতে আকাশবাণীৰ বাবে এটি কথিকা অনুৰোধ ক্ৰমে দেউতাই খৰধৰকৈ লিখি পঠিয়াওতে এঠাইত এটা ভুল হৈ গ'ল। দেউতাই প্ৰত্যেক লিখনীৰে এটা বা দুটা কাৰ্ব্বন কপি ৰাখে। পিছদিনা হঠাৎ চকু ফুৰাওতে ভুলটো ধৰা পৰিল। লগে লগে টেলিফোন কৰি ভুলটো শুধৰাই দিওঁতে আকাশবাণীৰ বিষয়াজনে আচৰিত হৈ সুধিলে ঃ 'ছাৰ, লিখনীটো আমাৰ হাততে আছে। আপুনি কেনেকৈ ভুলটো দেখা পালে?' দেউতাই তপৰাই উত্তৰ দিলে 'প্ৰত্যেক বস্তুৰে বিকল্প বা ত্ৰিকল্পৰ কথা ভাবিব লাগে।' দেউতাৰ চিন্তা-ভাৱনাৰ পৰিধি আমাতকৈ যে বহুত ওপৰত তেখেতৰ ব্যৱহাৰিক জগততে তাৰ প্ৰতিফলন হয়। বিদ্যুৎ পৰিষদৰ সঘনাই হোৱা লোড শ্বেডিং / বিজুতিৰ কথা মনত ৰাখিয়ে টৰ্চটো (বিকল্প) বা দিয়াচলাই (ত্ৰিকল্প) এটা সদায়ে নিজৰ লগত ৰাখিছিল আৰু আনকো ৰখাৰ বাবে পৰামৰ্শ দিছিল।

দেউতাই বৰপুত্ৰ হোৱা বাবে ঘৰৰ আটাইবোৰ কামতে আগভাগ লব লগা হৈছিল। বামুন্দিৰ হাতীমূৰা ধাৰেশ্বৰ দেৱালয়ৰ বৰদেউৰীৰ বংশৰ এটা সাধাৰণ পৰিয়ালত জন্ম গ্ৰহণ কৰা দেউতাই আজিও বংশক লৈ গৌৰব কৰে। আতাঁ শংকৰ ভট্টাচাৰ্য্য এগৰাকী সংস্কৃত পণ্ডিত আছিল। তেখেতে যাজনিক কৰি পোৱা পাৰিশ্ৰমিকৰে পৰিয়ালৰ ভৰণ-পোষণ দিছিল। দেউতাইঁতে সৰুতে অন্ধবিশ্বাস ভৰা সমাজ এখনত বহু বাধা নেওচি পঢ়া-শুনা কৰিছিল আৰু নিজৰ পঢ়া-শুনাৰ খৰচ বৃত্তিৰ টকাৰে নতুবা ঘৰুৱা শিক্ষকতা কৰি আৰ্জিছিল। প্ৰাথমিক বিদ্যালয়ৰপৰা বৃত্তি লাভ কৰি অহা দেউতা হাইস্কুলৰপৰা প্ৰবেশিকা পৰীক্ষা প্ৰথম বিভাগত অসমীয়া আৰু ভূগোলত লেটাৰ সহ ১৯৪৩ চনত উত্তীৰ্ণ হৈছিল। স্কুলত থকা দিনতে ১৯৪২ চনত আউনিআটী সত্ৰাধিকাৰ দত্তদেৱ গোস্বামী স্মাৰক অসমীয়া ৰচনা প্ৰতিযোগিতাত স্বৰ্ণপদক লাভ কৰিছিল! স্কুলীয়া অৱস্থাতে গৰ্ডন হাইস্কুলৰ হাতেলিখা আলোচনীত 'ভক্তি' আৰু 'বিশ্বগান' নামৰ কবিতা লিখিছিল। দেউতাই প্ৰবেশিকা পাছ কৰাৰ পিচতে গুৱাহাটীলৈ আহিবলৈ ঠিক কৰে উচ্চ-শিক্ষাৰ বাবে। সেই সময়ত শৰাইঘাট দলং নথকা বাবে আমিন গাঁৱৰ ফেৰীঘাটেৰে পাৰ হৈ আহিব লগা হৈছিল। শুদা ভৰিৰে গুৱাহাটীলৈ অহা দেউতাই প্ৰথমতে উগ্ৰতাৰা দেৱালয়ত থাকিবলৈ লয় ভোগ-ৰান্ধনী হিচাবে আৰু কামৰূপ একাডেমীত আৰম্ভ হোৱা

ভোলানাথ বৰুৱা নৈশ মহাবিদ্যালয়ৰ প্ৰথম চামৰ ছাত্ৰ হিচাবে যোগ দিয়ে। দেউতাই পঢ়া খৰচ ঘৰুৱা ছাত্ৰ পঢ়ুৱাই নাইবা আনৰ চুটিৰ চাকৰীত (পশু-চিকিৎসা বিভাগৰ চেনীকুঠীৰ অফিচ, বনবিভাগৰ গাণনিক, কাছাৰীঘাটৰ অফিচ আৰু চিভিল চাৰ্জন (পানবজাৰ)ৰ অফিচত যোগ দি উলিয়াইছিল। ১৯৪৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত আই-এ (কমাৰ্চ) ১৯৪৮ চনত কটন মহাবিদ্যালয়ৰপৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধীনত বি.এ. পৰীক্ষাত ডিষ্টিংশ্যন সহ উত্তীৰ্ণ হয়। দেউতাৰ অৰ্থনীতিত অনাৰ্চ শিয়ালগলা (Mumps) হোৱা বাবে অনাৰ্চৰ পৰীক্ষা দিব পৰা নাছিল। কলেজত পঢ়া অৱস্থাত বিবাহ সম্পন্ন হয় শ্ৰীমতী দেৱীপ্ৰভা ভট্টাচাৰ্য্যৰ লগত। ১৯৫১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিষয়ত (গ্ৰুপ বি. ভাষাতত্ত্ব) এম-এ পৰীক্ষাত দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান পাই উত্তীৰ্ণ হয়। বিশ্ববিদ্যালয়ত পঢ়ি থাকোতে দেউতাই সাহিত্য বিভাগৰ সম্পাদক আছিল আৰু সেইসময়ৰ শিক্ষাগুৰু আৰু ছাত্ৰৰ সহযোগত গুৱাহাটী বিশ্ববিদ্যালয ছাত্ৰ-আলোচনীৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাটো প্ৰকাশ কৰিছিল। দেউতাই কোনো কামত লাগিলে সেই কাম শেষ নোহোৱাকৈ ক্ষান্ত নহৈছিল। বি. বৰুৱা মহাবিদ্যালয়ত চাকৰি পোৱা সময়তে ডিব্ৰুগড় বিশ্ববিদ্যালযৰ প্ৰবক্তা পদৰ বাবে নিযুক্তিৰ আহ্বান আহিছিল, কিন্তু ঘৰৰ বৰপুত্ৰ হোৱা বাবে আৰু পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব গ্ৰহণ কৰিব লগা হোৱা বাবে সেই পদত যোগ নিদিলে। ১৯৪৭ চনৰ পৰা ১৯৫১ চনলৈ দেউতাই নিউপ্ৰেছৰ পৰা প্ৰকাশিত 'দৈনিক অসমীয়া' আৰু ৰামধেনু প্ৰেছৰ পৰা প্ৰকাশিত শিশু আলোচনী 'ৰংঘৰ' আৰু দেৱকান্ত বৰুৱা সম্পাদিত বাতৰি কাকত 'নতুন অসমীয়া'ৰ উপ-সম্পাদক ৰূপে কাৰ্য্যনিবাহ কৰিছিল। সেইসময়তে গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰ হৈ চেনীকুঠিৰ ভাড়াঘৰত আছিল। বাতৰি কাকতত নৈশ সেৱাৰ অভিজ্ঞতা আমাক মাজে মাজে বৰ্ণাই থাকে। এবাৰ হেনো পাকিস্থানৰ জিন্নাৰ মৃত্যুৰ বাতৰিটো লিখোতে সম্পাদক দেৱকান্ত বৰুৱাই কৈছিল ঃ "হেৰা প্ৰমোদ, জিন্নাৰ যে 'অকাল' মৃত্যু বুলি বাতৰি লিখিছা আৰু কিমান দিন জীয়াই ৰাখিব খুজিছা ?" সেই সময়ত ইলেকট্ৰনিক মাধ্যমৰ সুবিধা নাছিল বাবে বাতৰি যুগুতাওতে যথেষ্ট কষ্ট কৰিব লগা হৈছিল। দেউতাই সেই সময়ৰ সাংবাদিক দেৱকান্ত বৰুৱাদেৱ, ৰূপৰাম সূত, কীৰ্ত্তিনাথ হাজৰিকা, সদানন্দ চলিহা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, নিত্যানন্দ মহন্ত, কিৰণ ভূঞা, কমল গগৈ আদিৰ সান্নিধ্যৰ কথা আজিও স্মৰণ কৰে।

দেউতাই ১৯৫১ চনৰ পহিলা চেপ্তেম্বৰৰপৰা ভোলানাথ বৰুৱা মহাবিদ্যালয়ত নৈশ শাখাত অসমীয়া বিভাগৰ পূৰ্ণকালীন প্ৰবক্তাৰূপে যোগ দিয়ে। অসম অধ্যক্ষ পৰিষদ, অসম ভাষা বিজ্ঞান সমিতি আদি বিভিন্ন অনুষ্ঠানৰ বিভিন্ন

পদত অধিষ্ঠিত হৈ দেউতাই সেৱা আগবঢ়াইছিল আৰু কিছুমান অনুষ্ঠানৰ সৈতে এতিয়াও জড়িত হৈ আছে। তদুপৰি স্থানীয় বহু অনুষ্ঠান যেনেঃ পূব গুৱাহাটী বিহু সন্মিলন, চানমাৰি দুৰ্গাপূজা সমিতি, নৱগিৰি শিৱ মন্দিৰ, নিজৰাপাৰ প্ৰাথমিক বিদ্যালয়, পূব-গুৱাহাটী গ্ৰাহক সমবায় সমিতি আদি অনুষ্ঠানৰ বিভিন্ন পদত সেৱা আগবঢ়াই আছে।

দেউতাৰ সাহিত্য সৃষ্টিৰ লগতে 'সাহিত্যিক সৃষ্টিৰ' মন এটা আছে। সেয়েহে সদায় নবীন লেখকসকলৰ লিখনিসমূহ পঢ়ি শুধৰাই দিয়ে আৰু উৎসাহ যোগায়। আলোচনা চক্ৰৰ বৈঠকসমূহলৈ নিমন্ত্ৰণ কৰি লিখনিসমূহ পাঠ কৰিবলৈ সুযোগ দিছিল।

সমন্বয়ৰ বাহক দেউতাৰ বিভিন্ন বহু কথাই আজি মনলৈ আহি আছে যদিও লিখিবৰ সময়ত যেন সাৱলীলভাবে ওলাই অহা নাই। শেষত তেখেতৰ কবিতা এফাঁকিৰে এই লিখনিটোৰ মোখনি মাৰিলোঁ ।

*'নদীয়ে বিলায়*
*পানীৰ বাতৰি*
*নিজকে বিলাই দি।*
*মই কি বিলাম*
*বিশাল বিশ্বত*
*মইনো বিলাম কি ?*
*এদিন বিলাম*
*মৰণ বাতৰি*
*নিজকে বিলায় দি।'*



# দেউতাৰ ব্যক্তিগত পুথিভঁৰাল

**শ্ৰীপ্ৰণৱ কুমাৰ ভট্টাচাৰ্য্য** (কনিষ্ঠ পুত্ৰ)

আমাৰ পকীঘৰৰ পশ্চিম দিশত এটা পুৰণি অসম আৰ্হিৰ ঘৰত অৱস্থিত পুথিভৰাঁলটো দেউতাৰ তথা আমাৰ সকলোৰে বাবে এটা মূল্যবান সম্পদ। এই ঘৰটো আগতে আমাৰ বাসস্থান আছিল, তেতিয়া এইটো সাধাৰণ বাঁহ-বেতেৰে নিৰ্মিত ঘৰ আছিল। পিছলৈ পুৰণি স্মৃতি সজীৱ কৰি ৰাখিবলৈ ইয়াক পকী-টিনৰ ঘৰলৈ পৰিবৰ্ত্তন কৰা হয়। সেয়েহে এই ঘৰটো দেউতাৰ, আমাৰ সকলোৰে বৰ মৰমৰ, অতীত স্মৃতিৰ হেঁপাহৰ ঘৰ।

দেউতাৰ পুথিভৰাঁলটোত সৰু-ডাঙৰ প্ৰায় বাৰটা আলমাৰী আৰু ৰেক আছে। এইবোৰ আগতে যদিও কাঠৰ আছিল, তথাপিও বৰ্ত্তমান দুটামান বুক্‌ছেলফ অন্তৰ্ভুক্ত কৰা হৈছে যাতে নতুনকৈ অনা কিতাপবোৰ সুৰক্ষিত হৈ থাকে। ইয়াৰ ভিতৰত তিনিটামান বন্ধ কৰিব পৰা কাঠৰ আলমাৰী আৰু গড্‌ৰেজ আলমাৰীও আছে। এইবোৰত বিভিন্ন ভাষাৰ কিতাপ, আলোচনী, পত্ৰিকা, বাতৰিকাকত আদি আছে। এই কিতাপবোৰ সাধাৰণতে অসমীয়া, ইংৰাজী, বঙালী, হিন্দী, বৰো, নগা, কাৰ্বি, গাৰো, মিচিং, মণিপুৰী (মেইতেই), সংস্কৃত আদিয়েই প্ৰধান। তাৰোপৰি বিভিন্ন গৱেষণা গ্ৰন্থ (পি. এইচ. ডি. ডিগ্ৰীৰ) পত্ৰিকা, আলোচনী, স্মৃতিগ্ৰন্থ, অভিনন্দন পত্ৰ, আলোক চিত্ৰ আদি এই পুথিভৰাঁলত সংৰক্ষিত হৈ আছে। কেবাখনো সংস্কৃত, ইংৰাজী, অসমীয়া, বৰো, মণিপুৰী, ডিমাছা আদি বিভিন্ন ভাষাৰ অভিধান আৰু আপুৰুগীয়া সংস্কৃত স্মৃতি, দৰ্শন, তন্ত্ৰশাস্ত্ৰ, জ্যোতিষবিদ্যাৰ পুথি-পত্ৰ দেউতাই এই পুথিভৰাঁলত সযতনে ৰাখিছে। এই কিতাপ পত্ৰ প্ৰায় পাঁচ হাজাৰতো অধিক হ'ব। দেউতাৰ পুথিভৰাঁলটোত থকা কিতাপ-পত্ৰবোৰৰ বেছিভাগ উপহাৰস্বৰূপে বিভিন্ন লোক তথা অনুষ্ঠানৰ পৰা পোৱা মৰম আৰু চেনেহৰ চিন। সেইবোৰ সম্পূৰ্ণ শৃংখলাবদ্ধ তথা প্ৰণালীবদ্ধভাৱে নাৰাখিলেও এইবোৰৰ সামাজিক আৰু বিদ্যায়তনিক মূল্য অসীম। এনে কিছুমান কিতাপ পত্ৰ পুথিভৰাঁলত ৰক্ষিত হৈ আছে যিবোৰ বৰ্ত্তমান দুষ্প্ৰাপ্য।

দেউতাই সাধাৰণতে ৰাতিপুৱা উঠিয়েই এই পুথিভৰাঁলত সোমাই দুৱাৰ খুলি তাত থকা ৰেডিঅ'ৰ ছুইচটো দিয়ে, যাতে ৰাতিপুৱা ছয় বজাৰ বাতৰি আৰু পিছৰ অনুষ্ঠানবোৰ শুনিব পাৰে, দেউতাৰ ৰেডিঅ'ৰ অনুষ্ঠান বৰ প্ৰিয়। এইবাৰৰ ২০০৪ খৃঃৰ বহাগ বিহুৰ দিনা বিদ্যুৎ যোগানৰ হাই ভল্টেজে বহুতো অনিষ্ট সাধিছে। দেউতাই কাঠৰ চকীখনত বহি পঢ়া মেজত থকা পঞ্জিকাখনত দৈনিক তিথি, নক্ষত্ৰ আদি শুভাশুভ চায়; যিটো দেউতাৰ নিত্য কৰ্ম। তাৰ পিছতহে চাহ-পানী খাই বাতৰি কাকতত চকু ফুৰায়। দেউতাৰ এইবোৰ কাৰ্য্য সৰুৰেপৰা মই দেখি আহিছোঁ।

দেউতাৰ পুথিভৰাঁলৰ মেজখন আৰু চকীৰ সন্মুখতেই আছে বিশিষ্ট ভাষাতত্ত্ববিদ ড° বাণীকান্ত কাকতিদেৱৰ ফটোখন, যিজন আছিল দেউতাৰ শিক্ষা-গৱেষণাৰ গুৰুদেৱ। দেউতাই পুথিভৰাঁলত বহা চকীখন উগ্ৰতাৰা ফাৰ্নিচাৰ হাউচৰ সেই সময়ৰ কাৰ্য্যাধ্যক্ষ প্ৰমোদাকান্ত শৰ্মাই (ক্ৰীড়াবিদ) উপহাৰ দি আশা ৰাখিছিল – যাতে সেইখনত বহি দেউতাই পঢ়া-শুনা-গৱেষণা কাৰ্য্য সম্পূৰ্ণ কৰিব পাৰে, পৰৱৰ্ত্তী কালত বৰো ভাষাৰ গৱেষণা কাৰ্য্য ১৯৬৫ চনত দেউতাই সেই মৰ্মে সমাধা কৰিছিল; আমাৰ ঘৰৰ বাবে উপহাৰ দিয়া কাঠৰ চকীখনৰ এক বিশেষ তাৎপৰ্য্য আছে। দেউতাই সাধাৰণতে বিবিধ বিষয়ৰ প্ৰবন্ধ-পাতি লিখোতে নানা ধৰণৰ প্ৰসংগ পুথিৰ আৱশ্যক হয় আৰু সেইবোৰ উলিয়াই সাধাৰণতে মেজৰ ওপৰত থয়। এনেধৰণৰ প্ৰবন্ধ-পাতি লিখোঁতে দেউতাৰ কোনো বিশেষ নিৰ্দিষ্ট ঠাই নাথাকে, কেতিয়াবা যদি পঢ়া-লিখা কাঠৰ মেজখনত কৰে, কেতিয়াবা পকীঘৰৰ বাৰাণ্ডাৰ চকীত বহি পকী মেজত, কেতিয়াবা ড্ৰয়িং ৰুমৰ চকী টেবিলত, আকৌ কেতিয়াবা ঘৰৰ সন্মুখৰ মূল তোৰণৰ কাঠৰ পকী আসনত । যিদৰে দেউতাৰ লিখা-মেলাৰ নিৰ্দিষ্ট ঠাই নাই, সেইদৰে নিৰ্দিষ্ট সময় নাই লেখা-মেলাৰ, কেতিয়াবা ৰাতিপুৱা, কোনোবা দিনা দুপৰীয়া, কেতিয়াবা হয়তো আবেলি আকৌ কোনো কোনো সময়ত সন্ধিয়াও দেউতাই লেখা পঢ়া কৰে। যদিও আগৰ সময়ছোৱাত দেউতাই ৰাতিও বিভিন্ন প্ৰবন্ধ-পাতি লিখিছিল তথাপিও ১৯৯৪ চনত চকুৰ অস্ত্ৰোপচাৰ হোৱাৰ পিছত আজিকালি তাগিদাৰ বা ফৰমাচৰ বাবেহে, দেউতাই যিকোনো সময়ত লিখিব লগীয়া হয়।

দেউতাৰ পুথিভৰাঁলটোত থকা বিভিন্ন ধৰণৰ প্ৰবন্ধ, গল্প, কবিতা, ভ্ৰমণ কাহিনী, ৰম্য-ৰচনা, সমালোচনা সাহিত্য, নাটক, অনূদিত কাব্য, আলোচনী, পত্ৰিকা, স্মৃতিগ্ৰন্থ আদি দেউতাৰ প্ৰধান সঙ্গী। দেউতাই প্ৰতিবছৰে অনুষ্ঠিত হোৱা, অসম প্ৰকাশন পৰিষদৰ গ্ৰন্থমেলালৈ গৈ আৱশ্যকীয় কিতাপ কিনে, তাৰোপৰি বিভিন্ন সভা-সমিতিতলৈ গ'লে লগ পোৱা বিভিন্নজনে দেউতাক উপহাৰস্বৰূপে

দিয়া কিতাপ-আলোচনী আদি পুথিভৰাঁলটোত সযতনে থয়হি। এইবোৰৰ পূৰ্ণাংগ পঞ্জীকৰণ, শ্রেণীবদ্ধকৰণ এতিযাও হৈ উঠা নাই। দেউতাক দেশ-বিদেশৰ বিভিন্ন ঠাইত ভিন ভিন অনুষ্ঠানে ভাষা-সাহিত্য-কলা, সংস্কৃতি আদি বিষযক উপলক্ষ্যত সম্বৰ্দ্ধনা তথা মানপত্ৰ প্রদান কৰি আহিছে। সেইবোৰৰ কিছুসংখ্যক এই পুথিভৰাঁলটোত সংৰক্ষিত হৈ আছে। অৱশ্যে ইযাৰ কিছুসংখ্যাক পোক-পতঙ্গৰ অত্যাচাৰত নষ্ট হৈছে। তথাপিও ১৯৬৫ চনত দেউতাই ডক্টৰেট ডিগ্রী লাভ কৰাৰ পিছত কলাগুৰু বিষ্ণু প্রসাদ ৰাভাই তেজপুৰৰ পীৰাকটা গাঁৱৰ হৈ দিযা এখন অভিনন্দন পত্ৰ, মছলপুৰত বৰো ছাত্ৰ সন্থাই আৰু গোঁসাইগাঁৱৰ বৰো সাহিত্য সভাই দিযা দুখন অভিনন্দন পত্ৰ, সম্পূৰ্ণ বৰো ভাষাত লিখা। শিলচৰত গুৰুচৰণ মহাবিদ্যালয ছাত্ৰ সন্থাই বঙালী ভাষাত লিখা মানপত্ৰ, অসম কবি সন্মিলন, দৰংজিলা সাহিত্য সভা, নলবাৰীৰ সমলয সমাজ, গুৱাহাটীৰ শৰৎ চন্দ্ৰ শৰ্মা প্ৰাচ্যতত্ত্ব অধ্যযন চক্র, আমাৰ প্রগতি অনুষ্ঠান, চানমাৰি সাহিত্য সভা, বেলতলা লেখিকা সমাজ, আদিযে দিয়া মানপত্ৰবোৰ বিশেষভাবে উল্লেখ যোগ্য। তাৰোপৰি বি বৰুৱা মহাবিদ্যালযৰ হীৰক জযন্তীত প্রথমচামৰ ছাত্ৰ হিচাপে দিযা সম্বৰ্দ্ধনা পত্ৰ তথা চিন্তানাযক গৌৰী শংকৰ ভট্টাচাৰ্য্য স্মৃতিৰক্ষা সমিতিযে আগবঢোৱা ৰাজহুৱা সম্বৰ্দ্ধনা পত্ৰ, 'কামৰূপ ৰত্ন', হিচাপে দিযা স্মাৰক, অসম সাহিত্য সভাৰ 'লীলা গগৈ' বটাঁৰ স্মাৰক আদিও উল্লেখনীয় এই লেখনিত সকলোবোৰ সম্বৰ্দ্ধনা পত্ৰৰ বিষযে উল্লেখ কৰিব নোবাৰিলেও ভবিষ্যতলৈ এইবোৰৰ বিস্তৃত আলোচনাৰ থল থাকিল।

মুঠতে দেউতাৰ পুথিভৰালৰ বিষযে বিচাৰ কৰি চালে ভালকৈ উপলব্ধি কৰিব পাৰি যে, ইযাত থকা বিভিন্ন ভাষাৰ কিতাপ, আলোচনী, পত্ৰিকা, স্মাৰক, অভিনন্দন পত্ৰ তথা সংবাদ পত্ৰৰ টোকা আদিৰ জৰিযতে অদূৰ ভবিষ্যতে বিস্তৃত গৱেষণাৰ সামগ্ৰী, তথ্য-সম্পদ আগ্ৰহশীললোকে নিৰ্বাচন কৰিব পাৰিব। অকল ভাষাবিজ্ঞানৰে নহয, সাহিত্য, ইতিহাস, স্মৃতি, পুৰাণ, কৰ্মকাণ্ড, তন্ত্ৰশাস্ত্ৰ, জ্যোতিষ শাস্ত্ৰ, জনকৃষ্টি, সংবাদপত্ৰ-আলোচনী আদিৰ বিচিত্ৰ সমাবেশ ঘটিছে আমাৰ দেউতাৰ ঘৰুৱা পুথিভৰাঁলটোত।



# ডাঙৰ বোৱাৰীৰ দৃষ্টিত শহুৰ দেউতা

শ্রীৰেখা ভট্টাচাৰ্য্য

১৯৮৪ চনৰ ফাগুনৰ ২৮ তাৰিখে ড প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যাৰ ডাঙৰ ল'ৰাৰ সৈতে মোৰ বিয়া হোৱাত এইখন ঘৰৰ ডাঙৰ বোৱাৰী হৈ আহিলোঁ তেতিয়াৰ পৰা আজিলৈ তেখেতক শহুৰ হিচাবে লগ পাইছোঁ। আজি তেখেতৰ বিষয়ে দু-আষাৰ লিখিব পাই নিজকে সৌভাগ্যৱতী বুলি অনুভৱ কৰিছো। মই ঘৰৰ ডাঙৰ বোৱাৰী যদিও তেখেতে মোক নিজৰ ছোৱালীৰ দৰে মৰম কৰিছিল। সদায় ভাল উপদেশ আৰু লিখা-পঢ়াৰ কথা কৈছিল। মাজে সময়ে দুই এখন কিতাপ আলোচনী পঢ়িব দিছিল। তেখেতে ৰাতিপুৱাৰপৰা লিখা-পঢ়ালৈ ব্যস্ত আছিল। আনকি জিৰণি লবলৈকে পাহৰিছিল, ইয়াৰ মাজত মই চাহ, তামোল-পাণ আদি দিছিলোঁ। তেখেতৰ মনত সৰু-ডাঙৰ ভেদ-ভাব নাছিল। সকলোকে সমান চকুৰে চাইছিল, তেখেতৰ বন্ধুসকলৰ লগত মোক প্ৰায়ে চিনাকি কৰি দিছিল, ঘৰৰ ডাঙৰ বোৱাৰী হিচাবে মই নিজে গৰ্ব্ব অনুভৱ কৰিছিলোঁ। তেখেতে মাজে সময়ে খুহুতীয়া কথা কৈ ভাল পাইছিল আৰু মাজে সময়ে খং কৰিছিল।

এদিনাখনৰ কথা, মই ভাত ৰান্ধি আছিলোঁ তেখেতে হঠাৎ পাক ঘৰলৈ গৈ মই ৰন্ধা-আঞ্জাবিলাক চাইছিল আৰু অসমীয়া খাৰৰ আঞ্জা ৰন্ধাৰ কথা মোক সুধিছিল। মই ৰন্ধা নাছিলোঁ কাৰণ মই খাৰ সৰুৰে পৰা বেয়া পাইছিলোঁ। আৰু এদিনাখনৰ কথা মোৰ শাহু আয়ে খাৰ ৰান্ধিছিল। মোৰ ওচৰতে দেউতাইও খাবলৈ বহিছিল, আৰু মই খাৰৰ আঞ্জাখন খাইছোনে নাই চাই নোখোৱা বাবে কিয় খোৱা নাই প্ৰশ্ন কৰিছিল। মই নোখোৱা বাবে তেখেতে মোক জোৰকৈ মুখত সুমুৱাই দিছিল। সেই কথা আজিও মোৰ মনত পৰে। এইখিনি কথাৰপৰা তেখেতে যে আমাক কিমান মৰম কৰিছিল জানিব পাৰি। মোৰ ছোৱালী দুজনীক প্ৰথম নাতিনী হিচাবে যথেষ্ট মৰম কৰে আৰু পঢ়া-শুনাৰ প্ৰতি সিহঁতক যত্ন ল'বলৈ সদায় কয়।

তেখেতে ছোৱালী বুলি সিহঁতক হেয়জ্ঞান কৰিবলৈ মানা কৰিছিল আৰু মোক প্ৰায়ে কৈছিল "ল'ৰা-ছোৱালীৰ মাজত কোনো প্ৰভেদ নাৰাখিবা।" সেয়েহে মই শহুৰক সদায় শ্ৰদ্ধা আৰু মৰম কৰি আহিছোঁ আৰু ভগৱানৰ ওচৰত তেখেতৰ সু-স্বাস্থ্য কামনা কৰি আজি লৈ সামৰিছোঁ।

# বোৱাৰীৰ দৃষ্টিত ড° ভট্টাচাৰ্য্য

শ্ৰীমতী শিখা শৰ্মা ভট্টাচাৰ্য্য

১৯৯৩ চনৰ ১৯ নৱেম্বৰৰ দিনটোত মই চান্দমাৰিৰ নৱগিৰি নিবাসী ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ তৃতীয়া বোৱাৰী ৰূপে এইখন ঘৰত ভৰি দিওঁহি। আৰু তেতিয়াৰ পৰা আজিলৈ শহুৰ দেউতাৰ মৰমৰ আশ্ৰয়ত এইখন ঘৰতে আছোঁ। বিয়াৰ আগতে মই তেখেতক এবাৰ নে দুবাৰ আমাৰ কাহিলীপাৰাৰ ঘৰত বিয়া সংক্ৰান্তত যাওঁতে লগ পাইছিলোঁ। তাৰে আগতে তেখেতক দেখা মোৰ মনত নপৰে; যদিও তেখেতৰ নামটিৰ সৈতে মই বহু আগতেই চিনাকি হৈছিলোঁ। মোৰ পিতা শ্ৰীযুত সুৰেন্দ্ৰ নাথ শৰ্মাদেৱৰ ঘৰত থকা সৰু লাইব্ৰেৰীটোৰ কিতাপৰ মাজত অসমীয়া সাহিত্যৰ বহু কিতাপ আছিল। স্কুল-কলেজৰ বন্ধৰ সময়ত মই লাইব্ৰেৰীটোৰ কাষত বহি লৈ কিতাপবোৰ পঢ়িছিলোঁ; আৰু তেতিয়াই মই ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ নামটিৰ সৈতে পৰিচিত হৈছিলোঁ।

নতুন ঘৰ এখনত বোৱাৰী এজনীৰ বাবে সকলো অচিনাকি। শহুৰ, শাহু, বৰজনা, জা, দেৱৰ আদি সকলোৰে সৈতে চিনাকি হওঁতে ভয়-ভাৱ মিহলি হৈ থাকে। শহুৰৰ স্থান সকলোৰে ওপৰত। গতিকে মই তেখেতৰ ওচৰত প্ৰথমে যেতিয়া আশীৰ্বাদ ল'বলৈ যাওঁ, তেতিয়া খু-উ-ব ভয়ে ভয়ে ওচৰত থিয় দিছিলোঁ। কিন্তু তেখেতৰ মৰমিয়াল আৰু সহজ-সৰল মনটোৱে মোৰ মনৰপৰা ভয়-ভাৱ আঁতৰাই পেলাইছিল। দেউতাই মোক ঘৰখনৰ সকলো বস্তুৰ সৈতে এটা এটাকৈ চিনাকি কৰাই দিছিল। তেতিয়াই মই অনুভৱ কৰিছিলোঁ তেখেতৰ পিতৃ-সুলভ মৰম আৰু শিশুৰ দৰে অন্তৰ এখনৰ কোমলতা।

মই লাহে লাহে লক্ষ্য কৰিছিলোঁ, দেউতাই কিছুমান নিয়মত চলে। ৰাতিপুৱা সোনকালে শোৱাপাটী ত্যাগ কৰি প্ৰাতঃভ্ৰমণ কৰি অহাৰ পিছত ৰাতিপুৱাৰ চাহকাপ হাতত লয়। ইতিমধ্যে ৰেডিঅ'ত বন্দনা আৰম্ভ হয়। ৰেডিঅ'ৰ অনুষ্ঠান শুনি থকাৰ মাজতে বাতৰি কাকতত চকু ফুৰায়। ৰেডিঅ'ৰ 'আজিপুৱা' অনুষ্ঠানটো দেউতাৰ খু-উ-ব প্ৰিয়। তদুপৰি ৰেডিঅ'ৰ বন্দনা, বাতৰি আদি শুনাটো

দেউতাৰ এটা নিত্য নৈমিত্তিক কাম। আজি দূৰদৰ্শন, কম্পিউটাৰৰ যুগত ৰেডিঅ' কম মানুহে শুনে বুলি ক'ব পাৰি। (অৱশ্যে এতিয়া এই মাধ্যমটো পুনৰ জনপ্ৰিয় হ'ব ধৰিছে) ; কিন্তু মই এই ঘৰলৈ অহা দিন ধৰি ৰাতিপুৱাৰ বন্দনা অনুষ্ঠানৰ পৰা নিশাৰ বাতৰিটোলৈ ৰেডিঅ' শুনাটো এটা অভ্যাসত পৰিণত হৈ পৰিছে।

বাতৰি কাকতত চকু ফুৰোৱাৰ পিছত হাতত কৰণিটো লৈ দেউতাই ফুল তুলিবলৈ ওলাই যায়। অৱশ্যে এই কামটো কেতিয়াবা তেখেতে প্ৰাতঃভ্ৰমণ কৰোতেও কৰে। ফুল তুলি আহি ৰাতিপুৱাৰ জলপান খোৱাৰ আগলৈকে তেখেতে লাইব্ৰেৰীত সোমাই লিখা-মেলা বা পঢ়া-শুনা কৰে। তাৰে মাজতে বিভিন্নজনৰ সৈতে ফোনালাপ ইত্যাদিও চলে। জলপান খোৱাৰ পিছত দেউতা আকৌ লাইব্ৰেৰীত সোমাই পৰে। লিখা-মেলা কৰাৰ মাজত তেখেতক বিচাৰি অহা আলহী-অতিথিৰ লগত ব্যস্ত হৈ পৰে।

দুপৰীয়া স্নানাদি কৰি তেখেত গোঁসাইঘৰলৈ গৈ পূজা কৰে। তাৰ পিছত দুপৰীয়াৰ আহাৰ গ্ৰহণ কৰি কিছুসময় বিশ্ৰাম লয়। দুপৰীয়াৰ আহাৰৰ লগত তেখেতৰ প্ৰিয় ব্যঞ্জনবোৰ থাকিলে তেখেতে ভাল পায়। গুৱাহাটী বিশ্ববিদ্যালয়ত আধুনিক ভাষা-সাহিত্যৰ অতিথি অধ্যাপক হিচাপে (১৯৯৪-১৯৯৯) কাম কৰোঁতে, বা তেখেতৰ আন কাৰ্য্যসূচী থাকিলে দৈনন্দিন কাৰ্য্যৰ কিছু সালসলনি হয়।

সভা-সমিতি নথকা দিনত দেউতাই গধূলি অলপ-সান্ধ্য ভ্ৰমণ কৰিবলৈ ওলাই যায়। তদুপৰি চান্দমাৰি নৱগিৰিৰ শিৱ মন্দিৰত প্ৰতি সোমবাৰে হোৱা নাম-প্ৰসঙ্গতো অংশ গ্ৰহণ কৰে।

নিশা ৯-৩০ বজাত ৰেডিঅ'ৰ বাতৰি শ্ৰৱণ কৰাৰ পিছত তেখেতে আহাৰ গ্ৰহণ কৰি শোৱাপাটীত পৰে।

দেউতাক বিচাৰি, তেখেতৰ লিখনি বিচাৰি বহু-মানুহৰ এইখন ঘৰলৈ সমাগম হৈ থাকে। প্ৰত্যেকৰ সৈতে দেউতাই যেনেদৰে ব্যৱহাৰ কৰে, এনে লাগে যেন অভ্যাগত যেন তেখেতৰ বহুদিনৰ চিনাকি। তেওঁ আলহীক শুদা মুখে পঠাবলৈ বেয়া পায়। আলহীয়ে নাখাওঁ বুলি ক'লেও তেখেতে ফলমূল বা পানী, তামোল বা শিলিখা হাতত তুলি দিব। আলহী দূৰণিৰ হ'লে আৰু খু-উ-ব দৰকাৰী কামত আহিলে দুপৰীয়াৰ ভাত সাজ তেখেতৰ লগতে গ্ৰহণ কৰিবলৈ আহ্বান কৰে।

দেউতাৰ ওচৰলৈ অহা কোনো মানুহক তেখেতে 'না' বুলি ক'ব নোৱাৰে; সেয়া তেখেতৰ লিখা বিচৰাৰ ক্ষেত্ৰতেই হওক বা মিটিঙলৈ নিমন্ত্ৰণ কৰাৰ ক্ষেত্ৰতেই হওক। তেখেতে আমাক প্ৰায়েই কয় 'মোৰ অভিধানত 'নাই' শব্দটো নাই।' কেতিয়াবা এনেকুৱাও হৈছে, তেখেতে কিবা এটা বস্তু বিচাৰিছে; অথচ ঘৰত

সেই বস্তুতো নাই। কিন্তু বস্তুটো যে ঘৰত নাই সেই কথা তেখেতৰ ওচৰত ব্যক্ত কৰিবলৈ কাৰো সাধ্য নাই। কেনেবাকৈ হ'লেও বস্তুটো তেখেতক দিয়া হয়। এইক্ষেত্ৰত মই শাহুমাক খু-উ-ব সচেতন হোৱা দেখিছোঁ। এই সুযোগতে এদিনৰ এটি ঘটনাৰ কথা উল্লেখ কৰিলোঁ। দেউতাই বনৌষধিৰ ওপৰত খু-উ-ব বিশ্বাস কৰে। গেষ্ট্ৰাইটিচ বা পিত্তৰসৰ অসুখত ভুগিলে তেখেতে ৰাতিপুৱাই কেঁচা হালধিৰ ৰস খায়। এবাৰ তেনে অসুখত তেখেতক লগা হ'ল কেঁচা হালধি। ইফালে ঘৰত সেইদিনা এডোখৰো কেঁচা হালধি নাই। মই ভয়ত কম্পমান; কি হ'ব এতিয়া? (ইতিমধ্যে মই দেউতাৰ সৰ্বজন পৰিচিত খংটোৰ সৈতে চিনাকি হৈছোঁ) দেখিলো মায়ে ক'ৰবাৰ পৰা (বোধকৰো ৰুবলৈ থোৱা) কেঁচা হালধি আনি ৰস উলিয়াই দেউতাৰ হাতত তুলি দিছে। মই মনে মনে শাহু আইক বাহ্ বাহ্ নিদি নোৱাৰিলোঁ।

দেউতাৰ এটি আচৰিত গুণ মই লক্ষ্য কৰিছোঁ — তেখেতৰ স্মৃতিশক্তি অতি প্ৰখৰ। আজি যদি তেখেতে কোনোবা ব্যক্তি এজনক লগ পাইছে, তেখেতৰ গতি-গোত্ৰ, ঘৰবাৰী ক'ত আদি জনাৰ পিছত (কাৰোবাক প্ৰথম লগ পালে তেওঁৰ বিষয়ে সবিশেষ জানিব খোজাটো দেউতাৰ এটি বৈশিষ্ট্য) এবছৰ বা দুবছৰ পিছত সেই ব্যক্তিজনৰ বিষয়ে সকলোখিনি তেখেতে নিৰ্ভুল ভাবে কৈ দিব পাৰে। তেখেতৰ স্মৰণশক্তিৰ সৈতে আজিৰ ডেকা ল'ৰা এজনৰ স্মৰণ শক্তিয়ে ফেল মাৰিব বুলিয়ে মোৰ বিশ্বাস হয়। অৱশ্যে বৰ্ত্তমান বয়সৰ লগে লগে আগৰ প্ৰখৰতাৰ হয়তো কিছু হ্ৰাস হ'ব পাৰে।

দেউতাৰ বিষয়ে লিখোতে যদি তেখেতৰ সকলোৰে পৰিচিত খঙটোৰ বিষয়ে নিলিখো তেনেহ'লে লিখনিটো আধৰুৱা যেন লাগিব; সেয়েহে এইখিনিতে অলপ তেখেতৰ খঙটোৰ বিষয়ে উল্লেখ কৰিলো —

মই যেতিয়াৰপৰা দেউতাক পাইছো তেতিয়াৰ পৰা মন কৰিছোঁ যে তেখেতৰ খঙটো তেখেতৰ লগৰীয়া নহয়; অৰ্থাৎ দেউতাৰ সদায় খং নুঠে। কিছুমান ক্ষেত্ৰত যেতিয়া তেখেতৰ 'tension' বেছি হয়, টোপনিৰ হীন-ডেঢ়ি ঘটে, অসুখ-বিসুখ হয় তেনে সময়হে তেখেতৰ খঙটোৰ প্ৰকাশ ঘটে। অৰ্থাৎ শৰীৰে মনৰ লগত সহযোগ নকৰাৰ বহিঃপ্ৰকাশ দেউতাৰ খং। কিন্তু দেউতাই নিজৰ খঙটোৰ প্ৰতি নিৰুদ্বেগ। কাৰণ খং কৰা মানুহজনক তেখেতে অন্তৰেৰে খং নকৰে। পিছমুহূৰ্ততে মানুহজনক হয়তো মৰমেৰে আঁকোৱালিও লয়। অৱশ্যে অচিনাকি ব্যক্তি এজনে প্ৰথমেই দেউতাৰ ক্ৰোধৰ সন্মুখীন হ'ব লগা হ'লে তেওঁ দেউতাৰ প্ৰতি ভুলভাব পোষণ কৰি লৈ যাব পাৰে। ক্ৰোধহীন দেউতা এজন বৰ মৰমিয়াল আৰু ভোলানাথ সদৃশ ব্যক্তি।

প্ৰত্যেক সফল পুৰুষ বা মহিলাৰ আঁৰত এজন মহিলা বা পুৰুষৰ কষ্ট বা ত্যাগো নিহিত হৈ থাকে। গৱেষক, ভাষাবিদ দেউতাৰ জীৱনৰ সাফল্যৰ আঁৰতো তেখেতৰ পত্নী তথা মোৰ শাহু আইৰ কষ্ট তথা ত্যাগ লুকাই আছে।

মই আজি দহবছৰে এইখন ঘৰত শাহু আইৰ সংগত থাকি বিভিন্ন সময়ত তেখেতে দেউতাৰ বিষয়ে কোৱা কথাবোৰ শুনি আহিছোঁ। সেইবোৰ জীৱনৰ প্ৰতিটো পদক্ষেপতে মাৰ পৰা পোৱা সহায়-সহযোগৰ কথা স্বীকাৰ নকৰি নোৱাৰিম। দেউতা এজন সমাজপ্ৰিয় ব্যক্তি। সমাজৰ প্ৰতি থকা তেখেতৰ আকৰ্ষণক সেয়ে নেওচিব নোৱাৰে, আৰু সেয়ে হয়তো সাংসাৰিক কামত মনোনিৱেশ কৰিবলৈ সময় উলিয়াব নোৱাৰে। কিন্তু ধৈৰ্য্যশীলা মায়ে সংসাৰৰ সকলো জঞ্জাল নিজে চম্ভালি দেউতাক সংসাৰৰ কামৰ পৰা অব্যাহতি দিছিল বা দি আছে। সেয়েহে দেউতাই তেখেতৰ গবেষণাৰ কামত অধিক সময় নিজকে নিয়োজিত কৰিব পাৰিছিল। বি. বৰুৱা কলেজৰ অধ্যক্ষ হৈ থাকোতে কলেজৰ কামত মন দিব পাৰিছিল; তদুপৰি সামাজিক অনুষ্ঠান সমূহত জড়িত হ'ব পাৰিছিল। অৱশ্যে মায়ে কেতিয়াবা কেতিয়াবা বিৰক্তিও প্ৰকাশ নকৰাকৈ নাথাকে; তথাপি তেখেতে পতিৰ প্ৰতি থকা কৰ্ত্তব্যসমূহ সুকলমে পালন কৰিছিল বা এতিয়াও কৰি আছে। নিজৰ কৰ্মৰ ওপৰত সদা বিশ্বাসী, ধৈৰ্য্যশীলা এনে এগৰাকী সহধৰ্মিনীৰ বাবে আজিও দেউতাই সামাজিক কামসমূহত নিজকে নিয়োজিত কৰিব পাৰিছে। অৱসৰী জীৱনৰ সময়বোৰত নিজকে ব্যস্ত কৰি ৰাখিব পাৰিছে।

দেউতাৰ সকলোবোৰ লিখনিৰ সৈতে মই পৰিচিত নহয় যদিও তেখেতৰ কিছু লিখনি পঢ়ি অনুমান কৰিছোঁ যে তেখেতৰ এটা বাক্যতে বহু কথা লুকাই থাকে। এইটো তেখেতৰ লিখনিৰ এটা বৈশিষ্ট্যও বুলি ক'ব পাৰি। দেউতাৰ লিখনিবোৰ ভিন্ ভিন্ বিষয়ক হোৱা হেতুকে সেইবোৰক বিষয় অনুসৰিও ভগাব পাৰি। যেনে ঃ

১) গবেষণামূলক ৰচনাৱলী
২) লোক সংস্কৃতি আৰু ভাষা-সাহিত্যৰ ওপৰত ৰচনা কৰা প্ৰবন্ধাৱলী।
৩) ভক্তিমূলক ৰচনাৱলী ঃ বিভিন্নদেৱ-দেৱী বা ধৰ্ম বিশ্বাসৰ ওপৰত লিখা ৰচনাৱলী।
৪) স্মৃতিচাৰণাৱলী ঃ সমাজৰ নামজ্বলা ব্যক্তিসকলৰ ওপৰত লিখা তেখেতৰ প্ৰবন্ধাৱলী।
৫) প্ৰকৃতি বিষয়ক ৰচনাৱলী, প্ৰকৃতিৰ বিভিন্ন ৰূপ বা ঋতুক লৈ লিখা ৰচনাৱলী।

৬) কবিতাৱলী - এইবোৰকো দুভাগত ভগাব পাৰি ঃ

(ক) জীৱনৰ কবিতা

(খ) নামাক্ষৰীৰে শ্ৰদ্ধাঞ্জলী জনোৱা কবিতাসমূহ।

দেউতাৰ লিখনিৰ ওপৰত মোৰ এইয়া এটা সম্যক ধাৰণাহে। গুণীসমাজে হয়তো এই বিষয়ত ভালদৰে আলোকপাত কৰিব পাৰিব।

দেউতা ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ মনটো বাধা মানিব নোখোজা দুৰন্ত তৰুণ এজনৰ দৰে। বাধাৰ প্ৰাচীৰ নেওচিও সেই তৰুণজনে মাথো নিজৰ বাটত আগুৱাব খোজে। কিন্তু সময়ৰ লগে লগে সেই দুৰন্ত তৰুণৰ গতিত কিছু শিথিলতা আহিব খোজে। সেয়েহে জীৱনত কিছু স্থবিৰতা আহিব খোজে। যদিও তৰুণমনে তাক আঁতৰাই থয়। আজি তেখেতৰ আশী বছৰীয়া জন্মদিনত ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনাইছোঁ তেখেতৰ জীৱনলৈ আহক সাফল্যৰ নতুন বতৰা।



# অনুভৱ

শ্ৰীমতী ননী ভট্টাচাৰ্য্য

ফুলনিত ফুলবোৰ ফুলিছে ইমান
ফাগুনৰ বতাহজাক বলিছে যিমান!
পিতা হ'ল শংকৰ মাতৃ পাৰ্ব্বতী
উপজিল পোণাটি সকলোৰে আশাটি!
উলহ-মালহত সকলো মতলীয়া
দেউতা হ'ল ফাগুনা ফাগুনমহীয়া!
পিতা শংকৰে তেওঁৰ নাম দিলে প্ৰমোদ
আনন্দ দিব সকলো মিলিব বিনোদ
দিন যায় মাহ যায় বছৰ বাগৰে
লাহে লাহে দেউতাই পঢ়া-শুনা কৰে।
যোগ্যজনৰ যোগ্য আসনত
নিজকে অধিষ্ঠিত কৰি দেউতাই
হেজাৰ জনৰ হেজাৰ আশা
লিখনিৰে সঘনাই দিলেহি পূৰাই।
মানৱ জীৱনৰ সঁচা ফুল বুটলি
মানৱ ফুলনিত সুগন্ধি বিলাই
প্ৰেৰণাৰ বহুপথ দিলে দেখুৱাই
বয়সে গচকিব পৰা নাই মনৰ ধেমালি
দিলে দেখুৱাই আশা ভৰা সেন্দূৰীয়া আলি
কবি-সাহিত্যিক ভাষাবিদ ৰূপে পৰিচিত
সকলোৰে শ্ৰদ্ধা আৰু বহুগুণে বিভূষিত।
আশী বছৰত ভৰি দিও দেউতাই
বাগ্‌দেৱীৰ আশিস নিৰ্মালি বিচাৰে সদায়
অটুট আয়ুসেৰে সকলোৰে লগত
চিৰদিন থাকক দেউতা আমাৰ মাজত
পৰম পিতাৰ চৰণত কাতৰেৰে কৰোঁ নিবেদন।। ●

# আমাৰ বৰদেউতা

শ্ৰীদীপংকৰ ভট্টাচাৰ্য্য

বছৰেকীয়া ছুটীত আহোতে বৰদেউতাৰ জন্মদিনত এখন কিতাপ ওলাব বুলি জানি বৰদেউতাৰ বিষয়ে দুআষাৰ লিখিবলৈ পাই নিজে ভাগ্যবান বুলি ভাবিছোঁ।

প্ৰখৰ মেধাসম্পন্ন, শিক্ষাবিদ, গঞ্জাসৰলতাৰে পুষ্ট বৰদেউতাৰ বিষয়ে বহু লিখিবলগীয়া আছে যদিও এই লিখনিৰে সামৰা টান।

ব্যক্তিগত আগ্ৰহ, একাগ্ৰতা আৰু অধ্যৱসায়ৰ বলতেই সকলো বিপদ বাধা নেওচি ব্যক্তিয়ে যে আকাংক্ষিত লক্ষ্যত উপনীত হ'ব পাৰে -- তাৰেই উদাহৰণ আমাৰ বৰদেউতা। বৰদেউতাই দীঘেলী গাঁৱৰ ঘৰৰ পৰা খোজকাঢ়ি খাল, ডোং পাৰ হৈ কেনেদৰে নলবাৰীৰ স্কুললৈ অহাযোৱা কৰিছিল -- এইবোৰ কাহিনী সৰুতে আমাক আবুৱে (আইতা) কৈ শুনাইছিল। বাৰিষাকালত জান-জুৰিবিলাক কলৰ ভুঁৰেৰে পাৰ হোৱা কথাবোৰ আমি সাধুকথা শুনাদি আগ্ৰহেৰে শুনিছিলো। এক নিম্নমধ্যবিত্ত পৰিয়ালত জন্ম লাভ কৰি অৰ্থসংকটৰ সন্মুখীন হৈও বৰদেউতাই বিদ্যাশিক্ষাৰ প্ৰতি প্ৰবল ইচ্ছাশক্তিৰে সকলো বাধা অতি কষ্টেৰে অতিক্ৰম কৰিছিল।

বৰদেউতাই গাঁৱৰ ঘৰলৈ আহিলে সৰুতে ভাইটি আৰু মোক গাৱঁৰ বিভিন্নজনৰ খা-খবৰ ল'বলৈ লগত লৈ গৈছিল। 'কোন, ক'ত্‌ কিয় বিখ্যাত' বুলি গাঁৱৰ ইমূৰৰ পৰা সিমূৰলৈ সকলোৰে কুশলবাৰ্ত্তা নিজে গৈ লৈ ফুৰে। বৰদেউতাৰ অতি প্ৰিয় ৰেডিঅ' শুনা -- যলৈকে নাযাওক কিয়, নিয়মিত ৰেডিঅ' শুনি ভালপায়, সদায় বাতৰিবোৰ শুনে। খেলৰ প্ৰতিও বৰদেউতাৰ ধাউতি আছে। দূৰদৰ্শনত আমাৰ লগত একেলগে বহি ক্ৰিকেট মেচ্‌ চাই তামচা-স্ফুৰ্ত্তি কৰে।

বৰদেউতাই এবাৰ গাঁৱৰ ঘৰলৈ আহোতে তেখেতৰ গৰ্ডন স্কুলৰ সহপাঠী সানেকুছিৰ শ্যামসুন্দৰ শৰ্মা আতাক আমাৰ ঘৰত লগ পাই পুৰণি স্মৃতিচাৰণ কৰি আছিল। স্বাধীনতা আন্দোলনৰ সময়ত স্কুলৰ সৰস্বতী পূজাৰ গান-পাৰ্টি চাবলৈ যাওতে গধূলি পুলিছে পাই দুয়োকে গোটেই ৰাতি হাজোতত কেনেকৈ ভৰাই মহৰ

কামোৰৰ গান-পাৰ্টি দেখুৱালে আমাক কৈ হুৱাইছিল। সৰুতে এবাৰ গুৱাহাটী দূৰদৰ্শনৰ ৯ আগষ্টৰ ভাৰত ত্যাগ আন্দোলন সম্পৰ্কীয় কথিকাত মোক লগত লৈ দূৰদৰ্শনৰ অনুষ্ঠান এটা কৰিছিল। ১৯৯৫ চনত বৰদেউতাই মোৰ উপনয়ন কৰাৰ এবছৰ পিছতে মই ভাৰতীয় বায়ুসেনাৰ কাৰিকৰী শাখাৰ ক্ষেপণাস্ত্ৰ বিভাগত ভৰ্ত্তি হ'বলৈ বাছনিত উঠাত বৰদেউতাই মোক দেশৰ প্ৰতিৰক্ষা বিভাগত চাকৰি কৰিবলৈ যথেষ্ট উৎসাহ-অনুপ্ৰেৰণা যোগায়।

বৰদেউতা স্বাস্থ্যৰ প্ৰতিও বৰ সচেতন। এতিয়াও ৰাতিপুৱা সোনকালে উঠি লিখা-পঢ়া কৰে, খোজ কাঢ়ে। মেল-মিটিঙলৈ যাব পালে আমাৰ বৰদেউতাৰ বৰ ৰং। বৰদেউতাই মানুহক ভাল পায় —সকলোধৰণৰ মানুহৰ লগত কথা-বতৰা পাতি আনন্দ উপভোগ কৰে। বৰদেউতা অধ্যয়ন প্ৰিয়, নিয়মিত গ্ৰন্থ অধ্যয়নত ব্যস্ত থাকে আৰু আনকো পঢ়া-শুনা কৰিবলৈ উৎসাহ যোগায়।



# ককাৰ সৈতে মোৰ সোণালী শৈশৱৰ স্মৃতি

শ্ৰীমনীষা ভট্টাচাৰ্য্য

মোৰ জন্ম ১৯৮৫ চনত। মই জনা হোৱাৰ পৰাই ককাক লগ পাওঁ। ঘৰৰ প্ৰথম নাতিনী হোৱা হেতুকে মই অতি মৰম আদৰৰ মাজত ডাঙৰ-দীঘল হওঁ। বিশেষকৈ মোৰ শৈশৱৰ দিনবোৰৰ বেছিভাগ সময় ককাৰ সৈতে কটাইছিলো। ককাৰ এই ৮০ তম জন্মদিন উপলক্ষে প্ৰকাশ কৰিব খোজা গ্ৰন্থখনিত মোৰ মৰমৰ ককাৰ বিষয়ে দুআষাৰ লিখিম বুলি ওলাইছোঁ।

সৰুৰেপৰা ককা মোৰ ভাল বন্ধুৰ নিচিনা আছিল। ৰাতিপুৱা শোৱাপাটিৰ পৰা উঠাৰেপৰা মই ককাৰ লগতে ব্যস্ত আছিলো। আমি দুয়ো চাহ-জলপান খাই ফুৰিবলৈ ওলাইছিলোঁ। প্ৰথমে পূজাৰ বাবে ফুল তোলো আৰু পিছত ককাৰ লগত দোকানলৈ গৈ লোজেন কিনি খাওঁ নাইবা তেখেতৰ বন্ধুৰ ঘৰলৈ ফুৰিবলৈ যাওঁ। ককাই মোক সৰুৰেপৰা বহু সৰু সৰু জানিব লগীয়া কথা শিকাইছিল যিবোৰ কথাই মোক পিছলৈ বহু সহায় কৰিছে। আমি ফুৰিবলৈ যাওঁতে বাটতে থকা কৰবী গছজোপাৰপৰা ফুল এটা চিঙি তাৰ মিঠা মৌ চুপিবলৈ শিকাইছিল আৰু ময়ো সেই মৌ খায় বৰ তৃপ্তি অনুভৱ কৰিছিলোঁ। ককাই আজৰি সময়ত তেখেতৰ পঢ়া-কোঠাতে কটাইছিল আৰু মোৰ সৰুৰেপৰা তেখেতে বহা পঢ়া-কোঠাৰ চকীখনত বহা ইচ্ছা আছিল। মই ককাক সুধিছিলোঁ ঃ 'মই তোমাৰ সৌ চকীখনত বহিব পাৰিমনে ?' ককাই মোক উত্তৰত কৈছিল যদি মই তেখেতৰ দৰে বৰো ভাষা শিকো তেতিয়াহে মই তাত বহিব পাৰিম আৰু চকীত বহাৰ আশাতে মই দুই-চাৰিটা বৰো শব্দ শিকিছিলোঁ। ককাই মোক মৰমেৰে কোচত তুলি লৈ মোৰ সপোন চকীত বহুৱাইছিল । মোৰ প্ৰায় তিনি-চাৰিবছৰমান বয়সতে ককাই মোক ৺ৰসেশ্বৰ শইকীয়া বৰবায়ন ছাৰৰ 'সঙ্গীত সত্ৰ' নামৰ নৃত্য-বাদ্য অনুষ্ঠানত নাম ভৰ্তি কৰাই দিয়াইছিল। আৰু প্ৰত্যেক শনিবাৰ-দেওবাৰে নিজে মোক লগত লৈ গৈ মোৰ নাচ শিকোৱা হোৱালৈ বৈ থাকে। আন এদিনৰ কথা । ১৯৮৮ চনত ককাৰ এটি দুৰ্ঘটনা সংঘটিত হৈছিল। মই তেতিয়া দেউতাই চাকৰি সূত্ৰে থকা নগাওঁলৈ কিছুদিনৰ

বাবে ফুৰিবলৈ গৈছিলোঁ। কিন্তু কেইদিনমানৰ পিছতে আমি গুৱাহাটীলৈ উভতিব লগা হৈছিল কাৰণ নলবাৰীত থকা খুড়াকৰ ঘৰত পিচলি পৰি ককাৰ ভৰিত ফ্ৰেকচাৰ হৈছিল। মই ককাৰ সেই অৱস্থা দেখি খু-উ-ব কান্দিছিলোঁ আৰু পিছত নিতৌ পুৱা-গধূলি ককাক নিজ হাতে দৰব খুৱাইছিলো। সেই সোণালী শৈশৱৰ দিনবোৰ মই কেতিয়াও পাহৰিব নোৱাৰোঁ।

মই জনা হোৱাৰপৰা ককাক পঢ়া-শুনাতে ব্যস্ত দেখিছোঁ। ককাই মোক কৈছিল কেনেদৰে তেখেতে কষ্টৰ মাজেৰে পঢ়িছিল। দিনত চাকৰি কৰি ৰাতি নৈশ কলেজত পঢ়ি তেখেতে এম এ পাচ কৰে। তাৰ পিছত তেখেতে বি. বৰুৱা কলেজত অধ্যাপনা কৰে।

ককাৰ কিছুমান কথা মন কৰিবলগীয়া । মোৰ এটা কথা ককাৰ বৰ ভাল লাগে যে তেখেতে বয়সৰ লগত কেতিয়াও হাৰ মানিব নোখোজে কাৰণ তেখেতে এতিয়াও কয় যে 'মই পচিশ বছৰীয়া যুৱক, বুঢ়া ককা নহয়।' সেইকাৰণে তেখেতে এতিয়াও সকলো কাম মনৰ উৎসাহেৰে কৰে। ককাৰ মনত কোনো সৰু-বৰ ভাব নাই আৰু ঘৰলৈ অহা প্ৰায়ভাগ মানুহক একাপ চাহ-বা এখন তামোল নোখোৱাকৈ যাবলৈ নিদিয়ে। মাজে সময়ে মোৰ বন্ধু-বৰ্গৰ মাজত ককাৰ বিষয়ে আলোচনা হয়। তেখেতে নানা মেল মিটিং আৰু বিভিন্ন আলোচনাত ভাগ লয়। মোৰ বন্ধুবৰ্গৰ মুখত ককাৰ বিষয়ে শুনিলে মই নিজকে গৌৰৱ অনুভৱ কৰো।

মই ককাৰ আদৰ্শ আৰু তেখেতৰ আশীৰ্বাদ লৈ মোৰ জীৱনৰ লক্ষ্যত উপনীত হ'বলৈ যত্ন কৰিম। শেষত ককালৈ মোৰ আন্তৰিক শ্ৰদ্ধা, মৰম আৰু জন্মদিনৰ শুভকামনাৰে তেখেতৰ সুস্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰি মোৰ লিখনিৰ সামৰণি মাৰিলোঁ।



# নাতিনীৰ দৃষ্টিত ককা

শ্ৰীপ্ৰতীশা ভট্টাচাৰ্য্য

১৯৯০ চনৰ পৰাই মই মোৰ ককাক লগ পাওঁ। আমাৰ ককাৰ ফালৰ কোনো কন্যা সন্তান নাছিল আৰু সেইবাবে মোক তেখেতে বৰ মৰম কৰি আহিছিল। ককাই মোক সৰুৰেপৰাই পঢ়াৰ কথা কৈছিল। মই জনা হোৱাৰ পৰাই ককাক ৰাতিপুৱাৰ পৰাই লিখা-পঢ়া কৰা দেখিছিলোঁ। ককাই কথাও কৈছিল আৰু লগতে লিখনিবোৰ লিখি গৈছিল। তেখেতে মোক ৰাতিপুৱা সোনকালে উঠি পঢ়িবলৈ পৰামৰ্শ দিছিল। সেইমতে মই তেওঁৰ কথা মানি লৈছিলোঁ। লাহে-লাহে মই ডাঙৰ হোৱাৰ লগে লগে তেখেতে মোক সদায় গধূলি ওচৰ-চুবুৰীয়াৰ ঘৰলৈ ফুৰাবলৈ লৈ গৈছিল। ঘূৰি আহোঁতে ককাই আমাৰ সকলোৰে কাৰণে খোৱা বস্তু লগত লৈ আহিছিল। ককাই মাজে সময়ে সভা-সমিতিলৈ গৈছিল আৰু আহোঁতে তেখেতে নানান উপহাৰবোৰ আমালৈ লৈ আহিছিল।

সেই উপহাৰবোৰ পাই মনত বৰ আনন্দ উপভোগ কৰিছিলোঁ । আমাৰ ঘৰলৈ অহা ককাৰ বন্ধুবিলাকৰ লগত মোক চিনাকি কৰি দিছিল। এই ক্ষেত্ৰত মই ককাৰ বন্ধুবিলাকক লগ পাই বৰ আনন্দ পাইছিলোঁ।

শ্ৰদ্ধেয় ককাৰ বিষয়ে মোৰ লিখিবলৈ বহুত বৈ গ'ল। সদৌ শেষত মই মোৰ ককাৰ মংগল কামনা কৰি মই মোৰ লিখনি সমাপ্ত কৰিছোঁ।



# মোৰ মৰমৰ ককা

## *(এটি লিমাৰিক)*

শ্ৰীঅনীষা ভট্টাচাৰ্য্য

ককা অ' ককা
দাড়ি চুলি পকা।
তামোল খাই খাই
পিক্ পেলাই থাকা।।

মিটিঙৰ কথা ক'লে
খুউব ভাল পোৱা।
সাজি কাচি ধুনীয়াকৈ
ওলাই গুচি যোৱা।।

তুমি মোক মৰম কৰা
খোৱা বস্তু আনা।
ৰাতি শোৱাৰ সময়ত
ঘোৰ্ ঘোৰ্াই থাকা।।

মই তোমাৰ নাতিনী
তোমাৰ লগত থাকো খেলি।
ধেমালিতে তুমি মোক
মাতা বিয়নী বুলি।।

ককা তোমাৰ জন্মদিনত
জনালো সেৱা।
জন্মদিনৰ কেক্ কাটি
আমাকো ভগোৱা।।

# ড° ভট্টাচাৰ্য্যৰ সামাজিক আৰু সাংস্কৃতিক চেতনা

শ্ৰীশশী শৰ্মা

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ সামাজিক আৰু সাংস্কৃতিক চেতনাৰ বিষয়ে বিচাৰ কৰাৰ আগতে নিজৰ ড° ভট্টাচাৰ্য্য বিষয়ক অভিজ্ঞতা আৰু জ্ঞানৰ সীমাবদ্ধতাৰ কথা মুক্ত কণ্ঠে স্বীকাৰ কৰিছোঁ। বয়সত তেখেততকৈ মই প্ৰায় ৮ বছৰে কনিষ্ঠ। তেখেতে গৰ্ডন স্কুল এৰে ১৯৪৩ চনত। মই গৰ্ডনস্কুলত ছাত্ৰৰূপে প্ৰবেশ কৰিছিলোঁ ১৯৪৪ চনত আৰু শিক্ষা সমাপ্তিৰ পিছত গৰ্ডনস্কুল এৰোঁ ১৯৫০ চনত। তেখেতে আজি ৮০ বছৰত ভৰি দিলে আৰু মই যোৱা অক্টোবৰত ৭২ বছৰত ভৰি দিছোঁ। আমাৰ গাঁৱৰ ঘৰৰপৰা তেখেতৰ দীঘলী গাঁৱৰ ঘৰ বৰ বেছিদূৰ নহয়; মাথো চাৰি মাইলমানৰহে দূৰত্ব। কিন্তু আমাৰ শৈশৱত বাট পথ এনে দুৰ্গম আছিল যে, অ'লৈ ত'লৈ যোৱা অহা কৰা আছিল এক প্ৰকাৰ দুঃসাধ্য ব্যাপাৰ। অৱশ্যে গৰ্ডন স্কুলত পঢ়িবলৈ লোৱাৰ পৰা আমি অন্যতম কৃতী গৰ্ডননিয়ান আৰু বিশেষকৈ সাহিত্য অনুৰাগীৰূপে তেখেতৰ বিষয়ে আৰ-তাৰ মুখে বহু কথা শুনিছিলোঁ। তেখেত দশম শ্ৰেণীত থাকোতেই আউনীআটী সত্ৰৰ দত্তদেৱ গোস্বামী ৰচনা প্ৰতিযোগিতাত অসমৰ ভিতৰতে প্ৰথম স্থান লাভ কৰি বঁটা লাভ কৰা বুলি জানিও আমি আনন্দিত পুলকিত হৈছিলোঁ আৰু তেখেতৰ প্ৰতি শ্ৰদ্ধাজনিত আকৰ্ষণো বাঢ়িছিল। অৱশ্যে গৰ্ডন পোৱাৰ আগতেও গৰ্ডন আৰু কলিকতা বিশ্ববিদ্যালয়ৰ বিদগ্ধ ছাত্ৰ আমাৰ ডাঙৰ পিতাৰ চতুৰ্থ ল'ৰা দীনেশ মিশ্ৰৰ মুখেও গৰ্ডনৰ কৃতীছাত্ৰ ভট্টাচাৰ্য্যৰ বিষয়ে ইটো-সিটো কথা জানিছিলোঁ। কিন্তু তেখেতক তেতিয়া সোঁশৰীৰে দেখা পোৱাই নাছিলোঁ। শাৰীৰিক ভাবে তেখেতক বোধহয় ১৯৫৫ চনৰ ডিচেম্বৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ গুৱাহাটী অধিবেশনত যে দেখাও পাইছিলোঁ আৰু সান্নিধ্যও লাভ কৰিছিলোঁ। সেই তেতিয়াৰ পৰা আমি কিছু পৰিমাণে ঘনিষ্ঠ হ'বলৈ ধৰোঁ। তেখেতে ডক্টৰেট উপাধি লাভ কৰাত আমি ইমান আনন্দ লাভ কৰিছিলোঁ যে তেখেতক আদৰি আনি দেৱীৰাম পাঠশালাৰ শ্ৰীগুৰু ভৱনত ৰাজহুৱাভাবে সম্বৰ্দ্ধনাও জনাইছিলোঁ। আৰু তেতিয়াই অনুভৱ হৈছিল যে

তেখেত সামাজিক ভাবে দায়বদ্ধ আৰু তেখেতৰ সাংস্কৃতিক চেতনাও আদৰ্শস্থানীয়।

এই কথা সকলোৱে জানে যে মানুহ মানেই কম-বেছি পৰিমাণে আনৰ চিন্তা আৰু শ্ৰমৰ ওপৰত নিৰ্ভৰশীল। গতিকে বিবেকী মানুহ মানেই আনৰ প্ৰতি অৰ্থাৎ সমাজৰ প্ৰতি দায়বদ্ধও। সেই কাৰণেই মানুহক সামাজিক জীৱ ৰূপে অভিহিত কৰা হয়। মানুহ সমাজৰেই সৃষ্টি। যিসকলক অৱতাৰী মহাপুৰুষ বা অতি মানৱ ৰূপে অভিহিত কৰা হয়, সেই সকলো মূলতঃ সমাজৰেই সৃষ্টি। আনকি ঈশ্বৰ-ভগৱান সত্তাৰ প্ৰবৰ্তক বা উদ্ভাৱকো জানো মানুহেই নহয়! এই মানুহ ক্ষুদ্ৰ মানুহ, এই মানুহ বিৰাট মানুহ। সাধাৰণ অৰ্থত ব্যক্তি সত্তাই ক্ষুদ্ৰ মানুহ আৰু সমূহীয়া বা সামাজিক সত্তাই বিৰাট মানুহ। কিন্তু বিশেষ অৰ্থত, যি মানুহ কেৱল আত্মকেন্দ্ৰী, নিজত বাজে আনৰ কথা নাভাবে, চিন্তা-চৰ্চা নকৰে, কষ্ট বৰণ নকৰে, তেনে মানুহহে প্ৰকৃততে ক্ষুদ্ৰ মানুহ। আৰু যি মানুহে নিজৰ লগতে সমষ্টি বা সমাজৰ কল্যাণৰ অৰ্থে আত্মনিয়োগ কৰে, আনকি সেই কামত স্বাৰ্থান্ধ ক্ষুদ্ৰ মানুহে সৃষ্টি কৰা, সকলোপ্ৰকাৰৰ প্ৰতিবন্ধকতা, প্ৰলোভন আদিক হেলাৰঙে নেওচি, সমূহৰ কল্যাণসাধনত অটল হৈ থাকে, তেনে মানুহকো বুলিব পাৰি বিৰাট মানুহ। এই বিৰাট মানুহ ৰূপে অখ্যাযিত কৰিব পৰা মানুহবিলাকক‌ে বুলিব পাৰি সামাজিক ভাবে দায়বদ্ধ আৰু সংস্কৃতি সম্পন্ন ব্যক্তি।

ড° ভট্টাচাৰ্য্য এটা সংস্কৃত পণ্ডিতৰ পৰিয়ালতে উপজিছিল আৰু সাধাৰণতে তেখেত ওপজাকালৰ প্ৰায়বিলাক সংস্কৃত পণ্ডিতেই আছিল কম বেছি পৰিমাণে ৰক্ষণশীল। অৱশ্যে ব্যতিক্ৰমধৰ্মী পণ্ডিতো যে নাছিল তেনে নহয়। উদাহৰণ স্বৰূপে বৰখলাৰ বিদগ্ধ সংস্কৃত পণ্ডিত কৃষ্ণদত্ত বুজৰবৰুৱালৈয়ে আঙুলিয়াব পাৰি। তেওঁ বামুণে হালবোৱা কাৰ্য্যৰ পক্ষত থিয় দি প্ৰচাৰ কাৰ্য্য চলাবলৈও এৰা নাছিল। অৰ্থাৎ তেওঁ বৰ্ণবাদৰ বিৰোধী আছিল। ড° ভট্টাচাৰ্য্যৰ পিতাক শংকৰচন্দ্ৰ ভট্টাচাৰ্য্য কৰ্মকাণ্ডী পুৰোহিত আছিল বুলিয়ে জনা যায়। তেখেতৰ মানসিকতাৰ বিষয়ে মোৰ কোনো স্পষ্ট অভিজ্ঞতা নাই। কিন্তু যিহেতু বিংশশতিকাৰ আগছোৱাৰ 'বামুণ পুৰোহিত আছিল গতিকে কিছু নহয় কিছু যে ৰক্ষণশীল আছিল, সেই কথাত সন্দেহৰ থল নাই। আমি স্কুলীয়া ছাত্ৰ কালত শুনা কথা যে, ড° ভট্টাচাৰ্য্যৰ ভনীয়েক এজনীক বিয়াৰ ক্ষেত্ৰত বৰ্ণ বৈষম্যই প্ৰতিবন্ধকতাৰ সৃষ্টি কৰি অশান্তিৰ সৃষ্টি কৰিছিল। কিন্তু পিছৰ কালত দেখা গ'ল যে ড° ভট্টাচাৰ্য্যৰ জীৱনত বৰ্ণ বৈষম্য বা সম্প্ৰদায় বৈষম্যৰ ভেদাভেদ বহু পৰিমাণে তিৰোহিত হ'ল। ই নিশ্চয় পৰিবৰ্তিত সামাজিক পৰিস্থিতি আৰু উচ্চ শিক্ষা আৰু কৰ্ম সংস্থানে সম্পৰ্ক ঘটোৱা বহল-ব্যাপক সমাজখনৰ সান্নিধ্যৰ ফলেই হ'ব। অনুভৱ কৰিব পাৰি যে, ড° ভট্টাচাৰ্য্যৰ জীৱন যেন ক্ৰমে ব্যাপকতৰ সমাজৰ লগত সম্পৰ্কিত হোৱাৰ লগে লগে জন্মৰ

গাঁৱৰ ঠেক পৰিসৰৰ পৰা ক্ৰমে উৰ্দ্ধমুখী হ'বলৈ ধৰে। অৱশ্যে এই কথাও সত্য নহয় যে, শৈশৱৰ গাঁৱৰ জীৱনে তেওঁক একো দিয়া নাছিল। মন কৰিব লগা মহাসত্য এয়ে যে, তেওঁৰ জন্মৰ সময়তো গাঁৱলীয়া জীৱন আছিল অকৃত্রিম, গতিকে সুসংস্কৃত। সভ্যতাত তেওঁলোক নগৰ-চহৰতকৈ অৱনত আছিল ঠিকেই, কিন্তু দন্দ্বত কুৰুলিপিতা সত্বেও তেওঁলোক আছিল সংস্কৃতি সম্পন্ন। কাৰণ তেওঁলোকৰ লুকাবলৈ একোৱেই নাছিল। সংস্কৃতিৰ উপাদান গীত-মাত, সাধু-যোজনা-ফকৰা আদিৰ মেটমৰা ভৰাঁল আছিল গাঁও। ওজাপালি, ঢুলীয়া, খুলীয়া, পুতলা, নামগোৱা আৰু সংকীৰ্তনীয়া দলে গাঁও মুখৰিত কৰি ৰাখিছিল। ড° ভট্টাচাৰ্য্যৰ লোক সংস্কৃতি আৰু লোক সাহিত্য চৰ্চাৰ মূল প্ৰেৰণা সেই শৈশৱৰ গাঁৱেই। নিজে নাখায়ো আনক খুওৱা, 'দিলেহে পায়' দৰ্শনৰ অনুগামী গাঁৱলীয়া জীৱনে ড° ভট্টাচাৰ্য্যৰ জীৱনৰ বুনিয়াদ গঢ়ি তুলিছিল বুলি অনুমান কৰা ভুল হ'ব নোৱাৰে। নলবাৰী গৰ্ডন হাইস্কুলৰ পৰিৱেশে যে তেখেতক উচ্চাকাংক্ষী কৰি তুলিছিল, তাত লেশ মানো সন্দেহৰ থল নাই। তেতিয়াৰ গৰ্ডন স্কুলৰ শিক্ষকসকল আছিল বিশিষ্ট পণ্ডিত। ছাত্ৰসকলো আছিল বিশিষ্ট। ড° ভট্টাচাৰ্য্য ১৯৪৩ চনত প্ৰবেশিকা মহলাত উঠে। তাৰ আগতে ১৯৪১ চনত কৈলাশ চন্দ্ৰ ভট্টাচাৰ্য্যই কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰত প্ৰৱেশিকা মহলাত প্ৰথমজন আৰু ১৯৪২ চনত দীনেশ চন্দ্ৰ মিশ্ৰই তেতিয়াৰ অবিভক্ত অসমত প্ৰথম আৰু কলিকতা বিশ্ববিদ্যালয়ত পঞ্চম স্থান লাভ কৰি প্ৰবেশিকা মহলাত উঠে। সিবোৰে যে তেতিয়াৰ নলবাৰীত এক বিশেষ শৈক্ষিক আলোড়নৰ সৃষ্টি কৰিছিল তাত সন্দেহৰ থল নাই। ড° ভট্টাচাৰ্য্য গুৱাহাটী বি. বৰুৱা কলেজৰ ছাত্ৰ, প্ৰবক্তা, অধ্যক্ষ আছিল। তাত তেখেতে শিক্ষক আৰু সহকৰ্মীৰূপে লাভ কৰিছিল হেম বৰুৱাক, সুৰেন্দ্ৰ মোহন দাস আৰু বহুতক। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাত শিক্ষকৰূপে পাইছিল ড° বাণীকান্ত কাকতি, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰ নাথ শৰ্মা প্ৰভৃতি বিশিষ্ট গৱেষক পণ্ডিতসকলক। ড° প্ৰফুল্ল দত্ত গোস্বামীৰ সান্নিধ্য ড° ভট্টাচাৰ্য্যৰ জীৱনৰ আন এটা উল্লেখযোগ্য ঘটনা। ১৯৫৪-৬০ চনলৈ তেওঁ পুনাৰ ডেক্কান কলেজত আৰু আগ্ৰাবিশ্ববিদ্যালয়ৰ কেন্দ্ৰীয় হিন্দী সংস্থানত ভাষাশিক্ষা বিষয়ক প্ৰশিক্ষণ লাভ কৰাৰ কালতো সৰ্বভাৰতীয় বিশিষ্ট পণ্ডিতসকলৰ ঘনিষ্ঠ সান্নিধ্যলৈ আহিছিল। ১৯৭৯ চনত তেখেতে পেৰিছত অনুষ্ঠিত দ্বাদশ আন্তঃৰাষ্ট্ৰীয় চীন-তিব্বতীয় ভাষা আৰু ভাষাবিদ সম্মিলনত যোগদান কৰে আৰু ১৯৯৬ চনত হলেণ্ডৰ লীডেনত বহা ঊনবিংশ আন্তঃৰাষ্ট্ৰীয় চীন-তিব্বতীয় ভাষা আৰু ভাষাবিদ সম্মিলনতো যোগদান কৰে। ইয়ে যে ড' ভট্টাচাৰ্য্যৰ মানসিকতাৰ ক্ৰমবিকাশত অতুল প্ৰভাৱ বিস্তাৰ কৰিছিল, তাৰ ব্যাখ্যা নিশ্চয় নিষ্প্ৰয়োজন। গুৱাহাটী আৰু অসমৰ কত শত অনুষ্ঠান প্ৰতিষ্ঠানৰ লগতে

যে তেখেত বিজৰিত নহয়! আজি ১৬ ফেব্ৰুৱাৰীৰ দিনা (২০০৪) আশী বছৰত ভৰি দিয়া ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য নিঃসন্দেহে এই বিশাল সমাজখনৰে সৃষ্টি। প্ৰকৃততে মানুহ মানেই সমাজৰ সৃষ্টি। উদাৰ দৃষ্টিৰে বিচাৰ কৰিবলৈ অভ্যস্ত হ'লে স্বাভাৱিকতে অনুভৱ হয় যে মানুহৰ পৌৰুষৰো মূল প্ৰেৰণা সমাজ। মানুহে যি খায়, যি পিন্ধে, যি পঢ়ে, এই সকলোৱেতো সামাজিক মানুহৰে হাত আৰু মূৰৰে সৃষ্টি। সভ্যতা আৰু সংস্কৃতিৰ সকলো উপাদান সমাজৰে অবদান। মহাজ্ঞানী, মহাধ্যানী, মহাবিজ্ঞানীসকলো মূলতঃ সমাজৰ সৃষ্টি। সমাজেই মানুহৰ পিতৃ-মাতৃ সকলো। আনকি মানুহৰ বিবেক-বিবেচনাৰ মূলতো আছে সমাজেই। এই কথা আগতেও কৈ অহা হৈছে। মানুহ জীৱ শ্ৰেষ্ঠ, কাৰণ মানুহ বিবেকী; মানুহ বিচাৰ-বিবেচনাসম্পন্ন জীৱ। জন্মৰ তিনিমাহৰ পৰা মস্তিস্ককোষ গঠন হ'বলৈ লয় আৰু তেতিয়াৰপৰা মানুহে কম-বেছি পৰিমাণে বিবেচনা শক্তিও আয়ত্ত কৰে। বিবেকী মানুহে অনুভৱ কৰে যে তেওঁ সমাজৰ সৃষ্টি, সমাজেই মানুহৰ পিতৃ-মাতৃ। গতিকে বিবেকী মানুহ হয় সমাজৰ প্ৰতি দায়বদ্ধ, সমাজৰ সৰ্বাত্মক বিকাশ সাধন হয় বিবেকী মানুহৰ ধ্যান-ধাৰণাত। বিবেক-বিবেচনাহীন মানুহ প্ৰকৃততে পশুতুল্য। অবিবেকী মানুহ হয় আত্মকেন্দ্ৰী, আত্মকেন্দ্ৰী বা আত্মসৰ্বস্ব মানুহ পশুৰপৰা বিশেষ পৃথক নহয়।

ড° ভট্টাচাৰ্য্যক আমি স্কুলীয়া ছাত্ৰ কালৰে পৰা জনামতে কম-বেছি পৰিমাণে আছিল সামাজিকভাবে দায়বদ্ধ। তেখেত গৰ্ডন স্কুলৰ ছাত্ৰ একতা সভাৰ সম্পাদক আছিল। তাৰ দ্বাৰা ছাত্ৰ সমাজৰ সামূহিক উৎকৰ্ষতা সাধনত নেতৃত্ব বহন কৰিছিল। আজিও এক বিশিষ্ট সংখ্যক পণ্ডিতে লোক সংস্কৃতি, লোক সাহিত্যক হীন চকুৰে চাবলৈ এৰা নাই। তেওঁলোক শিষ্ট সংস্কৃতি, শিষ্ট-সাহিত্যৰ সেৱক। তেওঁলোকে অনুভৱেই নকৰে যে শিষ্ট সাহিত্য, শিষ্ট সংস্কৃতিৰ ভেটি লোক সাহিত্য-লোক সংস্কৃতি। এনে বিশিষ্ট সাহিত্যিক-সমালোচকো পাইছোঁ যিয়ে লোক সাহিত্য, লোক সংস্কৃতিক উপলুঙা কৰে; সমাজ অধ্যয়নৰ বিশিষ্ট ভেটি সাধুকথা বোলে কেৱল ধোৱাময়। সেই অংশই জনজাতীয় ভাষা-সাহিত্য-সংস্কৃতিকো কৰি আহিছে কেৱল অৱহেলা, কেৱল অৱমাননা। এনে দৃষ্টি আৰু দৰ্শনে সামাজিক অশান্তি, ঈৰ্ষা-অসূয়া, হিংসা, ঘৃণা বৃদ্ধিত কিদৰে ক্ৰিয়া-প্ৰতিক্ৰিয়া কৰি আহিছে, সেই বিষয়ে চিন্তা কৰাৰ আৱশ্যকতাও, শিষ্ট সাহিত্য আৰু সংস্কৃতিৰ প্ৰবক্তাসকলৰ বহুতেই অনুভৱ নকৰে। ড° ভট্টাচাৰ্য্য এই ক্ষেত্ৰত ব্যতিক্ৰম। তেখেতৰ 'অসমৰ লোক উৎসৱ' বোলা গ্ৰন্থখনে অনুভৱ কৰিবলৈ দিয়ে যে তেখেত লোকসমাজৰ প্ৰতি দায়বদ্ধ। অশেষ চেষ্টা-শ্ৰম কৰি লোক উৎসৱৰ সাথ-আমতীৰেপৰা বিহু-পচেতীলৈ বহু উৎসৱৰ যথাসম্ভৱ উৎপত্তি, বিকাশ, বিস্তৃতিৰ আলোচনাৰে এই গ্ৰন্থ সমৃদ্ধ। তেখেতৰ অত' ত'ত প্ৰকাশিত প্ৰবন্ধাৱলীৰ উপৰি বিভিন্ন সভা-সমিতিত প্ৰদান কৰা ভাষণাৱলীও ঘাইকৈ লোকসংস্কৃতি, লোকসাহিত্য ভিত্তিকহে। অসম

সাহিত্য সভাৰ মাকুম অধিৱেশনৰ আলোচনাচক্ৰৰ তেখেত সভাপতি, অভিভাষণ বিষয় হ'ল- 'অসমীয়া সাহিত্যত লোক সংস্কৃতিৰ প্ৰভাৱ'। অতুল চন্দ্ৰ বৰুৱা স্মাৰক বক্তৃতামালাৰ প্ৰথম বক্তৃতা প্ৰদান কৰি অতুলচন্দ্ৰ বৰুৱাক লোক সাহিত্যিক ৰূপেৰে প্ৰতিষ্ঠা কৰিছে। অনুসন্ধিৎসু সকলে জানে যে তেওঁ য'তেই বক্তৃতা প্ৰদান কৰিছে, ত'তেই সুৰুঙা উলিয়াই লৈ, লোক সাহিত্য-লোক সংস্কৃতিত আলোকপাত কৰিহে এৰিছে। যিয়ে অনুভব কৰিবলৈ দিয়ে যে ড° ভট্টাচাৰ্য্য সমাজৰ প্ৰতি আকৃষ্ট আৰু সামাজিক ভাবে দায়বদ্ধ। লোক সাহিত্য-লোক সংস্কৃতিৰ প্ৰতি সশ্ৰদ্ধ ভাবে দায়বদ্ধ নোহোৱাহেঁতেন ই সম্ভৱপৰ নহ'লহেঁতেন।

ড° ভট্টাচাৰ্য্য লোক ভাষাৰ প্ৰতিও সশ্ৰদ্ধ। সাম্ৰাজ্যবাদী শাসক হোৱাৰ সত্বেও একাংশ ইংৰাজেই উত্তৰ পূৰ্বাঞ্চলকে ধৰি সমগ্ৰ ভাৰতৰ লোকভাষাৰ বিজ্ঞানসন্মত বিচাৰ বিশ্লেষণৰ ওপৰত আধুনিক যুগত, গুৰুত্ব আৰোপ কৰে। এই ক্ষেত্ৰত গ্ৰীয়েৰছনৰ নাম চিৰস্মৰণীয়। তেওঁৰ 'ভাৰতীয় ভাষাৰ জৰীপ' (Linguistic Survey of India) সমগ্ৰ ভাৰতৰ ভাষাসমূহৰ বিচাৰ সম্বলিত এক অমূল্য মহাগ্ৰন্থ। বিদেশী ইংৰাজ পণ্ডিত গৱেষকে চকুত আঙুলি দি দেখুৱাই দিয়াৰ পিছতহে ভাৰতীয় পণ্ডিত গবেষক সকল সৰু-বৰ ভাষা গোষ্ঠী সমূহৰ অধ্যয়ন আৰু গৱেষণাৰ প্ৰতি ক্ৰমে ক্ৰমে আগ্ৰহী হ'বলৈ লয়। এই পণ্ডিতসকলৰো অনেকেই সংস্কৃতমূলীয় ভাষা-গোষ্ঠীসমূহৰ অধ্যয়ন-গবেষণাত হে মনোনিৱেশ কৰিছিল। চীন-তিব্বতীয় অৰ্থাৎ কিৰাত-মংগোল ভাষা-গোষ্ঠীৰ ভাষাসমূহক প্ৰায়েই আলোচনা গৱেষণাৰ গণ্ডীলৈ অনাৰ আৱশ্যকতা অনুভৱ কৰা নাছিল। অথচ সমগ্ৰ ভাৰতৰে আধুনিক ভাষা সমূহত সংস্কৃত অৰ্থাৎ আৰ্য্য ভিন্ন কিৰাত-মংগোল, দ্ৰাবিড়ী, অষ্ট্ৰিক প্ৰভৃতি ভাষাগোষ্ঠীৰ প্ৰভাৱ অতুলনীয়। এই কথাও অনুসন্ধিৎসু মানেই জানে যে, ভাৰতীয় আধুনিক ভাষা সমূহৰ গঠন বিষয়ক এই সত্যৰ প্ৰতিও পোন প্ৰথম বিদেশী ইংৰাজ ভাষা গৱেষকেই দৃষ্টি আকৰ্ষণ কৰে। ড° বাণীকান্ত কাকতিৰ গৱেষণা গ্ৰন্থ 'অসমীয়া ভাষাৰ গঠন আৰু বিকাশ' (Assamese Its Formation and Development) খনেও জানো এই মহাসত্যৰ চানেকিকে দাঙি দৰা নাই ? ড° ভট্টাচাৰ্য্যই নিশ্চয় অনুভৱ কৰিব পাৰিছিল যে উত্তৰ পূব ভাৰত তথা অসম অঞ্চল চীন-তীব্বতীয় কিৰাত-মংগোল প্ৰজাতিৰ লোকসকলৰদ্বাৰা অধ্যুষিত অঞ্চল। তেওঁলোকৰ নিজস্ব ভাষা-সাহিত্য-সংস্কৃতি বিদ্যমান। উচ্চবৰ্ণ আৰু অভিজাত ভাষা-সাহিত্য-সংস্কৃতিৰ ধাৰক আৰু বাহক ৰূপে পৰিচিতসকলৰ এক বিশিষ্ট সংখ্যকে চীন-তিব্বতীয় ভাষা-গোষ্ঠীসমূহক অৱহেলা আৰু উপেক্ষা কৰাৰ ফলত মানসিক সংঘাত চলি থকাও স্বাভাৱিক হৈ পৰিছিল। জাতীয় তথা ৰাষ্ট্ৰীয় ঐক্য-সংহতিত সিয়ে যে আঘাত হানি আছে, তাকো ড° ভট্টাচাৰ্য্যই নিশ্চয় অনুভৱ কৰিব পাৰিছিল। তেখেত ভাববাদী নহয়, বাস্তৱবাদী। সেই অৱহেলা-অৱমাননাৰ

কিঞ্চিৎ পৰিমাণে হ'লেও অৱসান ঘটাই, সম্প্ৰীতি আৰু মৰম-শ্ৰদ্ধাৰ পৰিৱেশ গঢ়ি তোলাৰ আকাংক্ষাৰেই সম্ভৱ তেখেতে ডক্টৰেট উপাধিৰ কাৰণে গৱেষণাৰ বিষয়বস্তুৰূপে নিৰ্বাচন কৰি ললে 'বৰোভাষাৰ বিৱৰণমূলক অধ্যয়ন' (Descriptive Analysis of the Boro Language)। আমি জনাত ড° ভট্টাচাৰ্য্যৰ এই গৱেষণা গ্ৰন্থখনেই বৰো ভাষা বিষয়ক প্ৰথম গৱেষণা গ্ৰন্থ। এই বৰোসকলৰে 'লোক গীত আৰু সাধু' বিষয়ক ইংৰাজীত ৰচনা কৰা গ্ৰন্থ 'Baro Folk Songs and Tales' খনেও ড° ভট্টাচাৰ্য্যৰ বৰো জনজাতিৰ ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি থকা আন্তৰিক শ্ৰদ্ধাৰ নিৰ্দশন দাঙি ধৰে। ড° ভট্টাচাৰ্য্যই 'উত্তৰ পূৰ্বাঞ্চলৰ ভাষাসমূহৰ স্বৰূপ' (Aspects of North East Indian Languages) বোলা বিশিষ্ট গ্ৰন্থখন প্ৰণয়ন কৰিও উত্তৰ পূব ভাৰতৰ ভিন ভিন সৰু বৰ ভাষা-গোষ্ঠীসমূহৰ পৰিচয়মূলক বিজ্ঞানসন্মত আলোচনাৰে এক বিশিষ্ট সামাজিক দায়িত্বই পালন কৰিছে। এনে কাম উলা-মূলা-তুলা খুন্দা ব্যাপাৰ নহয়; তাৰ কাৰণে যথেষ্ট চিন্তা-চেষ্টা-শ্ৰম কৰিবলগাত পৰিছে। ড° ভট্টাচাৰ্য্য জীৱনৰ প্ৰায় আধা শতিকা কাল জনজাতীয় ভাষা-সাহিত্য-সংস্কৃতিৰ অধ্যয়ন আৰু গৱেষণাত পাত কৰিছে।

ড° ভট্টাচাৰ্য্যই নিজক নানা অনুষ্ঠান-প্ৰতিষ্ঠান আৰু সংগঠনৰ লগত দীৰ্ঘকাল যুৰি জৰিত কৰি আহিছে আৰু সক্ৰিয় ভাবে অংশ গ্ৰহণ কৰিও আহিছে। গুৱাহাটী আলোচনা চক্ৰৰ লগতো প্ৰায় আধা শতিকা কাল সক্ৰিয়ভাবে জৰিত আৰু নেতৃত্বত অধিষ্ঠিত হৈ আহিছে। ১৯৬৯ চনতে সংগঠিত 'অসম জনকৃষ্টি সমাজ' (Folklore Society of Assam) ৰ তেখেত্ প্ৰতিষ্ঠাপক সম্পাদক আৰু সম্প্ৰতি এটা যুগ ব্যাপী সেই জনকৃষ্টি সমাজৰ সভাপতিৰ বাব বহন কৰি আহিছে। ই এটা প্ৰগতিশীল জীৱন্ত আৰু প্ৰবহমান সংগঠন। এনে আৰু বহু নিৰ্দশন দাঙি ধৰি দেখুৱাব পাৰি যে ড° ভট্টাচাৰ্য্য এগৰাকী সামাজিক ভাবে দায়বদ্ধ বিশিষ্ট ব্যক্তি।

কোনো দুৰ্মুখে ক'ব পাৰে যে ইবোৰে তেওঁক দিছে সামাজিক প্ৰতিপত্তি আৰু সন্মান; নিজক অমৰ কৰাৰ ছলনা। যদি কোনো এনে অপহৃতা দুৰ্মুখ আছে, তেনেহ'লে, তেওঁলোকে জনা উচিত যে, সমূহৰ কল্যাণ সাধিবলৈ মন-প্ৰাণ সপি দিলে, বিচাৰিব নালাগে, মান-সন্মান স্বতঃপ্ৰণোদিত ভাবেই আহে, সামাজিক প্ৰতিপত্তিও স্বাভাৱিকতে বাঢ়ে। ড° ভট্টাচাৰ্য্য অসমীয়া ভাষাতকৈও যেন অসমৰ বৰো ভাষীসকলৰ মাজত হে বেছি জনপ্ৰিয়। কাৰণ তেখেতে বিজ্ঞানসন্মত গৱেষণাৰে বৰো ভাষাক এটা বিশেষ মান্যতা দান কৰিছে। বছৰৰ পিছত বছৰ বিয়পা চেষ্টা-শ্ৰম আৰু গৱেষণাৰে তেখেতে যি গৱেষণা গ্ৰন্থ ৰচনা আৰু প্ৰকাশ কৰিলে, সিয়ে বৰো ভাষা বিষয়ক অধ্যয়ন-গৱেষণাৰে পথ মোকোলাই দিলে। ই সামান্য কথা নহয়। উচ্চমন্যসকলৰদ্বাৰা অৱহেলিত আৰু উপেক্ষিত ভাষা-সংস্কৃতিৰ প্ৰতি সুগভীৰ আন্তৰিকতাৰে শ্ৰদ্ধা-সন্মান প্ৰদৰ্শন কৰা ড° ভট্টাচাৰ্য্যৰ কাৰ্য্য জাতীয় ঐক্য-

সংহতি, শ্ৰদ্ধা-সম্প্ৰীতিৰ প্ৰতি অনুগত অৱদান। ইবোৰে স্বাচ্ছন্দ্যপূৰ্ণ ভাবে অনুভৱ কৰিবলৈ দিয়ে ড° ভট্টাচাৰ্য্যৰ সামাজিক আৰু সাংস্কৃতিক চেতনা। সংস্কৃতি যদি জীৱন নিৰ্বাহ পদ্ধতিয়ে হয়, তেনেহ'লে সমাজ জীৱনৰ শান্তি-সম্প্ৰীতি, ঐক্য-সংগতিৰ কাৰণে জীৱন উচৰ্গা কৰা কাৰ্য্যক উচ্চ স্তৰৰ সাংস্কৃতিক চেতনাৰ নিদৰ্শন নুবুলি নোৱাৰি।

ড° ভট্টাচাৰ্য্যই যি কৰিছে, নিশ্চয় সিয়েই সৰ্বশেষ নহয়, সি পথ প্ৰদৰ্শক হে। সমগ্ৰ অসমৰ জাতি-জনজাতিৰে ধৰি সমূহৰ উত্তৰোত্তৰ বিকাশৰ অৰ্থে তেখেতে সেই স্কুলীয়া ছাত্ৰ কালৰেপৰা যিদৰে নেৰানেপেৰাকৈ বিশিষ্ট অৰিহণা আগবঢ়াই আহিছে আৰু সম্প্ৰতিও কৰ্মব্যস্ত হৈয়ে আছে, সিয়ে অনুভৱ কৰিবলৈ দিয়ে যে, তেখেত সংস্কৃতি সম্পন্ন মনৰ অধিকাৰী, নিজৰ লগতে বহল সমাজৰ উত্তৰোত্তৰ বিকাশসাধন যেন ড° ভট্টাচাৰ্য্যৰ জীৱনৰ লক্ষ্য।



# ড° ভট্টাচাৰ্য্যৰ মানৱ-প্ৰীতি

শ্ৰীভৃগু মুনি

"শ্ৰদ্ধাৱান লভতে জ্ঞানম্"। আমাৰ পৰম শ্ৰদ্ধাভাজন, গুণী-জ্ঞানী, চিৰ-পূজ্য গুণগ্ৰাহীসকলো অগ্ৰজসকলৰ গুণানুকীৰ্ত্তন কৰা, স্মৃতিৰোমন্থন কৰাটো অনুজসকলৰ পৰম-পৱিত্ৰ পালনীয় কৰ্ত্তব্য , তাকে নকৰিলে আমি চিৰ-দায়বদ্ধ ৰোষত পৰি ৰম।

বঙ্গীয় কবি চণ্ডিদাসৰ দৰ্শনৰ লগত সুৰ মিলাই কব পাৰি ঃ "শুনহ মানুষ ভাই, সবাৰ ওপৰে মানুষ সত্য, তাহাৰ ওপৰে কেও নাই"; মানুহেই দেৱ, মানুহেই সেৱ, মানুহ বিনে নাই কেও, মানৱক সেৱা কৰিলে ঈশ্বৰক সেৱা কৰা হয়, সেয়া *শ্ৰীমৎভাৱগত*ৰ চিৰন্তন আধ্যাত্মিক দৰ্শন।

পৰম-পূজ্য শ্ৰদ্ধাভাজন ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য তেনে এজন মহান মানৱতাবাদী পুৰুষ। ১৯৬৬ চনৰ মে'ই মাহৰপৰা চা-চিনাকি হ'বৰপৰা মোক সদায়েই ভাষা-সাহিত্য-সংস্কৃতি বিষয়ৰ লেখা-পঢ়াৰ ক্ষেত্ৰত উৎসাহ-উদ্‌গনি দি আহিছে, আমি দুয়ো প্ৰকৃততে একে পন্থী, অৰ্থাৎ ভট্ট মহাশয়ে অন্য এক মাতৃভাষীৰ (শিক্ষকতা এৰি সাংবাদিকতালৈ আহি) বিপুল চৰ্চ্চাৰে প্ৰবন্ধকাৰ হ'বলৈ প্ৰয়াস কৰি আগবাঢ়িলোঁ, আমাৰ দুয়োজনৰ কাৰণে এক জটিল সমস্যাৰো সৃষ্টি নোহোৱাকৈ কথা নাছিল।

ভট্টাচাৰ্য্য মহাশয় কিৰাত-মঙ্গোলীয় ভাষা-চৰ্চ্চাৰ ক্ষেত্ৰত উৎসাহ জনোৱাই নহয় পথ প্ৰদৰ্শকো আৰু প্ৰকৃততে বিশাল বিস্তৃত কিৰাত-মঙ্গোলীয় জনগোষ্ঠীয় ভাষা-চৰ্চ্চাৰি ক্ষেত্ৰত আমাৰ বাটকটীয়া, ভাষা-বিজ্ঞানৰ সূত্ৰ, পথ প্ৰদৰ্শনৰ ক্ষেত্ৰত অনন্য।

তিব্বত বৰ্ম্মী ভাষা গোষ্ঠী, মঙ্গোলীয় আদি শব্দৰ প্ৰয়োগে বিৰাট — 'চীন-কিৰাত-মঙ্গোলীয়' সমগ্ৰ জনগোষ্ঠীৰ ভাষা-সাহিত্য-সংস্কৃতিক সামৰি লোৱা যেন নালাগে (জনজাতি-ট্ৰাইবেল শব্দবোৰ প্ৰযোজ্য নহয়), গতিকে 'কিৰাত-মঙ্গোলীয়' শব্দৰে প্ৰকাশ কৰাটো প্ৰায়োগিক।

ইতিহাসৰ পমখেদি চালে প্ৰাকঐতিহাসিক যুগৰেপৰা মহাচীনৰ মঙ্গোল বা মঙ্গোলীয় অঞ্চলৰপৰা বিভিন্ন জনগোষ্ঠীয়ে বিভিন্ন পথেৰে পৃথিৱীৰ বিভিন্ন প্ৰান্তৰলৈ প্ৰব্ৰজনেৰে বসতি বিস্তাৰ কৰিছিল, আনকি সাম্প্ৰতিক কালতো প্ৰব্ৰজন বিস্তাৰ কৰিয়ে আছে সেয়া কিৰাত মঙ্গোলীয় জনগোষ্ঠীৰ জন্মজ চাৰিত্ৰিক গুণ।

চীন-কিৰাত-মঙ্গোলীয় বুলিলে বিশাল বিস্তৃত জনগোষ্ঠীৰ বংশলতিকা, বংশোদ্ভৱ বংশলতাৰ বিচাৰত (আৰ্য্য আৰু ককেচীয়সকল জম্মু-কাশ্মীৰত) ভাৰতৰ্বৰ চৌদিশত উত্তৰ-পূৰ্বাঞ্চল আৰু দক্ষিণ পূৰ্বাঞ্চলত বসতি বিস্তাৰ কৰি বিস্তৃতি লাভ কৰি থকা একাধিকক্ৰমে চিকিম, নেপাল, ভূটান, অৰুণাচল, মাজতে নৰকাসুৰ-ভগদত্তৰ ৰাজ্য, বাণৰ ৰাজ্য শোণিতপুৰ, পূব-পাদদেশত চুতীয়া ৰাজ্য ভীষ্মকৰ কুণ্ডিল নগৰ, (ৰুক্মিণী-শ্ৰীকৃষ্ণৰ কাহিনী) বিশাল ব্ৰহ্মদেশ, মাজতে মিকিৰ পাহাৰ, উত্তৰ কাছাৰ, ডিমাপুৰ (কাছাৰী শব্দ অসমীয়াকৰণ) খছাৰী ৰাজ্য, নগালেণ্ড, মাজে-মাজে টাই ফাকেয়াল চিংফৌ আদি, অষ্ট্ৰিক জনগোষ্ঠীৰ খাছী-জয়ন্তীয়া মেঘালয়, গাৰোপাহাৰ, মিজোৰাম, তিপিৰা (আৰ্যীকৃত ত্ৰিপুৰা), মণিপুৰ, কোঁচ-বিহাৰ ৰাজ্য, লগতে বংশোদ্ভৱ বংশলতিকাৰ মাৰ (Hmar), বিষ্ণুপ্ৰিয়া, বিত্তে, চমুৱা, মিচিং, নগাৰৰ তিৱা আদি অসংখ্য জনগোষ্ঠী কিৰাত মঙ্গোলীয়ৰ অন্তৰ্ভুক্ত। এই সংক্ৰান্তত বিজ্ঞান সম্মত বিচাৰ হৈছে ভাষা তাত্ত্বিক বিশ্লেষণ। নৃতাত্ত্বিক বিচাৰত সামাজিক ঘনিষ্ঠ সম্পৰ্কলৈ অসম তথা ভাৰতবৰ্ষৰ জনসমাজ একাকাৰ হৈ গৈছে আৰু কোনো জনগোষ্ঠীৰ দেহতে বিশুদ্ধ তেজৰ কণিকা নৃতাত্ত্বিকে পৰীক্ষা কৰি পোৱা নাই কিন্তু ভাষাতাত্ত্বিক বিচাৰ বিশ্লেষণত বংশোদ্ভৱ জনগোষ্ঠীৰ অকাট্য প্ৰমাণ যুক্তিৰে প্ৰমাণ কৰিছে আৰু সেই ক্ষেত্ৰত আমাৰ বাটকটীয়া (অন্ততঃ/৬০ দশকত) স্বনাম ধন্য পূজ্যবৰ ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, সদায় আমাৰ চিৰস্মৰণীয়। উত্তৰ-পূব ভাৰতৰ এই বিশাল বিস্তৃত উত্তৰ-দক্ষিণাঞ্চলত/বিভিন্ন প্ৰান্তৰত বসতি বিস্তাৰ কৰা খিলঞ্জীয়া জনগোষ্ঠীবোৰৰ মাজত স্বকীয় ভাষাৰ পুনৰ উত্থানৰ এক নৱ-জাগৰণৰ জোৱাৰ ভাটাই ঢৌৱাই গৈছিল। ষাঠিৰ দশকমানৰ পৰা আৰু ইয়াৰ ভিতৰত বৃহত্তৰ অসমৰ সংখ্যা-গৰিষ্ঠ আৰ্য্য-ভিন্ন 'বৰো সাহিত্যসভা''ৰ প্ৰথম সভাপতি স্বনাম ধন্য জয়ভদ্ৰ আগ্জেৰ, ছেক্ৰেটৰী সোণাৰাম থাওচেন,/৮০ দশকত মিচিং গুৱাহাটী সাহিত্যসভাৰ প্ৰথম সভাপতি অধ্যাপক টাবুৰাম টাইদ, চেক্ৰেটৰী নাহেন্দ্ৰ পাঃদুনৰ নাম অনুজসকলৰ কাৰণে চিৰস্মৰণীয় আৰু অনুক্ৰমে জাগৰণ হোৱা কাৰ্বি, ৰাভা, ডিমাচা, তিঁৱা, দেউৰী, লগতে গাৰো, মাৰ (Hmar), বিষ্ণুপ্ৰিয়া, বিত্তে আদি বংশোদ্ভৱ কিৰাত-মঙ্গোলীয় ভাষা চৰ্চাৰ বংশলতিৰো পথ মুকলি হ'ল; কিন্তু আমাক বিজ্ঞানসন্মতভাৱে, ভাষাতাত্ত্বিক দিশত সজ-পৰামৰ্শ দিয়া, পথ প্ৰদৰ্শক খুব কমহে, পাইছিলোঁ আৰু সেই ক্ষেত্ৰত ড° ভট্টাচাৰ্যা আমাৰ মধুৰ সান্নিধ্যত সদায় আছিল, তাত্ত্বিক দিশৰ ক্ষেত্ৰত ধাৰণা দি আহিছিল। সেই ক্ষেত্ৰত সমাজপ্ৰীতি,

উদাৰতা, ত্যাগস্বীকাৰ, দৰদী অন্তৰৰ মহানুভৱতা বাটকটীয়া, উৎসাহ যোগোৱা শ্ৰদ্ধাভাজন ব্যক্তি হিচাপে সদায় প্ৰাসঙ্গিক, আৰু চিৰস্মৰণীয় হৈ থাকিব।

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যদেৱে আজীৱন অক্লান্ত জীৱন জোৰা সাধনা, ত্যাগ স্বীকাৰেৰে শেষত চীন-কিৰাত-মঙ্গোলীয় ভাষাৰ উৎকৰ্ষ সাধনত যি অৱদান যোগালে তাৰ পৰিণতিতে "গৌহাটী বিশ্ব-বিদ্যালয়ত" বৰোভাষাৰ চৰ্চ্চা স্নাতকোত্তৰ পৰ্য্যায়লৈকে স্বীকৃতি পোৱাটো পৰম সৌভাগ্যৰ কথা আৰু তাৰ মূলতে ড° ভট্টাচাৰ্য্য আৰু আমাৰ নতুন পুৰুষ, নতুন-প্ৰজন্মৰ কাৰণে বাটকটীয়া হিচাপে চিৰস্মৰণীয় হৈ থাকিব।

চীন-কিৰাত মঙ্গোলীয় বিৰাট জনগোষ্ঠীৰ 'ভাষা-সাহিত্য সংস্কৃতি" ক্ষেত্ৰত ড° ভট্টাচাৰ্য্যই যি পথ প্ৰদৰ্শন কৰিলে ই সঁচাকৈয়ে অতুলনীয়, আমি অনুজ, নতুন পুৰুষ, নতুন প্ৰজন্মই সাম্প্ৰতিক কালৰ গ্ৰহণযোগ্য-গ্ৰহণ-অযোগ্য বিচাৰ কৰি লোৱাটো চিন্তনীয় বিষয়। সমস্যা এটা উদ্ভৱ হ'লে তাৰ সমাধানো থাকে, নোহোৱা নহয়।



# সমন্বয়ৰ সাধক ড° ভট্টাচাৰ্য্য

শ্ৰীচিত্তৰঞ্জন দাস

বৃহত্তৰ অসমৰ সাংস্কৃতিক বান্ধোন সুদৃঢ় হওক আৰু সঁচা অৰ্থত সমন্বয়ৰ সংস্কৃতিৰ পৰিপূৰ্ণ বিকাশ ঘটক- এই মহান উদ্দেশ্য লৈ যিসকল মুষ্ঠিমেয় লোক আগবাঢ়ি আহিছে, আশা আৰু আন্তৰিকতাৰে নিজৰ ব্যক্তিসত্বাৰ প্ৰয়োজন পৰিহাৰ কৰিঁ সমগ্ৰ জীৱনকাল ব্যস্ত হৈ আছে — আমাৰ পূজনীয় শ্ৰীযুত (ড°) প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য ছাৰ তাৰে এগৰাকী। অসমৰ লোক সংস্কৃতিৰ উদ্ধাৰ আৰু বিকাশ — যাৰ সৈতে অসমীয়া মানুহৰ জাতীয় চেতনা আৰু স্বকীয়তা অংগাঙ্গীভাৱে জড়িত সেয়ে ড° ভট্টাচাৰ্য্য ছাৰৰ জীৱনৰ ধ্যান আৰু জ্ঞান। নলবাৰী অঞ্চলৰ লোক কলাৰ উদ্ধাৰ, উৎথান আৰু বিস্তাৰত ড° ভট্টাচাৰ্য্য ছাৰৰ সক্ৰিয় আগ্ৰহ আৰু নিৰন্তৰ শ্ৰমদান, এগৰাকী নিঃস্বাৰ্থ সাংস্কৃতিক কৰ্মীৰ প্ৰচাৰবিমুখ দেশ সেৱা। কিন্তু ভাবীকালৰ অসমীয়াৰ কাৰণে ড° ভট্টাচাৰ্য্য ছাৰ চিৰদিনৰ আপোন আৰু আদৰ্শ হৈ ৰ'ব তেখেতৰ জনজাতীয় গৱেষণা অনুসন্ধিৎসা আৰু নিৰপেক্ষ তথ্য পাতি আৱিষ্কাৰ আৰু সংস্থাপন সংৰক্ষণৰ কাৰণেহে।

অসমখনক ভাষাবিদৰ স্বৰ্গ, নৃতাত্বিকৰ অমৰাৱতী আখ্যা দিয়া ড° ভট্টাচাৰ্য্য ছাৰে ইয়াৰ অনুসন্ধিৎসু আৰু জিজ্ঞাসুসকলৰ কাৰণে প্ৰাকৃতিক গবেষণাগাৰ বুলি অভিহিত কৰিছে। অসমৰ বৈচিত্ৰ্যময় কলাকৃষ্টিৰ উল্লেখ কৰি 'অসমৰ জনজাতি' গ্ৰন্থত তেখেতে অসমভূমিৰ সবাতোকৈ আকৰ্ষণীয় বুলি কৈছে 'লিখিত অলিখিত ঐতিহ্যসম্ভাৰ লৈ মানুহৰূপে জীয়াই থকাৰ জাননী দিয়া জনগণশক্তি'ক।

প্ৰাচীন ভাৰতবৰ্ষৰ বিশাল পটভূমিত ড° ভট্টাচাৰ্য্য ছাৰে অসমৰ জনজাতিৰ উৎস আৰু অৱস্থান আলোচনা কৰিছে। তেখেতে এইটো কথা স্পষ্টকৈ কৈছে যে, জাতিগত বিভাগ আৰু ভাষাগত বিভাগ একে নহয়। যদিও সময়ে সময়ে দুয়োটা ভাষাৰে পৰিভাষাৰ সংমিশ্ৰণ হৈ খেলিমেলিৰ সৃষ্টি হয়। ভাৰতৰ ছয়টা জাতিগত বিভাগৰ উল্লেখ ড° ভট্টাচাৰ্য্য ছাৰে এনেদৰে কৰিছে — (১) নেগ্ৰিটো (২) প্ৰট অষ্ট্ৰলয়ড (৩) মঙ্গলয়ড (৪) মেডিটেৰানীয়ান (৫) ৱেষ্টান ব্ৰেকীচেফাল আৰু

(৬) নৰ্ডিক। ড° ভট্টাচাৰ্য্যৰ মতে অসমৰ জনজাতিসকলৰ অধিক সংখ্যক লোক মঙ্গলয়ড জাতিৰ অন্তৰ্ভুক্ত । এই মঙ্গলয়ড জাতিয়েই কিৰাত নামেৰে *যজুৰ্বেদ, ৰামায়ণ, মহাভাৰত* আদি প্ৰাচীন গ্ৰন্থত উল্লেখিত হৈছে। *যোগিনীতন্ত্ৰ* আৰু *কালিকাপুৰাণতো* প্ৰাচীন কামৰূপৰ ধৰ্ম কৈৰাতজ বুলি আৰু পূৰ্বোত্তৰ সীমান্ত অঞ্চল কিৰাতভূমি বুলি স্পষ্টকৈ বৰ্ণিত হৈছে। বৃহত্তৰ অসমৰ খাচী-জয়ন্তীয়া লোকসকল, বৰো, ডিমাছা, লালুং, সোণোৱাল, কছাৰী, ৰাভা, গাৰো, মিৰি, মিকিৰ আদি মঙ্গোলয়ড জনগোষ্ঠীৰে। ওপৰত উল্লেখিত ছয়টা জনগোষ্ঠীৰ প্ৰথম চাৰিটা আৰু শেষৰটো জাতিৰ লোক অসমত আছে বুলি ড° ভট্টাচাৰ্য্য ছাৰে যুক্তি আৰু মত দাঙি ধৰিছে।

জনজাতীয় গোষ্ঠীৰ মাজত ভাষাৰ মিলও বৰ্ত্তমান। আধুনিক অসমীয়া ভাষাৰ অনেক শব্দৰ প্ৰাচীনতমৰূপ জনজাতীয় ভাষাৰ। জনজাতীয় গোষ্ঠীসমূহৰ ভাষাৰ ইটোৰ লগত সিটোৰ মিলো ড° ভট্টাচাৰ্য্য ছাৰে পুংখানুপুংখ বিচাৰ কৰিছে। উদাহৰণ স্বৰূপে বৰো নগা আৰু কুকি চীন গোষ্ঠীৰ ভাষাৰ মিল থকা কথা তেখেতে আঙুলিয়াই দেখুৱাইছে – পানী বুজোৱা শব্দটি বৰো কছাৰীত দৈ বা দৌই, আঙ্গামী নগাত দ্‌জু, কাচা নগাত (এমপিও) দোই, কুকি ভাষাত দুঈ আৰু মণিপুৰীত ইছিং। আকৌ মাছ বুজোৱা শব্দটো এইবোৰ ভাষাত ক্ৰমে – না (না') ক', হাকানা, ঙা ৰূপে উচ্চাৰিত হয়।

তেখেতে কৈছে – অতীতৰে পৰা অসমে ব্ৰহ্মদেশ, চীন, তিব্বত আৰু সুদূৰ প্ৰাচ্যৰ বাটচ'ৰাৰূপে ভাৰতৰ সমাজ, সভ্যতা আৰু সংস্কৃতিলৈ বিশেষ বৰঙণি আগবঢ়াই আহিছে। অসমত কামৰূপ কামাখ্যাৰ স্মৃতি বিজড়িত যাদুবিদ্যা আৰু তন্ত্ৰ-মন্ত্ৰৰ পীঠৰূপে নানা জনপ্ৰবাহৰ যাতায়ত হৈছিল আৰু হৈ আছে। যথাৰ্থতে অসমীয়া ভাষা সাহিত্য সমাজ সংস্কৃতি বৃহত্তৰ অসমবাসীৰ সামূহিক জীৱন যাপন আৰু সহ অবস্থানৰ পৰিণতি। ইবোৰত জাতি ধৰ্ম ভাষাৰ নিৰ্বিশেষ বৰঙণি স্বীকৃত হোৱা উচিত। ইয়াৰ মাজত জনজাতীয় বৰঙণি কিমান আছে, অজনজাতি বা বৈদিক আৰ্য্যসকলৰ সমল কিমানখিনি সেইটো মুকলি মনেৰে নিৰপেক্ষ বিজ্ঞান সন্মত আলোচনা হোৱা উচিত – ড° ভট্টাচাৰ্য্য ছাৰৰ মত এয়া। মুখেৰে কথা কোৱাতকৈ হাতে কামে লগা মানুহৰ বেছি প্ৰয়োজন বৰ্ত্তমান সময়ত – যদি আমি সঁচাসঁচি সমৃদ্ধ সুসংস্কৃত বৰ অসমৰ আবাসী হ'ব খোজো। নিঃসন্দেহে ড° ভট্টাচাৰ্য্য ছাৰ এই ক্ষেত্ৰত আমাৰ আদৰ্শ আৰু পথ প্ৰদৰ্শক।



# কিৰাত হিতৈষী ড° ভট্টাচাৰ্য্যৰ চিন্তাধাৰা

শ্ৰীউপেন ৰাভা হাকাচাম

'অসমৰ জনজাতি (জনগোষ্ঠী)' বিশেষকৈ বৰো জনগোষ্ঠীৰ ভাষাৰ হকে জীৱনৰ সৰহকাল উৎসৰ্গ কৰা (১৯৫২-১৯৬৫) ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মূলতঃ ভাষাতত্ত্বৰ ছাত্ৰ; যদিও তেওঁৰ পাণ্ডিত্যৰ স্ফুৰণ লোক-সংস্কৃতি, নৃতত্ত্ব, সমাজতত্ত্ব, প্ৰত্নতত্ত্ব, সাহিত্য, বুৰঞ্জী আদি অংগাংগী বিষয়তো ঈৰ্ষণীয় ৰূপত বিকীৰ্ণ হোৱাৰ উমান পোৱা যায়। নিজৰ মাতৃভাষা নোহোৱা সত্বেও পৃথিৱীৰ আন কি ভাষাৰ সৈতে তেওঁৰ আত্মিক সম্বন্ধ অতি সুদৃঢ় বুলি প্ৰশ্ন কৰিলে নিঃসন্দেহে ক'ব লাগিব বৰো ভাষা আৰু ইয়াৰ ভগ্নীপ্ৰতীম ভাষাসমূহৰ প্ৰতি তেওঁৰ স্নেহ-প্ৰীতি অসমীয়াতকৈ কোনো গুণে কম নহয়। অসমীয়া ভাষাৰ সৌষ্ঠৱ আৰু পৰিপুষ্টিত ইন্ধন যোগোৱা এসময়ৰ মৃতপ্ৰায় আৰু স্বল্পচৰ্চিত বৰো ভাষাত পোন প্ৰথমবাৰ বিদ্যায়তনিক দিশত অধ্যয়ন আৰু গৱেষণা কৰি তেওঁ কেৱল নিজৰ শিক্ষাগত অৰ্হতাকে পূৰণ নকৰিলে বৰঞ্চ এটা ভাষাক সাহিত্যৰ উচ্চস্তৰত স্থান দিলে। সেইবাবেই নেকি তেওঁৰ প্ৰকাশিত ৰচনাৰাজিৰ ভিতৰত বৰো ভাষাবিষয়ক প্ৰবন্ধ-নিবন্ধৰ সংখ্যাই সৰহ। *A Descriptive Analysis of the Boro Language* (1977) নামৰ গৱেষণা গ্ৰন্থৰ উপৰিও ইংৰাজীত গৱেষণা নিবন্ধ হিচাপে পঠিত আৰু বুলেটিন বা জাৰ্নেল আদিত প্ৰকাশিত তেওঁৰ সৰহসংখ্যক প্ৰবন্ধ মূলতঃ বৰো ভাষাকেন্দ্ৰিক। ইতিমধ্যে ABILAC - এ প্ৰকাশ কৰি উলিওৱা তেওঁৰ ২৪ টা ভাষাবিষয়ক প্ৰবন্ধৰ একত্ৰ সংকলন *Aspects of North East Indian Languages*, (2003) নামৰ গ্ৰন্থখনতে বৰো ভাষা সম্পৰ্কীয় ১২টা প্ৰবন্ধই প্ৰাধান্য লাভ কৰিছে।

ইয়াৰ উপৰিও 'Sino-Tibetan languages of North East India'; Social Aspects' ; 'Sino-Tibetan Linguistic Impact on Indo-Aryan'; 'Sino-Tibetan Element in Indo-Aryan Place-Names and River-Names' আৰু 'A Few Aspects of the Meitei (Manipuri) Language' শীৰ্ষক অন্যান্য চীন-তিব্বতীয় ভাষাবিষয়ক চাৰিটা প্ৰবন্ধৰে এই গ্ৰন্থখন পৰিপুষ্ট।

ড° ভট্টাচাৰ্য্যৰ অ'ত-ত'ত সিঁচৰতি হৈ থকা অসমীয়া প্ৰবন্ধসমূহৰ ভিতৰত (পৰৱৰ্তীকালত *'ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ প্ৰতিনিধি ভাষা নিবন্ধ'* নামেৰে শ্ৰীপৱন কুমাৰ বৰুৱাই সম্পাদনা কৰা গ্ৰন্থখনৰ অন্তৰ্ভুক্ত) ইংৰাজী গ্ৰন্থখনত সন্নিবিষ্ট প্ৰায়কেইটি বিষয়ৰে অসমীয়া ৰূপান্তৰৰ সন্নিবেশ ঘটিছে।

বৰো ভাষা সম্পৰ্কীয় প্ৰবন্ধখিনি তেওঁৰ গৱেষণা গ্ৰন্থৰ পূৰ্বৱৰ্তী বা পৰৱৰ্তীকালত সৃষ্টি হোৱা ওপৰঞ্চি অৰ্থাৎ গৱেষণা গ্ৰন্থৰ ঠিক পৰিপূৰিকা বা পৰিশিষ্ট স্বৰূপ। গৱেষণা গ্ৰন্থত সামৰা বিষয়ক্ৰমৰ অনুৰূপে অসমীয়া আৰু ইংৰাজীত লিখা বৰো ভাষাবিষয়ক প্ৰবন্ধকেইটাৰ দ্বাৰা তেওঁ বৰো ভাষাৰ চিনাকি, ভৌগোলিক স্থিতি, অন্যান্য ভাষাৰ সৈতে ইয়াৰ সম্বন্ধ নিৰূপণ, বৰোভাষাৰ ধ্বনিতত্ত্ব, বৰো ভাষাৰ ৰূপতত্ত্ব, বৰো ভাষাৰ বাক্যতত্ত্ব, বৰো ভাষাৰ শব্দ সম্ভাৰ ইত্যাদিৰ বিষয়ে বিস্তৃত আলোচনা উপস্থাপন কৰিছে।

আনহাতে পাতনি, গ্ৰন্থপঞ্জীকে ধৰি প্ৰায় ৪০০ পৃষ্ঠাৰ প্ৰকাশিত গৱেষণা গ্ৰন্থখনত ড° ভট্টাচাৰ্য্যই বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ সকলো তত্ত্ব আৰু দিশ প্ৰয়োগ কৰাৰ সুবিধাৰ্থে মুঠ আঠোটা অধ্যায় সন্নিবিষ্ট কৰিছে। প্ৰতিটো অধ্যায়কে আৰু কেইবাটাও উপ অধ্যায়ত বিভক্ত কৰিছে। অধ্যায় অনুযায়ী তলত দিয়া বিষয় সমূহ সামৰিছে।

ইয়াৰ বাহিৰে বৰ্ণমালা, প্ৰতীক, সংক্ষিপ্তৰূপৰ তালিকা, বৰো ভাষা-ভাষীৰ দুখন মানচিত্ৰ, বৰোৰ স্বৰধ্বনি উচ্চাৰণত ওঁঠৰ অৱস্থান দেখুৱা আলোকচিত্ৰ কেইখনমানৰো সংযোজন কৰা হৈছে। ড° ভট্টাচাৰ্য্যই আটাইতকৈ দুঃসাধ্য কাম কৰিছে লিখিব নোৱাৰা, অবিভাজ্য ধ্বনি (Suprasegmental feature) হিচাপে উচ্চাৰিত বৰো ভাষাৰ স্বকীয় বৈশিষ্ট্য স্বৰূপ সুৰ চাৰিটাৰ অৱস্থিতি নিৰূপণ কৰি তাক ৰোমান 0, 1, 2, 4 সংখ্যাৰে স্বৰধ্বনিৰ ওপৰত সূচিত কৰি দেখুৱা ব্যৱস্থাৰে।

ড° ভট্টাচাৰ্য্যৰ অধ্যয়ন পুষ্ট মন আৰু কষ্ট সহিষ্ণুতাৰ পৰিচয় পোৱা যায় গৱেষণা গ্ৰন্থখনৰ 'পাতনি' খণ্ডটিতে। বিভিন্ন পণ্ডিতৰ বিভিন্ন গ্ৰন্থৰ উদ্ধৃতিৰে আৰু ক্ষেত্ৰ অধ্যয়নৰ চাক্ষুষ অভিজ্ঞতাৰে তেওঁ উনৈশ পৃষ্ঠাৰ ভিতৰতে নিজৰ পাণ্ডিত্য প্ৰদৰ্শন কৰিবলৈ সম্পূৰ্ণ সক্ষম হৈছে। এচৰু ভাতৰ এটা ভাত টিপি চালেই ভাত চৰু সিজিছে নে নাই তাৰ উমান পোৱাৰ দৰে গ্ৰন্থখনৰ গুৰুত্ব আৰু গভীৰতা 'পাতনি'তেই আভাস পোৱা যায়। ভুৰুকাত হাতী ভৰোৱা ৰীতিৰে তেওঁ ইয়াত অধ্যয়নৰ লক্ষ্য আৰু উদ্দেশ্য, উৎস, প্ৰয়োগ, গৱেষণা পদ্ধতি অৱলম্বন, বৰো ভাষা সম্প্ৰদায়, জনসংখ্যা, উপভাষা আৰু অধ্যুষিত অঞ্চল, প্ৰজাতি, লিপি-সাহিত্য, সাংস্কৃতিক উপাদান আৰু অধ্যয়নৰ তাৎপৰ্য্য সম্বন্ধে সবিশেষ তথ্য দাঙি ধৰিছে। তেওঁ এই অধ্যয়নৰ জৰিয়তে ভৱিষ্যতৰ ৰাষ্ট্ৰীয় উন্নয়ন-ভাষা সমন্বয়ৰ আশা পোষণ কৰিছে।

ড° ভট্টাচাৰ্য্যই পূৰ্ব্ববৰ্তী পণ্ডিতসকলৰ সুৰতে সুৰ মিলাই চীন-তিব্বতীয় প্ৰধান ভাষা-পৰিয়ালৰ তিব্বত-বৰ্মীয় প্ৰশাখাৰ অসম-বৰ্মীয় শাখাৰ বৰো-নাগা ভাষাপুঞ্জৰ এটা ভাষা হিচাপে বৰো ভাষাৰ স্থান নিৰূপণ কৰিছে। অৱশ্যে তেওঁ চিৰাচৰিত বৰো (Bodo) বানানটোৰ বিকল্পে বৰো (Boro) বানানটোহে গ্ৰহণ কৰিছে। বৰ্তমান আধুনিক ভাৰতীয় ভাষা হিচাপে স্বীকৃত এই ভাষাটো বৰো বা বৰ' (দেৱনাগৰী লিপিত) নামেৰে অতিকৈ সমাদৃত ড° ভট্টাচাৰ্য্যই বাক্‌কালানুক্ৰম তত্ত্বৰদ্বাৰা বৰো ভাষাই সমগোত্ৰীয় গাৰো ভাষাৰ সৈতে পৃথক হোৱাৰ কাল প্ৰায় দুহেজাৰ বছৰ আৰু ডিমাছা ভাষাৰ সৈতে পৃথক হোৱাৰ কাল প্ৰায় এহেজাৰ বছৰ বুলি নিৰ্ধাৰণ কৰিছে। বৰো ভাষাৰ উপভাষা চাৰিটা বুলি ইয়াত দেখুৱাইছে। সেইকেইটা হ'ল ঃ ক) উত্তৰ-পশ্চিম উপভাষা (অবিভক্ত গোৱালপাৰা আৰু কামৰূপ জিলাৰ উত্তৰাঞ্চল), খ) দক্ষিণ-পশ্চিম উপভাষা (দক্ষিণ গোৱালপাৰা, গাৰোপাহাৰ আৰু দক্ষিণ কামৰূপৰ কিছু অংশ), গ) উত্তৰ-মধ্য অসম উপভাষা (দৰং, লক্ষীমপুৰ জিলা আৰু নেফা অৰ্থাৎ অৰুণাচলৰ কিছু অংশ) আঁৰু ঘ) দক্ষিণ-অসম উপভাষা (নগাঁও, উত্তৰ কাছাৰ আৰু মিকিৰ পাহাৰ অৰ্থাৎ কাৰ্বি আংলং, কাছাৰ আৰু ইয়াৰ সংলগ্ন অঞ্চল)। অৱশ্যে বৰোসকলে পৰম্পৰাগত ভাবে উক্ত অঞ্চলসমূহৰ বাসিন্দাক যথাক্ৰমে —হাজোৱাৰী (পাহাৰীয়া), দেখ্‌লংখলাৰী (দক্ষিণ পৰীযা), সানজাৰী (পূৰ্বীয়) আৰু পশ্চিমবঙ্গ আৰু ভূটান বা নেপালৰ দাঁতি কাষৰীয়া অঞ্চলত বসবাস কৰা বৰোসকলক বৌৰ্দৌনাৰী (পশ্চিমী) বুলিহে চিনাকি দি আহিছে।[১] এইটো ঐতিহাসিকভাবে সত্য যে -- উত্তৰ কাছাৰ, কাছাৰ, কাৰ্বি আংলং জিলা আৰু অৰুণাচল কিম্বা নগালেণ্ডৰ আশে-পাশে থকা অঞ্চলৰ বৰোসকল প্ৰব্ৰজিত আৰু তেওঁলোকৰ উপভাষা মূল মাতৃভূমিৰ উপভাযাৰ ব্যতিৰেকে আন একো হ'ব নোৱাৰে। সেইফালৰ পৰাই ড° ভট্টাচাৰ্য্যৰ দ্বাৰা চিহ্নিত দক্ষিণ-অসম উপভাষাৰ অস্তিত্ব সন্দিহান। ইয়াৰ বিপৰীতে পূব গোৱালপাৰা আৰু দক্ষিণ পশ্চিম কামৰূপত প্ৰচলিত 'মাগ্ৰা' নামেৰে স্বল্পপৰিচিত ভাষা ৰূপৰহে উপভাষাত মৰ্য্যাদা অধিক স্পষ্ট।[২] সেইদৰে পশ্চিমবঙ্গ অঞ্চলৰ 'মেছ' নামেৰে অভিহিত ভাষাটো বৰ্তমান বৰো ভাষাৰ 'বৌৰ্দৌনাৰি' শাখাৰ অন্তৰ্গত এটি উপভাষা মাথোন।[৩]

এই অধ্যায়তে বৰোসকলৰ জাতিগত পৰিচয় (মংগোলীয়/ইণ্ডো-মংগোলীয় বা কিৰাত); বৰো ভাষাৰ লিপি আৰু সাহিত্য; সাংস্কৃতিক উপাদান (বাক্‌কালানুক্ৰম তাত্ত্বিক পদ্ধতিৰে বৰো ভাষাই গাৰো বা ডিমাছা ভাষাৰ পৰা পৃথক হোৱাৰ কাল নিৰূপণ কৰা) ইত্যাদিৰো সম্যক পৰিচয় অতি তথ্যনিষ্ঠভাৱে আগবঢ়াইছে। এই অধ্যয়নৰ তাৎপৰ্য্য সম্পৰ্কে ড° ভট্টাচাৰ্য্যই যিখিনি উল্লেখ কৰিছে (2, 0.5, pp. 18-19) তাক পৰবৰ্তী কালত বিস্তৃতভাবে ভিন ভিন প্ৰবন্ধত আলোচনা কৰিছে। অসমীয়া, বাংলা, হিন্দী আদি ভাষাৰ সৈতে বৰো প্ৰভৃতি চীন-তিব্বতীয় ভাষাসমূহৰ পাৰস্পৰিক প্ৰভাৱ বিচাৰ-বিশ্লেষণৰ সুবিধাৰ্থে এই

ভাষাসমূহ যে অধ্যয়নৰ একান্ত প্ৰয়োজনীয় আছে সেইটো ড° ভট্টাচাৰ্য্যই হাতে-কামে কৰি দেখুৱাইছে।

প্ৰথম অধ্যায়ত ধ্বনিতত্ত্বৰ সকলো দিশ খৰচি মাৰি আনকি বিখণ্ডীক হোৱা সত্ত্বেও বৰো ভাষাৰ চাৰিটা সুৰ[৪] যথাক্ৰমে উচ্চ, মধ্য, নিম্ন আৰু নিৰপেক্ষ সুৰৰ উপস্থিতি অনুধাৱন কৰি ১, ২, ৩ আৰু ০ আখৰেৰে লিখি উলিওৱাৰ উপায় উদ্ভাৱন কৰি কথিত পৰ্য্যায়ত থকা বৰো ভাষাৰ বানানৰ এটা বিজ্ঞানসন্মত ৰূপ দিছে। উল্লেখযোগ্য যে ড° ভট্টাচাৰ্য্যই কোনো উন্নত আৰু সৰ্বাধুনিক শব্দ যন্ত্ৰৰ ব্যৱহাৰ নকৰাকৈয়ে একমাত্ৰ কাণেৰে শুনি এই দিশত অগ্ৰসৰ হ'বলগীয়াত পৰিছিল আৰু তাৰ বাবে তেওঁ অৰ্হতা অৰ্জন কৰিছিল পুনেৰ ডেক্কান কলেজ আৰু আগ্ৰা বিশ্ববিদ্যালয়ৰ কেন্দ্ৰীয় হিন্দী সংস্থানত অনুষ্ঠিত School of Linguistics ৰ চাৰিটা সত্ৰৰ ভাষাবিজ্ঞানৰ উচ্চ প্ৰশিক্ষণ লাভৰ মাজেদি। সুৰৰ লগতে বৰো ভাষাৰ ৬টা স্বৰ, ৩টা অৰ্দ্ধস্বৰ, ১৩টা ব্যঞ্জন আৰু ইবিলাকৰ উপধ্বনিৰ বিষয়েও অতি সুন্দৰভাৱে শ্ৰেণীভুক্ত কৰিছে, বিশেষকৈ সন্ধি (Juncture), বিৰাম (Contour) অক্ষৰ আদিৰ বিন্যাস অতি সুন্দৰ আৰু বিজ্ঞানসন্মত হৈছে।

দ্বিতীয় অধ্যায়ত অতি তাত্ত্বিক; অথচ চৌম্বিকভাৱে বৰোভাষাৰ সন্ধিবিন্যাস ৰীতিৰ বিভিন্ন দিশত আলোকপাত কৰিছে। সেইদৰে তৃতীয় অধ্যায়ত সাম্প্ৰতিক কালতহে জনপ্ৰিয় হ'বলৈ ধৰা প্ৰাকৃতি, আকৃতি আৰু উপাকৃতিৰ আধাৰত বৰো ভাষাৰ ৰূপতত্ত্বৰ বিচাৰ-বিশ্লেষণ কৰি দুঃসাধ্য সাধন কৰিছে। এই অধ্যায়তে নিকটস্থ অংগ আৰু বাক্যাংশৰ বিন্যাসৰীতিৰ সম্বন্ধেও যথাযথ আলোচনা সন্নিবিষ্ট কৰিছে।

চতুৰ্থ অধ্যায়ত (১০৮-২৩২ পৃষ্ঠা) বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ নব্য ৰীতিৰে বৰো ভাষাৰ ব্যাকৰণৰ মূল তত্ত্ব অৰ্থাৎ ৰূপতত্ত্বৰ বিষয়ে অনুপুংখ বিশ্লেষণ কৰিছে। বৰো ভাষাৰ সব্যয়-অব্যয় (Non-particles/particles), বিভিন্ন পদৰ সৈতে বিভিন্ন প্ৰত্যয়ৰ প্ৰয়োগ (Principal and secondary nominal/verbal affixes) অৰ্থাৎ কাৰক বিভক্তি, ক্ৰিয়াবিভক্তি, স্বাৰ্থিক প্ৰত্যয়ৰ লগতে সম্বন্ধ নিৰ্দিষ্টতা (pronominal prefixes) বৰ্গকৰ্তা, (classifiers), পৰিমাণ বাচক (quantifiers) লিংগবাচক, বচনবাচক ইত্যাদি প্ৰত্যয় বা শব্দাংশৰ গঠন আৰু সংযোগ বিধি অতি নিখুঁত ভাৱে সামৰিব পাৰিছে।

পঞ্চম অধ্যায়ত বৰো ভাষাৰ বিভিন্ন শব্দাংশ (particles) বা কৃদন্ত, অব্যয় আদিৰ লগতে জতুৱা ঠাঁচ খণ্ডবাক্য বা বাক্যাংশৰ অপৰ্য্যাপ্ত নমুনা দি ইবিলাকৰ গঠন -ৰীতিৰ বিষয়ে বিশদ আলোচনা কৰিছে।

ষষ্ঠ অধ্যায়ত (পাঠৰ নমুনা) হিচাপে ইংৰাজী অৰ্থসহ ধ্বনিগত প্ৰতিলেখনত গদ্য (সাধুকথা)-পদ্য (লোকগীত) উভয় শৈলীৰ উদ্ধৃতিৰে আলোচ্য বিষয় হৃদয়গ্ৰাহী কৰি তুলিছে।

সপ্তম অধ্যায়ত বৰো ভাষাৰ সকলো শ্ৰেণীৰ শব্দ বৰ্ণগত ভাৱে তালিকাৱদ্ধ কৰি ইংৰাজী অৰ্থসহ দিয়া বাবে সাধাৰণ লোককো উপকৃত কৰিছে। অৱশ্যে গ্ৰন্থখনৰ নিৰ্ঘণ্ট (Index) হিচাপে ইয়াক ব্যৱহাৰ কৰাৰ যথেষ্ট সুচল থকা সত্ত্বেও লেখকে সেই সুবিধাটো গ্ৰহণ নকৰাত গ্ৰন্থখনৰ সৈতে ইয়াৰ প্ৰাসঙ্গিকতা নথকাৰ দৰে হৈ পৰিছে। কলেৱৰৰ দিশৰ পৰা প্ৰায় এশ পৃষ্ঠাৰ এই শব্দ সম্ভাৰৰ তালিকাই সৰু-সুৰা এখনি অভিধানকো ঢেৰ পেলাইছে আৰু প্ৰায়বিলাক ঋণ শব্দৰ উৎস (সংস্কৃত, আৰবী-ফাৰ্চী বা ইংৰাজী মূলৰ) দেখুওৱা হৈছে বাবে পৰৱৰ্ত্তী কালৰ অভিধান প্ৰণেতালৈ ই আৰ্হিস্বৰূপ হৈ পৰিছে।

সৰ্বশেষত ন পৃষ্ঠাজোৰা এখনি সুন্দৰ আৰু বিস্তৃত ৰূপৰ বৰো ভাষা সম্পৰ্কীয় প্ৰাৰম্ভিক ৰচনা ৰাজিৰ নিৰ্বাচিত গ্ৰন্থ পঞ্জী সন্নিবেশ কৰা বাবে এইদিশত কামক কৰা নতুন গৱেষক ছাত্ৰ-ছাত্ৰী উপকৃত হৈছে।

আমি ইতিমধ্যে ইংগিত দি আহিছোঁ যে, ড° ভট্টাচাৰ্য্যৰ বৰো ভাষা বিষয়ক বেছিভাগ প্ৰবন্ধ-নিবন্ধ গৱেষণা গ্ৰন্থৰ পৰিপূৰিকা স্বৰূপ বা by products। গৱেষণা গ্ৰন্থত অন্তৰ্ভুক্ত নোহোৱা দুই এটা উচ্চ মানদণ্ড বিশিষ্ট প্ৰবন্ধৰ ভিতৰত -- অসমীয়া তথা আৰ্য্য-ভাৰতীয় ভাষাত চীন-তিব্বতীয় (বৰো) উপাদান সম্পৰ্কীয় Sino-Tibetan Boro Elements in Indo-Aryan Assames, The Boro Elements in Ancient place-names of Assam, Sino-Tibetan (Boro) Elements in the Formation of an Indo-Aryan Toponymy . Kāmākhyā, Sino-Tibetan (Boro) Elements in Assamese, Bengali and North-Eastern Indic languages· ANEIL, 2003; আৰু প্ৰায়োগিক ক্ষেত্ৰত বৰো আদি ভাষাৰ শিক্ষা (Applied linguistic Methods for teaching Sino-Tibetan Boro, Mising etc, to non-speakers, ANEIL, 2003) অন্যতম।

*Aspects of North East Indian Languages* (ANEIL) ৰ অন্তৰ্ভুক্ত *'The language of Assam'* শীৰ্ষক প্ৰবন্ধটি যদিও ১৯৫৫ চনতে লিখা (বি. বৰুৱা কলেজ আলোচনীত প্ৰকাশিত); ইয়াত উপস্থাপিত বিষয় বস্তু আৰু ভাষাগত চিত্ৰ নিখুত । অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ ভাষাগত অৱস্থিতিৰ অনুপুংখ আলোচনাৰে সৈতে তেখেতে ১৯৫১ চনৰ লোকপিয়লৰ প্ৰতিবেদনৰ সংস্কাৰৰ প্ৰয়োজন আছে বুলি দেখুৱাইছে। তাতকৈ ডাঙৰ কথা ড° ভট্টাচাৰ্য্যই তেতিয়াতে দিয়া কিছুমান পদ-পৰামৰ্শ এতিয়াও প্ৰাসঙ্গিক হৈ আছে। তেওঁ মন্তব্য প্ৰকাশ কৰিছে এইদৰে ঃ 'Either Hindi, Bengali or any other language of Indo Aryan group does not possess the necessary advantageous position to serve as a lingua-franca in Assam. Hence is the need for giving Assamese language

the status of the state language in Assam for easier interchange of ideas and culture.' (ANEIL,p.17). সেইদৰে ঃ 'The various Austric and Sino-Tibetan languages should be preserved as mother-tongues in respective areas in addition to the facility of being the medium of instruction in the primary stage and an alternative vernacular in subsequent stages." (ANEIL,p. 17)

প্ৰতিনিধি ভাষা নিবন্ধৰ অন্তৰ্ভুক্ত 'অসমৰ ভাষা ঃ শ্ৰেণীবিভাগ' নামৰ প্ৰবন্ধটো যদিও দেখাত উপৰিউক্ত প্ৰবন্ধৰ সৈতে একে; কিন্তু দুয়োটাৰ উপস্থাপন শৈলী সম্পূৰ্ণ বেলেগ; অৰ্থাৎ ই এটা প্ৰবন্ধৰ দুটা অবিকল প্ৰতিলিপি নহয়। এই প্ৰবন্ধটোৰ এটা অংশ (আৰম্ভণিৰ) 'ভাষাৰ চিনাকি' অনুচ্ছেদত তেখেতে সহজ-সৰল বৰ্ণনাৰ মাজেদি তাত্ত্বিক কথাকো অতি উপাদেয় কৰি তুলিছে ঃ "মানুহৰ পৰিচয় দিবলৈ হ'লে আমি দুই ৰকমে কব পাৰোঁ -- শাৰীৰিক বা আকৃতিমূলক আৰু পাৰিৰাৰিক বা পৰিয়ালৰ ফালৰ পৰা। মধুৰাম— এজন ডেকা ল'ৰা, মুখখন দীঘলীয়া, নাকটো জোঙা, গাৰ বৰণ তেজগোৰা (নামনিত 'তেল কলুৱাঁ), তেনেই চুটি-চাপৰ, শকত-আৱত। এয়া হ'ল শাৰীৰিক বা আকৃতিমূলক পৰিচয়। ইয়াকে কৈ থলে আপোনালোকে মধুৰাম বোলা মানুহজনৰ এটা বৰ্ণনামূলক চিনাকি (Descriptive introduction) নেপালে জানো ? তাকে নকৰি যদি কওঁ বোলে মধুৰাম কামৰূপ জিলাৰ খাটা মৌজাৰ দীঘেলি গাঁৱৰ শইকীয়াৰ ঘৰৰ (পৰিয়ালৰ) বৰ পুতেক; তেতিয়াও মধুৰামৰ পৰিচয় দিয়া হ'ল – এইটো হ'ল পাৰিবাৰিক বা বংশানুগত চিনাকি (Geneological) ভাষাৰ ক্ষেত্ৰতো এনে উপায়কে লব পাৰি। এটা হ'ল আকৃতিমূলক বা ৰূপগত (Synticial or Morphological) আনটো বংশানুগত বা ঐতিহাসিক (Geneological of Historcal) ('প্ৰ. ভা. নি., পৃ. ২৪)। এইদৰে ৰসালভাৱে প্ৰবন্ধটিত ভাৰত তথা অসমৰ মানুহৰ প্ৰজাতীয় উপাদান সম্পৰ্কীয় বহুত তথ্যৰ সমাবেশ ঘটাইছে। অৱশ্যে অসমীয়াত লিখা এই গ্ৰন্থখনৰ অন্তৰ্ভুক্ত। 'উত্তৰ পূৰ্বাঞ্চলৰ উমৈহতীয়া ভাষা অসমীয়া' নামৰ প্ৰবন্ধটি ইংৰাজী গ্ৰন্থখনৰ প্ৰথম প্ৰবন্ধ 'The language of Assam' ৰ প্ৰতিনিধি স্বৰূপ বা একে বিষয়ক।

সেইদৰে 'ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় সংহতিত ভাষাৰ ভূমিকা' (প্ৰ. ভা. নি. পৃ. ১৯-২৩) আৰু 'Different Aspects of Nation building in North-East India : Socio-linguistic Approach' (ANEIL, pp. 172-174) নামৰ গুৰুত্বপূৰ্ণ প্ৰবন্ধ দুটা - এটা আনটোৰ পৰিপূৰক। বেলেগ বেলেগ সময় আৰু ভাষাত প্ৰবন্ধ দুটা ৰচিত হৈছে যদিও উদ্দেশ্য আৰু বিষয় একে হোৱা বাবে ইটোত নৈ যোৱা যুক্তি আনটোত সংযোগ কৰিছে। অসমীয়া প্ৰবন্ধটোত যুক্তি

দৰ্শোৱা -- 'শিক্ষানুষ্ঠান; সাহিত্যানুষ্ঠান, সাংস্কৃতিক কাৰ্য্যসূচীৰে ভাষা-উপভাষাবোৰৰ ব্যৱহাৰ, চৰ্চা, বিকাশ সাধন কৰি সৰ্বভাৰতীয় জীৱন-যাপন তথা যোগাযোগৰ বাবে একাধিক ভাষাকো ৰাষ্ট্ৰীয় ভাষা কৰিব পাৰি। ভাষাৰ ক্ষেত্ৰত আমি এৰা-ধৰা কৰি স্থান-কাল পাত্ৰ ভেদে নিজৰ উপযোগী কৰি তুলিলে ৰাষ্ট্ৰীয় সংহতিৰ সুঁতি অব্যাহত থাকিব' (প্ৰ.ভা.নি. পৃ. ২৩)। কথাষাৰৰ বাস্তৱ ৰূপায়ণৰ বাবে ইংৰাজী প্ৰবন্ধটোত আৰু এখোপ আগুৱাই গৈছে।

*প্ৰতিনিধি ভাষা নিবন্ধ*ৰ অন্তৰ্গত – 'অসমীয়া ভাষাতাত্ত্বিক আলোচনা', 'অসমীয়া ভাষা ব্যাকৰণ ঃ ঐতিহাসিক বিচাৰ', 'ভাষাতাত্ত্বিক অধ্যয়নত কাল নিৰূপণ পদ্ধতি', ভাৰ, ভাষা আৰু পৰিভাষা', 'ভাষাৰ গুৰিকথা' 'আধা ফুটা মাত' (পৃ. ৬-১০) ইত্যাদি প্ৰবন্ধ ভাষা বৈজ্ঞানিক সূত্ৰ আৰু অধ্যয়নৰ বুৰঞ্জীৰ আধাৰত প্ৰস্তুত একো একোটা প্ৰাঞ্জল আলোচনা। 'ভাষা বৈজ্ঞানিক দৃষ্টিৰে পুৰণি কামৰূপৰ ঐতিহ্য, শীৰ্ষক জ্বলতি ৰাম লহকৰ বক্তৃতা (১৯৯৬)-ৰ তাৎপৰ্য্য বিষয়বস্তুৰো বিশেষ মন কৰিবলগীয়া।

বিদ্যায়তনিক কাৰণত যদিও বৰো-ভাষা বিষয়ক আলোচনাই সৰ্বাধিক গুৰুত্ব লাভ কৰিছে, তথাপি ড° ভট্টাচাৰ্য্যই বৰো আদি তিব্বত-বৰ্মীয় ভাষাৰ তুলনাত অসমৰ অন্যতম প্ৰধান ভাষা আৰু তেওঁৰো মাতৃ তথা শিক্ষাৰ ভাষা অসমীয়াৰ প্ৰতিও লেশমানো অৱজ্ঞা কৰা নাই। তেওঁৰে পূৰ্বসুৰী তথা গুৰুস্বৰূপ ড° বাণীকান্ত কাকতিয়ে সুন্দৰ আৰু সুবিস্তাৰভাবে আলোচনা কৰাৰ পিছত তেওঁ হয়তো পুনৰালোচনাৰ প্ৰয়োজন বোধ কৰা নাই। তৎসত্ত্বেও Non-Aryan Elements in Assamese language : Contribution of BaniKanta Kakati (ANEIL,pp. 27-32) অথবা 'অসমীয়া ভাষাত জনজাতীয় ভাষাৰ প্ৰভাৱ' (প্ৰ. ভা. নি. পৃ. ৭৭-৮০)[৬], Analogy in Assamese language (ANEIL, pp. 18-22); Phonology of English Loan Words in Assamese (ANEIL, pp. 23-26) ; 'অসমীয়া ভাষাৰ বোঁৱতী সুঁতি', অসমীয়া ভাষাৰ আখৰ জোঁটনি 'অসমীয়া ভাষাৰ উচ্চাৰণ সমস্যা' 'অসমীয়া ভাষাৰ শব্দকোষৰ ঃ পঠন-পাঠন, পৰীক্ষণ আৰু পাঠ্য সম্ভাৰ ইত্যাদি প্ৰতিনিধিভাষা নিবন্ধৰ লেখনীবোৰে অসমীয়া ভাষাৰ আলোচনালৈ যে কিছু নতুন চিন্তাৰ উন্মেষ ঘটাইছে।

উপভাষা বিজ্ঞানৰ দৰে সদ্য চৰ্চ্চিত বিষয়তো তেওঁ ড° উপেন্দ্ৰ নাথ গোস্বামীৰ সমসাময়িকভাৱে কিছু মূল্যবান তথ্যৰ সমাবেশ ঘটাইছে। 'কথিত ভাষাত এভুমুকি', 'অসমীয়া ভাষাৰ উজনি-নামনিৰ ঠাঁচৰ নিদৰ্শন', 'কামৰূপী উপভাষাৰ বৈশিষ্ট্য', 'পশ্চিম অসমৰ উপভাষাৰ ধ্বনি-বিচাৰ', 'দখিনপাৰৰ মাত-বোল' 'অসমীয়া শব্দবোৰত কামৰূপী আৰু দৰঙী উপাদান', 'অবিভক্ত কাছাৰ জিলাৰ

ভাষা-উপভাষা' অথবা The Languages and Dialects of Cachar District in Assam (ANEIL, pp. 95-100) আদি এই জাতীয় কেতবোৰ প্ৰবন্ধ।

বিৰোধমূলক (Contrastive) নতুবা তুলনামূলক (Comparative) উভয় ভাষাতত্ত্বৰ দিশতো ড° ভট্টাচাৰ্য্য অধিকাৰ অনন্যসাধাৰণ। তেওঁ বিশেষকৈ কাল নিৰূপণ পদ্ধতি (Lexico-Statistic Analysis)-ৰ ভিত্তিত বৰো-গাৰো ভাষাৰ পৃথকীকৰণৰ দিশত যৌথভাৱে কাম কৰোঁতে ড° ৰবিন্স বাৰ্লিঙৰদ্বাৰা অনুপ্ৰাণিত হৈ Bhojpuri and Kamrupi : A Lexico-Statistic Analysis (ANEIL, pp. 165-171) শীৰ্ষক প্ৰবন্ধৰ বাবে সমল আহৰণ কৰিছে যেন ভাৱ হয়। অৱশ্যে যথেষ্ট সীমাবদ্ধতা থকা বাবে এই পদ্ধতি সম্প্ৰতি অসমাদৃত। ঠিক একেদৰে অসমীয়া আৰু বাংলাৰ (A Constrastive Phonological Study of Assamese and Bangla, ANEIL, pp 101-109) লগতে অসমীয়া আৰু অন্যান্য জনজাতীয় ভাষাৰ ধ্বনি-ৰূপ শব্দ গঠন বা বাক্যতত্ত্বৰ সাদৃশ্য-বৈসাদৃশ্য দেখুৱাই বহুকেইটা প্ৰবন্ধ-নিবন্ধ যুগুত কৰিছে।

এই বিলাকৰ উপৰিও 'বৰগীতৰ ভাষা' (প্ৰ ভা নি., পৃ. ৬৫-৭৬) শীৰ্ষক এটি সুদীৰ্ঘ প্ৰবন্ধটিৰ দ্বাৰা ড° ভট্টাচাৰ্য্যই প্ৰাচীন অসমীয়া ভাষাৰ বৰ্ণনাত্মক দিশৰ এক অনুপুংখ আলোচনা আগবঢ়াই ভাষাতত্ত্বৰ প্ৰায় সকলো কেইটি দিশতে নিজৰ অধিকাৰ সাব্যস্ত কৰিছে।

ড° ভট্টাচাৰ্য্যই অভিধানতত্ত্ব (Lexicography) বা অভিধান প্ৰণয়নৰ কামতো একেবাৰে হাত নিদিষ্টকৈ থকা নাই। 'প্ৰতিনিধি ভাষা নিবন্ধ'ৰ শেষ প্ৰবন্ধ 'অসমীয়া ভাষাৰ শব্দকোষ, পঠন-পাঠন, পৰীক্ষণ আৰু পাঠ্যসম্ভাৰ'-ত অসমীয়া ভাষাৰ ব্যুৎপত্তিমূলক অভিধান (Etymological Dictionary) প্ৰণয়নৰ প্ৰয়োজনীয়তা আৰু সমস্যা সম্পৰ্কে কিছু তাত্ত্বিক দিশৰ আলোকপাত কৰিছে। তেওঁৰে সুদক্ষ সঞ্চালনাত পৰিচালিত বৰো, মিছিং, কাৰ্বি, ডিমাছা আৰু অসমীয়া ভাষা শিক্ষাৰ তিনিমহীয়া পাঠ্যক্ৰমৰ উপযোগীকৈ যুগুত কৰা পূৰ্বোত্তৰ শব্দকোষৰ আঁচনি অনুযায়ী পূৰ্বোত্তৰ ভাষা সমিতিয়ে প্ৰকাশ কৰা 'অসমীয়া বৰো শব্দকোষৰ' (১৯৮৩) আৰু আন দুখন মিছিং আৰু ডিমাছা শব্দকোষৰ গ্ৰন্থত ই সুন্দৰ ৰূপত বাস্তৱায়িত হৈ উঠিছে। প্ৰয়াত ভবেন নাৰ্জিৰ সৈতে সম্পাদনা কৰা বৰো-অসমীয়া অভিধানখন অসম প্ৰকাশন পৰিষদৰ হাতত দীৰ্ঘদিন ধৰি প্ৰকাশৰ মুখ নেদেখাকৈ পৰি আছে। ড° ভট্টাচাৰ্য্যই একক প্ৰচেষ্টাৰে প্ৰায় ২৫ বছৰ ধৰি *Linguistic Survey of India*-ৰ আৰ্হিৰে *The linguistic Groups in Assam*-ৰ বাবে বিভিন্ন ভাষাৰ মৌলিক শব্দসম্ভাৰৰ সমল আহৰণ কৰি সযতনে এতিয়াও বুকুত বান্ধি ৰাখিছে। ড° ভট্টাচাৰ্য্যই বৰো ভাষাৰ লিপি সমস্যাৰ দৰে অতি স্পৰ্শকাতৰ বিষয়তো সঠিক মন্তব্য দিবলৈ কোনোকালে পিছ হোহোকা নাই। বৰো ভাষাৰ বাবে

ৰোমান, দেৱনাগৰী নে অসমীয়া লিপি উপযুক্ত এই সম্পৰ্কীয় বাদানুবাদৰ মাৰ নিয়াবলৈ ১৯৭৪ চনৰ ৬-৯ নৱেম্বৰত অসম সাহিত্য সভাই আয়োজন কৰা 'অসমৰ লিপি সমস্যা' শীৰ্ষক জাতীয় আলোচনা সত্ৰত অংশগ্ৰহণ কৰি তেওঁ কেতবোৰ যুগান্তকাৰী পৰামৰ্শ আগবঢ়াইছিল। 'বহুজনৰ সুবিধাৰ অৰ্থে, প্ৰশাসন, শিক্ষা, নিয়োগ আৰু ভৱিষ্যত নাগৰিকসকলৰ মঙ্গল আদি বিষয়ৰ তন্ন তন্নকৈ পৰীক্ষা কৰিহে আমি থলুৱা তথা জনজাতীয় ভাষাৰ লিপি গ্ৰহণ পৰিৱৰ্তনত আগবঢ়া উচিত। জনজাতীয় ভাষাৰ পুথিপত্ৰবোৰ যাতে অসমীয়া ভাষী পাঠক-সমাজৰ পাঠ্য আৰু উপভোগ্য হ'ব পাৰে তালৈও চকু ৰাখিব লাগে।.... এনেবোৰ কাৰণত অসমৰ থলুৱা ভাষাবোৰে ৰোমান লিপি লব খুজিছে যদিও সেয়া বৈজ্ঞানিক যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত নহয়। বৰ্তমান অসম চৰকাৰ, অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয়, অসম প্ৰকাশন পৰিষদ, অসম মাধ্যমিক শিক্ষা বোৰ্ড, আৰু বড়ো সাহিত্য সভা, মিচিং কৌবাং, লালুং (টিওৱা) দৰবাৰ, কাৰ্বী দৰবাৰ, ৰাভা পৰিষদ আৰু ডিমাছা পৰিষদ তথা সংশ্লিষ্ট লেখক-জনসাধাৰণৰ উমৈহতীয়া সহায়-সহযোগ হ'লে থলুৱা অসমীয়া লিপিৰে আৱশ্যকীয় পুথি-পত্ৰ, আলোচনী, অভিধান, পাঠ্যপুথি ৰচনা প্ৰকাশ কৰি এই থলুৱা ভাষা-সাহিত্যক উদাৰভাৱে অসম ৰাজ্য ক্ষেত্ৰৰ স্বীকৃত ভাষা-সাহিত্য ৰূপে মান্যতা দিলে, ৰাজ্যিক পৰ্য্যায়ত অসমীয়া লিপিৰে, ভাৰতীয় বৃহত্তৰ পৰিসৰত আৱশ্যকমতে দেৱনাগৰী হিন্দী লিপ্যন্তৰ আৰু বিশ্ববিদ্যালয়, গৱেষণা আৰু আন্তৰাষ্ট্ৰীয় পৰ্য্যায়ৰ প্ৰকাশৰ বাবে ৰোমান লিপি তথা অন্তঃ ৰাষ্ট্ৰীয় ধ্বনিতাত্ত্বিক সন্থাৰ বৰ্ণমালা (I.P.A.) ব্যৱহাৰ কৰি উন্নয়ন সাধিব পাৰি।" (অসমৰ বৰ্তমান সামাজিক আৰু জনজাতীয় পটভূমিত লিপি সমস্যা', অসমৰ লিপি সমস্যা, ১৯৭৫, পৃ. ৫৯-৬০)।

ড° ভট্টাচাৰ্য্য ভাষা-নীতিত চৰকাৰৰ উদাসীন মনোভাবে আৰু সংশ্লিষ্ট অনুষ্ঠান-প্ৰতিষ্ঠানৰ গা-এৰা মনোভাৱ দেখি কেতিয়াবা হতাশ হৈ নপৰাও নহয়। "সাহিত্য একাডেমী, সংগীত নাটক একাডেমী আৰু ললিত কলা একাডেমীয়ে অসম ৰাজ্যত তথা উত্তৰ পূব ভাৰতীয় অঞ্চলত আশাব্যঞ্জক কাম এতিয়াও কৰিব পৰা নাই। দলীয়, সংকীৰ্ণ, গোষ্ঠীগত স্বাৰ্থই অসম তথা উত্তৰ পূব ভাৰতীয় অঞ্চলৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিদ্যায়তনিক চৰ্চা-বিকাশত অস্থিৰ তথা উগ্ৰবাদৰ পৰিবেশত বহুতো অন্তৰায়ৰ সৃষ্টি কৰি আছে — একৈশ শতিকাৰ প্ৰাৰম্ভণিতে এয়া আমাৰ মনৰ দুখ নিবেদিলোঁ, ('অসমীয়া ভাষাৰ বৈজ্ঞানিক অধ্যয়ন', ভাষা জিজ্ঞাসা, ২০০৩, পৃ.৩)

ড° ভট্টাচাৰ্য্যক জানিবলৈ বা বুজিবলৈ আন কাৰো ওচৰ চাপিব নালাগে। ড° ভট্টাচাৰ্য্য কথাই কামে এক। সস্তীয়া জনপ্ৰিয়তাৰ খাটিৰত কিম্বা চৰকাৰী-বেচৰকাৰী বঁটা-বাহনৰ লোভত গুৰুৱে দিয়া বিদ্যা বিক্ৰী কৰিবলৈ নাযায়।'

বিয়লি বেলা আজৰি পৰত তেওঁ এতিয়াও ৰোমন্থন কৰে ঃ '১৯৯২ চনৰ ৫/৬ ডিচেম্বৰত অসম সাহিত্য সভাৰ 'ভাষা সমন্বয় মঞ্চ ঃ অসম' ৰ উদ্যোগত আৰু 'পূৰ্বোত্তৰ প্ৰাদেশীয় মাৰোৱাৰী যুৱ মঞ্চ'-ৰ সহযোগত আয়োজিত জনগোষ্ঠীয় সাহিত্যিক সমাৰোহত যোগ দি আমাৰ অন্তৰত নতুন অসম গঢ় দিয়াৰ আশাৰ সঞ্চাৰ হৈছে। স্বকীয় ক্ষেত্ৰ অভিজ্ঞতাৰে অসমৰ বৰো, ডিমাছা, মিছিং, কাৰ্বি, ৰাভা, তিৱা, হাজং, ছাওতালী, মুণ্ডা, ছাদ্ৰি, মাৰ, কুকি আদি ভাষা-ভাষী জনগোষ্ঠীৰ পৰা কিছু তথ্য সমল যোৱা প্ৰায়ে দুকুৰি বছৰ ধৰি আহৰণ কৰি — জনগোষ্ঠীয় ভাষা-সাহিত্য-সংস্কৃতিৰ বিস্তৰ ক্ষেত্ৰত বিষয়ে মোৰ সামান্য ধ্যান-ধাৰণাৰ সঞ্চাৰ হৈছে। অনৈক্যৰ মাজত ঐক্য, বিচিত্ৰতাৰ মাজতো সমন্বয় তথা বিভেদৰ মাজতো সংহতি সাধনৰ বাবে ভাষা-সাহিত্য-সাংস্কৃতিৰ সহায়ত সামাজিক-অৰ্থনৈতিক উন্নয়ন সাধি ৰাজনৈতিক ক্ৰিয়া-প্ৰতিক্ৰিয়াবোৰ কিছু পৰিমাণে প্ৰণালীবদ্ধ কৰিব পাৰি বুলি বিশ্বাস হৈছে।'' (অসম ৰাজ্যাঞ্চলত জনগোষ্ঠীয় চৰ্চা,' প্ৰ. ভা. নি. পৃ.-৯০)

'জনজাতিসকল প্ৰকৃতপক্ষে বিৰাট অসমীয়া জাতিৰ কুহুমটো। ....... জনজাতিসকল আমাৰ কাষলৈ চাপি অহাটো আমি যেনেকৈ বিচাৰোঁ — আমিও তেনেকৈ তেওঁলোকৰ ওচৰলৈ চাপি যাব লাগে।' সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাৰ মুখনিসৃত এই মহামন্ত্ৰকে সাৰোগত কৰি জীৱন অতিপাত কৰিবলৈ ভাল পোৱা[৮] সঁচা অৰ্থতে কিৰাত হিতৈষী ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ অন্যতম সাহিত্য কীৰ্তি হ'ল অসম সাহিত্য সভাই প্ৰকাশ কৰা 'অসমৰ জনজাতি' (১৯৬২) নামৰ সম্পাদিত গ্ৰন্থখন।[৯] এই গ্ৰন্থখন জৰিয়তে তেওঁ বহু কেইগৰাকী জনজাতীয় লেখক-লেখিকাক অসমীয়া সাহিত্য বেদীত আসন পাৰি বহিবলৈ সুচল কৰি দিলে। জনজাতীয় ভাষা-সংস্কৃতিৰ সাধক ৰূপনাথ ব্ৰহ্ম, ৰামদাস বসুমতাৰী, ভবেন নাৰ্জি, ভৃগুমণি কাগ্য়ুং, টাবু টাইড, ৰাজেন ৰাভা, মণি ৰাভা, মধুৰাম বড়ো ইত্যাদিৰ লগত তেখেতৰ সম্পৰ্ক অতি মধুৰ। ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই কি ভাষা কি সংস্কৃতি-সাহিত্যৰ পথাৰত খোজ পেলোৱা তৰুণ চাম মাত্ৰকে সদায় উৎসাহিত কৰি আহিছে। অগ্ৰজ গুণী-জ্ঞানীসকলৰ গুণানুকীৰ্ত্তন কৰাতো কোনোদিনে কৃপণালি কৰা নাই। সমকালীন ভাষা-সাহিত্য-সংস্কৃতিৰ বিষয়ে সভাই-সমিতিয়ে দিয়া ভাষণ কিম্বা লিখনিত, স্মৃতিচাৰণ সভা কিম্বা শ্ৰদ্ধাঞ্জলিত, গ্ৰন্থ বিশেষৰ উন্মোচনী সভা কিম্বা আগকথাত এইসমূহ আশিসবাণী, অভিমত সোণসেৰীয়া আখৰেৰে জিলিকি আছে। ভৃগুমণি কাগয়ুং সম্পাদিত 'মিছিং সংস্কৃতিৰ আলেখ্য' (১৯৮৯), ভবেন নাৰ্জি প্ৰণীত 'বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি' (১৯৬৬), উপেন ৰাভা হাকাচাম প্ৰণীত 'ৰাভা ভাষা আৰু সাহিত্য' (১৯৯৭), মলিনা দেৱী ৰাভা প্ৰণীত 'অসমীয়া আৰু ৰাভা সমাজ-সংস্কৃতিৰ স্বৰূপ' (১৯৯৯) ইত্যাদি গ্ৰন্থৰ পাতনিত; ৰাজেন ৰাভাৰ শ্ৰদ্ধাঞ্জলি, উপেন্দ্ৰ নাথ গোস্বামীৰ শ্ৰদ্ধাঞ্জলি,[৯] মধুৰাম বৰোৰ সম্বৰ্দ্ধনা গ্ৰন্থ আদিত তেনে মূল্যবান লিখনি সিঁচৰতি হৈ আছে।

সামৰ্ণিত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ভাষা-বৈজ্ঞানিক চিন্তা সম্পৰ্কে চাৰি গৰাকী বিখ্যাত মনীষীয়ে দিয়া মন্তব্যৰ উদ্ধৃতি দিয়াৰ লোক সামৰিব নোৱাৰিলোঁ।

1] "The author has clearly accumulated a great deal of knowledge about the Boro language which his grasp of principles and techinque of structural linguistics has enabled him to present in a systematic and orderly fashion." (Dr. Eugenie J. A Henderson)

2] " .the principal task of Modern linguistics is the accurate description of a spoken language and Shri P Bhattacharya must be congratulated on his bold step to join the ranks of pioneer in descriptive analysis by taking the Boro Language and Studying its structure" (Dr S M Katre)

3] "Dr Bhattacharya is a trained liguistician and he is at home both in Historical and Descriptive linguistics . ... .... . .. .
Dr Bhattachary's work is thorough and reliable It is a distinct contribution to Indian Linguistics "(Dr. Sukumar Sen)

4] "Bhattacharya's interest and range of scholarship is wide He is equally at home in Indo-Aryan as well as in Sino-Tibetan. .. ... Bhattacharya is conversant with the techniques of both historical and descriptive linguistics which is a rare quality" (Prof Subhadra Kr Sen)

**পাদটীকা আৰু প্ৰসঙ্গ ঃ**

১. উৎস ঃ শ্ৰীপূৰ্ণ চন্দ্ৰ নাৰ্জাৰী, বৰো মাধ্যমৰ শিক্ষক (৫৫), হাতীমাথা, কোকৰাঝাৰ, ১৯৯১।

২. ৰাভা হাকাচাম, উপেন ঃ 'বৰো ভাষাৰ মাগ্ৰা উপভাষা ঃ এটি পৰিচয়', সানজাৰাং, ৫৪ তম গোৱালপাৰা জিলা বৰো বাৰদলৰ স্মৃতিগ্ৰন্থ (সম্পাঃ দেবেন কছাৰী), ২০০০ ।

৩. ক) Sanyal, Charu Chandra The Meches and Tolos-Two sub-Himalayan Tribes of North Bengal, 1973.
খ) বসুমতাৰী, বীৰহাস ঃ 'নেপালৰ বৰো ভাষা ঃ এটি সংক্ষিপ্ত আলোচনা', Journal of the Deptt. of MIL, Vol. II, 2001-2002 (pp. 67-68)

৪. অবশ্যে সবহসংখ্যকে বৰো ভাষাত কেৱল দুটা সুৰৰ (উচ্চ আৰু নিম্ন) উপস্থিতিহে স্পষ্টৰূপে বিদ্যমান বুলি যুক্তি দৰ্শাইছে। চাওক —
ক) Moral, Dipankar : Garo Glottals and Boro Tones : A Study in correspondence', Proceedings of 29 ICSTLL, Leiden, The Netherlands, 10th-13th oct/97

খ) বৰো, মধুৰাম ঃ The Structure of the Boro Language, 1991, বৰো ভাষাৰ গঠন, ১৯৯৫।

গ) ব্ৰহ্ম, প্ৰিয়দিনী ঃ 'বৰো ভাষাৰ ধ্বনিতত্ত্ব', ভাষাৰ তত্ত্বকথা (সম্পাঃ নাহেন্দ্ৰ পাদুন), ১৯৯৩

৫. এই বিষয়ৰ শেহতীয়া তথ্য-পাতিৰে পৰিপূৰ্ণ আন এটা প্ৰবন্ধ হ'ল — 'অসমীয়া ভাষাৰ বৈজ্ঞানিক অধ্যয়ন' (ড° লীলাৱতী শইকীয়া বৰা আৰু ড° দীপ্তি ফুকন পাটগিৰি সম্পাদিত 'ভাষা জিজ্ঞাসা' ২০০৩ নামৰ প্ৰবন্ধ সংকলনৰ অন্তৰ্ভুক্ত)। আৰ্য্য বিদ্যাপীঠ কলেজৰ দ্বাৰা অনুষ্ঠিত ১৯৯১ ৰ গিৰিধৰ শৰ্মা বক্তৃতাৰো বিষয়বস্তু আছিল এই সম্পৰ্কীয়।

৬. ড° ভট্টাচাৰ্য্যৰ আনঠাইত প্ৰকাশিত এই বিষয়ৰ শেহতীয়া প্ৰবন্ধ হ'ল — 'অসমীয়া ভাষাৰ গঠনত বড়ো উপাদান' (নগাওঁ ছোৱালী কলেজত অনুষ্ঠিত 'অসমীয়া ভাষাত জনগোষ্ঠীয় ভাষাৰ উপাদান শীৰ্ষক ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ আলোচনা চক্ৰত পঠিত প্ৰবন্ধৰ একত্ৰ সংকলনত অন্তৰ্ভুক্ত, ২০০৩)

৭ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্যাৰ একা-চেকা নীতিত ভীতিগ্ৰস্ত হৈ বহুতে তেওঁৰ ওচৰ চাপিবলৈ অহেতুক আশংকা কৰে। সেইবাবেই নেকি তেওঁৰ অধীনত মাত্ৰ দুই-তিনি গৰাকী গৱেষক ছাত্ৰহে গৱেষণা কৰিবলৈ সাহস গোটাব পাৰিছে। স্বপ্নতুষ্ট আৰু আশুতোষ ড° ভট্টাচাৰ্য্য সেয়েই নেকি অসম সাহিত্য সভা, সাহিত্য একাডেমী বা অন্যান্য চৰকাৰী-বেচৰকাৰী অনুষ্ঠানৰ দ্বাৰা প্ৰদত্ত অভিলাসী বঁটা বা সন্মানজনক আসন অলংকৃত কৰিবৰ বাবে নিৰ্বাচিত নহয়। এই সম্পৰ্কে তেওঁৰ প্ৰতিক্ৰিয়া জানিব বিচাৰিলে 'গুৰুৱে দিয়া বিদ্যা কাৰো আগত বিক্ৰী নকৰোঁ', বুলি গুণগ্ৰাহীসকলৰ আগত কোৱা কথাটো প্ৰণিধানযোগ্য।

৮. "১৯৫৬ চনৰপৰা অসম সাহিত্য সভাৰ ধুবুৰীত বহা-ৰূপালী জয়ন্তী অধিবেশনৰ সময়ৰেপৰা অসমৰ জনগোষ্ঠীসকলৰ চিন্তা-চৰ্চ্চাৰ লগত জড়িত হৈ আছোঁ।' (অসম ৰাজ্যাঞ্চলত জনগোষ্ঠীয় চৰ্চা', প্ৰ. ভা. নি. পৃ. ৮৮)

৯. অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশযোগ্য দুষ্প্ৰাপ্য আন এখনি সম্পাদিত পুথি হ'ল 'অসমৰ ভাষা পৰিচয়।

১০. অগ্ৰজ ভাষা-বিজ্ঞানী উপেন্দ্ৰ নাথ গোস্বামী' আৰু 'ভাষাবিজ্ঞান আৰু অসমীয়া ভাষাৰ উদ্ভৱ সমৃদ্ধি আৰু বিকাশৰ এটি সমীক্ষা' শিতানৰ দুটি লিখনি এইক্ষেত্ৰত বিশেষ উল্লেখযোগ্য (ভাষাচাৰ্য্য ড° উপেন্দ্ৰ নাথ গোস্বামী জীৱন আৰু কৃতি, ২০০১)। ●

# অসমীয়া জাতিৰ সমন্বয়সাধক ড° ভট্টাচাৰ্য্য

শ্ৰীজয়কান্ত শৰ্মা

আজি কবলৈ কাৰো দ্বিধা নাই যে, অসমীয়া ভাষা প্ৰতিষ্ঠাত ড° বাণীকান্ত কাকতিৰ 'Assamese : Its Formation & Development'ৰ যি ভূমিকা, বৰো ভাষা প্ৰতিষ্ঠাতো ড° ভট্টাচাৰ্য্যৰ গৱেষণাগ্ৰন্থখনৰ সমান ভূমিকা। পূৰ্বোত্তৰ অঞ্চলৰ জনজাতীয় ভাষাবোৰৰ ভিতৰত একমাত্ৰ বৰোভাষাই সংবিধানৰ অষ্টম অনুসূচীত অন্তৰ্ভুক্ত হোৱাৰ যি যোগ্যতা অৰ্জন কৰিলে তাত ড° ভট্টাচাৰ্য্যৰ গৱেষণাগ্ৰন্থখনৰ অৱদান অপৰিসীম। এই থিছিছৰ বাবে ভট্টাচাৰ্য্য ডক্টৰেট হয় ১৯৬৫ চনত গুৱাহাটী বিশ্ববিদ্যালযৰ অধীনত।

বৰো ভাষাৰ গবেষণাই তেওঁক সেইভাষাটো পুংখানুপুংখভাবে শিকিবলৈ বাধ্য কৰিছিল। নলবাৰীৰ দীঘেলীৰ এওঁ টিহুৰ দীঘেলীত সাধাৰণ মানুহৰ পৰাই বৰো ভাষা শিকিছিল, আনকি বৰোসকলৰ বৈশিষ্ট্যমূলক খাদ্য আৰু ৰীতিনীতিতো কিছুপৰিমাণে হলেও অভ্যস্ত হৈছিল (এওঁ আজিকালি সভাসমিতিত নিজকে বামাচাৰী বুলি কবলৈও কুণ্ঠাবোধ নকৰে)। অসমত সম্প্ৰতি ভাষা বিজ্ঞানত বহুতো বিজ্ঞ পণ্ডিত আছে, কিন্তু অশেষ পৰিশ্ৰম কৰি আমাৰে ভগ্নী জনজাতীয় ভাষা এটা আয়ত্ত কৰি তাৰ কৰ্ণধাৰ পৰ্য্যন্ত হোৱা লোক নাই। গুৱাহাটীত ভট্টাচাৰ্য্য ডাঙৰীয়াৰ বৰো ভাষা-সংস্কৃতিৰ গুৰু স্বৰূপ আছিল আন এজন নীৰৱ বৰো গৱেষক প্ৰয়াত ভবেন নাৰ্জি। নাৰ্জি আৰু আন এজন লোক সংস্কৃতিৰ গৱেষক ড° প্ৰফুল্লদত্ত গোস্বামীৰ লগ লাগি ভট্টাচাৰ্য্যই লোকসংস্কৃতিৰ বিভিন্ন উহ বিচাৰি এটা সময়ত বিভিন্ন অঞ্চলত ঘূৰিও ফুৰিছিল।

বি-বৰুৱা কলেজত কাম কৰি থকা সময়তে অসমত চালুকীয়া লোকসংস্কৃতিৰ চৰ্চ্চাত ভট্টাচাৰ্য্য জড়িত হৈছিল আৰু কবলৈ গ'লে এই ক্ষেত্ৰত তেৱেঁা অন্যতম বাটকটীয়া। আচলতে ভাষা আৰু লোক সংস্কৃতিৰ চৰ্চ্চাত তেওঁ ইটোক সিটোৰ পৰিপূৰক হিচাপেই লৈছিল। যিকোনো ক্ষেত্ৰত অধ্যয়ন আৰু মনোনিবেশৰ থল বিচাৰি পোৱা ভট্টাচাৰ্য্যই সেয়ে লিংগুইষ্টিক ছ্চাইটি অৱ ইণ্ডিয়াৰ (পুনা) পৰা আৰম্ভ কৰি অসম

সাহিত্যসভা, অসম জনকৃষ্টি সমাজ, অসম ভাষা বিজ্ঞান সমিতি, গুৱাহাটী আলোচনাচক্ৰ, আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা আদি বিভিন্ন অনুষ্ঠানৰ লগত নিবিড়ভাবে জড়িত। ভালেকেইজন বিশিষ্ট সাহিত্যিক, শিক্ষাবিদ সমাজসেৱক আৰু ৰাজনীতিকৰ স্মৃতিগ্ৰন্থ প্ৰণয়নতো তেওঁ দেখুৱা উৎসাহ সঁচাই আচৰিত। বৰ অসমৰ বিভিন্ন অঞ্চল আৰু মানুহৰ নিৰ্ভুল ছবি তেওঁৰ নখদৰ্পণত, সি সম্ভৱ হৈছে, হয়তো লোকসংস্কৃতিৰ সেৱক হিচাপে তেওঁ সৰু বৰ সকলোৰে লগত যোগাযোগ চলাই ৰখাৰ নিমিত্তে। বহলমনা, উদাৰ, সহজসৰল ভট্টাচাৰ্য্যই 'বামাচাৰী' বুলি নিজকে আখ্যা দিব খুজিলেও ভাৰতীয় বৈদিক সনাতন হিন্দুধৰ্মৰো তেওঁ এগৰাকী বিশিষ্ট অধ্যয়নকাৰী আৰু আলোচক। এহাতে বৈদিক যুগৰ যাগ-যজ্ঞৰপৰা পৰৱৰ্ত্তী কালৰ কৃষ্ণ বাসুদেৱলৈকে হোৱা ধৰ্মীয় ধাৰণাৰ বিৰাট পৰিবৰ্ত্তন আৰু আনহাতে ৰাজতন্ত্ৰ, সমাজতন্ত্ৰৰপৰা গণতন্ত্ৰলৈকে বিভিন্ন পৰ্য্যায়ত পূজা -পাতল, বলিবিধান, নামপ্ৰসংগ, প্ৰাৰ্থনা আদি ধৰ্মীয় আচৰণৰ জীৱনচৰ্য্যাত পৰা প্ৰভাবৰো তেওঁ অত'ত'ত পৰ্য্যালোচনা কৰিছে। বিভিন্ন অঞ্চলৰ বিভিন্ন সম্প্ৰদায়ৰ লোকে আগ্ৰহেৰে মাতি কি বক্তৃতা দিবলৈ অনুৰোধ কৰে; ৰং ধেমালিৰ মাজতো সেই বক্তৃতাবোৰত তেওঁৰ গভীৰ উপলব্ধি আৰু অধ্যয়ন পুষ্টতা প্ৰকাশ পায়।

কিন্তু বৰো ভাষাৰ বিশ্লেষণকাৰী পণ্ডিত বুলিয়ে আজি ড° ভট্টাচাৰ্য্যই আন্তঃ ৰাষ্ট্ৰীয়ভাবেও স্বীকৃত। ১৯৭৭ চনত তেওঁৰ ইংৰাজী গৱেষণাগ্ৰন্থখন গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰাৰ পিছত ই ভাষাবিদসকলৰ দৃষ্টি আকৰ্ষণ কৰে। দুখৰ বিষয়, আজিলৈকে সেই গ্ৰন্থখন বৰোভাষাত অনূদিত হৈ প্ৰকাশ নহ'ল, অথচ বৰো ভাষাতত্ত্বৰ এই একমাত্ৰ গ্ৰন্থখন বৰো ভাষাত অনূদিত হ'লে নতুন পুৰুষে বৰো ভাষাটোৰ ভিন ভিন দিশত অধ্যয়ন কৰাৰ আৰু বৰোভাষাৰ লগত চুবুৰীয়া ভাষাবোৰৰ তুলনামূলক চৰ্চা কৰাৰ সুযোগ পাব। সি যি কি নহওক, ১৯৭৯ চনত পেৰিছত বহা আন্তঃৰাষ্ট্ৰীয় চীন-তিব্বতীয় ভাষা আৰু ভাষাতত্ত্বৰ সন্মিলনলৈ ড° ভট্টাচাৰ্য্য নিমন্ত্ৰিত হোৱাৰ প্ৰধান কাৰণেই হয়তো আছিল তেওঁৰ গৱেষণাগ্ৰন্থখনৰ বিষয়ে ইতিপূৰ্বে হোৱা বিশেষজ্ঞ মহলৰ আলোচনা। তাত তেওঁ বৰো ভাষাৰ বিষয়ে দুখন গৱেষণাপত্ৰও পাঠ কৰে। পৰৱৰ্ত্তী কালতো সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যাসন্মিলন, নিখিল ভাৰত ভাষাতাত্ত্বিক সন্মিলন, উত্তৰ পূৱভাৰতীয় সামাজিক বিজ্ঞান গৱেষণা পৰিষদ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক সংস্কৃতি গৱেষণা বিভাগ, কেন্দ্ৰীয় ভাৰতীয় ভাষা সংস্থা, উৰিষ্যাৰ পূৰ্বাঞ্চল ভাষা শিক্ষা কেন্দ্ৰ আদিয়ে আয়োজন কৰা ভালেমান ছেমিনাৰত বৰো আৰু উত্তৰ পূৰ্বাঞ্চলৰ চীন-তিব্বতীয় বৰো -গাৰো-ডিমাছা আদি ভাষাৰ গৱেষণা পত্ৰ পাঠ কৰিছে। ১৯৯৬ চনত হলেণ্ডৰ লীডেনত বহা ঊনত্ৰিংশ আন্তঃৰাষ্ট্ৰীয় চীন-তিব্বতীয় ভাষা আৰু ভাষাবিদ সন্মিলনত গৱেষণা পত্ৰ পাঠ কৰিছে। বৰো ভাষাৰ পণ্ডিত হিচাপে স্বীকৃতিস্বৰূপেই

ড° ভট্টাচাৰ্য্যক গুৱাহাটী বিশ্ববিদ্যালয়ে ১৯৯৪-৯৯ চনলৈ আধুনিক ভাৰতীয় ভাষা বিভাগত বৰো বিষয়ৰ ডিপ্লোমা আৰু স্নাতকোত্তৰ পাঠ্যক্ৰমৰ বাবে অতিথি অধ্যাপক হিচাপে নিযুক্তি দিছিল। এওঁ প্ৰয়াত জননেতা সাহিত্যিক ৰূপনাথ ব্ৰহ্ম, সমাজসেৱী মদাৰাম ব্ৰহ্ম, জননেতা সতীশচন্দ্ৰ বসুমতাৰী, শিক্ষাবিদ বন্ধুৰাম কছাৰী, সৈনিক শিল্পী বিষ্ণুপ্ৰসাদ ৰাভা, গৱেষক-পণ্ডিত ভবেন নাৰ্জিৰ পৰা বিশেষকৈ বৰো ভাষা চৰ্চাত পোৱা সহায়-সহযোগিতাৰ কথা আজিও শ্ৰদ্ধাৰে সোঁৱৰে। বৰো ভাষাই আজি ৰাষ্ট্ৰীয় আৰু আন্তঃৰাষ্ট্ৰীয় স্বীকৃতি পোৱাত মুক্তমনে আনন্দ প্ৰকাশ কৰিও ড° ভট্টাচাৰ্য্যই কিন্তু ভাবে যে উত্তৰ-পূৱ অঞ্চলত জনগোষ্ঠীয় ভাষা-সাহিত্য, সমাজ, সংস্কৃতিৰ হকে বহুখিনি কৰণীয় আছে।

সুখৰ কথা, বিভিন্ন জনগোষ্ঠীৰ নিজ নিজ ভাষা-সাহিত্যৰ বিকাশৰ বাবে নিজাৱবীয়াকৈ সাহিত্যসভা আদি সংগঠনো সৃষ্টি হৈছে আৰু তাৰ আলমত ভাষা-সাহিত্যৰ বিকাশো হ'ব লাগিছে। কিন্তু অসমত এইবোৰৰ মাজত সু-সমন্বয়েহে জাতীয় আবেগ একত্ৰিত কৰিব। ড° ভট্টাচাৰ্য্যৰ লেখীয়া ব্যক্তি নিঃসন্দেহে সমন্বয়ৰ প্ৰতীক । এটা সময়ত তেওঁৰ নেতৃত্বত গুৱাহাটীত বিভিন্ন জনজাতীয় ভাষাৰ শিক্ষণ আৰু পঠনৰ বাবে বেচৰকাৰী অনুষ্ঠান এটাও গঢ় লৈ উঠিছিল। উপযুক্ত পৰিচালকৰ অভাৱত সি আজি মৃত। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে এনে উদ্যোগ নলৈ নিজ ভূমিকা পালনত ব্যৰ্থ হৈছে, জনজাতীয় ভাষা-সংস্কৃতিৰ গৱেষণাতো তেওঁলোকৰ উদ্যম নাই; অথচ পদ্ধতিগত চৰ্চা নহলে এইবোৰৰ অধ্যয়ন একপ্ৰকাৰ নিষ্ফল হয়। এই ক্ষেত্ৰত ড° ভট্টাচাৰ্য্যৰপৰা পূৰ্ব্বোত্তৰৰ বৌদ্ধিক সমাজে আৰু আশা কৰে।

কিন্তু আমি বহুমুখী প্ৰতিভাৰ পণ্ডিতগৰাকীক (এওঁ দুখন কবিতা সংকলনো উলিয়াইছে) দিছো কি ? অসম চৰকাৰ আৰু অসম সাহিত্য সভাইতো তেওঁক উপেক্ষা কৰি চলিছেই, আনকি সাহিত্য অকাডেমিৰ দৰে অনুষ্ঠানেও তেওঁক পাদপ্ৰদীপলৈ নানি বৈষম্যৰ অপবাদ লব লাগিব। অৱশ্যে এই ক্ষেত্ৰত তেওঁৰ অকণো খেদ নাই; বৰং তেওঁ বিভিন্ন প্ৰসংগত কৈছেহে যে কেন্দ্ৰীয় চৰকাৰ, সাহিত্য অকাডেমি, সংগীত নাটক অকাডেমি, ললিত কলা অকাডেমি, বিশ্ববিদ্যালয় মঞ্জুৰী আয়োগ, কেন্দ্ৰীয় ভাৰতীয় ভাষা সংস্থা আদিয়ে পৰিকল্পিত কাৰ্য্যসূচীৰে অসম তথা উত্তৰ পূৰ্বাঞ্চলৰ ভাষা-সাহিত্য-সমাজ-সংস্কৃতিৰ বৈজ্ঞানিক অধ্যয়নৰ বাবে উত্তৰ-পূৱ পৰিষদ, কেন্দ্ৰীয় তথা ৰাজ্যিক বিশ্ববিদ্যালয়, অসম সাহিত্য সভা, বৰো সাহিত্য সভা, ৰাভা-কাৰ্বি-মিছিং-তিৱাসকলৰ অনুষ্ঠানৰ লগত প্ৰচেষ্টা চলোৱা প্ৰয়োজন; যিহেতু এই অঞ্চলটো অতীতকালৰপৰা দুৰ্গম তথা এমুৰীয়া হোৱা বাবে সৰ্বভাৰতীয় দৃষ্টিকোণৰপৰা অতদিনে আতৰতে আছে। ●

# জনজাতীয় আৰু অজনজাতীয় সম্প্ৰীতি সাধনত ড° ভট্টাচাৰ্য্যৰ ভূমিকা

শ্ৰীভূপেন্দ্ৰ কুমাৰ বৰ্মা

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য সমসাময়িক কালৰ ছাত্ৰ, শিক্ষক আৰু বিশেষকৈ সাহিত্যানুৰাগী বিদ্বান মণ্ডলীৰ মাজত এটা অতি পৰিচিত নাম। তেখেত ভাষা বিজ্ঞানৰ এজন বিশিষ্ট পণ্ডিত। গুৱাহাটী আলোচনা চক্ৰৰ তেখেত প্ৰতিষ্ঠাকালৰ অন্যতম কৰ্ণধাৰ। লোক সংস্কৃতিৰ গৱেষক। অসম জনকৃষ্টি সমাজৰ সভাপতি, লিংগুইষ্টিক ছ্ছাইটি অৱ আসামৰ উপদেষ্টা, লিংগুইষ্টিক ছ্ছাইটি অব ইণ্ডিয়াৰ কাৰ্য্যপালিকা সদস্য আৰু দেশ-বিদেশৰ ভালেমান বিদ্যায়তনিক অনুষ্ঠানৰ লগত ঘনিষ্ঠভাৱে জড়িত। তাৰোপৰি ভাষা, সাহিত্য, সংস্কৃতিমূলক নানা সভা-সমিতিত তেওঁ নিয়মিতভাৱে যোগদান কৰে। এই সভা-সমিতি তথা অনুষ্ঠান সমূহত নিবিড়ভাবে জড়িত থকাৰ উদ্দেশ্য হ'ল দুটা। এটা হ'ল ভাষা-সাহিত্যৰ-চৰ্চা আৰু গৱেষণা অব্যাহত ৰখা আৰু আনটো হ'ল নতুন পুৰুষক সাহিত্য সৃষ্টিৰ বাবে অনুপ্ৰেৰণা দান কৰা। আশীৰ দেওনা পৰকা এই গৰাকী সাৰস্বত সাধকে তেওঁৰ সাধনা এতিয়াও অব্যাহত ৰাখিছে।

কিন্তু ড° ভট্টাচাৰ্য্যৰ জীৱনৰ সাধনাৰ আটাইতকৈ উল্লেখযোগ্য দিশ হ'ল তেওঁৰ তিব্বতী বৰ্মী ভাষাগোষ্ঠীৰ অধ্যয়ন। এই গৱেষণাৰ ফল স্বৰূপেই সৃষ্টি হ'ল 'এ ডেছক্ৰিপটিভ এনালিছিছ অৱ বৰো লেংগুৱেজ'। এই গৱেষণা গ্ৰন্থৰ বাবে তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ১৯৬৫ চনত ডক্টৰেট ডিগ্ৰী লাভ কৰে। ড° ভট্টাচাৰ্য্যৰ এই কৰ্মই অসমৰ সামাজিক জীৱনত এক বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছে। যি সময়ত অসমৰ জনগোষ্ঠী সমূহৰ মাজত নিজৰ অধিকাৰ বা পৰিচয় সাব্যস্ত কৰাৰ নামত এক জটিল আন্দোলনমুখী পৰিস্থিতিৰ সৃষ্টি হৈছিল। সেই সময়ত এক উচ্চ ব্ৰাহ্মণ সম্প্ৰদায়ৰ পণ্ডিতে বৰো ভাষাৰ গৱেষণাৰে ভাষাটোক এক নতুন মৰ্য্যাদা প্ৰদান কৰাৰ ক্ষেত্ৰত যি গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিলে সেইটো বিশেষভাৱে উল্লেখযোগ্য। ই অসমৰ তথা বৰো ভাষা সাহিত্যৰ ইতিহাসত এক স্মৰণযোগ্য

ঘটনা হিচাবে চিহ্নিত হ'ব। এই ঘটনাই জনজাতীয় আৰু অজনজাতীয়ৰ মাজত ঐক্য আৰু সংহতি সাধনতো বিশেষ সহায় কৰিছে; কাৰণ অসমৰ থলুৱা জনজাতিসকলৰ ভাষা-সাহিত্য-সংস্কৃতিৰ বিভিন্ন ক্ষেত্ৰত সহযোগিতামূলক মনোভাৱেৰে কাম কৰাটো অজনজাতীয়সকলৰ এক পৱিত্ৰ কৰ্ত্তব্য। তেতিয়াহে পৰস্পৰৰ মাজত আদান প্ৰদানেৰে এক সম্ভাৱ আৰু সম্প্ৰীতিৰ পৰিবেশ সৃষ্টি হ'ব। ড° ভট্টাচাৰ্য্যই সেই কৰ্ত্তব্য অতি দায়িত্বশীলভাৱেই পালন কৰিছে। একমাত্ৰ তেওঁৰ এই গৱেষণামূলক গ্ৰন্থৰ বাবেই বৰো ভাষাই স্বীকৃতি লাভ কৰি অষ্টম অনুসূচীত অন্তৰ্ভুক্ত হোৱাৰ যোগ্যতা লাভ কৰিছে।

ড° ভট্টাচাৰ্য্যই এই গৱেষণামূলক কাৰ্য্যৰ বাবে যথেষ্ট কষ্ট স্বীকাৰ কৰিব লগা হৈছিল। কেতিয়াবা তথ্য সংগ্ৰহৰ বাবে যোগাযোগ বিচ্ছিন্ন, পিছপৰা, অতি আওহতীয়া বৰো অধ্যুষিত অঞ্চললৈও যাব লগা হৈছিল। এবাৰ এগৰাকী বয়োবৃদ্ধা বৰো মহিলাই তেওঁক প্ৰশ্ন কৰিছিল ঃ "বামুণৰ ল'ৰা হৈ বৰোৰ বিষয়ে যে কিতাপ লিখিব খুজিছ, মদ খাব পাৰিবি ? বৰো ছোৱালী বিয়া কৰাব পাৰিবি? প্ৰায়ে তেওঁ এনেকুৱা আহুকলীয়া পৰিস্থিতিৰ সন্মুখীন হ'ব লগা হৈছিল।

*A Descriptive Analysis of Boro Language* ৰ বাহিৰেও *বৰো ফোক চঙচ্ এণ্ড টেইলচ্* (১৯৫৭), *এচপেক্টছ অফ নৰ্থ ইষ্ট ইণ্ডিয়ান লেংগুৱেজ* (২০০৩), ড° ভট্টাচাৰ্য্যৰ উল্লেখযোগ্য গ্ৰন্থ। *অসমৰ জনজাতি* (১৯৬২), *চক্ৰ সুৰভি* (১৯৯৩), *সন্ধান* (১৯৪৮), *তৰুণ জাগৰণ* (১৯৪৬), *প্ৰচ্ছদপট* (১৯৯৩), *গুৱাহাটী আলোচনা চক্ৰৰ ৰূপৰেখা* (১৯৮৩), *ডিছিজ আসাম* আদি তেওঁৰ সম্পাদিত গ্ৰন্থ।

সমগ্ৰ জীৱন সাহিত্য, শিক্ষা, লোক-সংস্কৃতি আৰু ভাষাতত্ত্বৰ নীৰস আৰু কঠিন গৱেষণাত নিমজ্জিত হৈ থকাৰ মাজতো অতি সংগোপনে তেওঁৰ হৃদয়ত বৈ আছিল সাবলীল কবিতাৰ নিজৰা। জীৱনৰ বিয়লি বেলিকা ১৯৯৭ চনত প্ৰকাশিত *সৰাফুল* আৰু *কুঁৱলীৰ আৰে আৰে* কবিতা পুথি দুখনে তাৰেই সাক্ষ্য বহন কৰিছে। ইয়াৰ মাজেদিয়েই ফুটি উঠিছে তেওঁৰ জীৱন আৰু দৰ্শন। *সৰাফুল* কবিতা পুথিৰ 'জীৱনৰ ছবি' নামৰ কবিতাত ব্যৰ্থ জীৱনৰ হুমুনিয়া ছন্দত প্ৰাণ পাই উঠিছে। যেনে ঃ

*যেতিয়া গোটেই বিশ্ব ৰমক জমক*
*তৰাবোৰে হাঁহে আকাশত;*
*পাঁজাটিৰ এচুকত নিৰলে নীৰৱে বহি*
*কান্দো মই ৰুদ্ধ বেদনাত।*

তেওঁৰ কবিতাৰ বিষয়ে ইয়াত আলোচনা কৰিব খোজা নাই; কিন্তু এই কথা স্বীকাৰ কৰিব লাগিব যে, তেওঁ একেধাৰে কবিতাৰ চৰ্চা কৰি থাকিলে তেওঁ কবি হিচাপেও স্বীকৃতি লাভ কৰিব পাৰিলেহেঁতেন।

ড° ভট্টাচাৰ্য্যক অধ্যাপক আৰু অধ্যক্ষ হিচাপে লগ পাই আহিছোঁ। বিভিন্ন অনুষ্ঠানত সহকৰ্মী হিচাবেও তেওঁৰ লগত কাম কৰাৰ সৌভাগ্য ঘটিছে। গুৱাহাটী আলোচনা চক্ৰ, কামৰূপ সাহিত্য পৰিষদ আৰু অসম ভাষা বিজ্ঞান সমিতিত তেওঁৰ লগত কাম কৰাৰ মধুৰ স্মৃতিবোৰ এতিয়াও সেউজীয়া হৈ আছে। অফুৰন্ত কৰ্ম শক্তিৰ প্ৰতীক ড°ভট্টাচাৰ্য্য সহকৰ্মীসকলৰ বাবে এক জীৱন্ত অনুপ্ৰেৰণা। এইক্ষেত্ৰত ব্যক্তিগত এটা কথা ইয়াত উল্লেখ কৰাৰ লোভ সামৰিব নোৱাৰিলোঁ। সেয়া হ'ল যোৱা ২১ মাৰ্চ ২০০৪ চনত এক গাম্ভীৰ্য্যপূৰ্ণ অনুষ্ঠানত মোৰ দুখন কবিতা পুথি (*মোৰ দেশ মোৰ আই, সূৰ্য্য প্ৰণাম*) উন্মোচন কৰি মোৰ প্ৰতি তেখেতে যি মৰম আৰু স্নেহ প্ৰদৰ্শন কৰিলে সেই কথা চিৰস্মৰণীয় হৈ ৰ'ব।

ড° ভট্টাচাৰ্য্য অধ্যাপক হিচাপে ছাত্ৰ-ছাত্ৰীসকলৰ মাজত খুব জনপ্ৰিয় আছিল। অধ্যক্ষ তথা প্ৰশাসক হিচাপে তেওঁ অতি উদাৰো নাছিল আৰু কঠোৰো নাছিল। ছাত্ৰ আৰু কনিষ্ঠ অধ্যাপকসকলৰ সহযোগ লাভ কৰিব পৰাতো তেওঁৰ ব্যক্তিত্বৰ অন্য এক আকৰ্ষণীয় দিশ আছিল। তেওঁ অধ্যক্ষ থকা সময়তেই কলেজত অনুষ্ঠিত ভাষা-সাহিত্য সম্বন্ধীয় বিভিন্ন অনুষ্ঠানৰ যোগেদি বি. বৰুৱা মহাবিদ্যালয় যেন বিদ্যায়তনিক চিন্তা-চৰ্চাৰ এক কেন্দ্ৰ হৈ পৰিছিল। বৰো ভাষাকে ধৰি কেইবাটাও জনজাতীয় ভাষাৰ অধ্যয়ন আৰু প্ৰশিক্ষণৰো কেন্দ্ৰ আছিল বি. বৰুৱা মহাবিদ্যালয়। এইবোৰৰ আঁৰৰ মানুহজন কোন আছিল সেই কথা বহলাই কোৱাৰ প্ৰয়োজন নাই। অসমীয়া ভাষা, সাহিত্য আৰু বিশেষকৈ লোক-সংস্কৃতি আৰু ভাষাতত্ত্বৰ চিন্তা-চৰ্চা আৰু গৱেষণাৰ ক্ষেত্ৰত ড° ভট্টাচাৰ্য্য জীৱনকালতেই এক কিংবদন্তীপুৰুষ যেন হৈ পৰিছে।

আজি ২০০৪ চনৰ ১৬ জানুৱাৰী তাৰিখে ড°ভট্টাচাৰ্য্যদেৱে চাৰিকুৰি বছৰৰ দুৱাৰদলিত প্ৰবেশ কৰিলে। এতিয়াও তেওঁ আগৰ দৰে সতেজ হৈ আছে আৰু আলোচনা চক্ৰ, সভা-সমিতি আদিত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰি আছে। তেওঁৰ চিন্তা-চৰ্চা আৰু সাধনা যাতে নতুন পুৰুষৰ পথ প্ৰদৰ্শক হৈ সুদীৰ্ঘকাল অব্যাহত থাকে তাকে কামনা কৰি ভগবানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।



# কামৰূপ অনুসন্ধান সমিতি আৰু ড° ভট্টাচাৰ্য্য

শ্ৰীনিশিপদ দেৱ চৌধুৰী

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যদেৱ কামৰূপ অনুসন্ধান সমিতিৰ আজীৱন সদস্য হিচাপে দীৰ্ঘদিনৰপৰা জৰিত। কামৰূপ অনুসন্ধান সমিতি প্ৰতিষ্ঠা হয় ১৯১২ চনৰ ৭ এপ্ৰিল তাৰিখে কামাখ্যাধামত। উত্তৰ-বঙ্গীয় সাহিত্য পৰিষদৰ বছৰেকীয়া অধিবেশনত উত্থাপিত প্ৰস্তাৱ মৰ্মে উত্তৰ-পূৰ্ব ভাৰতৰ প্ৰাচীনতম গৱেষণা অনুষ্ঠান কামৰূপ অনুসন্ধান সমিতি গঠন হয়। সমিতিৰ উদ্দেশ্য হৈছিল বুৰঞ্জী, প্ৰত্নতত্ত্ব, জাতিতত্ত্বৰ ওপৰত গবেষণা কৰা আৰু প্ৰত্নতাত্ত্বিক সম্পৰ্কীয় বিশেষকৈ সাঁচিপাতৰ পুথি, মূদ্ৰা, তাম্ৰফলি, অভিলেখ, ভাস্কৰ্য্য আদি সংগ্ৰহ কৰি এটা সংগ্ৰাহলয় স্থাপন কৰা।

সমিতিয়ে সংগ্ৰহ কৰা প্ৰত্নতাত্ত্বিক সম্পদসমূহ বৰ্তমানৰ অসম ৰাজ্যিক সংগ্ৰহালয়ৰ মূল ভৱনটো নিৰ্মাণ কৰি, ১৯৪০ চনৰ ২১ এপ্ৰিলত সংগ্ৰহালয়লৈ দান দি প্ৰতিষ্ঠা কৰে। ১৯৩৩ চনৰপৰা বৰ্তমানলৈ সমিতিৰ গৱেষণা পত্ৰিকা *The Journal of the Assam Research Society* প্ৰকাশ কৰি আছে। ইয়াৰ উপৰিও ভালেমান মূল্যবান গ্ৰন্থ সমিতিয়ে প্ৰকাশ কৰিছে।

মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য কবিৰত্ন, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, ৰায়বাহাদুৰ কনকলাল বৰুৱা, ড° বাণীকান্ত কাকতি, প্ৰেমধৰ চৌধুৰী, ড° বিশ্বনাৰায়ণ শাস্ত্ৰী, ড° সত্যেন্দ্ৰনাথ শৰ্মাকে ধৰি বহু কেইগৰাকী বৰেণ্য পণ্ডিতে সমিতিৰ সভাপতিৰ আসন শুৱনি কৰি গৈছে।

১৯৯৮ চনৰ চেপ্তেম্বৰ মাহৰ ২০ তাৰিখে বহা সমিতিৰ সাধাৰণ সভাত পণ্ডিত প্ৰৱৰ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱক সমিতিৰ সভাপতি নিৰ্বাচিত কৰা হয়। সভাপতি হিচাপে কাৰ্য্যভাৰ গ্ৰহণ কৰিয়ে ড° ভট্টাচাৰ্য্যদেৱে সমিতিৰ উন্নতিৰ বাবে বহুমুখী আঁচনি হাতত লয়।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ সান্নিধ্য আমি ১৯৬৭ চনৰপৰা লাভ কৰোঁ। অৱশ্যে তেখেতৰ আমাৰ পৰিয়ালৰ সৈতে ঘনিষ্ঠতা বহু বছৰ আগৰপৰা। মোৰ জন্মস্থান পাটাছাৰকুছিত কামৰূপ জিলা সাহিত্য সভাৰ বছৰেকীয়া অধিবেশন

১৯৭৩ চনত পতা হয়। উক্ত অধিবেশনৰ জৰিয়তে অসম সাহিত্য সভাৰ সৈতে জৰিত হোৱাৰ সৌভাগ্য আমাৰ ঘটিছিল। ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰ নাথ শৰ্মা, অধ্যাপক ৰজনীকান্ত দেৱ শৰ্মা, অধ্যাপক যোগেশ দাস আৰু ড° হেমন্ত কুমাৰ শৰ্মাদেৱে অধিবেশনত সন্মানীয় অতিথি হিচাপে উপস্থিত আছিল। গুৱাহাটীলৈ ঘূৰি আহোতে আমাৰ বেঙ্কুছিৰ ঘৰত সোমাই আহিছিল। প্ৰথিতযশা সাহিত্যিক কেইগৰাকীয়ে একেলগে আমাৰ ঘৰত পদাৰ্পণ কৰাত আমি আটায়ে বৰ আনন্দ পাইছিলোঁ। সেই দিনাখন ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যদেৱক বৰ ওচৰৰপৰা পোৱাৰ সৌভাগ্য হৈছিল। তেখেতৰ কথা-বতৰাত স্পষ্টবাদিতা আৰু খোলোচা মন এটা দেখিছিলোঁ।

১৯৭৫ চনৰপৰা অসম সাহিত্য সভাৰ অধিবেশনলৈ যাওঁতে ড° ভট্টাচাৰ্য্যদেৱৰ সৈতে একেলগে ধান-খেৰৰ ওপৰত বিছনা পাৰি একেটা কোঠাতে কটোৱা আজিও আমাৰ স্মৃতিৰপৰা আঁতৰা নাই। ছাৰে কিন্তু বিভিন্ন ৰস লগা কথা কৈ আমাক আনন্দ দিছিল।

১৯৭৮ চনত পুনেত সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ অধিবেশন অনুষ্ঠিত হৈছিল। মই তেতিয়া অসম সাহিত্য সভাৰ গুৱাহাটীৰ সহকাৰী সম্পাদক। অধ্যাপক নন্দ তালুকদাৰে সন্মিলনলৈ যাবলৈ বৰকৈ ধৰাত মান্তি হ'লো। ড° প্ৰফুল্লদত্ত গোস্বামী, ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, তালুকদাৰ আৰু মই, অৰ্থাৎ আমি চাৰিজনে সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনত যোগদান কৰিবলৈ ৰাওণা হলোঁ। ড° গোস্বামী ছাৰ আৰু ভট্টাচাৰ্য্য ছাৰক ঘনিষ্ঠভাৱে সান্নিধ্য লাভ কৰাৰ সৌভাগ্য ঘটিছিল। ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য ছাৰে গোস্বামী ছাৰক বৰ সন্মান কৰিছিল। আমি চাৰিও জনে একেটা পৰিয়ালৰ লোক হিচাপে গৈ পুনেত উপস্থিত হৈছিলোঁ। দুটা-কোঠা আমি চাৰিওজনৰ বাবে দিয়া হৈছিল। গোস্বামী ছাৰ আৰু ভট্টচাৰ্য্য ছাৰক এটা কোঠা দি আমি দুজনে আনটো কোঠা ললোঁ। ৰেলৰ ৰিজাভেচন, থকাৰ বাবে ব্যৱস্থা সকলোবোৰ তালুকদাৰে নিয়াৰিকৈ কৰিছিল। গোস্বামী ছাৰৰ খোৱাৰ প্ৰতি স্পৃহা নাছিল। ব্ৰেড, বাটাৰ আৰু কণী সিজোৱা খাই থাকে। আমি তিনিওজনে কিন্তু ভাত খাওঁ। গোস্বামী ছাৰৰ আগত ভট্টাচাৰ্য্য ছাৰ সৰ্বদায় সৰু ল'ৰাৰ নিচিনা একান্ত বাধ্য হিচাপে থকাটো আমাৰ চকুত পৰিছিল। প্ৰতিটো ক্ষেত্ৰতে গোস্বামী ছাৰক তেখেতে সমীহ কৰি চলিছিল। গোস্বামী ছাৰৰ প্ৰতি থকা তেখেতৰ শ্ৰদ্ধা আছিল গভীৰ।

অধিবেশনৰ তিনিদিনীয়া কাৰ্য্যসূচীত আমি চাৰিওজনে একেলগে গৈ যোগদান কৰিছিলোঁ। এদিন সময় উলিয়াই আমি চাৰিওজনে পুনেৰ ডেক্কান কলেজখন চাবলৈ ওলালোঁ। ড° মহেশ্বৰ নেওগদেৱো আমাৰ সৈতে গৈছিল। আমি ডেক্কান কলেজৰ ভাষাতত্ত্ব আৰু প্ৰাগৈতিহাসিক প্ৰত্নতত্ত্ব বিভাগ আৰু সংগ্ৰাহলয় চাইছিলোঁ। আমাৰ পৰিচিত অধ্যাপক দুগৰাকীয়ে ডেক্কান কলেজ আৰু সংগ্ৰাহলয়

ভালকৈ দেখুৱাইছিল। নেওগ ছাৰৰ সৈতেও আমাৰ সান্নিধ্য লাভ কৰাৰ সুযোগ ঘটিছিল।

সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলন শেষ হোৱাৰ পিছ দিনাখন আমি চাৰিওজনে বাঙ্গালোৰলৈ আহিছিলোঁ। বাঙ্গালোৰত থকা অসমৰ অভিযন্তা এজনে গাড়ী লৈ আমাক নিবলৈ ৰেলৱে ষ্টেচনলৈ আহিছিল। আমি তেখেতৰ ঘৰতে আছিলোঁ, (নামটো পাহৰিলো) পিছদিনাখন মহীশূৰলৈ গৈছিলোঁ। Conducted tour ত মহীশূৰলৈ যাওঁতে বিভিন্ন পৰ্য্যায়ৰ স্থান দেখুৱাই দিছিল। মহীশূৰৰ ৰাজপ্ৰাসাদ, কলা বীথিকা, বৃন্দাবন গাৰ্ডেনকে ধৰি আকৰ্ষণীয় স্থানসমূহ চাই নিশা ১২ মান বজাত উভতি আহি বাঙ্গালোৰ পাইছিলোঁ। অভিযন্তা গৰাকীয়ে বাছ ষ্টেণ্ডত আমাৰ বাবে অপেক্ষা কৰি আছিল।

পিছদিনাখন আমি বাঙ্গালোৰ আৰু বাঙ্গালোৰ নিকটৱৰ্তী পৰ্য্যটনৰ আকৰ্ষণীয় স্থানসমূহ চাইছিলোঁ। সেই দিনাই আমি মাদ্ৰাজলৈ (বৰ্তমানৰ চেন্নাই) ৰাজ্যিক পৰিবহন নিগমৰ বাছেৰে অহাৰ বাবে টিকট কটা আছিল। ভট্টাচাৰ্য্য ছাৰে আমাক খোদাই কোম্পানীলৈ লৈ গ'ল। ছাৰক দেখি মেনেজাৰ গৰাকীয়ে এনেকুৱা ভাৱে আমি চাৰিওজনকে সাদৰ আদৰণি জনালে, মই কিন্তু অভিভূত হৈ পৰিছিলোঁ। ছাৰে সকলোকে চিনাকি কৰি দিলে। চাহ-নাস্তা খুওৱাৰ পিছত আমাৰ প্ৰত্যেকজনকে একোটাকৈ উপহাৰ দিছিল। মেনেজাৰজনে আমি চাৰিওজনকে এখন ভাল ৰেষ্টুৰাত জোৰকৈ দুপৰীয়াৰ আহাৰ খুৱায়। আমাক বাছ ষ্টেণ্ডলৈ লৈ আহি বাছত তুলি দিহে বিদায় লৈছিল। ভট্টাচাৰ্য্য ছাৰৰ প্ৰতি থকা মেনেজাৰজনৰ অগাধ শ্ৰদ্ধা থকাটো ইয়াৰ পৰা সহজে অনুমেয়।

পিছদিনাখন চেন্নাই পাই পৰিবহন বিভাগৰ অতিথিশালাত থাকিলোঁ। তামিলনাডুত থকা পৰ্য্যটন স্থানসমূহ চাবলৈ ট্ৰেভেলিং এজেণ্টে ব্যৱস্থা কৰি দিলে। আমি সেই স্থানসমূহ ভ্ৰমণ কৰি নিশাহে অতিথিশালা পালোঁ। পিছদিনাখন মাদ্ৰাজ চিটি (বৰ্তমানৰ চেন্নাই নগৰ) একেটা ট্ৰেভেলিং এজেণ্টৰপৰা টিকট লৈ দিনজোৰা কাৰ্য্যসূচীৰে সেইবোৰ চালোঁ। সেইদিনা আকৌ অতিথিশালাৰপৰা হোটেললৈ গলোঁ। পিছদিনাখন আমি কলিকতা (বৰ্তমানৰ কলকাটা) লৈ কৰমণ্ডল এক্সপ্ৰেছত ৰাওনা হলোঁ। কলকাটাৰ আমাৰ ঘৰতে উঠিলোঁ গৈ। দুপৰীয়া ভাত খাই উঠাৰ পিছত নন্দ তালুকদাৰ ৰাষ্ট্ৰীয় গ্ৰন্থগাৰলৈ গ'ল ; তাত থাকি তেওঁ গবেষণাৰ কাম কৰিব। গোস্বামী ছাৰ, ভট্টাচাৰ্য্য ছাৰ আৰু মই-আমি তিনিওজনে আবেলি ফুৰিবলৈ ওলালোঁ। দুনিশা আমাৰ ঘৰতে থাকি গুৱাহাটীলৈ আহিলোঁ। এই যাত্ৰাটোত মোৰ যথেষ্ট অভিজ্ঞতা হৈছিল। দুয়োগৰাকী বিদগ্ধ পণ্ডিতৰ সান্নিধ্য অতি ঘনিষ্ঠভাৱে পোৱাৰ সৌভাগ্য হৈছিল। এই মহান পণ্ডিত দুয়োগৰাকীৰ অন্তৰ দুখন অতি কোমল, জ্ঞান গভীৰ আৰু বহুমুখী প্ৰতিভা সম্পন্ন লোক।

ভট্টাচাৰ্য্য ছাৰ সৰল মনৰ, স্পষ্টবাদী, অধ্যয়নপুষ্ট আৰু বহল অন্তৰৰ। তেখেতৰ মহৎ গুণ হৈছে খোলামনেৰে লুকধাক নোহোৱাকৈ অন্তৰৰ সকলো কথা মুকলিভাৱে কৈ দিব পৰাটো। ইয়াৰপৰা বুজিব পাৰি যে তেখেতৰ অন্তৰখন স্বচ্ছ।

১৯৭৬ চনত প্ৰত্নতত্ত্ব আৰু ৰাজ্যিক সংগ্ৰহালয় বিভাগত চাকৰী কৰিবলৈ লোৱাৰ পৰা আমি কামৰূপ অনুসন্ধান সমিতিৰ সৈতে জৰিত হৈছিলোঁ। সমিতিৰ দুটা কোঠা আমাৰ বিভাগে ভাড়া লৈ তাত সঞ্চালক শ্ৰীগুণীন্দ্ৰ নাথ ভূএঃা, ৰথীন বৰঠাকুৰ, প্ৰদীপ শৰ্মা আৰু মই বহিছিলোঁ। সমিতি সেই সময়ত বৰ্তমানৰ নিচিনা সক্ৰিয় নাছিল। ১৯৭৯/৮০ চনত মই আজীৱন সভ্য হিচাপে সমিতিত নাম ভৰ্তি কৰোঁ। ১৯৮২ চন মানত আমাক সহকাৰী সম্পাদক হিচাপে সাধাৰণ সভাত নিৰ্বাচিত কৰা হয়। ১৯৮৭/৮৮ চনত আমাক যুটীয়া সম্পাদক হিচাপে নিৰ্বাচিত কৰে। কাৰ্য্যনিৰ্বাহক সমিতিয়ে ১৯৯২ চনত আমাক ভাৰপ্ৰাপ্ত সম্পাদকৰ দায়িত্ব অৰ্পণ কৰে। ১৯৯৮ চনত সাধাৰণ সভাত ড ' প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱক সভাপতি, ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীক উপ-সভাপতি আৰু আমাক সম্পাদক হিচাপে নিৰ্বাচিত কৰা হয়।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ কাৰ্য্যকালত সমিতি গতিশীল হয় আৰু যথেষ্ট উন্নতি লাভ কৰে। সভাপতি হিচাপে সমিতিৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিয়ে তেওঁ এখন বহুমুখী আঁচনি হাতত লয়। (১) সমিতিৰ নতুন ভৱন নিৰ্মাণ, (২) সমিতিৰ গবেষণা পত্ৰিকা প্ৰকাশ, (৩) *হৰ-গৌৰী সম্বাদ* সম্পাদনা কৰি প্ৰকাশ কৰা, (৪) ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় পৰ্য্যায়ত আলোচনা চক্ৰ অনুষ্ঠিত কৰা, (৫) সমিতিৰ ৭ এপ্ৰিলৰ প্ৰতিষ্ঠা দিৱস পালন কৰা, (৬) আৰু বিশিষ্ট পণ্ডিতৰ হতুৱাই বক্তৃতা প্ৰদান আদি।

পূৰ্বতে প্ৰস্তুত কৰা সমিতিৰ ভৱন নিৰ্মাণৰ আঁচনিখন নকৈ প্ৰস্তুত কৰি দিবলৈ অভিযন্তা শ্ৰীপ্ৰণৱ চলিহাদেৱক অনুৰোধ জনোৱা হয়। চলিহাদেৱে নকৈ আঁচনিখন প্ৰস্তুত কৰি সমিতিক দাখিল কৰে।

সমিতিৰ গবেষণামূলক পত্ৰিকা (Journal of the Assam Research Society) Vol. xxxv, ভাৰতৰত্ন লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ স্মাৰক গ্ৰন্থ হিচাপে বৃহৎ কলেবৰপুষ্ট কৈ প্ৰকাশ কৰা হয়। পত্ৰিকাখনে অসমৰ বাহিৰতো সমাদৰ লাভ কৰিবলৈ সক্ষম হৈছে।

*হৰ-গৌৰী সম্বাদ* নামৰ সাঁচীপাতৰ গ্ৰন্থখন ড° বিশ্বনাৰায়ণ শাস্ত্ৰী আৰু ড° নৰেন্দ্ৰ নাথ শৰ্মাদেৱে কষ্ট কৰি যুটীয়া ভাবে সম্পাদনা কৰি দিয়াত সমিতিৰ ফালৰপৰা প্ৰকাশ কৰি উলিওৱা হৈছে। পুথিখন বিক্ৰীৰ বাবে অতি সোনকালে উলিয়াই দিয়াৰ ব্যৱস্থা লোৱা হৈছে।

সমিতিয়ে কাঁহৰ বাচনৰ বাবে প্ৰসিদ্ধ স্থান সৰ্থেবাৰীত - স্থানীয় শ্ৰীশ্ৰীহৰিদেৱ ধাম সমিতিৰ সৈতে যুটীয়া ভাবে 'অসমৰ সত্ৰীয়া সংস্কৃতি আৰু নৱ-বৈষ্ণৱ ধৰ্ম' শীৰ্ষক আলোচনা চক্ৰ ১১/১২/৯৯ তাৰিখে এদিনীয়া কাৰ্য্যসূচীৰে কৃতকাৰ্য্যতাৰে অনুষ্ঠিত কৰা হয়। আলোচনা চক্ৰ উদ্বোধন কৰে অসমৰ মাননীয় শিক্ষা মন্ত্ৰী শ্ৰীথানেশ্বৰ বড়োদেৱে। উদ্বোধনী অনুষ্ঠান সমিতিৰ সভাপতি ড° ভট্টচাৰ্য্যদেৱৰ সভাপতিত্বত অনুষ্ঠিত হয়। শ্ৰীকনক চন্দ্ৰ শৰ্মা আৰু শ্ৰীযতীন গোস্বামীয়ে ক্ৰমে ৰাতিপুৱা আৰু আবেলিৰ অধিবেশন সঞ্চালনা কৰে; ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীদেৱে আলোচনা চক্ৰৰ মূল গবেষণা পত্ৰ পাঠ কৰে।

আবেলি বহা মুকলি সভা উদ্বোধন কৰে কেন্দ্ৰীয় জল-সম্পদৰ মাননীয়া ৰাজ্যিক মন্ত্ৰী শ্ৰীমতী বিজয়া চক্ৰৱৰ্তীয়ে। সভাত ৰাষ্ট্ৰীয় সংগ্ৰহালয়ৰ সঞ্চালক প্ৰধান ড° ৰবীন দেৱ চৌধুৰীয়ে সন্মানীয় অতিথি হিচাপে উপস্থিত থাকে। মাননীয়া মন্ত্ৰী আৰু কেন্দ্ৰীয় চৰকাৰৰ সঞ্চালক প্ৰধানে আলোচনা চক্ৰত উপস্থিত থাকি সভাৰ সৌষ্ঠৱ বঢ়োৱাৰ উপৰিও সমিতিক গৌৰৱান্বিত কৰিছে। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ সভাপতিত্বত আলোচনা চক্ৰখন কৃতকাৰ্য্যতাৰে অনুষ্ঠিত হোৱাটো গৌৰৱৰ বিষয়।

আলোচনা চক্ৰৰ প্ৰতিবেদন আৰু পঠিত গৱেষণা পত্ৰসমূহ সন্নিবিষ্ট কৰি *Sattriya Culture and Neo-Vaisnavism* নামৰ গ্ৰন্থখন শ্ৰীযতীন গোস্বামী আৰু শ্ৰীকনক চন্দ্ৰ শৰ্মাৰ যুটীয়া সম্পাদনত সমিতিৰ জৰিয়তে প্ৰকাশ কৰা হয়।

কামৰূপ অনুসন্ধান সমিতি আৰু ৰাষ্ট্ৰীয় সংগ্ৰহালয় বিভাগে যুটীয়াভাৱে ১৮ আৰু ১৯ জানুৱাৰী ২০০১ তাৰিখে দুদিনীয়া কাৰ্য্যসূচীৰে অসম ৰাজ্যিক সংগ্ৰহালয় বিভাগৰ কনকলাল বৰুৱা প্ৰেক্ষাগৃহত সফলতাৰে অনুষ্ঠিত কৰে। আলোচনা চক্ৰৰ বিষয় আছিল (i) "Work Culture in Assam in Historical Perspectives from Ancient Times" আৰু (ii) 'Role of Sattras for the Development of Work Culture in Assam'. কেন্দ্ৰীয় জল সম্পদ বিভাগৰ মাননীয়া ৰাজ্যিক মন্ত্ৰী শ্ৰীমতী বিজয়া চক্ৰৱৰ্তীয়ে আনুষ্ঠানিকভাৱে উক্ত আলোচনা চক্ৰখন উদ্বোধন কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য শ্ৰীসুৰেশ চন্দ্ৰ ৰাজখোৱাদেৱে সন্মানীয় অতিথি হিচাপে উপস্থিত হৈ বৃহৎ কলেবৰ পুষ্ট গৱেষণা পত্ৰিকা *Journal of the Assam Research Society. Vol. xxxv (Bharat Ratna Lokapriya Gopinath Bardoloi Commemoration volume.)* আনুষ্ঠানিকভাৱে উন্মোচন কৰে। অধ্যাপক ড° হেৰম্বকান্ত বৰপূজাৰীদেৱে উক্ত অনুষ্ঠানত সন্মানীয় অতিথি হিচাপে অংশ গ্ৰহণ কৰি সৌষ্ঠৱ বঢ়াইছিল। অধ্যাপক বৰপূজাৰীদেৱে ৰাষ্ট্ৰীয় সংগ্ৰহালয় বিভাগৰদ্বাৰা প্ৰকাশিত চিত্ৰ সম্বলিত এলবাম অসম ৰাজ্যিক সংগ্ৰহালয় বিভাগ আৰু অন্যান্য অনুষ্ঠানলৈ আনুষ্ঠানিক ভাৱে প্ৰদৰ্শন কৰে।

সমিতিৰ সভাপতি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ সভাপতিত্বত অতি গাম্ভীৰ্য্যপূৰ্ণ ভাৱে আলোচন চক্ৰ অনুষ্ঠিত হয়। ৰাষ্ট্ৰীয় সংগ্ৰহালয় বিভাগৰ সৈতে সমিতিয়ে প্ৰথমবাৰৰ বাবে ৰাষ্ট্ৰীয় পৰ্য্যায়ৰ আলোচনা চক্ৰ কৃতকাৰ্য্যতাৰে অনুষ্ঠিত কৰাটো সমিতিৰ সভাপতি ভট্টাচাৰ্য্যদেৱৰে কৃতিত্ব।

সামৰণি অনুষ্ঠানত (Valedictory) পৌৰোহিত্য কৰে ড° ভট্টাচাৰ্য্যদেৱে। ড° বিশ্বনাৰায়ণ শাস্ত্ৰীদেৱে মুখ্য অতিথি হিচাপে আৰু উত্তৰ পূৱ পাৰ্বত্য বিশ্ববিদ্যালয়ৰ প্ৰাক্তন অধ্যাপক ড° হেমলেট বাৰে সন্মানীয় অতিথি হিচাপে অংশ গ্ৰহণ কৰে। ড° ৰবীন দেৱ চৌধুৰী, ড° জিতেন দাসদেৱে উক্ত অনুষ্ঠানত ভাষণ প্ৰদান কৰে। অধিবেশনত ড° অনিমা চৌধুৰী, কুমাৰী লুনা ভড়ালী আৰু মিমুন ভড়ালীয়ে গীত পৰিবেশন কৰে। গীতাৰ বাদক শ্ৰীমনোজ গোহাঁইৰ যন্ত্ৰ সঙ্গীতেৰে গীতৰ পৰিবেশন সুমধুৰ হয়।

সমিতিৰ নিজাববীয়াকৈ নিৰ্দিষ্ট পতাকা নাছিল। সভাপতি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে পতাকা এখন প্ৰস্তুত কৰাৰ বাবে কাৰ্য্যনিৰ্বাহক সিদ্ধান্ত লয়। ড° ভাৰতী বৰুৱাই সমিতিৰ পতাকাখন প্ৰস্তুত কৰে। পতাকাখন প্ৰথমবাৰৰ বাবে ১৯৯৯ চনৰ ৭ এপ্ৰিল তাৰিখে সমিতিৰ ৮৮ তম প্ৰতিষ্ঠা দিৱসৰ দিনা ৰাতিপুৱা ১০ বজাত সভাপতি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে সমৱেত দৰ্শকমণ্ডলীৰ সন্মুখত উত্তোলন কৰি ইতিহাস ৰচনা কৰে।

কামৰূপ অনুসন্ধান সমিতিৰ ১৯৯২ চনত প্ৰতিষ্ঠা হোৱা দিনৰ পৰা বৰ্তমানলৈ — সভাপতি আৰু সম্পাদকৰ তালিকা এখন প্ৰস্তুত কৰাৰ কথা পূৰ্বতে আলোচনা কৰা হৈছিল যদিও ড° ভট্টাচাৰ্য্যদেৱৰ কাৰ্য্যকালত উক্ত তালিকাখন (Roll of Honour) প্ৰস্তুত কৰি কাৰ্য্যালয়ত আনুষ্ঠানিক ভাবে আৰি ৰখাৰ ব্যৱস্থা কৰা হৈছে। ইয়াৰ ফলত বাহিৰৰ পৰা অহা লোকৰ বাবে বোধগম্য হোৱাত সহায় হৈছে। ইয়াৰ বাবে ড° ভট্টাচাৰ্য্যদেৱ আমাৰ প্ৰশংসাৰ পাত্ৰ।

অসমৰ মাননীয় শিক্ষা মন্ত্ৰী শ্ৰীথানেশ্বৰ বড়োদেৱে মুখ্য অতিথি হিচাপে ৮৮ তম্ প্ৰতিষ্ঠা দিৱস (৭ এপ্ৰিল, ১৯৯৯) উদ্বোধন কৰে ৰাতিপুৱা ১০-৩০ বজাত। ৰাষ্ট্ৰীয় সংগ্ৰহালয়ৰ সঞ্চালক প্ৰধান ড° ৰবীন দেৱ চৌধুৰী আৰু অসম চৰকাৰৰ শিক্ষা বিভাগৰ আয়ুক্ত শ্ৰীভি, বি, প্যাৰেলালে উদ্বোধনী সভাত সন্মানীয় অতিথি হিচাপে উপস্থিত থাকি সভাৰ সৌষ্ঠৱ বঢ়াইছিল।

সভাত অসমৰ প্ৰাক্তন প্ৰধান মন্ত্ৰী প্ৰয়াত লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ পত্নী শ্ৰীমতী সুৰবালা বৰদলৈ দেৱীক সৰ্বোচ্চ সন্মান 'ভাৰত ৰত্ন' উপাধি প্ৰদান কৰাত আনুষ্ঠানিক ভাৱে অভিনন্দন জনোৱা হয়। *Journal of the Assam Research Society.* Vol. xxxv খন ভাৰতৰত্ন লোকপ্ৰিয় গোপীনাথ

বৰদলৈদেৱৰ স্মাৰক গ্ৰন্থ হিচাপে প্ৰকাশ কৰাৰ সিদ্ধান্তও লোৱা হয়। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ পৌৰোহিত্যত উক্ত সভাখন অনুষ্ঠিত হয়।

আবেলি দুই বজাত আলোচনা চক্ৰ অনুষ্ঠিত কৰা হয়। মুখ্য অতিথি হিচাপে ড° বিশ্বনাৰায়ণ শাস্ত্ৰীদেৱে কামৰূপ অনুসন্ধান সমিতিৰ আৰম্ভণীৰপৰা আগবঢ়োৱা বৰঙনিৰ ওপৰত তথ্য গধুৰ বক্তৃতা প্ৰদান কৰে। ড° তৰুণ চন্দ্ৰ শৰ্মাই উত্তৰ পূব ভাৰতৰ প্ৰাগৈতিহাসিক প্ৰত্নতত্ত্বৰ ওপৰত বক্তৃতা প্ৰদান কৰে। ষ্টেট বেঙ্ক অব ইণ্ডিয়াৰ উচ্চ বিষয়া শ্ৰীএচ. কে. বোসে প্ৰাচীন অসমৰ মুদ্ৰাৰ ওপৰত এটি তথ্য গধুৰ বক্তৃতা প্ৰদান কৰে। ড° ভট্টাচাৰ্য্যদেৱৰ সভাপতিত্বত বহা বক্তৃতা অনুষ্ঠানটোৱে কামৰূপ অনুসন্ধান সমিতিৰ অৱদান প্ৰাচীন কামৰূপৰ প্ৰাগৈতিহাসিক সংস্কৃতি আৰু মূদ্ৰাৰ ওপৰত নতুন দিশ উন্মোচন কৰে।

সমিতিৰ ৮৯তম্ প্ৰতিষ্ঠা দিৱস, ৭ এপ্ৰিল, ২০০০ তাৰিখে সভাপতি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে পতাকা উত্তোলনেৰে সূচনা কৰে।

ৰাতিপুৱা দহ বজাৰপৰা এক বজালৈ ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীৰ সঞ্চালনাত বক্তৃতানুষ্ঠান অনুষ্ঠিত হয়। কটন মহাবিদ্যালয়ৰ অধ্যাপক ড° ৰামচৰণ ঠাকুৰীয়াই পাঠ সমীক্ষাৰ ওপৰত এটা তত্বগধুৰ ভাষণ প্ৰদান কৰে। অধ্যাপক বিশ্বেশ্বৰ হাজৰিকাদেৱে প্ৰাচীন অসমৰ অভিলেখৰ ভিত্তিত অসমীয়া লিপিৰ উদ্ভৱৰ ওপৰত বক্তৃতা প্ৰদান কৰে।

মুকলি সভা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ সভাপতিত্বত আবেলি ২-৩০ বজাত অনুষ্ঠিত হয়। ড° ভট্টাচাৰ্য্যদেৱৰ সভাপতিত্বত অনুষ্ঠিত হোৱা ৮৯ তম্ প্ৰতিষ্ঠা দিৱসটো আছিল তাৎপৰ্য্যপূৰ্ণ।

অসমৰ খ্যাত সংস্কৃত পণ্ডিত শ্ৰীগঙ্গানাথ শাস্ত্ৰী আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ গ্ৰন্থগাৰ বিজ্ঞানৰ মুৰব্বী ড° যজ্ঞেশ্বৰ শৰ্মাদেৱে ক্ৰমে মুখ্য আৰু সন্মানীয় অতিথি হিচাপে মুকলি সভাত অংশ গ্ৰহণ কৰে। শ্ৰীশাস্ত্ৰীদেৱৰ 'মহামোহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য আৰু বৃত্ত মঞ্জুৰি' শীৰ্ষক লিখিত ভাষণ মুকলি অধিবেশনত পাঠ কৰা হয়। ড° শৰ্মাদেৱে উপনিষদৰ ওপৰত এটি তত্বগধুৰ ভাষণ প্ৰদান কৰে।

সমিতিৰ ৯০ তম প্ৰতিষ্ঠা দিৱস ২০০১ চনৰ ৭ এপ্ৰিল তাৰিখে উদ্‌যাপিত হয়। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে ৰাতিপুৱা দহ বজাত পতাকা উত্তোলনৰে উদ্‌যাপনৰ প্ৰতিষ্ঠা দিৱস কাৰ্য্যৰে আৰম্ভ কৰা হয়। পতাকা উত্তোলনৰ পিছতে প্ৰথম বছৰ ১৯১২ চনৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ সদস্যসকলৰ স্মৃতি চাৰণ কৰা হয়। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, যতীন গোস্বামী, কনক চন্দ্ৰ শৰ্মা, ড° ভাৰতী বৰুৱা, ভুবন লহকৰ আৰু ড° নিশিপদ দেৱ চৌধুৰীয়ে আলোচনাত অংশ গ্ৰহণ কৰে।

আবেলি তিনি বজাত অধ্যাপক কিৰণ শৰ্মাৰ মঙ্গলাচৰণেৰে মুকলি সভা আৰম্ভ কৰা হয়। ড° ভট্টাচাৰ্যদেৱৰ সভাপতিত্বত অনুষ্ঠিত সভাৰ মুখ্য অতিথি ড° ডিম্বেশ্বৰ শৰ্মাদেৱে 'History of Assam as reflected in the early inscriptions of Assam' শীৰ্ষক তত্ত্ব গধুৰ ভাষণ প্ৰদান কৰে। সভাৰ সন্মানীয় অতিথি হিচাপে অধ্যাপক ড° মহম্মদ তাহেৰদেৱে 'Peopling of Assam since early period' শীৰ্ষক গবেষণামূলক ভাষণ প্ৰদান কৰে।

সভাপতিৰ ভাষণত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে কামৰূপ অনুসন্ধান সমিতিৰ অৱদান সম্পৰ্কে বহলাই ব্যাখ্যা কৰে। উক্ত সভাত ড° ডিম্বেশ্বৰ শৰ্মাদেৱে *Sattriya Culture and Neo-Vaisnavism of Assam* নামৰ সৰ্থেবাৰীত হোৱা আলোচনা চক্ৰৰ প্ৰতিবেদন আৰু পঠিত গবেষণাপত্ৰসমূহ সন্নিবিষ্ট কৰা পুথিখন আনুষ্ঠানিক ভাবে উন্মোচন কৰে।

সমিতিৰ প্ৰাক্তন সম্পাদক আৰু অসম ৰাজ্যিক সংগ্ৰহালয়ৰ সঞ্চালক ড° ৰবীন দেৱ চৌধুৰীয়ে কেন্দ্ৰীয় চৰকাৰৰ ৰাষ্ট্ৰীয় সংগ্ৰহালয়ৰ সঞ্চালক প্ৰধান পদত অধিষ্ঠিত হোৱাত ড° ভট্টাচাৰ্য্যদেৱৰ সভাপতিত্বত আনুষ্ঠানিক ভাৱে তেখেতক সম্বৰ্দ্ধনা জনোৱা হয়।

বক্তৃতা অনুষ্ঠান ঃ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ কাৰ্য্যকালত ভাৰতৰ প্ৰথিতযশা প্ৰত্নতত্ত্ববিদ ড° এচ, পি, গুপ্তদেৱে ৮/২/৯৯ তাৰিখে অসম ৰাজ্যিক সংগ্ৰহালয় বিভাগৰ কনকলাল বৰুৱা প্ৰেক্ষাগৃহত *'The Ramayana tradition and Archaeology of Ayodhya'* শীৰ্ষক বক্তৃতা প্ৰদান কৰে। বক্তৃতাত ড° গুপ্তদেৱে ভাৰতীয় সংস্কৃতিৰ পটভূমিক সামৰি লয়। শ্লাইদৰ সহায়ত প্ৰদান কৰা বক্তৃতাই দৰ্শকক অযোধ্যাত খনন কাৰ্য্যত উদ্ধাৰ হোৱা একাদশ-দ্বাদশ শতিকাৰ প্ৰত্নতাত্ত্বিক সমল সমূহে আকৰ্ষণ কৰে। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ সভাপতিত্বত বহা বক্তৃতানুষ্ঠানে অযোধ্যাৰ বিষয়ে দৰ্শকক জানিবলৈ সুবিধা কৰিছিল।

কাশ্মীৰ বিশ্ববিদ্যালয়ৰ প্ৰাক্তন অধ্যাপক ড° জে. এল. ভান (ৰাষ্ট্ৰীয় সংগ্ৰহালয় শিক্ষানুষ্ঠানৰ প্ৰবক্তা) দেৱে কামৰূপ অনুসন্ধান সমিতিৰ উদ্যোগত, ৰাষ্ট্ৰীয় সংগ্ৰহালয় আৰু অসম ৰাজ্যিক সংগ্ৰহালয় বিভাগৰ সহযোগত কনকলাল বৰুৱা প্ৰেক্ষাগৃহত ইংৰাজী ২৩ জুন, ১৯৯৯ তাৰিখে আয়োজন কৰা বক্তৃতানুষ্ঠানত 'Art Heritage of Kashmir' শীৰ্ষক বক্তৃতা প্ৰদান কৰে।

অসমৰ মাননীয় শিক্ষামন্ত্ৰী শ্ৰীথানেশ্বৰ বড়োদেৱে মুখ্য অতিথি হিচাপে বক্তৃতানুষ্ঠান মুকলি কৰে। ভাৰত চৰকাৰৰ National Archive বিভাগৰ সঞ্চালক প্ৰধান ড° এচ, চৰকাৰদেৱে সন্মানীয় অতিথি হিচাপে অনুষ্ঠানত অংশ গ্ৰহণ কৰে। সমিতিৰ সভাপতি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে উক্ত অনুষ্ঠানত পৌৰোহিত্য কৰে।

ড° ভানে কাশ্মীৰৰ ইতিহাস আৰু সংস্কৃতিৰ ওপৰত অতি গুৰুত্বপূৰ্ণ আৰু তথ্য গধুৰ ভাষণ প্ৰদান কৰিছিল। তেখেতে শ্লাইদৰ সহায়ত কাৰ্গিলকে ধৰি কাশ্মীৰৰ বিভিন্ন অঞ্চলৰ প্ৰাচীন যুগৰ স্থাপত্য আৰু ভাস্কৰ্য্যসমূহ আৰু বৰ্তমানে যেনেকৈ চৰমপন্থীসকলে ভাস্কৰ্য্যসমূহ নষ্ট কৰি নদীত উটুৱাই দিছে দৰ্শকে সেইবোৰ দেখিবলৈ পাইছে। পাকিস্থানৰ সৈতে হোৱা কাৰ্গিলৰ যুদ্ধৰ সময়ত কাশ্মীৰৰ প্ৰত্নতাত্বিক দিশত চহকী কলা সম্পদসমূহ ধ্বংস প্ৰাপ্ত হয় - আৰু প্ৰাচীন ভাৰতীয় ভাস্কৰ্য্য কলাসমূহ কেনেকৈ ধ্বংস কৰি সেইবোৰ নাইকিয়া কৰিবলৈ নদীত উটুৱাই দিয়াটো জানিব পাৰিছে। তেখেতে বক্তৃতাত কাশ্মীৰৰ স্থাপত্য কলা সংস্কৃতি ভাৰতীয় কলা শৈলীৰে পুষ্ট বিশ্লেষণ কৰি দেখুৱাইছে। কাৰ্গিলকে ধৰি কাশ্মীৰ ভাৰতীয় সংস্কৃতিৰে পুষ্ট বা তেখেতৰ বক্তৃতাৰ পৰা দৰ্শক মণ্ডলী অৱগত হৈছে। ড° ভানে প্ৰদান কৰা ভাষণে দৰ্শকৰপৰা ভূয়সী প্ৰংশসা লাভ কৰিছে। ড° এচ, পি. দেৱ আৰু ড° জে, এল, ভানে প্ৰদান কৰা উচ্চ স্তৰৰ ভাষণ দুটিৰ বাবে ড° ভট্টাচাৰ্য্যদেৱ কৃতজ্ঞতাৰ পাত্ৰ।

ড° ভট্টাচাৰ্য্যদেৱৰ কাৰ্য্যকালত জগত গুৰু দিব্যানন্দ তীৰ্থ মহাপ্ৰভু, ১০৮ তম শঙ্কৰাচাৰ্য্যদেৱে কামৰূপ অনুসন্ধান সমিতি দৰ্শন কৰে। সমিতিৰ সহকাৰী সম্পাদক, শ্ৰীভূবন চন্দ্ৰ লহকৰৰ প্ৰচেষ্টাৰে তেখেতৰ দৰ্শন কাৰ্য্য অনুষ্ঠিত হয়। এক পবিত্ৰ পৰিবেশত সমিতিত দৰ্শন অনুষ্ঠিত হোৱাৰ গুৰিতে আছিল যতীন গোস্বামীৰ সৈতে কেইজনমান লোকৰ সহযোগ। সমিতিৰ সভাপতি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে আদৰণি ভাষণ দিয়ে আৰু সহকাৰী সম্পাদক শ্ৰীভূৱন চন্দ্ৰ লহকৰে সমিতিৰ সদস্যবৃন্দৰ সৈতে চিনাকি কৰি দিয়ে। সম্পাদক ড° নিশিপদ দেৱ চৌধুৰীয়ে সমিতিৰ প্ৰকাশিত পুথিৰ এটা টোপোলা সভাপতি ড° ভট্টাচাৰ্য্যৰ জৰিয়তে জগৎ গুৰুজনালৈ আগবঢ়োৱা হয়।

কানাডাৰ মনত্ৰিয়েল বিশ্ববিদ্যালয়ৰ অধ্যাপক গবেষক ড° মথিউ বহচৰ্ভাট (Dr. Mathieu Boisvert) কামৰূপ অনুসন্ধান সমিতি দৰ্শন কৰে। সমিতিৰ যুটীয়া সম্পাদক ড° গজেন্দ্ৰ অধিকাৰী আৰু ড° আই. এচ. মুমতাজাৰ ব্যৱস্থাপনাৰ বাবে পণ্ডিত গৰাকীৰ সমিতি দৰ্শন ফলপ্ৰদ হয়। সমিতিৰ সভাপতি ড° ভট্টাচাৰ্য্যদেৱে তেখেতক আদৰণি জনায় আৰু সমিতিৰ প্ৰকাশিত গ্ৰন্থৰ এটা টোপোলা আনুষ্ঠানিক ভাৱে অধ্যাপক গৰাকীক প্ৰদান কৰে।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ সভাপতিৰ কাৰ্য্যকালত কেন্দ্ৰীয় চৰকাৰৰ সাংস্কৃতিক বিভাগৰ ফালৰপৰা ৰাষ্ট্ৰীয় সংগ্ৰহালয় বিভাগে ৩,৫০,০০০ টকাৰ অনুদান এটা সমিতিলৈ মঞ্জুৰ কৰে। উক্ত মঞ্জুৰীৰ প্ৰথম কিস্তিত ১,৬২,৫০০ টকা মুকলি কৰি দিয়ে। সেই টকাৰে সমিতিয়ে ৫০ খন চকী, এটা মাইক চেট, গ্ৰন্থগাৰৰ বাবে কিছু কিতাপ ক্ৰয় কৰা হয়। সমিতিৰ পত্ৰিকা *Journal of the Assam*

*Research Society*. Vol. xxxv খন ভাৰতৰত্ন লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ স্মাৰক গ্ৰন্থ হিচাপে প্ৰকাশ কৰা হয়।

ড° ভট্টাচাৰ্য্যদেৱৰ কাৰ্য্যকালত সমিতিৰ আজীৱন সদস্য ড° শৰৎ ফুকনদেৱে তেখেতৰ গবেষণামূলক গ্ৰন্থ দুখন সমিতিলৈ দান দিয়ে। অধ্যাপক ড° ৰঞ্জু বেজবৰুৱাই অনুবাদ কৰা বুৰঞ্জীমূলক দুখন গ্ৰন্থ সমিতিলৈ দান দিয়ে। ড° অৰুণ চন্দ্ৰ ভূএগদেৱে সম্পাদন কৰা বুৰঞ্জীৰ গ্ৰন্থ এখনো সমিতিলৈ দান হিচাপে আগবঢ়ায়।

১৯১৭ চনত নিৰ্মাণ কৰা সমিতিৰ ঘৰটো নতুনকৈ নিৰ্মাণ কৰাৰ পৰিকল্পনা ড° ভট্টাচাৰ্য্যদেৱে লয়। চাৰি তলাৰ ভৱন এটা আধুনিক সা-সুবিধাৰে ড° ভট্টাচাৰ্য্যদেৱৰ কাৰ্য্যকালত আঁচনি এখন প্ৰস্তুত কৰি দিবলৈ অভিযন্তা শ্ৰীপ্ৰণৱ চলিহাদেৱক দিয়া হয়। সমিতিৰ কাৰ্য্যালয়, গ্ৰন্থগাৰ, পঢ়াকোঠা, সভাগৃহ, সভাপতি আৰু সম্পাদকৰ বাবে সুকীয়া কোঠা, কম্পিউটাৰৰ বাবে কোঠা, সমিতিৰ আপুৰুগীয়া সাঁচিপাতৰ পুথিসমূহ বৈজ্ঞানিক পদ্ধতিত সংৰক্ষণ কৰাৰ ব্যৱস্থা আদি যাৱতীয় সুবিধাৰ ব্যৱস্থা কৰি শ্ৰীচলিহাদেৱে নক্সা প্ৰস্তুত কৰি দিছে। অৱশ্যে উক্ত ভৱনটোৰ আধাৰ শিলা স্থাপন কৰে কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা বিভাগৰ মাননীয় মন্ত্ৰী শ্ৰীমুহিৰাম শইকীয়াদেৱে ১৪/১২/৯৬ চনত। আৰ্থিক সাহায্যৰ অভাৱত উক্ত ভৱনটোৰ অগ্ৰগতি হোৱা নাই। কেন্দ্ৰীয় আৰু অসম চৰকাৰৰ সাহায্য অবিহনে উক্ত ভৱনটো নিৰ্মাণ কৰা অসম্ভৱ। সেয়ে কেন্দ্ৰীয় আৰু অসম চৰকাৰৰ ফালৰ পৰা ভৱন নিৰ্মাণৰ বাবে সাহায্য বিচৰাৰ প্ৰস্তুতি কৰা হৈছে।

ভট্টাচাৰ্য্যদেৱৰ বহুমুখী প্ৰতিভাৰ বাবে তেখেতৰ কাৰ্যকালত ২০ গৰাকী আজীৱন সদস্য আৰু ৭ গৰাকী সাধাৰণ সদস্য ভৰ্তি হয়।

ভাষা-সাহিত্য সংস্কৃতিৰ প্ৰবুদ্ধ ব্যক্তি ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে সমিতিৰ বহুমুখী উন্নয়নত বৰঙনি আগবঢ়োৱাতো তেখেতৰ নিষ্ঠা আৰু বলিষ্ঠ পদক্ষেপৰ ফলশ্ৰুতি।



# ড° ভট্টাচাৰ্য্য আৰু আকাশবাণী গুৱাহাটী কেন্দ্ৰ

শ্ৰীসূৰ্য্য দাস

১৯৪৮ চনৰ ১ জুলাইৰপৰা সেই সময়ৰ অসমত স্থাপিত হোৱা চিলং-গুৱাহাটী কেন্দ্ৰই অসম তথা উত্তৰ-পূৰ্বাঞ্চলত প্ৰথমবাৰৰ বাবে অনাতাঁৰ প্ৰচাৰ আৰম্ভ কৰে। সেই সময়ৰ অসমৰ প্ৰায় সকলোখিনি লেখক-লেখিকা, বুদ্ধিজীবী, সাহিত্যিক, গায়ক-গায়িকা, সংগীতজ্ঞই প্ৰত্যক্ষ বা পৰোক্ষভাৱে আকাশবাণীৰ সৈতে জড়িত হৈ পৰিছিলহি। প্ৰমোদ ভট্টছাৰো ইয়াৰ ব্যতিক্ৰম নাছিল। তেখেতে গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়া ভাষা বিষয়ত দ্বিতীয় শ্ৰেণীৰ প্ৰথম হৈ এম এ. ডিগ্ৰী লাভ কৰাৰ পিছত ১৯৫১ চনৰপৰা তেখেতে বি. বৰুৱা কলেজত অসমীয়া বিষয়ত অধ্যাপনা কৰিবলৈ লয়; তেতিয়াৰেপৰা ১৯৮৬ চনলৈ অধ্যাপক, উপাধ্যক্ষ আৰু শেষত অধ্যক্ষ হিচাপে কাৰ্য্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। অন্যান্য প্ৰায়ভাগ অসমীয়া লেখক-লেখিকাসকলৰদৰে প্ৰমোদ ভট্টছাৰেও অলপদিনৰ বাবে প্ৰথমতে সংবাদ মাধ্যম আৰু আকাশবাণীৰ সৈতে জড়িত হৈ পৰে। সাংবাদিকতা আৰম্ভ কৰিছিল ছাত্ৰাৱস্থাতেই। সেই সময়ৰ 'দৈনিক অসমীয়া' আৰু 'নতুন অসমীয়া'ৰ তেখেত অলপদিনৰ বাবে উপ-সম্পাদক হৈছিল। তদুপৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ আলোচনীখনৰো তেখেত প্ৰথম বছৰৰ প্ৰথম সংখ্যাৰ সম্পাদক (১৯৫০ চন) আছিল। কলেজ-বিশ্ববিদ্যালয়ৰ পৰাই ভাষা-সাহিত্য আৰু লোক-সংস্কৃতি চৰ্চা কৰা আৰম্ভ কৰা ছাৰে গোটেই জীৱন জুৰি ভাষা-বিজ্ঞান, সাহিত্য আৰু লোক-সংস্কৃতিৰ অধ্যয়ন আৰু গৱেষণাতেই মগ্ন হৈ থাকিল। এতিয়াও এই কেওটি বিষয়ৰ অধ্যয়ন, অধ্যাপনা আৰু গৱেষণাত একেদৰেই ব্ৰতী হৈ আছে।

ছাত্ৰ জীৱনতে আৰম্ভ কৰা সাংবাদিকতাৰ জগতখনলৈ অধ্যাপনা কৰিবলৈ লোৱাৰ পিছৰেপৰা পুনৰ উভতি নগলেও, এইবাৰ ছাৰ অন্য এক প্ৰচাৰ মাধ্যমৰ সৈতে জড়িত হৈ পৰিল। সেয়া হ'ল, এই ৰচনাৰ আৰম্ভণিতে উল্লেখ কৰি অহা অথচ ১৯৪৮ চনতে অসমলৈ অহা আকাশবাণী; আকাশবাণীৰ চিলং-গুৱাহাটী

কেন্দ্ৰ। এই আকাশবাণীৰ জৰিয়তেই তেখেতৰ সৃষ্টিশীল সাহিত্য প্ৰতিভাৰ দিশটো প্ৰকাশ পালে। সৰুৰে পৰাই কবিতা লেখাত মনোনিবেশ কৰিছিল যদিও গৱেষক মনটিয়ে তেখেতৰ কবিতালেখা অনুভূতি আৰু আবেগপ্ৰৱণ মনটোক হেঁচা মাৰি ধৰিলে। আকাশবাণীৰপৰা বিভিন্ন আঙ্গিকেৰে সৃষ্টিশীল ৰচনা যোগান ধৰিবলৈ অহা অনুৰোধে তেখেতৰ সৃষ্টিশীল প্ৰতিভাক পুনৰ জগাই তুলিলে। এইবাৰ আৰম্ভ হ'ল বিভিন্ন আঙ্গিকেৰে বিভিন্ন বিষয়ৰ সৃষ্টিশীল ৰচনা কাৰ্য্য সেই সময়ৰ অসমৰ যি কেইখন মুষ্টিমেয় কাকত, আলোচনী প্ৰকাশ পাইছিল, তাত প্ৰকাশ পোৱাৰ দৰে আকাশবাণীৰ সাহিত্য আলোচনী অনুষ্ঠান 'সাহিত্য চ'ৰা', আৰু নিয়মীয়া 'কথিকা'ৰ অনুষ্ঠানত কথিকা (প্ৰবন্ধ) গল্প, কবিতা, উপন্যাস, ৰস-ৰচনা আদি নিয়মীয়াকৈ প্ৰচাৰ হৈ আছিল। কিন্তু ছাৰে একমাত্ৰ অনাতাঁৰ কথিকাৰ দৰে পৰম্পৰাগত আঙ্গিকটিৰ বাবে লেখাৰ উপৰিও আন দুটি সম্পূৰ্ণৰূপে অনাতাঁৰৰ নিজস্ব আঙ্গিক আৰু উপস্থাপন ৰীতিৰে প্ৰচাৰ কৰা অনুষ্ঠানৰ বাবে লেখিবলৈ ল'লে। সেয়া হ'ল আকাশবাণীৰ বাবে নাটক আৰু সংগীতালেখ্য আৰু ৰূপক বা আলেখ্য ৰচনা। সেই সময়ৰ লেখক-লেখিকাসকলৰ বাবে এই দুটি অনুষ্ঠানৰ বাবে আকাশবাণীৰ প্ৰয়োজন অনুসৰি লেখি দিয়া, আকাশবাণীৰ আৰম্ভণিৰ কালছোৱাৰ লেখক-লেখিকাসকলৰ বাবে এক প্ৰত্যাহ্বান স্বৰূপ আছিল। কাৰণ আৰম্ভণিৰ কালছোৱাত লেখক-লেখিকাসকলৰ বাবে এই নতুন মাধ্যমটোৰ বাবে লেখিব পৰা বা লেখি অভিজ্ঞ হোৱা লেখক অসমত নাছিল বুলিয়েই ক'ব পাৰি। নিজৰ অধ্যয়ন, অধ্যাপনা আৰু বৰো ভাষাৰদৰে এটি স্বতন্ত্ৰ ভাষা এটি নিজে শিকি লৈ নিৰলস ভাৱে গৱেষণাত লাগি থাকিও আকাশবাণীৰ উদ্দেশ্যে ছাৰে এই নতুন মাধ্যমটিৰ বাবে নতুন আঙ্গিকৰ ৰচনাত মনোনিবেশ কৰিলে। ফলত আকাশবাণী গুৱাহাটী কেন্দ্ৰৰপৰা প্ৰচাৰিত হ'ল ভট্টছাৰে লেখা নাটক ঃ (১) 'বাণৰ জীয়ৰী উষা', (২) 'চন্দ্ৰগুপ্ত', (৩) 'ৰজা হৰিশ্চন্দ্ৰ', (৪) 'সাধনী', (৫) 'দানবীৰ মহাৰাজ বলি' আদি ভালে সংখ্যক অনাতাঁৰ বা ৰেডিঅ নাটক। মৌলিক অনাতাঁৰ নাটৰ উপৰিও তেখেতে পদ্মনাথ গোঁহাঞি বৰুৱাৰ কেইবাখনো নাটৰ অনাতাঁৰ অভিযোজনা কৰি দিছিল; এই নাটসমূহে তেখেতক অনাতাঁৰ মাধ্যমৰ এগৰাকী বিশিষ্ট নাট্যকাৰৰূপে প্ৰতিষ্ঠা কৰিছিল। অনাতাঁৰ নাটকৰ উপৰিও তেখেতে কেইবাখনো সংগীতালেখ্য আৰু ৰূপক বা আলেখ্য ৰচনা কৰি দিছিল। এই ৰূপক আৰু সংগীতালেখ্যসমূহ বিভিন্ন সময়ত আকাশবাণীয়ে প্ৰচাৰ কৰিছিল। এই ৰূপক বা সংগীতালেখ্যসমূহৰ বিষয়ো আছিল বৈচিত্ৰ্যপূৰ্ণ। এই সমূহৰ বিষয় 'জয়গুৰু শঙ্কৰ' নামৰ শঙ্কৰদেৱৰ বিষয়ে ৰচনা কৰা সংগীতালেখ্য বা লখিমী আদৰাৰ বিষয়ে লেখা ৰূপককে ধৰি ভাৰতীয় প্ৰজাতন্ত্ৰৰ এবছৰলৈকে বিস্তৃত। কেৱল নাটক বা সংগীতালেখ্য ৰচনাতে ছাৰে ৰেডিঅ'ৰ সৈতে সম্পৰ্ক সীমাবদ্ধ নাৰাখি অকণিহঁতৰ বাবে প্ৰচাৰৰ উপযোগী

কৰি অকণিৰ মেলত প্ৰচাৰ কৰিব পৰাকৈ, অকণিহঁতৰ উপযোগীকৈ বিভিন্ন বিষয়ৰ কথিকা প্ৰচাৰ কৰিছে। অসমৰ সমাজ-সাহিত্য-সংস্কৃতিৰ বিভিন্ন দিশ সম্পৰ্কে সকলো শ্ৰোতাৰ উপযোগীকৈ বিভিন্ন বিষয়ৰ কথিকা ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাতে প্ৰচাৰ কৰিছে। তদুপৰি বিভিন্নজনৰ সৈতে আকাশবাণীয়ে আয়োজন কৰা ভালেমান আলোচনা চক্ৰটো অংশ কৰি বিভিন্ন বিষয়ে তেখেতৰ সুচিন্তিত মন্তব্য প্ৰকাশ কৰিছে। এনেদৰে তেখেতে বিভিন্ন সময়ত আকাশবাণীৰ বিভিন্ন অনুষ্ঠানত অংশ গ্ৰহণ কৰি এজন সফল অনাতাঁৰ প্ৰচাৰক ৰূপে পৰিগণিত হৈছে। মন কৰিবলগীয়া কথা হ'ল এই যে, অসমত অনাতাঁৰ প্ৰচাৰৰ আৰম্ভণিৰেপৰা ছাৰৰ এই যি সম্পৰ্ক স্থাপিত হ'ল, ছাৰে সেই সম্পৰ্ক এতিয়াও অটুট ৰাখিছে। আমাৰ প্ৰায় সকলোবোৰ অনুষ্ঠানৰ তেখেত নিয়মীয়া শ্ৰোতা আৰু শুনা অনুষ্ঠান সমূহৰ নিৰ্মোহ সমালোচনা কৰা, লগতে সিবিলাকৰ প্ৰয়োজন সাপেক্ষে অকুণ্ঠচিত্তে প্ৰশংসাও কৰিছে।

আকাশবাণী গুৱাহাটী কেন্দ্ৰৰপৰা অসমীয়া ভাষাত অনুষ্ঠান প্ৰচাৰ কৰাৰ উপৰিও হিন্দী আৰু ইংৰাজীৰ লগতে নেপালী, বৰো আৰু কাৰ্বি ভাষাত, সেই ভাষা-ভাষী ৰাইজৰ বাবে তিনিটা বিশেষ অনুষ্ঠান প্ৰচাৰ কৰা হয়। মন কৰিবলগীয়া কথা হ'ল এই যে, যিসকলে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰপৰা বৰো ভাষাত অনুষ্ঠান প্ৰচাৰৰ উদ্দেশ্যে প্ৰথম বাৰৰ বাবে প্ৰস্তাৱ বা দাবী উত্থাপন কৰিছিল, সেইসকলৰ ভিতৰতে প্ৰমোদ ভট্টছাৰ আছিল আগৰণুৱা ব্যক্তি। কোৱা বাহুল্য যে, ভট্টছাৰে জীৱনৰ ১২ বছৰমান কাল বৰো ভাষা শিকি, সেই ভাষাৰ ভাষা-বৈজ্ঞানিক অধ্যয়ন কৰি বিশাল আকৃতিৰ গৱেষণা গ্ৰন্থ এখনি প্ৰস্তুত কৰি, সেই ভাষাক লিখিত সাহিত্য প্ৰণয়ন কৰাৰ প্ৰভূত পৰিমাণে সহায় কৰি থৈ গৈছে। সম্ভৱতঃ বৰো ভাষাৰ সাংবিধানিক স্বীকৃতি লাভ কৰাতো ছাৰৰ গৱেষণা গ্ৰন্থখনিয়ে প্ৰচুৰ পৰিমাণে সহায় কৰিছে।

যোৱা অৰ্দ্ধশতিকাতকৈও অধিক কালধৰি ছাৰে আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ সৈতে আৰু আকাশবাণীৰ কৰ্মচাৰীসকলৰ সৈতেও এটি মধুৰ সম্পৰ্ক স্থাপন কৰি আহিছে। আকাশবাণীৰ অনুৰোধ বা আকাশবাণীৰ চুক্তিপত্ৰক কোনোদিনেই ছাৰে প্ৰত্যাখ্যান কৰা নাই । যেতিয়াই যি বিষয়ে ছাৰক আকাশবাণীৰ বাবে কবলৈ বা লেখিবলৈ অনুৰোধ কৰা হৈছে, ছাৰে প্ৰসন্নচিত্তে গ্ৰহণ কৰিছে আৰু সেই সহযোগিতা এতিয়ালৈকে অটুট ৰাখিছে। মন কৰিবলগীয়া কথা এই যে, ১৯৪৮ চনৰ পহিলা জুলাই তাৰিখে আকাশবাণী চিলং-গুৱাহাটী কেন্দ্ৰৰ আৰম্ভৰ দিনা 'জন-গণ-মন' গীতেৰে আকাশবাণীৰ অনুষ্ঠান প্ৰচাৰ কৰাৰ প্ৰতিবাদত এচাম শিল্পী, বুদ্ধিজীৱী আৰু থলুৱা ৰাইজে চিলং-গুৱাহাটী দুয়োখন নগৰত আকাশবাণীৰ প্ৰবেশপথত ধৰ্ণা দিছিল। সেইকাৰণে এচাম, শিল্পীয়ে বহুদিনলৈ সহযোগ কৰা

নাছিল; যদিও ক্ৰমে ক্ৰমে তেওঁলোকে অনুষ্ঠানত প্ৰচাৰ কৰিবলৈ লয়, প্ৰথমে যোগদান কৰা – কেইজনৰ উপৰিও আৰু ভালে কেইজনে স্থায়ী চাকৰিত যোগদিয়াৰ লগতে ভালে কেইজনে অস্থায়ীভাৱে অনুষ্ঠান প্ৰচাৰ কাৰ্য্যত অংশ গ্ৰহণ কৰিবলৈ লয়। প্ৰথম দিনা প্ৰতিবাদ কাৰ্য্যসূচীত যিসকল শিল্পী বুদ্ধিজীৱীয়ে অংশ গ্ৰহণ কৰিছিল সেইসকলৰ মাজত প্ৰমোদ ভট্টছাৰো আছিল অন্যতম। প্ৰতিবাদী কাৰ্য্যসূচীৰে আকাশবাণীৰে সম্পৰ্ক স্থাপন কৰি পৰৱৰ্ত্তী কালত আকাশবাণীৰ ওচৰ চাপি আহি যোৱা ৫০ বছৰে অসমৰ ৰাইজৰ আৰু আকাশবাণী গুৱাহাটী কেন্দ্ৰৰ এগৰাকী বিশিষ্ট অনাতাঁৰ প্ৰচাৰক ৰূপে পৰিগণিত হ'ল। এতিয়াৰ পৰা (২৪/৯/২০০৪) কেইবছৰমান আগতে আমাৰ কেন্দ্ৰৰপৰা প্ৰচাৰিত এইমাহৰ অতিথি নামৰ এটি অনুষ্ঠানৰ বাবে ছাৰৰ জীৱন আৰু কৰ্মৰ বিষয়ে এটি সাক্ষাত প্ৰসংগ বাণীবন্ধ কৰা হৈছিল। ছাৰৰ সৈতে সেই অনুষ্ঠানত কথা পাতিছিল এই ৰচনা খনিৰ লেখকেই। সাক্ষাত প্ৰসংগৰ সমাপ্তিত যিটি বৈদিক মন্ত্ৰেৰে ছাৰৰ সফল, সুস্বাস্থ্য আৰু কৰ্মময় শতাধিক বৰ্ষ জীয়াই থকাৰ কামনা কৰা হৈছিল, সেই একেটি মন্ত্ৰকে পুনৰ দোহাৰি ছাৰৰ প্ৰতি মোৰ শ্ৰদ্ধা নিবেদন কৰি মোৰ আন্তৰিক শুভেচ্ছা জ্ঞাপন কৰিলোঁ।

*পশ্যেম শৰদঃ শতম্*

*জীৱেম শৰদঃ শতম্*

*শৃণুয়ামঃ শৰদঃ শতম্।।*

– চাৰে এশটা শৰৎকাল দেখা পাওক, এশটা শৰৎকাল জীয়াই থাকক আৰু এশটা শৰৎকালৰ কথা শুনিবলৈ পাওক ঃ

জীৱন জোৰা                সাধনা তোমাৰ

অনিন্দ্য সুন্দৰ হওক,

প্ৰাৰ্থনা কৰিছোঁ                তোমাৰ খ্যাতিয়ে

জগত ঢৌৱাই থ'ক।



# ড° ভট্টাচাৰ্য্য আৰু অসমত ভাষা বিজ্ঞানৰ কেতবোৰ দিশ

শ্ৰীহীৰেণ গোহাঁই

অধ্যাপক প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱৰ প্ৰতিনিধি ভাষা নিবন্ধ নামৰ সংকলনখনি উন্মোচন কৰি 'সাহিত্যকাননে' অসমৰ ভাষা-সাহিত্যৰ অনুৰাগীসকলৰ কৃতজ্ঞতা অৰ্জন কৰিছে। আজি প্ৰায় অৰ্দ্ধশতাব্দীকাল তেখেতে যি নিষ্ঠা আৰু উৎসাহেৰে অসমীয়া আৰু বৰো ভাষাৰ তথা সংস্কৃতিৰ বৈজ্ঞানিক অধ্যয়নত বৰঙণি যোগাই আছে, অসমৰ সমাজ আৰু সংস্কৃতিৰ অধ্যয়নকাৰীসকলৰ সি উপকাৰ সাধিব আৰু তেওঁলোকক অনুপ্ৰেৰণা যোগাব বহুকাল ধৰি। তেখেতৰ এই বিদ্যানুৰাগ আৰু নিষ্ঠাৰ পিছত কোনো সংকীৰ্ণ ব্যক্তিগত স্বাৰ্থ নাই। মই ভাবো যে ভাৰতীয় বিদ্যাচৰ্চাৰ ঐতিহ্যত বৈষয়িক লাভালাভৰ প্ৰতি উদাসীন যি নিঃস্বাৰ্থ আৰু তদ্‌গত জ্ঞান স্পৃহা আছে, তেখেত তাৰেই এগৰাকী সুযোগ্য উত্তৰাধিকাৰী। সমসাময়িক আৰু পৰৱৰ্তী কালৰ গৱেষক তথা বিদ্যানুৰাগীসকলক তেখেতে বহুদিন ধৰি বাট দেখুৱাই থাকিব পাৰিব। তেখেতৰ নিৰহংকাৰ, সহজ সৰল আপোনভোলা আচৰণে ভাষাতত্ত্বৰ ভূ-ভা নোপোৱাসকলকো আকৰ্ষণ কৰে। তেখেতৰ ৰচনাৰ মাজতো প্ৰায় একেধৰণৰ গুণ ফুটি ওলাইছে। সেইবোৰে পাঠকক পাণ্ডিত্যৰ ভাবেৰে সন্ত্ৰস্ত বা বিমূঢ় নকৰে। বৰং পাঠকৰ কৌতুহল আৰু আগ্ৰহ জাগ্ৰত কৰে। বিভেদ-বিদ্বেষত ইন্ধন নিদিয়ে, উদাৰ মানৱতাক উৎসাহিত কৰে। [ তেখেতৰ এই নিবন্ধ সংকলনে পাঠক সমাজৰ সমাদৰ লাভ কৰিলে আমিও সুখী হ'ম।]

ষাঠিৰ দশকৰ প্ৰথমছোৱাত অৰ্থাৎ ১৯৫৩-৫৪ চন মানত অসমৰ কেইগৰাকীমান উদীয়মান ভাষাবিদে পুনেৰ ডেক্কান কলেজত আধুনিক ভাষাতত্ত্বৰ অধ্যয়নত দীক্ষা লয়। তেতিয়ালৈকে কলিকতা বিশ্ববিদ্যালয়ত প্ৰবল হৈ থকা তুলনামূলক আৰু ঐতিহাসিক ভাষাতত্ত্বকে অসমৰ ভাষাবিদ সকলে ভাষাতত্ত্বৰ স্বীকৃত ৰূপ বুলি ধৰিছিল। কিন্তু সেই ধাৰাটোৰ কেতবোৰ ত্ৰুটি বা সীমাবদ্ধতা আছিল। ঐতিহাসিক ক্ৰমবিকাশৰ চৰ্চাত নিমগ্ন হৈ কলিকতাৰ ভাৰত বিখ্যাত পণ্ডিতসকলে কোনো ভাষাৰ এটা বিশেষ সময়ৰ সামগ্ৰিক ৰেহ-ৰূপক কিছু

আওকাণ কৰিছিল। তেওঁলোকে লক্ষ্য কৰা নাছিল যে একোটা ভাষা বহু পৰিমাণে এক স্বয়ং সম্পূৰ্ণ সংকেতমূলক ব্যৱস্থা an autonomous semiotic system তাৰ প্ৰতি উপাদানৰ ওপৰত বাহিৰৰ নানা ঘটনাৰ যি প্ৰভাৱ তাতকৈ সেই ভাষাৰ অন্যান্য উপাদানৰ প্ৰভাৱ বহুত বেছি।

দ্বিতীয়তে যিহেতু ইণ্ডো-ইউৰোপীয়ান ভাষাৰ ঠাল-ঠেঙুলিবোৰৰ সাদৃশ্য বিভাজন, ক্ৰমবিকাশ, প্ৰভৃতিয়েই তেওঁলোকৰ অনুসন্ধানৰ প্ৰধান বিষয় আছিল, সেই ধাৰাৰ আলমত আন ভাষিক পৰিয়ালৰ ভাষাবোৰ অধ্যয়ন কৰা কঠিন আছিল। বিশেষকৈ অসমৰ নানা অনাৰ্য্যমূলীয় ভাষাৰ বৈজ্ঞানিক অনুসন্ধানত সেই ধাৰাৰপৰা বিশেষ সহায় পোৱা নগ'লহেঁতেন। অৱশ্যে ইতিমধ্যে ব্লুমফিল্ডে ভাষাৰ গঠনতন্ত্ৰৰ দৃষ্টিকোণৰপৰা কৰা বিশ্লেষণ প্ৰভাৱশালী হৈছিল। মাৰ্কিন নৃতত্ত্ববিদসকলে বিভিন্ন আদিবাসী উপজাতিৰ ভাষা অধ্যয়ন কৰিছিল বুলি ভবাৰ থল আছে। কিছুকাল পিছত ড° ছজ্যুৰৰ গঠনতন্ত্ৰমূলক ভাষা বিজ্ঞানে ভাষাতত্ত্ব চৰ্চাত বিশেষ প্ৰভাৱ পেলাইছিল।

খুব সম্ভৱ কলিকতা বিশ্ববিদ্যালয়তকৈ পুনেৰ ডেক্কান কলেজত আধুনিক ভাষা বিজ্ঞানৰ চৰ্চা ভালেখিনি আগবাঢ়িছিল। সেই কলেজতে বাণীকান্ত কাকতিৰ পিছৰ অসমৰ নতুন চামৰ ভাষাতত্ত্ববিদসকলে যেনে ঃ ড° গোলোক চন্দ্ৰ গোস্বামী, ড° উপেন্দ্ৰনাথ গোস্বামী আৰু ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই অধ্যয়ন আৰু গৱেষণাৰ নতুন পথ নিৰ্দেশনা লাভ কৰিছিল। সেয়ে ড° উপেন্দ্ৰনাথ গোস্বামীয়ে দেউৰী ভাষা আৰু ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই বৰো ভাষা অধ্যয়ন কৰাৰ প্ৰেৰণা আৰু পদ্ধতি তেনে এক শৈক্ষিক পৰিমণ্ডলৰ পৰাই পোনতে পোৱা বুলি ধৰিব পাৰি। পিছলৈ অৱশ্যে ড° গোলোক গোস্বামী আৰু ড° ৰোহিণী কুমাৰ মহন্ত আমেৰিকা আৰু বিলাতত ভাষা বিজ্ঞানৰ শেহতীয়া ধাৰাবোৰৰ লগত পৰিচিত হৈছিল।

এইখিনিতে শৈক্ষিক আৰু বিদ্যায়তনিক নীতি তথা বিষয়ৰ অন্তৰালত থকা সমাজতাত্ত্বিক দিশৰ প্ৰতি শ্ৰোতাসকলৰ দৃষ্টি আকৰ্ষণ কৰিব খোজো। বিদ্যা-চৰ্চা মূলতঃ সামাজিক তথা ৰাজনৈতিক প্ৰভাৱৰপৰা মুক্ত বুলি ভবা ধাৰণাটো সঠিক নহয়। কলিকতা বিশ্ববিদ্যালয়ত আৰ্য্যভাষাৰ এই কেন্দ্ৰীয় আৰু আধিপত্যবাদী ধাৰণা প্ৰবল হৈ থকাৰ কাৰণ এয়ে যে কলিকতাত, যি ১৯১২ চনলৈকে ব্ৰিটিছ ভাৰতৰ ৰাজধানী আছিল, ঔপনিবেশিক শাসকশ্ৰেণীৰ প্ৰভাৱ বিদ্যাচৰ্চাৰ ক্ষেত্ৰত আছিল ব্যাপক। তেওঁলোকেই আৰ্য্যত্ব আৰু শ্ৰেষ্ঠতাৰ ধাৰণা একাকাৰ কৰি ভাৰতৰ ইতিহাসত আৰু সংস্কৃতিত অনাৰ্য্য ভাষা-সংস্কৃতিৰ ভূমিকা আৰু প্ৰভাৱৰ গুৰুত্ব একেবাৰে হ্ৰাস কৰি পেলালে। ভাৰতীয় শিক্ষিত চামেও তেওঁলোকৰ বৌদ্ধিক প্ৰভাৱত নিজে আৰ্য্যসন্তান বুলি গৌৰৱবোধ কৰি অনাৰ্য্য ভাষা-সংস্কৃতিৰ প্ৰতি অৱজ্ঞা অনুভৱ কৰিছিল আৰু তেনেকৈয়ে বিপুলসংখ্যক সাধাৰণ ভাৰতীয় মানুহৰপৰা সাংস্কৃতিকভাৱে বিচ্ছিন্ন হৈ পৰিছিল।

তাৰ উপৰিও বঙালী ভাষা-সংস্কৃতিক পূৰ্বভাৰতীয় সকলো ভাৰতীয় ভাষাৰ মূল আৰু অতএব সেই সকলো ভাৰতীয় ভাষাতকৈ শ্ৰেষ্ঠ বুলি ভবাৰ অভ্যাস বঙালীসকলৰ হৈছিল এইবাবেই যে ঔপনিবেশিক প্ৰশাসনত শিক্ষিত বঙালীসকলৰ এক বিশেষ স্থান আছিল। সেইবাবে অসমীয়া বা উড়িয়া ভাষা-সাহিত্য চৰ্চাত কলিকতাৰ বিদ্বানসকলে বিশেষ গুৰুত্ব দিব খোজা নাছিল। আশুতোষ মুখাৰ্জী প্ৰমুখ্যে দুজনমান উদাৰমনা দূৰদৰ্শী বঙালী বিদ্বানৰ সহায়তহে কলিকতা বিশ্ববিদ্যালয়ত অসমীয়া ভাষা-সাহিত্যই শৈক্ষিক বিষয় হিচাপে স্থান পাইছিল।

এখন গণতান্ত্ৰিক সমাজত এনে ধৰণে কোনো ভাষাক উচ্চ বা নীচ বুলি বিবেচনা কৰা নহয়। ভাষাবিদ পণ্ডিতসকলে কয় যে, জ্ঞান-বিজ্ঞানৰ বিকাশত বিভিন্ন সমাজৰ তাৰতম্য দেখা গ'লেও কোনো ভাৱ স্বৰূপাৰ্থত হীন বা হেয় নহয়। যিকোনো ভাষাৰে যথা-যোগ্য বিকাশৰ পিছত সূক্ষ্মতম, কঠিনতম ধ্যান-ধাৰণা তাৰ দ্বাৰা প্ৰকাশ কৰিব পাৰি। কিন্তু এই কথা হৃদয়ংগম নকৰা বা আমাৰ বিদ্যায়তনিক কাৰ্য্যকলাপৰো কিছু বিকৃতি ঘটিছে। স্বভাৱতেই কোনো ভাষা শ্ৰেষ্ঠ, কোনোটো বা নিকৃষ্ট এনে ধাৰণা প্ৰবল হৈছে। উদাহৰণস্বৰূপে সংস্কৃত ভাষাৰ কথাকে ধৰা যাওক। প্ৰাচীন ক্লাছিকেল যুগৰ ভাৰতৰ ধৰ্ম, জ্ঞান আৰু সাহিত্যৰ শ্ৰেষ্ঠ গ্ৰন্থসমূহ এই ভাষাত ৰচিত। সংস্কৃতৰ জ্ঞান অবিহনে ভাৰতীয় সংস্কৃতিৰ প্ৰকৃত জ্ঞান সম্ভৱ নহয় বুলিও অত্যুক্তি কৰা নহয়। কিন্তু সেই বুলিয়েই সংস্কৃতৰ বাহিৰে ভাৰতীয় সংস্কৃতি আৰু মননৰ অন্য প্ৰকাশ নাই বুলি ভাবিলে ভুল হ'ব। বিশেষকৈ মধ্যযুগৰ ভাৰতীয় মনৰ বিপুল আৰু সমৃদ্ধ সম্পদ আজিও সমগ্ৰ ভাৰতৰ পণ্ডিতসকলৰ বাবে কিছু অস্পষ্ট হৈ আছে। অ'ত ত'ত আংশিকভাবে চৰ্চা হৈছে, কিন্তু তাৰ সামগ্ৰিক ছবিখনি আজিও ফুটি ওলোৱা নাই। তাহানিৰেপৰা সংস্কৃতক 'দেৱ ভাষা' বুলি বিশেষ মৰ্য্যাদা দিয়া হৈ আছে। 'দেৱভাষা' মানে দেৱকাৰ্য্যৰ ভাষা, হয়তো দেৱতাৰ ভাষা। কিন্তু আনবোৰ ভাষাও সংস্কৃতিৰ নিঃস্বাৰ্থ সেৱকৰ বাবে এলাগী হ'ব নোৱাৰে। সন্ত কবিৰে যে কৈছিল "ভাষা বহতা নীৰ" কিন্তু সংস্কৃত বন্ধ জলাশয়, তাৰ এক তাৎপৰ্য্য আছে। মধ্যযুগত জনগণৰ মাজলৈ অহা প্ৰবল সামাজিক আৰু সাংস্কৃতিক জাগৰণ তথা তেওঁলোকে অনুভৱ কৰা বিচিত্ৰ, অভিনৱ ভাব-অনুভূতি আদিৰ প্ৰকাশৰ মাধ্যম আছিল আঞ্চলিক ভাষাসমূহ। কিন্তু ভাৰতীয় মনৰ আটাইখিনি বস্তু সংস্কৃততে আবদ্ধ বুলি ভাবি থকাৰ ফলত এই বিপুল সম্পদৰাজি পণ্ডিত সমাজত আপেক্ষিক ভাৱে অৱহেলিত হৈ আছে।

ঠিক তেনেকৈয়ে ভাৰতৰ নানা অনাৰ্য্য ভাষাসমূহৰ প্ৰতি অনাদৰৰ অন্যতম ফল হৈছে সেই ভাষাভাষী লোকসকলৰ লগত তথাকথিত আৰ্য্যভাষী লোকসকলৰ ব্যৱধান। এনে অনাদৰৰ কাৰণ অবৈজ্ঞানিক উচ্চাত্মিকা মাত্ৰ। ইয়াৰ ৰাজনৈতিক পৰিমাণ কেনে মাৰাত্মক হৈছে বহলাই নক'লেও চলে। ঔপনিবেশিক ব্ৰিটিছ শিক্ষাব্যৱস্থাৰ বিৰুদ্ধে অসমৰ জনজাতীয় লোকসকলৰ অন্যতম আপত্তি আছিল

এয়ে যে তেওঁলোকৰ ভাষা-সংস্কৃতিৰ চৰ্চা তাত প্ৰায় নিষিদ্ধ আছিল। অসমৰ বিধান সভাত গুৱাহাটী বিশ্ববিদ্যালয় আইন অৱতাৰণা কৰা সময়ত কোৱা হৈছিল যে অসমৰ বিচিত্ৰ থলুৱা ভাষা আৰু সংস্কৃতিৰ চৰ্চা বিশ্ববিদ্যালয়খনৰ অন্যতম প্ৰধান উদ্দেশ্য হ'ব। কিন্তু বিশ্ববিদ্যালয় স্থাপনৰ চাৰি দশকৰ পিছতহে এটা মাত্ৰ জনজাতীয় ভাষাৰ প্ৰণালীবদ্ধ শিক্ষাৰ ব্যৱস্থা বিশ্ববিদ্যালয়খনত কৰা হ'ল।

পোন প্ৰথমে যিসকল লোকে বিশ্ববিদ্যালয়খনৰ গুৰি ধৰিছিল তেওঁলোক এই সম্পৰ্কে সজাগ আছিল। সম্ভৱতঃ তেওঁলোকেই অসমীয়াৰ বাহিৰে অসমত থকা নানা ভাষাৰ গৱেষণাৰ বাবে ড°উপেন্দ্ৰনাথ গোস্বামী, ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আদিক উদ্‌গণি দিছিল। কিন্তু সেই ধাৰাটো আজিও যে ভালদৰে পৰিপুষ্ট হোৱা নাই, তাৰ কাৰণ শৈক্ষিক নহয়, ৰাজনৈতিক। আৰু এই ৰাজনৈতিক দৃষ্টিকোণ অতি অদূৰদৰ্শী বুলি নকৈ নোৱাৰি।

সুখৰ বিষয় যে এইক্ষেত্ৰত প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ডাঙৰীয়া এক উজ্জ্বল ব্যতিক্ৰম। তেখেতে বৰোভাষাৰ বিষয়ে প্ৰথম ভাষাবৈজ্ঞানিক গৱেষণা কৰি ১৯৬৫ চনত পি. এইচ. ডি উপাধি লাভ কৰে। তেখেতৰ নিৰ্দেশক আছিল প্ৰথম বাণীকান্ত কাকতি আৰু কাকতিদেৱৰ মৃত্যুৰ পিছত বিৰিঞ্চি কুমাৰ বৰুৱা। সুকুমাৰ সেনৰ অধীনত তেখেতে গুৱাহাটী বিশ্ববিদ্যালয়ত গৱেষণা দাখিল কৰে। তেখেতে ১৯৭৯ চনত চীন-তিব্বতী ভাষাগোষ্ঠীৰ বিষয়ে পেৰিছত হোৱা আন্তৰ্জাতিক সন্মিলনত যোগ দিয়ে। আৰু তাত বিখ্যাত ভাষাবিজ্ঞানী Paul K. Benedict আদিৰ শলাগৰ পাত্ৰ হয়। ১৯৯৬ চনত তেখেতে অলপতে হলেগুত আন এক আন্তৰ্জাতিক ভাষা বিজ্ঞান সন্মিলনত অশ গ্ৰহণ কৰিছিল। তেখেতৰ চুপাৰিছতে মোহিনীমোহন ব্ৰহ্ম, ড°ৰমেশ পাঠক, ড° দীপাংকৰ মৰল আদিয়ে চীন-তিব্বতী ভাষা গোষ্ঠীৰ ওপৰত হোৱা আন্তৰ্জাতিক সন্মিলনত যোগ দি বৰো ভাষা আদি অসমৰ থলুৱা ভাষাৰ ওপৰত নিবন্ধ পাঠ কৰে। (সম্প্ৰতি ড° সত্যেন্দ্ৰ নাথ গোস্বামীৰ নিৰ্দেশত অসমৰ বিভিন্ন জনজাতীয় ভাষাৰ ওপৰত বিস্তৰ গৱেষণা হৈ আছে।)

বৰো ভাষাৰ চৰ্চা কৰিবলৈ গৈ তেখেতে বৰোসকলৰ সংস্কৃতিৰো পৰিচয় লাভ কৰে আৰু ৰামধেনু আদি আলোচনীত কেইবাটাও এই সম্পৰ্কে মনোগ্ৰাহী প্ৰবন্ধ প্ৰকাশ কৰে। আশাকৰো সেইবোৰো শীঘ্ৰে প্ৰকাশিত হ'ব।

কিন্তু ড° ভট্টাচাৰ্য্যই তেখেতৰ কাম-কাজ চলাবৰ বাবে চৰকাৰে বা প্ৰভাৱশালী মহলৰপৰা প্ৰয়োজনীয় স্বীকৃতি তথা সাহায্য পোৱা নাই। ফলত বৰো-অবৰো ছাত্ৰ-গৱেষকক মিহলাই বৰো ভাষাৰ বিজ্ঞানসন্মত অধ্যয়ন তথা উন্নয়নত তেখেতে যি ভূমিকা ল'ব পাৰিলেহেঁতেন, সেই ভূমিকা সম্পূৰ্ণৰূপে ল'ব নোৱাৰিলে। ইয়াৰ কাৰণো অদূৰদৰ্শী ৰাজনীতি যি ৰাজনীতি বিধান সভাৰপৰা বিশ্ববিদ্যালয়লৈ বিয়পি আছে। ড°ভট্টাচাৰ্য্যৰ কিতাপত প্ৰকাৰান্তৰে এই কথা উল্লেখ কৰা হৈছে। (পৃঃ ৮৬-৯০)

এই কামটো যথাযথভাবে আগবঢ়া হ'লে বৰোসকলৰ মাজত প্ৰবল হৈ পৰা উগ্ৰজাতীয়বাদকো কিছু প্ৰশমিত কৰিবপৰা গ'লহেঁতেন। আজি বৰোসকলে প্ৰয়োজন হ'লেও বা উপযোগী হ'লেও তেওঁলোকৰ ভাষাত অসমীয়া শব্দ ব্যৱহাৰ কৰিব নোখোজে। ফলত তেওঁলোকৰ অসুবিধা বাঢ়িছে বুলিহে ধাৰণা। আনহাতে বঙালী ভাষাৰ প্ৰতি অসমীয়াৰ শংকা থাকিলেও বিভিন্ন যুগৰ আমাৰ আধুনিক লেখকসকলে বঙালী ভাষাৰপৰা প্ৰয়োজন অনুসৰি বহু ধাৰ কৰিছে। তাৰ পৰা সাধাৰণভাবে অসমীয়া ভাষা লাভবানেই হৈছে। বড়োভাষাৰ ওপৰত যে অসমীয়া ভাষাৰ প্ৰভাৱ পৰিছে সেই কথাও সময়ে সময়ে ড° ভট্টাচাৰ্য্যই উল্লেখ কৰিছে। ভাষাগত বিচ্ছিন্নতাবাদ এনে তথ্যই কিছুদূৰ প্ৰশমিত কৰিব পাৰে।

তেনেকৈ বৰো প্ৰমূখ্যে জনজাতীয় ভাষাই যে অসমীয়া ভাষাৰ ওপৰত কিছু সাঁচ বহুৱাইছে, কথাটোত যথাযথ গুৰুত্ব দিয়া হোৱা নাই। শব্দ আৰু গাঁথনিৰপৰা অসমীয়া আৰ্য্য ভাষা। কিন্তু ধ্বনিগত ৰূপ, sonality, বাক্য ৰীতি আৰু আন কেতবোৰ দিশত জনজাতীয় প্ৰভাৱ স্পষ্ট। (পৃঃ ৬৪-৬৭) সেইটো আৰ্য্য ভাষাৰ দুৰ্ভাগ্যজনক বিকৃতি নহয়, অসমীয়া ভাষাৰ বৈচিত্ৰ্য। সেই কথাটো কিন্তু আমাৰ স্কুল-কলেজৰ সাধাৰণ ছাত্ৰই নাজানে। জনা হ'লে অসমীয়া জনজাতীয়ৰ (ethnic minority) ব্যৱধান কিছু দূৰ হ'লহেঁতেন। এই অজ্ঞতা দূৰ কৰিবলৈ অসমীয়া ভাষাত জনজাতীয় ভাষাৰ প্ৰভাৱ প্ৰবন্ধত ড° ভট্টাচাৰ্য্যই কেতবোৰ পৰামৰ্শ দিছে। কাৰ্য্যবাহী কামৰূপী উপভাষাৰ অধ্যয়নো ড° ভট্টাচাৰ্য্যদেৱৰ অধ্যয়নৰ এটি বিষয়। এই ক্ষেত্ৰতো মান্য ভাষা, তুচ্ছ ভাষাৰ ধাৰণাই বহুদিন ধৰি খেলিমেলি লগাই আছে। বৃটিছ অনুগ্ৰহ লাভ কৰা শিক্ষিত অসমীয়াৰ শক্তিশালী প্ৰথম চামটো উজনিৰ হোৱা বাবে, অথবা উজনি অসমকে অসমৰ প্ৰতিনিধি স্থানীয় বুলি ব্ৰিটিছে ভবা বাবে, বাকীবোৰ অঞ্চলৰ উপভাষা অৱহেলিতই নহয় উপহাসৰ পাত্ৰ হ'ল। তাৰ বিৰুদ্ধে নামনিৰ অসমীয়াই 'আসাম বান্ধব'ৰ পাতৰ উপৰিও নিজৰ লোক সংস্কৃতিতে প্ৰতিবাদ প্ৰতিৰোধ চলালে। ভট্টাচাৰ্য্যদেৱে তাৰ উদাহৰণ স্বৰূপে এটি ফঁকৰা দাঙি ধৰিছে ঃ

আগে আছলু উজেন্যা
মুখখান আছিল খুজেন্যা,
ইথান আইহলু ভাঠিত
টাংখু তামোল গাঠিত

নামনি অসমৰ অৰ্থনীতি অধিক ব্যক্তি নিৰ্ভৰ আৰু উদ্যোগমুখী বুলি ইয়াতো ইংগিত দিয়া হৈছে। ভাষা-সংস্কৃতিৰ বিজ্ঞান সন্মত আৰু গণতান্ত্ৰিক অধ্যয়নৰ বাবে আমি অতীতৰ বহু আবৰ্জনা বৰ্জন কৰিব লাগিব। উচ্চ সংস্কৃতি আৰু তুচ্ছ সংস্কৃতিৰ পৰম্পৰাগত ধাৰণা তাৰে এটা ভাষা বা সংস্কৃতিৰ মান-মৰ্য্যাদা কেতবোৰ উপৰুৱা

ধাৰণাৰে বিচাৰ নকৰি তাৰ অধ্যয়নত উদাৰ গণতান্ত্রিক মনোভাৱৰ পৰিচয় দিব পাৰিলেহে আমি অসমৰ জনগণৰ ঐক্য সংহতি ৰক্ষা কৰিব পাৰিম। আৰু সেই দৃষ্টিকোণ অধিক বিজ্ঞানসন্মতো হ'ব।

কৃষ্ণকান্ত সন্দিকৈ আৰু বাণীকান্ত কাকতিৰ দিনত অসমীয়া জাতিৰ ঐক্যৰ খাতিৰত মান্য ভাষাৰ উজনীয় ৰূপৰ প্ৰতি যি ধৰণৰ সাৰ্বিক নিষ্ঠা প্ৰদৰ্শন কৰা হৈছিল, আজি আমি সেই দৃষ্টিকোণ কিছু শিথিল কৰিব পাৰোঁ। তেখেতসকলৰ কেতবোৰ ধাৰণাৰো পুনৰ্বিবেচনা কৰিব পাৰোঁ। ড° ভট্টাচাৰ্য্যই স্পষ্টকৈ কৈছে যে মান্য ভাষাৰ ব্যাপক প্ৰচলন প্ৰয়োজনীয় হ'লেও উপাভাষাসমূহৰ স্বাস্থ্যবান অস্তিত্বও অসমীয়া ভাষাৰ স্বাস্থ্যৰ বাবে অপৰিহাৰ্য্য। (পৃঃ ৬৪)

অসমীয়া শব্দকোষত কামৰূপী আৰু দৰঙী উপাদান (পৃঃ ১৬৪-১৭১)।

ড° ভট্টাচাৰ্য্যৰ প্ৰৱন্ধাৱলীৰপৰা প্ৰমাণ হয় যে ভাষাৰ ক্ষেত্ৰত বিজ্ঞানসন্মত ধাৰণা বা দৃষ্টিকোণ গ্ৰহণ নকৰি বৰ্ণবাদী বা বৈষম্যমূলক ধাৰণা কৰা বাবে আমি নানা ৰাজনৈতিক বিবাদ-বিসম্বাদত পোত গৈছো। ভাষা বিজ্ঞানৰ যথাৰ্থ ব্যৱহাৰেৰে আমাৰ সমাজৰ অগণতান্ত্রিক ঐতিহ্যক শাসনলৈ অনাৰ ক্ষেত্ৰত তেখেতৰ পৰামৰ্শ হিতকাৰী হ'ব। তেনেকৈ তেখেতে কৈছে, ভাষাৰ ক্ষেত্ৰত বস্তু নিষ্ঠ, সংস্কাৰ, বিজ্ঞান সন্মত নীতি গ্ৰহণ কৰিব পাৰিলে ভালেমান গুৰুতৰ ৰাজনৈতিক সমস্যাৰপৰা আমি নিষ্কৃতি পাম। ভাষাগত উত্তেজনাৰ বলি নহৈ আমি ভাষাক আমাৰ সমাজৰ কল্যাণৰ সঁজুলিত পৰিণত কৰিব পাৰিম।

এইখিনিতে অসমীয়া শিক্ষিত মধ্যবিত্তৰ দ্বৈতসত্তাৰ উল্লেখ কৰা উচিত। বহুসময়ত সংকীৰ্ণ আৰু বৈষম্যমূলক প্ৰাচীন ধাৰণা বা সংস্কাৰ বৰ্জন নকৰি আমি তাৰ লগতে উদাৰ মুক্ত মনা বিজ্ঞান সন্মত ধাৰণা গ্ৰহণ কৰো আৰু সুবিধামতে ক'ৰবাত আনটো ধাৰণা ব্যৱহাৰ কৰোঁ এই অলস আৰু অসাধু মানসিকতাৰ ফলত সমাজৰ প্ৰগতি ব্যাহত হয়। নানা গোষ্ঠীৰ মাজত অবিশ্বাসৰ ভেটিও মজবুত হয়। এই মানসিক আলস্য তথা নৈতিক অসাধুতাৰ বিষয়ে আমি সতৰ্ক হ'বৰ হ'ল।

অৱশ্যে বিজ্ঞান আৰু গণতন্ত্ৰৰ পৰস্পৰৰ লগত নিবিড় সম্বন্ধ। উচ্চ-নীচ বৈষম্যমূলক ধাৰণাৰ বশবৰ্তী হৈ গোষ্ঠীগত স্বাৰ্থৰ অনুসৰণ কৰিবলৈ গ'লে আমি বিজ্ঞানৰ পোহৰৰপৰাও বঞ্চিত হ'ম। গোষ্ঠীগত চেতনাৰ উগ্ৰতাই যুগ যুগ জোৰা বিনিময় আৰু সহযোগিতাৰ বাটত দুৰ্লঙ্ঘ্য দেৱাল বান্ধিলেও প্ৰগতি ব্যাহত হ'ব। নতুন প্ৰজন্মই এইবোৰ ক্ষেত্ৰত ড° ভট্টাচাৰ্য্যৰ দৰে অগ্ৰজ ভাষাবিদৰপৰা আৰ্হি আৰু শিক্ষা লাভ কৰিব পাৰিব।

*(ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামীৰ তত্ত্বাৱধানত অসমৰ বিভিন্ন জনগোষ্ঠীয় ভাষাৰ বিষয়ে গৱেষণাৰ কথা ভুলক্ৰমে ইয়াত উল্লিখিত নহ'ল- লেখক)*

*( * পুনঃ মুদ্ৰিত)* ●

# ভাষাবিদ ড° ভট্টাচাৰ্য্য ঃ কিছু কথা

শ্ৰীভীমকান্ত বৰুৱা

পৃথিবীত এনে কিছুমান মানুহৰ জন্ম হয় যি জীৱনত সমাজৰ বাবে আজীৱন কাম কৰে আৰু অৱদান আগবঢ়ায়। তেনে অৱদানৰ ফলস্বৰূপে উত্তৰ পুৰুষে এদোপ আগুৱাই যাবলৈ সকাহ পায়। নিজৰ বৈষয়িক জীৱনৰ আউল ভাঙিও বিদ্যায়তনিক কাৰ্মত তথা সামাজিক কাম কৰিবৰ বাবে তেনে লোকে আজৰি সময় উলিয়াই লয়। ফলাফলৰ প্ৰতি তেনে লোক বিশেষভাৱে আগ্ৰহী নহয়; অথবা বটা বাহনৰ দৰে বিষয়ৰ প্ৰতিও তেনে লোকৰ কোনো স্পৃহা নাথাকে। সমাজৰ, দেশৰ আৰু দহৰ উন্নতিৰ হকে কাম কৰিব লাগে বুলিয়েই তেনে লোকে কাম কৰি যায়। পণ্ডিত ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য সাম্প্ৰতিক অসমৰ এনে এজন ব্যক্তি যি নীৰবে বিদ্যায়তনিক তথা সামাজিক কামত নিজকে জড়িত কৰি ৰাখিছে। উনাশী বছৰীয়া ড° ভট্টাচাৰ্য্যদেৱক অভিনন্দন জ্ঞাপন কৰিছোঁ আৰু সুন্দৰ স্বাস্থ্য আৰু দীৰ্ঘায়ু কামনা কৰিছোঁ।

প্ৰাপ্ত তথ্যমতে ১৯২৫ চনৰ ১৬ ফেব্ৰুৱাৰীত পশ্চিম অসমৰ নলবাৰী জিলাৰ দীঘেলী গাঁৱত জন্ম গ্ৰহণ কৰা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ আৰু ডক্টৰেট ডিগ্ৰী লাভ কৰে। শংকৰচন্দ্ৰ ভট্টাচাৰ্য্য আৰু পাৰ্বতীদেৱীৰ পুত্ৰ ড° ভট্টাচাৰ্য্যই বি. বৰুৱা কলেজৰ অধ্যক্ষ হিচাপে সুচাৰুৰূপে কাম কৰি অৱসৰ গ্ৰহণ কৰে। 'সৰাফুল' আৰু 'কুৱঁলীৰ আঁৰে আঁৰে' নামৰ কবিতা পুথি লেখা কবিজন কিন্তু কবিৰূপে খ্যাতি থকাতকৈ এজন পণ্ডিত হিচাপেহে বেচি পৰিচিত। তদুপৰি তেখেতৰ ইংৰাজী ভাষাত প্ৰকাশ পোৱা *Aspects of North East Indian Languages* নামৰ গ্ৰন্থখন লেখত লবলগীয়া। তেখেতৰ অসমীয়া ভাষাত লেখা বিভিন্ন প্ৰবন্ধৰ সংকলন *'প্ৰতিনিধি ভাষা নিবন্ধ'* নাম দি পৱন কুমাৰ বৰুৱাই প্ৰকাশ কৰিছে। এইবোৰ বিদ্যায়তনিক কৰ্মৰে নিজৰ প্ৰতিভা প্ৰকাশ কৰা ড° ভট্টাচাৰ্য্যই এটি মূল্যবান সম্পদ অসমবাসীক দিছে সেয়া হ'ল *A Descriptive Analysis of the Boro Language* নামৰ গৱেষণামূলক গ্ৰন্থখন। ১৯৭৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰকাশন বিভাগে ছপাই উলিওৱা

*A Descriptive Analysis of the Boro Language* নামৰ ৩৮০ পৃষ্ঠাৰ সুবৃহৎ গ্ৰন্থখন ড° ভট্টাচাৰ্য্যৰ কৰ্মৰাজিৰ ভিতৰতে শ্ৰেষ্ঠত্ব দাবী কৰিব পাৰে। ১৯৫২ চনৰ পৰা ১৯৬৪ চনলৈকে ব্যক্তিগত আৰু জাতীয়জীৱনৰ বিভিন্ন বিপৰ্য্যয়ৰ মাজতে লিখি উলিওৱা উক্ত গ্ৰন্থখনৰ বাবেই ১৯৬৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে তেখেতক D. Phil. উপাধি প্ৰদান কৰে। প্ৰথম অৱস্থাত ড° বাণীকান্ত কাকতিৰ তত্ত্বাৱধানতেই কামটো আৰম্ভ কৰিছিল যদিও আৰম্ভণী বছৰটোতেই অৰ্থাৎ ১৯৫২ চনৰ নবেম্বৰ মাহতে ড° বাণীকান্ত কাকতি স্বৰ্গী হোৱাত সেই কামৰ তত্ত্বাৱধানৰ দায়িত্ব ড° বিৰিঞ্চিকুমাৰ বৰুৱাই গ্ৰহণ কৰে। ইংৰাজী ভাষাত ১৯৭৭ চনত প্ৰকাশ কৰা উক্ত গ্ৰন্থখনে অসমৰ ভাষাৰ অধ্যয়নৰ ইতিহাসত এক নতুন দিশ উন্মোচন কৰে।

অসমত ভাষা অধ্যয়নৰ ইতিহাসৰ পম খেদি গৈ থাকিলে ১৭৯৫ খ্ৰীষ্টাব্দৰ গৌৰীনাথ সিংহৰ ৰাজত্বকালৰ শেষৰ বছৰটো পাবগৈ লাগিব। কিয়নো সেই খ্ৰীষ্টাব্দতে সাঁচিপাতত আহোম শব্দৰ অৰ্থ দি আহোম পুৰোহিত শ্ৰেণীৰ মহন পৰিয়ালৰ টেঙাই পণ্ডিতে 'বৰ অম্ৰ' নামৰ শব্দাৰ্থ কোষ এখন প্ৰস্তুত কৰিছিল। সেই পুথিখনেই অসমত অভিধান সম্পৰ্কীয় পুথিৰ বাটকটীয়া। *বৰঅম্ৰ* আৰু *লতি* অম্ৰখন পিছত ছপা হৈও প্ৰকাশ পাইছে। ১৭৯৫ খ্ৰীষ্টাব্দৰ উক্ত পুথিখনৰ পিছত ইংৰাজৰ আগমনলৈকে ভাষাবিষয়ক চিন্তা-চৰ্চাৰ পুথি পোৱা নাযায়। ১৮৩৫ চনত উইলিয়াম ৰবিন্সনৰ *A Grammar of the Assamese Language* নামৰ অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ পুথিখন প্ৰকাশো. পায়। এইখন অসমীয়া ব্যাকৰণৰ দিনতেই প্ৰথম পুথি নহয়, অসমীয়া ভাষাৰ গঠন বিষয়ক আলোচনাৰো প্ৰথম পুথি। ১৯০৩ চনৰ গ্ৰীয়াৰ্ছনৰ *Linguistic Survey of India* নামৰ কেইবাটাও Volumeত প্ৰকাশ পোৱা গ্ৰন্থখনৰ বাহিৰে ১৯৭৭ চনলৈকে আগৰ কালছোৱাত তিব্বত-চীন পৰিয়ালৰ ভাষাৰ গাইগুটীয়া অধ্যয়ন হৈছিল বুলি কব পৰা নাযায়। *Linguistic Survey of India* ত তিব্বত-চীন ভাষাবোৰৰ পৰিচয় থাকিলেও ই কোনোটোৰে গাইগুটীয়া বিশেষ অধ্যয়ন নাছিল। ১৮৩৫ চনৰ ৰবিন্সনৰ *অসমীয়া ভাষাৰ ব্যাকৰণ* প্ৰকাশৰ সময়ৰে পৰাই ১৯৭৭ চনলৈকে এই সুদীৰ্ঘ কালছোৱাত ভাৰত-ইউৰোপীয় ভাষা পৰিয়াল সম্ভূত অসমীয়া ভাষাৰ ইতিহাস, ধ্বনি, ৰূপ, শব্দ লিপি ইত্যাদি দিশত আলোচনা থকা ভালেমান পুথি-পাঁজি প্ৰকাশ পোৱা দেখা যায়। চীন-তিব্বতীয় ভাষাবোৰৰো যে আলোচনা এই সময়ছোৱাত হোৱা নাছিল এনে নহয়। সোণাৰাম পাণ্ডাএৰ 'মিৰি দোৱান' (১৯১৫চন), কমলচন্দ্ৰ পাদুনৰ 'মিচিং পাঠ' (১৯৫৮), বিভীষণ পেগুৰ 'মিৰি দোৱান' বা মিচিং আগম' (১৯৬৩) আদিৰদৰে গ্ৰন্থ প্ৰকাশে চীন-তিববতীয় পৰিয়ালৰ ভাষা অধ্যয়নৰ ক্ষীণ সুঁতি এটিও প্ৰৱাহিত হৈ আছিল। ১৯৬৫ চনতে প্ৰস্তুত কৰা আৰু ১৯৭৭ চনত প্ৰকাশ পোৱা

ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ *A Descriptive Analysis of the Boro Language* নামৰ গ্ৰন্থখনে এই দিশত প্ৰকাশিত প্ৰথম গৱেষণামূলক সুবৃহৎ পুথি আৰু মাইলৰ খুটি যি পৰৱৰ্ত্তী কালৰ ভাষাৰ গৱেষকক এটি নতুন দিশ দিলে। সাতোটা অধ্যায়ত বিভক্ত এই গ্ৰন্থখনৰ ভূমিকাখনো লেখত লবলগীয়া। এই ভূমিকাখনতে তেখেতে এটি গুৰুত্বপূৰ্ণ মন্তব্য আগবঢ়াইছে যে ইতিহাস, পৰম্পৰা, লোককথা সংস্কৃতিৰ পিনৰ পৰা ডিমাছাসকলৰ লগত বৰোসকলৰ মিল থাকিলেও ভাষাৰ পিনৰ পৰা বৰো আৰু ডিমাছা দুয়োটা সুকীয়া। দ্বিতীয় গুৰুত্বপূৰ্ণ কথাটো হ'ল - ১৯২৫ চনত লণ্ডনৰ পৰা প্ৰকাশিত W. C. Smith ৰ "Ao Naga Tribes of Assam : A Study in Ethnology and Sociology" নামৰ গ্ৰন্থৰ আধাৰত ড° ভট্টাচাৰ্য্যদেৱে বৰোসকলৰ বৈশিষ্ট্যসম্পৰ্কে আগবঢ়োৱা মন্তব্যটো। স্মিথে উক্ত গ্ৰন্থখনত মঙ্গোলীয় সংস্কৃতিৰ তেৰটা বৈশিষ্ট্যৰ কথা উল্লেখ কৰিছে। উক্ত তেৰটা বৈশিষ্ট্যৰ ভিতৰত বৰোসকলৰ মাজত পাঁচোটা ৰূপান্তৰিত বৈশিষ্ট্য দেখা যায় বুলি ড° ভট্টাচাৰ্য্যদেৱে মন্তব্য আগবঢ়াইছে। বৰোসকলৰ মাজত দেখা পোৱা উক্ত পাঁচোটা বৈশিষ্ট্য হ'লঃ (১) তামোল লোৱা অভ্যাস, (২) গাখীৰ খোৱাৰ প্ৰতি অনীহা, (৩) কাপোৰ বোৱা সাধাৰণ সৰ্জুলিৰ ব্যৱহাৰ, (৪) যুদ্ধত বৃহৎ আকাৰৰ ঢাল ব্যৱহাৰ আৰু (৫) আদিম পদ্ধতিৰে খেতি-বাতি কৰিবৰ বাবে ভিতৰুৱা অঞ্চললৈ সঘনে গৃহ সলনি কৰা। তদুপৰি তেওঁলোকৰ সুন্দৰ গীত, নৃত্য আৰু বাদ্যৰ ব্যৱহাৰ আছে।

ধ্বনিতত্ব আৰু ধ্বনিবিজ্ঞান, ৰূপ-বৰ্ণবিজ্ঞান, (Morphophonemics) ৰূপবিজ্ঞান (Morphemics), ৰূপতত্ব, বাক্যতত্ব, আৰ্হি পাঠ আৰু বৰো-ইংৰাজী শব্দমালা এই সাতোটা অধ্যায়ত বিভক্ত গ্ৰন্থখনৰ বৰ্ণ বিশ্লেষণৰ বাবে প্ৰয়োজনীয় আহিলাৰ নমুনা হিচাবে স্বৰধ্বনি উচ্চাৰণত ওঁঠৰ স্থান দেখুৱাই সূচকৰ ছবি সংযোজিত কৰিছে। তদুপৰি অধ্যয়নৰ লগত ৰজিতা খুৱাই মানচিত্ৰ প্ৰস্তুত কৰি সংযোগ কৰিছে।

ড° ভট্টাচাৰ্য্যদেৱে গ্ৰন্থখনত অনুক্ৰমিক আৰু উপহিত বৰ্ণ সম্পৰ্কে বিস্তৃত আলোচনা ক্ষেত্ৰত ধৰোঁতে কেইটামান গুৰুত্বপূৰ্ণ কথা লক্ষ্য কৰা যায়। স্বৰবৰ্ণৰ ক্ষেত্ৰত প্ৰান্তীয় উচ্চ ই, প্ৰান্তীয় মধ্য এ, কেন্দ্ৰীয় মধ্য অ৾, কেন্দ্ৰীয় নিম্ন আ, মূলীয় উচ্চ উ আৰু মূলীয় মধ্য ও এই ছটাৰ কথা উল্লেখ কৰিছে। লক্ষ্য কৰিবলগীয়া কথাটো হ'ল মূলীয় নিম্ন অ উচ্চাৰণ বৰো ভাষাত পোৱা নাযায়। ইপিনে ব্যঞ্জন বৰ্ণৰ ক্ষেত্ৰত তিব্বত-বৰ্মী ভাষাবোৰত সাধাৰণতে অল্পপ্ৰাণ ধ্বনিৰহে প্ৰাধান্য পোৱা যায়। উদাহৰণ স্বৰূপে মিচিং, দেউৰী ভাষাত মহাপ্ৰাণ ধ্বনি পোৱা নাযায়, অল্পপ্ৰাণ ধ্বনিহে পোৱা যায়। ইয়াৰ বিপৰীতে কাৰ্বি, কক্‌বৰক ভাষাত অল্পপ্ৰাণ আৰু মহাপ্ৰাণ

দুয়োবিধ ব্যঞ্জনধ্বনিৰে উচ্চাৰণ পোৱা যায়। কিন্তু বৰো ভাষাত অঘোষ অল্পপ্ৰাণ ধ্বনি নাই অঘোষ মহাপ্ৰাণ ধ্বনিহে পোৱা যায়। ঘোষ অল্পপ্ৰাণ ধ্বনিৰ উচ্চাৰণ আছে ড° ভট্টাচাৰ্য্যদেৱে বৰো ভাষাত / ফ, স, খ, ব, দ, গ, ম, ন, ঙ, চ, জ, ৰ, ল / এই তেৰটা বৰ্ণৰ কথাহে উল্লেখ কৰিছে। তদুপৰি বৰো ভাষা এটা সুৰযুক্ত ভাষা। ড°ভট্টাচাৰ্য্যদেৱে চাৰিটা সুৰৰ নিৰ্দেশ কৰিছে আৰু যথোপযুক্ত উদাহৰণেৰে সৈতে চিত্ৰ আঁকি সুৰ বুজাবলৈ চেষ্টা কৰিছে। গ্ৰন্থখনৰ পুংখানুপুংখ অধ্যয়ন এটি আগবঢ়োৱা অৱকাশ সম্প্ৰতি আমাৰ এই লেখাটিত নাই। মাত্ৰ আলোচনাৰ লোভ সামৰিব নোৱাৰিহে ধ্বনিমূলক কথাকেইটামান উনুকিয়াই গলোঁ। এইখন গ্ৰন্থ ড° ভট্টাচাৰ্য্যৰ জাতিটোলৈ এক অমূল্য উপহাৰ। ড° ভট্টাচাৰ্য্যদেৱৰ ৰচনাৱলীৰ সামগ্ৰিক অধ্যয়ন হোৱা দৰকাৰ আৰু তেনে অধ্যয়নে লেখকজনাৰ অধ্যয়ন প্ৰতিভা আৰু ব্যক্তিত্বক মুকলিকৈ প্ৰকাশ কৰিব।



# অসমত ভাষা-চৰ্চা আৰু ভাষাৰ সাধক ড০ ভট্টাচাৰ্য্য

শ্ৰীবসন্ত কুমাৰ ভট্টাচাৰ্য্য

উত্তৰ-পূব ভাৰতৰ, সম্প্ৰতি 'অসম' নামেৰে অভিহিত ভূ-খণ্ডত বাস কৰা অসমীয়া জাতিটোৰ জাতীয় সাহিত্য আৰু সংস্কৃতিৰ চিন্তা-চৰ্চাৰ ইতিহাস সুপ্ৰাচীন আৰু সমৃদ্ধিশালী। কিন্তু ইয়াত ভাষা-চৰ্চাৰ পৰম্পৰা তুলনামূলক ভাবে অৰ্বাচীন। ঊনবিংশ শতিকাৰ চতুৰ্থ দশকৰ শেষৰ বছৰটোতহে ব্যাকৰণ ৰচনাৰ জৰিয়তে ইয়াত ভাষা চৰ্চাৰ শুভাৰম্ভ হয়।

১৮২৬ চনত, ইয়াণ্ডাবু সন্ধিৰ চৰ্ত অনুসৰি অসমৰ শাসনভাৰ ব্ৰিটিছ চৰকাৰে গ্ৰহণ কৰাৰ পিছত শাসনকাৰ্য্য চলাবৰ নিমিত্তে ব্ৰিটিছ বিষয়াসকলে অসমীয়া ভাষাটো শিকাৰ প্ৰয়োজন হোৱাত, ব্ৰিটিছ বিষয়া উইলিয়াম ৰবিন্সন চাহাবে ১৮৩৯ চনত *A Grammar of Assamese Language* বোলা অসমীয়া ভাষাৰ প্ৰথমখন ব্যাকৰণ লিখি উলিয়ায়। অসমীয়া ভাষাৰ দ্বিতীয়খন ব্যাকৰণ ৰচিত হয় ১৮৪৮ চনত। *Grammatical Notes on Assamese Language* বোলা এইখন ব্যাকৰণৰ ৰচক ড° নাথান ব্ৰাউন। প্ৰকৃতাৰ্থত ব্যাকৰণৰ আদৰ্শত ৰচিত নহ'লেও, অসমত ভাষা-চৰ্চাৰ এক পৰিমণ্ডল সৃষ্টি কৰাৰ লগতে অসমীয়া ভাষাৰ স্বতন্ত্ৰতা প্ৰতিপন্ন কৰাত আনন্দৰাম ঢেকিয়ালফুকনৰদ্বাৰা ৰচিত *A Few Remarks on the Assamese Language* বোলা গ্ৰন্থখনৰ ভূমিকা গুৰুত্বপূৰ্ণ। A Native ছদ্মনামত লিখা ফুকনৰ এইখন গ্ৰন্থ প্ৰকাশ পায় ১৮৫৫ চনত। সেইসময়ত, অসমৰ পঢ়াশালি আৰু অফিচ আদালতত অসমীয়াৰ পৰিবৰ্ত্তে বঙলা ভাষা চলোৱা হৈছিল। উল্লিখিত গ্ৰন্থখনত, ফুকনে, অসমীয়া ভাষাৰ স্বকীয়-বিশিষ্টতাৰ বিচাৰ-বিশ্লেষণ কৰাৰ লগতে মূল সংস্কৃত ভাষাৰ পুনৰ প্ৰচলনৰ ব্যৱস্থা কৰিবলৈও দাবী উত্থাপন কৰিছে।

ব্যাকৰণ আৰু অভিধান ৰচনাৰ জৰিয়তে অসমত ভাষা-চৰ্চাৰ ক্ষেত্ৰত এটি নতুন আৰু অভিনৱ মাত্ৰা দান কৰা ব্যক্তি গৰাকী হ'ল হেমচন্দ্ৰ বৰুৱা। ১৮৫৯ চনত

তেওঁৰদ্বাৰা ৰচিত *অসমীয়া ভাষাৰ ব্যাকৰণ* শীৰ্ষক অসমীয়া ভাষাৰ অসমীয়াত লিখা প্ৰথমখন ব্যাকৰণ প্ৰকাশিত হয়। বৰুৱাৰ *হেমকোষ* (১৯০০) অকল তেওঁৰ জীৱনৰে নহয়, অসমীয়া ভাষাৰো স্বৰ্ণসৌধ। হেমচন্দ্ৰ বৰুৱাৰ পিছত যিগৰাকী ব্যক্তিয়ে গভীৰ নিষ্ঠা আৰু সততাৰে ব্যাকৰণ ৰচনা কৰ্মত প্ৰবৃত্ত হৈছিল, সেইগৰাকী হ'ল সত্যনাথ বৰা। তেওঁৰ *বহল ব্যাকৰণ* (১৯২৫) খনে অসমীয়া ভাষাৰ ব্যাকৰণ চৰ্চাৰ ইতিহাসত স্মৰণীয় স্থান দখল কৰি আছে।

ঠিক ব্যাকৰণ ৰচনাৰ ৰীতি-প্ৰকৃতিৰপৰা আঁতৰি-আহি দেৱানন্দ ভঁৰালীয়ে ৰচনা কৰা *অসমীয়া ভাষাৰ মৌলিক বিচাৰ* (১৯১২) শীৰ্ষক গ্ৰন্থত অসমীয়া ভাষাটোৰ গঠন সম্পৰ্কীয় কেইবাটাও মৌলিক ধাৰাৰ সম্ভেদ পোৱা যায়। ড° মহেন্দ্ৰ বৰাই লিখিছে, "১৯১২ চনতে স্ব প্ৰশিক্ষিত বিচাৰ-বুদ্ধিৰে তেওঁ (ভঁৰালীয়ে) ৰচনা কৰিছিল *অসমীয়া ভাষাৰ মৌলিক বিচাৰ* – নিঃসন্দেহে অসমীয়া ভাষাতত্ত্বৰ পোনৰখন পুথি।" ভঁৰালীৰ ভাষাৰ চিন্তা-চৰ্চাৰ অন্যতম উল্লেখযোগ্য নিদৰ্শন হ'ল – *A Study of Phonology & Vocabulary of the Assamese Language* বোলা গ্ৰন্থখনি। ১৯৫৯ চনত গ্ৰন্থখনি প্ৰকাশ পায়।

ভঁৰালীৰ পিছতেই অসমত ভাষা-চৰ্চাৰ বিকাশ-বিস্তৃতিত অৰিহণা যোগোৱা ব্যক্তি গৰাকী হ'ল পণ্ডিত কালিৰাম মেধি। তেওঁৰ *অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব* (১৯৩৬) নামৰ গ্ৰন্থখনি কলেৱৰত যিদৰে বৃহৎ, চিন্তাৰ মৌলিকতা আৰু ভাষা জিজ্ঞাসাৰ গভীৰতাৰ ফালৰ পৰাও তেনেদৰে মহৎ। মেধিৰ গ্ৰন্থখনৰ পিছত প্ৰকাশিত হয় ড° বাণীকান্ত কাকতিৰ গৱেষণা গ্ৰন্থ *Assamese, Its Formtion and Development* (১৯৪১)। এইখন গ্ৰন্থই অসমত অসমীয়া ভাষাৰ বিজ্ঞান সন্মত চিন্তা-চৰ্চাৰ দুৱাৰ মুকলি কৰে। আধুনিক ভাৰতীয় ভাষাতত্ত্ববিদসকলৰ ভিতৰত ড° কাকতিৰ স্থান আগশাৰীত।

স্বাধীনতাৰ পৰৱৰ্তীকালছোৱাত, ড° কাকতিৰ সৃষ্টি-চৰ্চাৰ আঁত ধৰি যি তিনিগৰাকী ব্যক্তিয়ে পোনতে ভাষাতত্ত্বৰ সাধনাত আত্মনিয়োজন কৰি যশ-খ্যাতি অৰ্জন কৰিছে, সেই তিনি গৰাকী হ'ল ড° উপেন্দ্ৰ নাথ গোস্বামী, ড° গোলোক চন্দ্ৰ গোস্বামী আৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। এইখিনিতে উল্লেখ কৰা উচিত হ'ব যে ১৯৫৪চনত, গুৱাহাটী বিশ্ববিদ্যালয়ৰ সৌজন্যত উল্লিখিত তিনিওগৰাকী ব্যক্তিয়ে পুনেৰ ডেক্কান কলেজত অনুষ্ঠিত 'স্কুল অব্ লিংগুইষ্টিক্ছ-অত আধুনিক ভাষা বিজ্ঞানৰ বিষয়ে প্ৰশিক্ষণ লোৱাৰ সুযোগ লাভ কৰিছিল আৰু তাৰ পৰিণতিত তিনিওগৰাকী ভাষাৰ চৰ্চা-চিন্তা আৰু গৱেষণাৰ প্ৰতি গভীৰ ভাবে আকৃষ্ট হয়। ড° উপেন্দ্ৰ নাথ গোস্বামীয়ে উপভাষাৰ অধ্যয়ন আৰু গৱেষণাত আত্ম নিয়োজন কৰে, ড° গোলোকচন্দ্ৰ গোস্বামী অসমীয়া ভাষাৰ গাঁথনিক দিশ (ধ্বনিতত্ত্ব আৰু

ৰূপতত্ত্ব)ৰ গৱেষণাত ব্ৰতী হয় আৰু ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অসমৰ জনজাতীয়-বৰো ভাষাৰ গৱেষণাকৰ্মত মন-প্ৰাণ সমৰ্পণ কৰে। ফলস্বৰূপে তিনিওগৰাকী গৱেষকৰপৰা যথাক্ৰমে *A Study of Kamrupi · A Dialect of Assamese*, *Structure of Assamese* আৰু *A Descriptive Analysis of Boro Language* শীৰ্ষক তিনিখন মূল্যবান গ্ৰন্থ আমি লাভ কৰিবলৈ সমৰ্থ হওঁ। উল্লেখযোগ্য যে উল্লিখিত তিনিওখন গ্ৰন্থ গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰি উলিয়াইছে। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ গ্ৰন্থখন প্ৰকাশিত হয় ১৯৭৭ চনত। গৱেষক ড° ভট্টাচাৰ্য্যৰ ভাষাত, 'বৰো ভাষাৰ বিষয়ে গৱেষণাকৰ্মত ব্ৰতী হ'বলৈ প্ৰেৰণা পাওঁ ড° বাণী কান্ত কাকতি ছাৰৰ পৰা। মোক পোনতে টাই, মিছিং, তিৱা, দেউৰী আদি ভাষা সম্পৰ্কে গৱেষণা কৰিবলৈ কোৱা হৈছিল। মই পিছে বৰো ভাষাটোকে বাছি ললোঁ। কাৰণ বৰো ভাষীসকলৰ সৈতে মোৰ ঘনিষ্ঠতা অধিক। বৰোভাষী বন্ধু-বান্ধৱো মোৰ আছে। তেওঁলোকৰ পৰা ভাষাটো শিকি-বুজি লোৱাত সুবিধা হ'ব বুলি ভাবিয়েই মই এই ভাষাটোকে গৱেষণাৰ বিষয় হিচাপে নিৰ্বাচন কৰো।"

গ্ৰন্থখনৰ পাতনিত ড° ভট্টাচাৰ্য্যই উল্লেখ কৰিছে যে, অসম চৰকাৰৰপৰা গবেষণা বৃত্তি এটা লাভ কৰি ১৯৫২ চনত গুৱাহাটী বিশ্ববিদ্যায়ৰ অধীনত তদানীন্তন কলাগুৰু ড° বাণীকান্ত কাকতিৰ তত্ত্বাবধানত তেওঁ গৱেষণা আৰম্ভ কৰে; কিন্তু সেই চনতে ড° কাকতিৰ আকস্মিক বিয়োগ ঘটাত তেওঁ ড° বিৰিঞ্চিকুমাৰ বৰুৱাক তত্ত্বাবধায়ক হিচাপে বৰণ কৰি গৱেষণা-কৰ্মত অগ্ৰসৰ হয়। ইতিমধ্যে ড° ভট্টাচাৰ্যই ভাৰতবৰ্ষৰ প্ৰখ্যাত ভাষাবিদ ড° সুনীতি কুমাৰ চেটাৰ্জীৰ সান্নিধ্য লাভৰ সুযোগ পায় আৰু ভাষাবিদ গৰাকীৰ দ্বাৰা যথেষ্ট পৰিমাণে অনুপ্ৰাণিত হয়। তদুপৰি ১৯৫৩-৫৪ চনত, ড° বিৰিঞ্চিকুমাৰ বৰুৱাৰ উদ্যোগত ড° ভট্টাচাৰ্য্যই কলকাতা বিশ্ববিদ্যালয়ত ড° সুনীতি কুমাৰ চেটাৰ্জী আৰু ড° সুকুমাৰ সেনৰ পৰা ধ্বনিবিজ্ঞান সম্পৰ্কত ভালেখিনি তত্ত্বপূৰ্ণ পৰামৰ্শ লাভৰ সুবিধা পায়। এনেদৰে ভাষা-চৰ্চা-গৱেষণাৰ বাবে নিজক প্ৰস্তুত কৰি তোলাৰ সময়তে, ইতিমধ্যে উল্লেখ কৰি অহা পুনেৰ ডেক্কান কলেজত অনুষ্ঠিত 'স্কুল অব্ লিংগুইষ্টিকছ্'ত প্ৰশিক্ষণ লাভৰ বিৰল সুবিধা পায় আৰু তাৰদ্বাৰা তেওঁ মানসিক দিগন্ত পুষ্ট কৰি একান্ত আন্তৰিকতাৰে গবেষণা কৰ্মত প্ৰবৃত্ত হয় আৰু সুদীৰ্ঘ এযুগকালৰ অন্তত, ১৯৬৫ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ডি. ফিল. ডিগ্ৰী লাভ কৰে। ড° ভট্টাচাৰ্য্যৰ গৱেষণা গ্ৰন্থৰ পৰীক্ষক তিনিগৰাকী আছিল পুনেৰ ডেক্কান কলেজৰ সঞ্চালক ড° এছ্. এম. কাত্ৰে, লণ্ডন বিশ্ববিদ্যালয়ৰ স্কুল অব্ অ'ৰিয়েণ্টেল এণ্ড আফ্ৰিকান ষ্টাডিজ্ অব ড° মিছেছ্ ইউজিন জে. এ. হেণ্ডাৰছন আৰু কলকাতা বিশ্ববিদ্যালয়ৰ অধ্যাপক ড° সুকুমাৰ সেন।

গ্ৰন্থখনৰ প্ৰসংগত পৰীক্ষক তিনিগৰাকীয়ে দাঙি ধৰা মন্তব্য এনে ঃ

১) *The author has clearly accumulated a great deal of knowledge about the Boro-Language which his grasp of the principles and techniques of structural linguistics has enabled him to present in a systematic and orderly fashion. His skilful organisation of his material and his conscientious treatment of it deserves commendation*

Dr. Eugenie J. A. Henderson

২) *It is a matter of great satisfaction that Indian Linguists have at last realised that the principal task of Modern Linguistics is the accurate description of a spoken language, and Shri P. Bhattacharya must be congratulated on his bold step to join the ranks of pioneers in descriptive analysis by taking the Boro-Language and studying its structure for well over twelve years ..... Modern descriptive techniques have been fully utilised with a proper control of facts and critical judgement......*

Dr. S. M. Katre

৩) *....Dr. Bhattacharya's work is thorough and reliable. It is a distinct contribution to Indian Linguistics. I would have liked him to be more charitable with the Sample Text........ I congratulate Gauhati University for bringing out Dr. Bhattacharya's excellent work.*

Dr. Sukumar Sen

খ্যাতিসম্পন্ন ভাষাবিদ তথা ড° ভট্টাচাৰ্য্যৰ গবেষণাগ্ৰন্থৰ পৰীক্ষক তিনিগৰাকীৰদ্বাৰা উচ্চ প্ৰশংসিত, উল্লিখিত মন্তব্য তিনিছোৱাই ভাষাৰ সাধক-গৱেষক গৰাকীৰ কৃতিত্ব আৰু পাণ্ডিত্যকে যথাৰ্থভাবে পৰিস্ফুটিত কৰিছে। অসমীয়া ভাষাৰ পটভূমিত ড° বাণীকান্ত কাকতিৰ *Assamese : Its Formation and Development* শীৰ্ষক গবেষণা গ্ৰন্থৰ স্থান যিদৰে সুনিৰ্দিষ্ট, সেইদৰে বৰোভাষাৰ পটভূমিত ড°ভট্টাচাৰ্য্যৰ *A Descriptive Analysis of the Boro-Language* শীৰ্ষক গৱেষণা গ্ৰন্থখনৰো স্থান অনতিক্ৰম্য। বৰো ভাষাক দ্বিজত্ব দান কৰাৰ ক্ষেত্ৰত এইখন গ্ৰন্থৰ ভূমিকা নিঃসন্দেহে স্মৰণীয় হৈ থাকিব।

আলোচনাৰ সুবিধাৰ্থে ড° ভট্টাচাৰ্যই, গ্ৰন্থখনৰ, বিষয়বস্তু এনেদৰে ভগাইছে ঃ

১) উপক্ৰমণিকা (Introduction)

২) ধ্বনিতত্ত্ব আৰু ধ্বনিবিজ্ঞান (Phonology and Phonetics)

৩) তীৰ্য্যক ৰূপগ্ৰাম বিজ্ঞান (Morphophonemics)
৪) ৰূপগ্ৰাম বিজ্ঞান আৰু কৌশল (Morphemics and Tastics)
৫) ৰূপ তত্ত্ব ঃ শব্দ-ব্যাকৰণ (Morphology : Word Grammar)
৬) বাক্যতত্ত্ব ঃ বাক্য-ব্যাকৰণ (Syntax: Sentence Grammar)
৭) বৰো-ইংৰাজী শব্দমালা (Boro-English Vocabulary)

তদুপৰি গ্ৰন্থখনত সন্নিবিষ্ট হৈছে অসমৰ বৰো ভাষী অঞ্চলৰ মানচিত্ৰ, ভাৰতৰ চীন-তিব্বতীয় ভাষী অঞ্চলৰ মানচিত্ৰ আৰু বৰো ভাষাৰ স্বৰধ্বনি উচ্চাৰণৰ প্ৰসঙ্গত ওঠৰ স্থিতি।

নক'লেও হ'ব যে, পৰৱৰ্ত্তীকালত বৰো ভাষাৰ অধ্যয়ন, অনুশীলন আৰু গৱেষণাৰ ক্ষেত্ৰত ড°ভট্টাচাৰ্য্যৰ এইখন গ্ৰন্থই আদৰ্শ ৰূপে বিশেষ ভূমিকা পালন কৰিছে। সম্প্ৰতি *A Descriptive Analysis of the Boro Language* স্নাতকোত্তৰ শ্ৰেণীৰ পাঠ্যপুথি হিচাপে অনুমোদিত হৈছে। প্ৰকৃততে গ্ৰন্থখন ড°ভট্টাচাৰ্য্যৰ ভাষা সাধনাৰ অমৃতময় ফল।

গৱেষণাগ্ৰন্থখন প্ৰণয়ন কৰাৰ পিছত ভাষাৰ সাধক ড°ভট্টাচাৰ্য্যই ৰচনা কৰা ভাষা বিষয়ক চকুত লগা গ্ৰন্থখন হ'ল *Aspects of North-East Indian Languages*। ভাষিক দৃষ্টিৰে চালে দেখা যায় যে, ভাৰতৰ উত্তৰ-পূৰ্বাঞ্চল আৰ্য্য আৰু আৰ্য্যভিন্ন নানান ভাষাগোষ্টীৰ লোকেৰে পৰিপূৰ্ণ। সেই দেখি এই অঞ্চলটো ভাষিক দিশৰপৰা অতিকৈ বৈচিত্ৰ্যপূৰ্ণ। ইয়াত ভাৰতীয় আৰ্য্য ভাষাৰপৰা ওপজা অসমীয়া আৰু তাৰ নানান উপভাষাৰ বাহিৰেও আৰ্য্যভিন্ন গোষ্ঠীৰ তিবত-বৰ্মী, অষ্ট্ৰিক, দ্ৰাবিড় আদি ভাষাৰ বিভিন্ন শাখাৰ প্ৰচলন আছে। ড°ভট্টাচাৰ্য্যই উল্লিখিত গ্ৰন্থখনত এই ভাষাসমূহৰ স্বকীয় বৈশিষ্ট্য, যিসমূহৰ স্থিতি, বিস্তাৰ আদি সম্পৰ্কে ঐতিহাসিক-বিশ্লেষণাত্মক আলোচনা দাঙি ধৰিছে। গ্ৰন্থখন অকল গৱেষক-শিক্ষাৰ্থীৰ বাবেই অকল নহয়, সাধাৰণ পাঠকৰ বাবেও নিৰ্ভৰযোগ্য।

গ্ৰন্থৰ বাহিৰেও ড°ভট্টাচাৰ্য্যই ভালে সংখ্যক ভাষা বিষয়ক গৱেষণা পত্ৰ আৰু জনপ্ৰিয় প্ৰবন্ধ পাতি ৰচনা কৰি ভাষাৰ চিন্তা-চৰ্চা অব্যাহত ভাবে ৰখাটো মন কৰিবলগীয়া। এই প্ৰসংগত পোনতে 'অসমত ভাষা বৈজ্ঞানিক চৰ্চা' শীৰ্ষক গৱেষণা পত্ৰখনলৈ আঙুলিয়াব পাৰি। গুৱাহাটীৰ আৰ্য্যবিদ্যাপীঠ মহাবিদ্যালয়ত অনুষ্ঠিত 'প্ৰয়াত গিৰিধৰ শৰ্মা স্মাৰক বক্তৃতা অনুষ্ঠান'ত প্ৰদান কৰা লিখিত ভাষণটোৱেই ই এক সম্পাদিত-সংহত ৰূপ। গবেষণা পত্ৰখনত ড°ভট্টাচাৰ্য্যই অসমত ভাষাৰ চিন্তা-চৰ্চ্চাৰ এক ধাৰাবাহিক বিৱৰণ উপস্থাপন কৰিছে। তথ্য নিষ্ঠতা, এই পত্ৰখনৰ উল্লেখযোগ্য বৈশিষ্ট্য। 'অসমৰ ভাষা গোষ্ঠীৰ পৰিচয় শীৰ্ষক প্ৰবন্ধটোও তেওঁৰ ভাষাচৰ্চ্চাৰ অন্যতম উৎকৃষ্ট নিদৰ্শন ৰূপে চিহ্নিত কৰিব পৰা যায়। প্ৰবন্ধটোত

ভাষাৰ সাধক গৰাকীয়ে পৃথিৱীৰ ভাষাসমূহৰ পৰিচয় দাঙি ধৰাৰ লগতে ধৰ্ম আৰু ভাষাৰ ভৌটিত ৰাজ্য, ভাষা আৰু প্ৰকাশৰ মাধ্যম, ভাৰত তথা অসমৰ ভাষাগোষ্ঠীৰ পৰিচয়, ভাৰতীয় আৰ্য্য-ভাষাৰ বিস্তৃতি, দ্ৰাবিড়ী-ভাষাগোষ্ঠী, অষ্ট্ৰিক-ভাষাগোষ্ঠী আৰু চীন-তিবতীয় ভাষাগোষ্ঠীৰ বিষয়ে চমু অথচ নিৰ্ভৰযোগ্য বিশ্লেষণ উপস্থাপন কৰিছে। ভাষাতত্ত্বৰ শিক্ষাৰ্থীসকলৰ লগতে সাধাৰণ পাঠকৰ বাবেও প্ৰবন্ধটো যে উপাদেয় হৈছে, তাত সন্দেহ নাই। 'বৰোভাষা ঃ এটি আলোকপাত, ড° ভট্টাচাৰ্য্যৰ বৰো ভাষা সম্পৰ্কীয় এটি জনপ্ৰিয় প্ৰবন্ধ। প্ৰবন্ধটোত ড° ভট্টাচাৰ্য্যৰ বিশ্লেষণশীলতাৰ ছাপ স্পষ্ট। এইবোৰৰ বাহিৰেও ড° ভট্টাচাৰ্য্যই ভাষা বিষয়ক আৰু ভালেমান প্ৰবন্ধপাতি, ৰচনা কৰিছে আৰু সিবোৰ আলোচনী, বাতৰিকাকত, স্মৃতিগ্ৰন্থাদিৰ পাতত সিঁচৰতি হৈ পৰি আছে। আলোচনা চক্ৰ, পাঠচক্ৰ, পৰিশীলন পাঠ্যক্ৰম আদি নানান অনুষ্ঠানত বিষয়-বিশেষজ্ঞ (Resource Person) হিচাপে অংশ গ্ৰহণ কৰি তেওঁ প্ৰদান কৰা ভাষা সম্পৰ্কীয় বক্তৃতাসমূহ ভাষাৰ সাধক জনাৰ নিৰৱচ্ছিন্ন ভাষা চৰ্চাৰ ফল।

তীক্ষ্ণ মেধা সম্পন্ন, সদালাপী, নিৰহংকাৰী, সহানুভূতিশীল আৰু মৰমিয়াল ড° ভট্টাচাৰ্য্যৰ ভাষা-সাহিত্য-সংস্কৃতিৰ সাধনাই অটুট অমৰত্ব যে লাভ কৰিব, সেই বিষয়ে সন্দেহৰ অৱকাশ মুঠেই নাই। নিজৰ কীৰ্ত্তিৰে ড° ভট্টাচাৰ্য্যই যি মহত্ত্বৰ অধিকাৰী হৈছে, সি কোনোকালেই নজহে, নপমে।



# ভাষা বিজ্ঞানী ড° ভট্টাচাৰ্য্য

শ্ৰীমতী অনিমা চৌধুৰী

প্ৰায় পাঁচ হাজাৰ বছৰ পূৰ্বে সমগ্ৰ ভাৰতবৰ্ষ আৰ্য্যভিন্ন অষ্ট্ৰিক, দ্ৰাবিড়, মঙ্গোলীয় আদি জাতিৰ বাসস্থান আছিল। ভাৰতৰ উত্তৰ পশ্চিম ফালৰপৰা আৰ্য্যসকলে সিন্ধু উপত্যকাত সোমোৱাৰ পিছৰেপৰা ভাৰতত আৰ্য্যসভ্যতাই প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰে আৰু আৰ্য্যভিন্ন সকলৰ ভাষা সভ্যতাৰ প্ৰভা ক্ৰমশঃ কমি আহিবলৈ ধৰে। বৰ্ত্তমান দাক্ষিণাত্যৰ তামিল তেলেগু, কানাড়ী আৰু মালয়ালম দ্ৰাবিড় গোষ্ঠীৰ ভাষা। উত্তৰ পূৰ্বাঞ্চলৰ খাছী বা মন্‌খমেৰ ভাষা অষ্ট্ৰিক গোষ্ঠীৰ, আনহাতে বৰো আদি অইন পাহাৰীয়া জাতিৰ ভাষা হ'ল ভোট চীন বা তিব্বতবৰ্মীয় ভাষাগোষ্ঠীৰ। অনুমানিক ১০০০ খৃষ্টাব্দৰ পৰা অসমীয়া ভাষাৰ উৎপত্তি বুলি কোৱা হয়। প্ৰত্ন ভাৰতীয় আৰ্য্যভাষা সম্ভূত হ'লেও অসমীয়া ভাষা আৰ্য্যভিন্ন উপাদানেৰে সমৃদ্ধ। চাৰিওফালে আগুৰি থকা তিব্বতবৰ্মীয় শাখাৰ বিভিন্ন ভাষাভাষীৰ লগত প্ৰত্যক্ষ যোগাযোগ হোৱা হেতুকে উক্তগোষ্ঠীসমূহৰ বহু শব্দ প্ৰত্যয়, বিভক্তি আদি অসমীয়া ভাষাত সোমাই পৰিছিল। অসমীয়া ভাষাত অনুকাৰ শব্দ আৰু যুক্ত ক্ৰিয়াপদৰ প্ৰচুৰ ব্যৱহাৰ আৰ্য্যভিন্ন ভাষাৰ প্ৰভাৱৰে ফল। সেইদৰে আহোম সকলৰ লগত হোৱা প্ৰত্যক্ষ সম্পৰ্কৰ ফলত টাই ভাষাৰো বহু শব্দই অসমীয়া ভাষা চহকী কৰিছে। আনহাতে ফাৰ্ছী আৰু এচীয় আৰু ইউৰোপীয় ভাষা সমূহৰপৰাও বহু শব্দ অসমীয়াত সোমাইছে। সংস্কৃতৰপৰা উত্তৰভাৰতীয় ভাষাসমূহ যেনে- হিন্দী, বঙলা, উড়ীয়া আৰু অসমীয়া ভাষা সৃষ্টি হৈছে যদিও অসমীয়া ভাষাত উত্তৰভাৰতৰ বাকী ভাষাৰপৰা পৃথক কিছুমান ধ্বনিগত বৈশিষ্ট্য লক্ষ্য কৰা যায়। অসমীয়া ভাষাৰ স্বৰধ্বনিত হ্ৰস্ব আৰু দীৰ্ঘ যেনে – ই, ঈ, ঔ, উ ৰ পাৰ্থক্য নাই। অসমীয়া ভাষাত শ্বাসাঘাততে আছে, শব্দগত সুৰ প্ৰাধান্য নাই। অসমত বাস কৰা আৰ্য্যভিন্ন জাতিৰ ভাষাৰ প্ৰভাৱতে অসমীয়া ভাষাত এই বৈশিষ্ট্য প্ৰকট হৈছে।

অসমৰ জনজাতিসকলৰ প্ৰায়বোৰ ভাষাই মৌখিক ৰূপতে চলি আহিছে। অসমীয়া ভাষাত জনজাতীয় ভাষাৰ প্ৰভাৱৰ বিষয়ে জানিবলৈ আৰু জনজাতীয়

ভাষাবোৰ সম্পূৰ্ণৰূপে লুপ্ত হোৱাৰপৰা ৰক্ষা কৰিবলৈ ভাষাবোৰৰ বৈজ্ঞানিক বিশ্লেষণ হোৱা অতি প্ৰয়োজন।

বিশিষ্ট পণ্ডিত ড° সুকুমাৰ সেনে কৈছিল : *However from the point of view of Linguistics a language or dialect is always important be it living, dying or dead.*

বিংশ শতিকাৰ ষাঠি দশকৰ পৰাহে অসমত আধুনিক ভাষা বিজ্ঞান আৰু ভাষাতত্ত্বৰ চৰ্চ্চা আৰম্ভ হয় বুলি ক'ব পাৰি। ১৯৩৫ চনৰ ড° বাণীকান্ত কাকতিয়ে প্ৰথম অসমীয়া ভাষাৰ বৈজ্ঞানিক বিশ্লেষণ কৰিছিল যদিও তেখেতে বৃটিছৰ দিনৰ তথ্য পাতিৰ ওপৰতে নিৰ্ভৰ কৰিব লগা হৈছিল। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য উত্তৰ পূৰ্ব্বাঞ্চলৰ থলুৱা ভাষাৰ গবেষণাৰ এগৰাকী বাটকটীয়া। ড° ভট্টাচাৰ্য্যই অসমীয়া ভাষাৰ পূৰ্ণৰূপ অধ্যয়নৰ বাবে অসমৰ জনগোষ্ঠীয় ভাষাৰ বিশ্লেষণৰ প্ৰয়োজনীয় কথা উপলব্ধি কৰিয়ে অসমৰ জনগোষ্ঠীগত চিন্তা-চৰ্চাৰ লগত সক্ৰিয় ভাবে জৰিত হৈ আছে। তেখেতে তেখেতৰ গৱেষণা পত্ৰ *A Descriptive Analysis of Boro Language* খনত বৰোভাষাৰ বৈজ্ঞানিক বিশ্লেষণ আগবঢ়াইছে। ১৯৭৭ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে তেখেতৰ গবেষণা পত্ৰখন প্ৰকাশ কৰি উলিয়াইছে। জনজাতীয় ভাষাবোৰ বৈজ্ঞানিক বিশ্লেষণৰ যথাৰ্থতা সম্পৰ্কে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ভাষাত কবলৈ গ'লে এনেদৰে কব পাৰি

*The importance of linguistic study of Boro and other languages of Assam is great from the point of Assam and India. Such studies will reveal truth and provide descriptive matters for lexicostatistic dating and comparative work. The position of an Indic speech like Assamese surrounded by the Sino-Tibetan languages can only be ascertained through scientific study of those language --*

ইয়াৰ দ্বাৰা ড° ভট্টাচাৰ্য্য অসমৰ বৰো আৰু অন্যান্য সহযোগী জনগোষ্ঠীয় ভাষাৰ বৈজ্ঞানিক অধ্যয়নৰ প্ৰতি থকা বিদ্যায়তনিক প্ৰয়োজনীতাৰ দাবী সাব্যস্ত কৰিছে। ড° ভট্টাচাৰ্য্যই তেওঁৰ গৱেষণা পত্ৰত কৈছে :

*The scientific study and analysis of various tribal languages will also pave the way for national development and emotional integration in our independent India.*

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই লিখা কবিতাপুথি সৰাফুলৰ পাতনিত অধ্যাপক নব কান্ত বৰুৱাই (১৬/২/৯৭তাৰিখ) লিখিছিল :

"প্ৰমোদ গবেষণাৰ পৃথিৱীখনলৈ বৰ দকৈ সোমাই গ'ল। তিব্বত বৰ্ম্মীয় ভাষা গোষ্ঠীৰ এজন বিশিষ্ট গৱেষক বুলি তেওঁ যে আন্তৰ্জাতিক ভাবে পৰিচিত সেই কথা আমাৰ মানুহে বৰকৈ খবৰ নাৰাখে। মাত্ৰ যোৱাবছৰ অসুস্থ দেহাৰে অস্ত্ৰোপচাৰ কৰা চকুৰে হলেগুত আন্তৰ্জাতিক চীন তিব্বতীয় ভাষাতাত্ত্বিক সম্মিলনত যোগ দি আহিছে। বৰো ভাষা তেওঁৰ প্ৰায় দ্বিতীয় মাতৃভাষা।

ড° ভট্টাচাৰ্য্যৰ গবেষণাপত্ৰৰ বিষয়ে ড° সুকুমাৰ সেনে কৈছে ঃ

*Dr. Bhattacharya is a trained linguistian and he is at home both in Historical and Descriptive Linguistics. Dr. Bhattacharya's mother tongue is Assamese but he knows Boro very well. Still he has taken help from representative Boro speakers. Unlike the usual treatises of Descriptive analysis it is not produced by a scholar who does not know the language but depends solely on the tap recording from a single informant.*

বিভিন্ন অনুষ্ঠানৰ সভাপতি হিচাপে দিয়া আপুৰুগীয়া ভাষণবোৰৰ বাহিৰেও বিভিন্ন গবেষণা পত্ৰিকা, আলোচনী আৰু বাতৰিকাকতত ড° ভট্টাচাৰ্য্যৰ অসংখ্য ভাষা বিষয়ক ৰচনা প্ৰকাশ পাইছে। ইয়াৰে কিছু প্ৰবন্ধ *প্ৰতিনিধি ভাষা নিবন্ধ* নামৰ কিতাপখনত প্ৰকাশ কৰা হৈছে। কিন্তু পৰিতাপৰ বিষয় যে তেখেতৰ বহু মূল্যবান প্ৰবন্ধ বিভিন্ন আলোচনীত সিচৰিত হৈ থকা বাবে আগ্ৰহী পাঠকে সেই প্ৰবন্ধবোৰৰ ৰসলোৱাৰ পৰা বঞ্চিত হৈছে। সেইবোৰ একত্ৰিত কৰি প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিলে পঢ়ুৱৈ সমাজ উপকৃত হ'ব।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই বিভিন্ন কাম-কাজেৰে অসমৰ সকলো জাতি-উপজাতি মিলি এখন সুন্দৰ অসম গঢ়াৰ ক্ষেত্ৰত অৰিহণা আগবঢ়োৱা দেখা যায়। তেখেতৰ মানসিক চিন্তাধাৰাও তেখেতৰ ৰচিত কবিতা পুথি *সৰাফুলৰ* 'অ' ভনিটী কপৌৰ বিননি শুনি' নামৰ কবিতাটিত এইদৰে ফুটি উঠিছে ঃ

*নীলেশ্বৰে গায় গীত — 'দাওখু গাবদীং*
*আগাই মৌনবাৰি বিবাৰি ।*
*পাগলাদিয়াৰ ভঠেলী জীয়াৰী বোৱাৰী*
*ছেংখ্ৰা— ছিখ্লাইতৰ গা যে উঠে উথলি।*
*বহাগ মাহতে শান্তি কুলিয়ে পাৰে ৰাৱ*
*কুলিৰ কান্দোন শুনি থিৰ নোহে গাৱ*
*আহা ওলাই চেনাই ঐ কনেঙ ঐ*
*হিয়া উজাৰি বিহু মাৰিবলৈ যাওঁ।* ●

# গৱেষক পণ্ডিতৰ কবিতা-চৰ্চা

**শ্ৰীনলিনীধৰ ভট্টাচাৰ্য্য**

পাগলাদিয়া নৈৰ পাৰত ডাঙৰ-দীঘল হোৱা প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য কালক্ৰমত এজন গবেষক পণ্ডিত হৈ পৰিল। তিব্বত-বৰ্মীয় ভাষা-গোষ্ঠীৰ এজন বিশিষ্ট গবেষক হিচাপে তেওঁ আন্তৰ্জাতিক খ্যাতিও পালে। তেওঁ হলেণ্ডত বহা চীন-তিব্বতীয় ভাষা-তাত্ত্বিক সন্মিলনলৈও গৈছিল। স্বৰ্গীয় নৱকান্ত বৰুৱাই লিখিছে যে বৰো ভাষা ভট্টাচাৰ্য্যৰ প্ৰায় দ্বিতীয় মাতৃভাষা। তেওঁৰ এইবোৰ কামৰ অন্য এটা দিশো আছে। বৰো ভাষাৰ গৱেষণাৰ জৰিয়তে তেওঁ অসমীয়া আৰু বৰো জনগোষ্ঠীৰ মাজত সৌহাৰ্দ্যৰ বাটো মুকলি কৰিছে। সদা হাস্যময়, সহজ-সৰল এই মানুহজনৰ এনে পাণ্ডিত্যৰ কথা মানুহে বৰকৈ নকয়, সম্ভৱতঃ তেওঁৰ গৱেষণা পত্ৰ পণ্ডিত সমাজতহে জনাজাত, সাধাৰণ মানুহে তেওঁৰ আন আন কীৰ্তিসমূহলৈ চকু দিয়ে। আপোন-পৰ নিবিচৰা তেওঁৰ আপোনভোলা ব্যক্তিত্বকহে মানুহে শ্ৰদ্ধা জনায়। কবিয়ে তাহানি কৈছিল, 'একে মনৰ মানুহ আকৌ, কিহৰ আপোন-পৰ? ভট্টাচাৰ্য্য নিঃসঙ্গ নহয়, তেওঁ বিশেষ মানুহ, অসম সাহিত্য সভাকে ধৰি বিভিন্ন সাহিত্য সভাৰ লগত তেখেত জৰিত, অসম জনকৃষ্টি সমাজৰো তেওঁ সভাপতি। তদুপৰি তেওঁ জনজাতি সম্পৰ্কীয় পুথি অসমীয়া আৰু ইংৰাজী ভাষাত লিখিছে। লিংগুইষ্টিক চচাইটি অৱ ইণ্ডিয়া আৰু নৰ্থ ইষ্ট কাউন্সিল অৱ চচিয়েল চায়েন্স -- এই দুয়োটি সংস্থাৰে তেওঁ আজীৱন সভ্য। ইতিহাসৰ এটা বিশেষ সময়ত তেওঁ এইবোৰ দায়িত্ব পালন কৰি কীৰ্তিমন্ত হৈছে।

এইবোৰৰ উপৰিও তেওঁ কবিতাও লিখিছে। তেওঁ ইতিমধ্যে দুখন কবিতাৰ পুথি প্ৰকাশ কৰিছে ঃ *সৰাফুল* আৰু *কুৰলী আঁৰে আঁৰে*। কবিতা লিখাৰপৰা এটা কথা প্ৰমাণিত হয়, মানুহজন পণ্ডিত যদিও, শুকান নীৰস নহয়, তেওঁৰ ৰসবোধ আছে, তেওঁ সংবেদনশীলো। অৱশ্যে, তেওঁৰ কবিতাত সূক্ষ্ম কলা নাই, আছে সৰল আবেগ। তেওঁৰ প্ৰকৰণত ৰোমাণ্টিক যুগৰ ধ্বনি-প্ৰতিধ্বনি আছে, প্ৰসঙ্গত প্ৰকৃতি, প্ৰেম, লগতে সমসাময়িক জীৱনৰ ঘটনাৰ প্ৰতিফলনো আছে। *সৰাফুল*-ৰ দুটামান

কবিতাত ব্যক্তিগত স্পৰ্শও আছে। তলৰ দুটা স্তবকত আমি তাৰ ইংগিত পাম ঃ

(১) *মই কি বিলাম*
*বিশাল বিশ্বত*
*মই নো বিলাম কি ?*
*এদিন বিলাম*
*মৰণ-বাতৰি*
*নিজকে বিলাই দি।*

(২) *বৰষুণ ধুমুহাৰ জগত তিতিছে*
*বাটৰুৱা অকলশৰীয়া,*
*অসহায় দুখে ভৰা পথিকজনৰ*
*লগৰীয়া কোনো নাইকিয়া।*

এই দুটা স্তবকত 'নিজকে বিলাই দিয়া'ৰ অনুভূতি আছে, আনহাতে 'নিঃসঙ্গতাৰ কাৰুণ্যও দেখা যায়। তথাপি আশাৰ প্ৰদীপ জ্বলে, বাটৰুৱাই দুখৰ মাজতো গৈ থাকে। সঙ্গ-নিঃসঙ্গৰ দোমোজাত কবিয়ে অৱশেষত মানুহৰ সঙ্গৰ কথাকে ভাবিবলৈ লৈছে। আজিৰ মানুহে গঢ়া সভ্যতাক লৈও, তেওঁ চিন্তা কৰে। বিশ্বজুৰি মৃত্যু-বিভীষিকাৰ হাঁহাকাৰ, ইয়াৰ মাজত পথ কেনি ? আমাৰ ভুল ক'ত? কবিয়ে কৈছে ঃ

*আমি নিজকে নেপালোঁ চিনি*
*বুকুৰ মাণিক আঁজুৰি পেলালোঁ*
*সাবটিলো কাঁচৰ মণি।*

'বুকুৰ মাণিক' সম্ভৱতঃ প্ৰাণ। এই প্ৰাণ তেওঁ প্ৰিয়তমাক উপহাৰ দিছে। প্ৰাণ সঁচা, প্ৰাণ থাকে মানে প্ৰেম থাকিব। তেওঁ কৈছে ঃ

*অসাৰ সংসাৰ জানা প্ৰেম কিন্তু যুগমীয়া*
*লোৱা সখি প্ৰাণ উপহাৰ।*

সংসাৰ অসাৰ বুলি কৈছে যদিও কবিয়ে এই সংসাৰ বা পৃথিৱীৰ গুণ গাইছে। *'কুঁৱলী আঁৰে আঁৰে'* খন খণ্ড কাব্যৰ দৰে; ইয়াত প্ৰস্তাৱনা, ছটা খণ্ড বা তৰঙ্গ, আৰু শেষত উপসংহাৰ আছে । এই কাব্যত তেওঁ কল্পনাৰ কুঁৱৰীক বিচাৰি ফুৰাৰ আভাস আছে। কোন এই কুঁৱৰী! তনুমতী নে মনোমতী? বৰ স্পষ্ট হোৱা নাই। হয়তো স্বপ্নৰ সেই পৰী প্ৰেমৰে প্ৰতীক। পৃথিৱীত তেওঁ কতো প্ৰেমৰ পদুম ফুলা দেখা নাই। তেওঁ যেন নিঃসঙ্গ হৈছে, হৃদয়ৰ বিনিময় ক'তো নাই। তথাপি

আশা আছে। পৃথিৱীক সম্বোধন কৰি তেওঁ উপসংহাৰত কৈছে ঃ

> তোমাৰ বুকুত দেখিলোঁ কতনা সুখ-দুখৰ ৰূপৰেখা
> দেখিলো স্বৰ্গ, ইয়াতে নৰক, জয়-পৰাজয় জীৱন যুঁজৰ
> কুৰুক্ষেত্ৰ যেন সদায়ে সমৰ .................।

প্ৰেমৰ নতুন পৃথিৱী ৰচনাৰ এই সংকল্প মনোৰম। *কুঁৱলীৰ আঁৰে আঁৰে* নামৰ কবিতা পুথিৰ সাৰমৰ্ম বোধকৰোঁ এয়ে। কবিতা ৰচনাত আন্তৰিকতাৰে লগা হ'লে ভট্টাচাৰ্যৰ কাব্য-প্ৰতিভা চমকপ্ৰদ হ'লহেতেঁন। কিন্তু তেওঁ জীৱনৰ সৰহ সময় গৱেষণাত কটালে। ব্যস্ততাৰ মাজত তেওঁ কেতিয়াবা কুলি-কেতেকীৰ মাত শুনি জীৱনটো সুন্দৰ যেন অনুভৱ কৰিছে, কেতিয়াবা জীৱন-ছন্দৰ ব্যাধবোৰ দেখি অন্তৰত দুখো পাইছে। মনলৈ বিষাদবোধ আহিছে। আকৌ আশাৰ ছবিও আঁকিছে। এনেবোৰ ভাব-অনুভূতিৰেই তেওঁ শব্দৰ সৈতে কোলাকুলি কৰিছে, কবিতা লিখিছে। সি যিকি নহওঁক, তেওঁ এতিয়াও কবিতা-কুঁৱৰীক নকৈ সজাই নতুন দৃষ্টিৰে বাহিৰলৈ উলিয়াব বুলি আশা কৰিছোঁ।

ভট্টাচাৰ্য্যই এতিয়া আশীত ভৰি দিছে। আগৰ মানুহে এশটা শৰৎ জীয়াই থাকিবলৈ আশীৰ্বাদ দিছিল। আমি আশীৰ্বাদ দিব নোৱাৰোঁ, কিন্তু আশা কৰিব পাৰোঁ, তেওঁ 'জীৱনৰ জাঁজি' আঁতৰাই নতুন পৃথিৱী ৰচনাৰ বাবে শক্তি লাভ কৰক, সু-স্বাস্থ্যৰে শতবছৰ জীয়াই থাকক। ভট্টাচাৰ্য্যৰ জয়ন্তীত মোৰ শুভেচ্ছা থাকিল।



# কাব্যকাননত কবি ড° ভট্টাচাৰ্য্য

শ্ৰীমতী অৰুণিমা ভৰালী

বি. বৰুৱা কলেজৰ প্ৰথম থুপি ছাত্ৰৰ এজন পণ্ডিত ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আজি বিদ্বৎ সমাজৰ কাৰণে অতি সুপৰিচিত নাম। ১৯৪৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত থকা বি. বৰুৱা কলেজৰ পৰা আই. এ. পৰীক্ষাত অসমীয়া বিভাগত লেটাৰ সহ প্ৰথম বিভাগত উত্তীৰ্ণ হৈ ড°ভট্টাচাৰ্য্যই পুনৰ ১৯৫১ চনৰ পহিলা ছেপ্তেম্বৰত এই কলেজতে অসমীয়া বিভাগত প্ৰবক্তা হিচাবে যোগদান কৰে। অধ্যক্ষ পৰিষদৰ প্ৰাক্তন সভাপতি ড°ভট্টাচাৰ্য্যই ১৯৬২ চনৰপৰা ১৯৮৬ চনলৈকে ২৪ বছৰ কাল কলেজখনৰ অধ্যক্ষ ৰূপে কাৰ্য্য নিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰে। অৱসৰ গ্ৰহণ কৰিলেও ড°ভট্টাচাৰ্য্যদেৱ বি. বৰুৱা কলেজৰ বাবে যেন হিয়াৰ আমঠু। কলেজখনো তেওঁৰ বাবে যেন মন্দিৰ স্বৰূপ।

ড°ভট্টাচাৰ্য্যৰ সৃষ্টিশীল প্ৰতিভাই প্ৰথম প্ৰকাশ লাভ কৰে 'ভক্তি' নামৰ কবিতাটিৰে গৰ্ডন উচ্চতৰ মাধ্যমিক স্কুলৰ এখন হাতে লিখা আলোচনীৰ পাতত। তেখেতৰ পৰৱৰ্ত্তী কবিতাসমূহ 'ৰংঘৰ', 'ৰামধেনু', 'জয়ন্তী', 'সুৰভি', 'অকণ' আদি আলোচনীৰ মাজেদি বিকশিত ৰূপ লয়। 'বিশ্বগান', 'সেই দিন আৰু নাই' কবিতা শিশুসকলৰ মাজত আবৃত্তি প্ৰিয় হৈ উঠাও পৰিলক্ষিত হয়। তেখেতৰ ভালেমান কবিতা গুৱাহাটী আলোচনা চক্ৰ, সাহিত্য কানন, অসমৰ বিভিন্ন সভা-সমিতিত পঠিত হোৱাও দেখা যায়। তদুপৰি কলেজ আলোচনী, বিভিন্ন পত্ৰিকা, স্মৃতিগ্ৰন্থ, স্মৰণিকা আদিত ভট্টাচাৰ্য্যদেৱৰ কবিতাই আগ আসন লৈ বহিছে। উল্লেখযোগ্য যে বিগত পাঁচটা দশকত ৰচিত তেখেতৰ কবিতাসমূহৰ মাজৰপৰা বাছি উলিয়াই ৩৭ টা কবিতাৰ পাহিৰে *সৰাফুল* নামৰ কাব্যগ্ৰন্থখনি প্ৰকাশ কৰা হৈছে ১৯৯৭ চনৰ ১৬ ফেব্ৰুৱাৰীত। তেখেতৰ আন এখনি ক্ষুদ্ৰ কাব্য গ্ৰন্থ *কুঁৱলীৰ আঁৰে আঁৰে* ১৯৯৮ চনত প্ৰকাশিত। এই কাব্যগ্ৰন্থ খনিৰ ভাৱাশ্ৰয়ী মূল তৰঙ্গ সাতটিৰ ৰচনা কাল ১৯৪৯-৫০ খ্ৰীষ্টাব্দ হোৱা হেতুকে কবিজনাৰ 'আগবয়সৰ অনুৰাগকেন্দ্ৰী চিন্তা-দুঃচিন্তাৰ সমাজ মুখী প্ৰতিচ্ছবিখনি' সহৃদয় পাঠক সমাজে নিশ্চয় বিচাৰি পাব।

অন্তৰৰ ভাৱাবেগ কুঁৱলীৰ প্ৰতীকৰ সহায়ত প্ৰকাশ কৰাৰ প্ৰচেষ্টালৈ লক্ষ্য কৰিলে দেখা যায় বহুমুখী প্ৰতিভা সম্পন্ন পণ্ডিত প্ৰবৰ ড°ভট্টাচাৰ্য্যদেৱে ভাষাৰ গভীৰতাত সোমাই থকা শক্তিক উলিয়াই আনি তাৰ সু-সংহত গঢ় দি সাহিত্য কৰ্ম কৰিবলৈ আৰু ভাষাত থকা শক্তি উপলব্ধি কৰি তাৰ বিচিত্ৰ প্ৰকাশেৰে অন্য এক জগতত প্ৰবেশ কৰি কবিৰ মনে জীৱনৰ ভঙা-গঢ়াৰ বিশাল পটভূমিত কোনো অদৃশ্যৰ ইচ্ছাই অন্তৰৰ আনন্দ কাঢ়ি নিয়াৰ বেদনা উপলব্ধি কৰি কৈছে ঃ

*খোজে খোজে খুন্দা খোৱা*
*ব্যৰ্থ জীৱনৰ;*
*কবিতা লিখিছো মই*
*বুকুত ঘঁহনি খোৱা*
*প্ৰচণ্ড আঘাতবোৰ*
*সুঁৱৰি এবাৰ।*

পুনৰ কবিয়ে কৈছে ঃ

*কদাপি ফিৰাই নানে*
*সপোনৰ মনোৰমা প্ৰিয়া*
*অতীতৰ সুমধুৰ খেলা।*
*মই জানো, আজি মই*
*জীৱন যুঁজত*
*আলাই আথানি হই অকলশৰীয়া।*

কবিতা ৰচনা কৰিবলৈ যি বিশেষ ধৰণৰ প্ৰতিভা বা প্ৰজ্ঞাৰ আৱশ্যক সেই প্ৰতিভা ড°ভট্টাচাৰ্য্যৰ কাব্য ৰচনাৰ মাজেদি পৰিস্ফুট হৈছে। বৰ্ণবিন্যাস, ছন্দসজ্জা, ধ্বনি সমতাৰে পুষ্ট কবিতাসমূহে নান্দনিক দিশটোৰ পৰিচয় বহন কৰিছে আৰু কবিতাৰ লয়, তাল, মান, মাধুৰ্য্যও নিৰূপণ কৰিছে। আনহাতে কবিৰ ভাৱনা, অনুভৱ, অনুভূতিকো যেন তেখেতৰ কবিতাৰ পুথি দুখনে কঢ়িয়াই লৈ ফুৰিছে। তেখেতে নিজেই কৈছে ঃ

*গাঁৱতে জনম লভি*
*গাঁৱতে উমলি ফুৰা*
*অতীতৰ সোঁৱৰণী সনা*
*পৰিচিত আলিবাট, নৈ বোকা বিল*
*ভাবি ভাবি নালাগে আমনি।*

—কুঁৱলীৰ আঁৰে আঁৰে, প্ৰথম তৰঙ্গ

এনে অনুভূতিৰ মাজতে হঠাৎ 'কল্পনা কুঁৱৰী' আহি শুৱনী বেশেৰে, কটাক্ষ দৃষ্টিৰে সাদৰ জনাই হিয়া মন মুহি প্ৰণয় জনালে। নৱ-যৌৱনৰ প্ৰণয় বলিয়া প্ৰাণ সপোন পৰীৰ জোনাকী ছয়াময়াৰ মাজত, আশা-নিৰাশাৰ গোলাপী মদিৰা কামনাৰে দুদ্যোল্যমান। সেইসময়ত কবিৰ সপোন, দিঠক একাকাৰ হৈছে। কবি যেন লাহে লাহে জনমৰ সিপাৰৰ, মৰণৰো সিপাৰলৈ গুচি গৈছে – "ভাবিলেও শেষ নাই যাৰ।" জন্ম-জন্মান্তৰবাদত বিশ্বাসী কবিয়ে যেন দিগন্ত নিৰিখি নতুন কল্পনা সনা নতুন পৃথিৱীখনলৈকে আগবাঢ়ি যাব-পৰ-জনমত প্ৰেয়সীৰ বুকুৰ মাজত এই জনমৰ অপূৰ্ণ আশা পূৰণৰ মানসেৰে। কিন্তু কবিয়ে নিজেই নাজানে এই 'কল্পনা কুঁৱৰী'নো কোন? অথচ কবিয়ে অনুভৱ কৰিছে কুঁৱৰী লেখকৰ প্ৰেয়সী, সহচৰী যদিও জীৱন পথত অচিনাকী। জীৱনৰ অৰ্থ বিচাৰি কবিৰ অন্তৰত যি ব্যাকুলতা 'কুঁৱলীৰ আঁৰে আঁৰে' কাব্যৰ অন্তৰৰ প্ৰতিটো তৰঙ্গতে সেই ভাৱ প্ৰকাশ পাইছে। কুঁৱলীৰ সন্ধান কবিয়ে চকামকাকৈ পাইছে যদিও যাৰ খোজত খঞ্জনী নাচে, অধৰত ডালিম ফুলৰ ৰং, বুকুত পদুমৰ কলি, প্ৰশান্ত প্ৰকৃতিৰে তেওঁ যেন ধনিকৰ নয়নৰ মণি; বংশৰ সুনাম লভি তেওঁ গৰীয়সী। তেওঁ ভাষাহীনা, মহীয়সী। 'কোঁৱৰ নহওঁ' বুলি কবিয়ে নিজে সমানে খোজ দিব খোজা নাই যদিও সমান বয়স আৰু সমান শিক্ষাৰে আগবাঢ়ি যাব খুজিছে চেনেহী অসম মাতৃৰ উন্নতিৰ হকে, লুইতৰ পবিত্ৰ পাৰত দেউল বন্ধাৰ আদৰ্শেৰে, স্বাধীনতা লাভ কৰি নতুন কল্পনাৰে অসম জননীৰ মুখ উজ্জ্বলোৱাৰ বাবে। সেয়েহে প্ৰথমে প্ৰকাশ পাইছে কবিৰ চকুত ভাহি উঠা বিপ্লৱৰ ঢল।

এটি মহানিশাত কবিয়ে সপোনত 'কল্পনা কুঁৱৰী'য়ে দেখুওৱা দাপোনত নিজকে অৰ্পণ কৰিলে। কবিয়ে সপোন কুঁৱৰীক কিন্তু দিঠকত দেখা নাপায়। তন্দ্ৰাৰ মাজত, চকুৰ মণিতহে দেখা পায়। সেইকাৰণে তেওঁ দিঠকত প্ৰেয়সীৰূপী কুঁৱৰীক পোৱাৰ আশাৰে অপেক্ষাৰত অৱস্থাত আকৌ নিজকে প্ৰশ্ন কৰিছে :

*তেওঁ জানো পাব মোক চিনি*
*তেওঁ জানো বুজিব সঠিক*
*মোৰ অন্তৰত কান্দে কিমান কামনা*
*তেওঁকে আৰাধি*
*অনাহাৰে অনিদ্ৰাই*
*কৰিলো বিলয়!*
*জীৱনৰ তাৰণা উদ্দাম আকাঙ্ক্ষা।*

—কুঁৱলীৰ আঁৰে আঁৰে, দ্বিতীয় তৰঙ্গ

জীৱনৰ অৰ্থ বিচাৰি হাবাথুৰি খোৱা কবিজনাই এইবাৰ প্ৰকৃতি বুকুতে দেখিছে কল্পনা কুঁৱৰীৰ অপৰূপ ৰূপৰেখা। দেখিছে শত জীৱনৰ যুগ যুগ সাধনাৰ চিৰ লগৰীক। শত জনমৰ মৰণৰো সিপাৰৰ নৱজগতৰ তেওঁ যেন ধ্ৰুৱতৰা। তেওঁ যেন অন্ধৰ লাখুটি স্বৰূপ হৈ অকলশৰীয়া পথিকক সঠিক পথেৰে আগুৱাই নিব জোনাকী জেউতিৰ আৰাধ্যা গোঁসানী হৈ। আকাশেদি উৰি যোৱা ৰাজহংসৰ কলধ্বনি শুনি, কুলি-কেতেকীৰ গীত শুনি, ফেঁচাৰ কুৰুলি শুনি এইবাৰ কবিয়ে উপলব্ধি কৰিছে — "প্ৰকৃতিৰ বুকুতেই আজন্ম লীলা-খেলা", প্ৰকৃতিয়ে একমাত্ৰ সঙ্গী, জনমৰ সিপাৰৰ, মৰণৰো সিপাৰৰ শত মৰীচিকাৰ কথা ভাবিলেও লাভ নাই। কবিয়ে কিন্তু বিশ্বাস কৰে যে সেইদিনা কল্পনা কুঁৱৰী তেওঁৰ কাষ চাপিব আৰু নিয়তিয়ে চিনাই দিব জন্ম-জন্মান্তৰৰ কথা। সেইদিনা সেই কুহেলিকাও আঁতৰি যাব ঃ

*হিয়াই হিয়াক কিয়*
*বিচাৰি নাপাই*
*হিয়াকে বিচাৰি হিয়া*
*হিয়াতে লুকায়।* —কুঁৱলীৰ আঁৰে আঁৰে, দ্বিতীয় তৰঙ্গ

সেই আশাৰেই যেন কবিয়ে এই বাস্তৱ জগতৰ সকলো ব্যৰ্থতা নেওচি মৰণ বেদনা ভুগি আগুৱাই যাব খোজে ঃ

*বিভীষিকা ঠেলি থই*
*আগুৱাই যাওঁ মই*
*দিগন্ত নিৰিখি*
*নতুন কল্পনা সনা*
*নতুন পৃথিৱী।*

—কুঁৱলীৰ আঁৰে আঁৰে, দ্বিতীয় তৰঙ্গ

যদি Browning ৰ দৰে— 'Oh earth a broken arc, in Heaven a complete circle' বুলি বিশ্বাস কৰা যায় তেতিয়াহ'লে আজিৰ বিফলতা কালিৰ সফলতাৰে পূৰ্ণ হ'ব বুলি আশা কৰিব পাৰি। আকৌ যেতিয়া ব্যক্তিপ্ৰেম অনন্ত প্ৰেমত পৰিণত হয় তেতিয়া নৈৰাশ্য বা অন্ধকাৰ নাথাকে। ড° ভট্টাচাৰ্য্যৰ কবিতাতো সেয়ে দেখা যায়। মৃত্যু সচেতনতা দুই এঠাইত দেখা পোৱা যায় যদিও তেওঁৰ বাবে মৃত্যু এটা সীমা নহয়। সি তেওঁৰ কাৰণে এখন দুৱাৰহে। অনন্ত প্ৰেমৰ মিলনৰ সিংহদ্বাৰহে। কবিৰ কোমল হৃদয়ত নিষ্ঠুৰতা সম্ভৱ নহয়। তেওঁৰ কবিতাত বিষাদৰ সুৰ আছে যদিও তাক নিৰাশাবাদ বুলি ক'লে ভুল হ'ব। মানুহৰ আশা, সুখ-শান্তি, প্ৰেম ভালপোৱা আদিৰ সাময়িক মূল্যহীনতাৰ কথা ঠায়ে ঠায়ে কৈছে কিন্তু তাতেই তেওঁ সকলো কথাৰ সমাপ্তিৰ মূল্যহীনতাৰ কথা ঠায়ে ঠায়ে কৈছে কিন্তু তাতেই

তেওঁ সকলো কথাৰ সমাপ্তিৰ নির্দ্দেশ কৰা নাই। কবিৰ লগত প্ৰেয়সীৰ গতিপথ অতিকে অমিল যিহেতু তেওঁ ৰচে 'পোহৰৰ ৰঙীন বর্ণালী' আৰু কবি যেন থাকে ভাৱনাৰ শেষ তৰঙ্গত জীৱনৰ অৰ্থ কিনো বিচাৰি বিচাৰি আন এক জগতত। কবিৰ ব্যক্তিগত প্ৰেম অনন্ত, বিৰাটৰ লগত মিলি পূৰ্ণ প্ৰেমৰ সাগৰ স্বৰূপৰ চৰণ তল স্পর্শ কৰিছেগৈ। তেওঁ পুনৰ কৈছে ঃ-

*কুঁৱৰী বিচাৰ কৰে*
*জীৱনৰ নগ্ন ৰূপ*
*বাস্তৱৰ আকৰ্ষণ*
*বিজ্ঞানৰ চৰম আদর্শ*
*মই থাকো জীৱনৰ ৰঙীন সুৰত*
*কল্পনাৰ মায়াজাল চাই*
*জীৱনৰ চৰম দৰ্শন*
*জানিবৰ অভিলাষ মোৰ*
*বেদনাৰ প্ৰচণ্ড হেঁচাত।*

—কুঁৱলীৰ আঁৰে আঁৰে, তৃতীয় তৰঙ্গ

মায়াময় পৃথিৱীৰ সনাতন ৰূপটো মধুৰ হৈ কবিৰ মানস পটত ভাঁহি উঠিছে। পাতনিতে ড°নির্মল প্ৰভা বৰদলৈয়েও তাকেই কৈছে ঃ "এয়াই যে সত্য! জীৱনৰ অৰ্থ কি ....... অলপ হাঁহি, অলপ অশ্ৰু, অলপ নুবুজা ডাৱৰ, এয়ে পৃথিৱীৰ সেউজী দুৱৰি, যাউতি-যুগীয়া সাঁথৰ।"

কবিৰ আত্মাভিমানভৰা মনে কিন্তু দৃঢ়তাৰে কৈছে ঃ

*নহওঁ নিৰাশ*
*নিয়তিৰ মহাশক্তি*
*আছে বৰ্ত্তমান ;*
*সাক্ষী ৰব প্ৰকৃতিৰ*
*তৰু লতা তৃণ*
*সাক্ষী ৰ'ব সুনীল আকাশ*
*পুৱতিৰ শুক্‌তৰা*
*সন্ধিয়াৰ ধ্ৰুৱতৰা....... ।*

—কুঁৱলীৰ আঁৰে আঁৰে, পঞ্চম তৰঙ্গ

সকলোৱে দেখিছে কবিৰ চিত্তৰ কম্পন, কবিৰ জীৱনৰ তীব্ৰ শিহৰণ। প্ৰকৃতিৰ মহাশক্তিৰ ওচৰত তেওঁ হাৰ মানিছে, অস্তিত্বক মানি লৈছে, অৱস্থাৰ দাস হৈছে, কামনাৰ কৃত্ৰিম বন্ধন মূৰ পাতি লৈছে। সেয়ে কবিয়ে কৈছে ঃ সেয়ে আদি সেয়ে শেষ পৰাজয়। —কুঁৱলীৰ আঁৰে আঁৰে, ষষ্ঠ তৰঙ্গ

আনহাতে *সৰাফুলৰ 'জীৱনৰ স্মৃতি'* কবিতাত প্ৰকাশ পাইছে ঃ

*প্ৰাণ তই নহবি আকুল*

.................................................

*যদি আছে শক্তি, পাৰিবি । (১)*

.................................................

*অকাতৰে সকলোকে সহি*

*বিধাতাৰ পথত চলিবি........ । (৩)*

কিয়নো কবিয়ে বুজি পাইছে যে বাস্তৱ জীৱনটো মানি লবই লাগিব। জীৱনৰ অপূৰণ আশাবোৰে ইপাৰত নহ'লেও সিপাৰত নিশ্চয় পূৰ্ণতা লাভ কৰিব। এইপাৰত বিপাক, চাকনৈয়া, সমাগত জীৱন বাৰিষা আদি সমস্যাৰ বাবে গভীৰ কুঁৱলীৰে আৱৰা বাধাৰ প্ৰাচীৰ এদিন হঠাতে খহি যাব। জন্ম-জন্মান্তৰে অজান বিধিয়ে অদৃশ্য ডোলেৰে বান্ধি দিয়া দুটি প্ৰাণৰ মিলন হৈ একেটা সুঁতিৰে আগবাঢ়ি যাব মাতৃভূমি অসমী আইৰ কোলালৈ জননীৰ সেৱাৰ বাবে। ৰহস্যৰ মায়াজাল খহাই কবি জনাই আকৌ জগত আৰু জীৱনক্ গঢ়াৰ দুৰ্ব্বাৰ আকাঙ্ক্ষা প্ৰকাশ কৰিছে। এই জগতত পৰিদৃষ্ট হোৱা বৈষম্য আৰু বিভেদ-নীতিয়ে কবিৰ অন্তৰত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে। তাৰ পৰিণতি স্বৰূপে সৃষ্টি হোৱা অনুভৱকেই কবিয়ে তেওঁৰ কবিতাৰ পাতত ঠাই দিছে। তেওঁ যেন আকুল কণ্ঠেৰে আহ্বান জনাই অসমৰ বীৰ-বীৰাঙ্গণাসকলক, শিক্ষিতা নাৰীসকলক মাতৃভূমিৰ গৌৰৱ ৰক্ষা কৰিবলৈ, নিজ দেশৰ উন্নতি দেখিলে কবি প্ৰাণ তুষ্ট হ'ব। আনহাতে তেওঁ নিজে বিনন্দীয়া প্ৰিয়াৰ সতে একেলগে কৰ্ত্তব্য পথত আগবাঢ়ি যাব আৰু তেওঁ জীৱন যুঁজত বিজয়ী নিশ্চয় হ'ব। কবিৰ যেন কামনাৰ ওৰ পৰা নাই। এই বিচিত্ৰ ধৰিত্ৰীয়ে জীৱনত জীয়াই থকাৰ আশা দিনে দিনে বঢ়াই তুলিছে। কবিয়ে এই ধৰিত্ৰীৰ বুকুতে সুখ-দুখ, স্বৰ্গ-নৰক, জীৱন-যুঁজৰ কুৰুক্ষেত্ৰত জয়-পৰাজয় নিতৌ দেখিব লাগিছে। জ্ঞান ভক্তিৰে যেন কবি পুনৰ কৰ্ত্তব্যত ৰত হৈছে আৰু কবিৰ বাবে যেন সেয়াই হৈছে – কামনাৰ মন্দিৰ আৰু এয়া যেন কবিৰ 'ব্যক্তিগত অভিজ্ঞতাৰ প্ৰাঞ্জল অভিব্যক্তি।'

ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ কবিতা 'পণ্ডিত্যৰ শুকান মৰুভূমিৰ মাজৰ দুই এটা পানীৰ ভুমুক' বুলি ময়ো ক'ব নোৱাৰোঁ। এয়া যেন তেখেতৰ সহজ-সৰল মনৰ

আবেগিক মুহূৰ্ত্তৰ প্ৰকাশ। যাক কবি নৱকান্ত বৰুৱাই কৈ গৈছে ঃ "এইবোৰ যেন তেওঁৰ অন্তৰ জগতৰ দিনলিপি।'

আদি বা শৃঙ্গাৰ আৰু করুণ ৰসেৰে আৰ্দ্ৰ ভট্টাচাৰ্য্যৰ কবিতাত পাঠকে সহজে আত্মীয়তা অনুভৱ কৰে। তদুপৰি 'সৰাফুল পাহি', 'ৰূপৰ মদিৰা', 'ৰঙালী বিহুৰ জীয়া বোল', 'সুৱাগুৰি তোলা', 'শাৰদীয় চন্দ্ৰিকা', 'মৌ-কোঁহ', 'সেন্দূৰী টিঙত নাচে', 'ওজা আই', 'মই দিওঁ চাকি শলাকানি আনি', 'জেঠৰ জেঠুৱা খৰে আহাৰক ৰিঙিয়াই মাতে", 'চেনাই', 'কনেং', 'আদা বিষ্ণুৰাভা', 'খেৰায় পূজাৰ মাদল বাজে', 'দেওধনী দিয়ে ভৈৰৱী নাচ' আদি শব্দেৰে ভট্টাচাৰ্য্যদেৱৰ কবিতাসমূহ চিত্ৰময়। তেখেতৰ বৰ্ণনাৰ বিষয়বস্তু সমূহো পাঠকৰ চিৰ পৰিচিত। 'লাহৰীৰ চৰণ-যুগলে ৰূপ চিত্ৰ ৰচে', 'সূৰুযৰ নৱ কিৰণত ধুপনী চৰাইজনী দেও দি দি নাচে' — এনে স্পষ্ট ছবি ভট্টাচাৰ্য্যৰ কবিতাত বিৰাজমান।

. 'নাৱৰীয়া', 'বাটৰুৱা', 'পথিক', 'কল্পনা-কুঁৱৰী', আদিৰ প্ৰতীকী ব্যঞ্জনাই পুষ্ট কৰা ভট্টাচাৰ্য্যদেৱৰ কবিতাত পাঠকে বিচাৰি পাব চিন্তাৰ খোৰাক। সেইদৰে নিত্য ব্যৱহাৰ্য্য শব্দৰ প্ৰয়োগে তেখেতৰ কবিতাসমূহক ঘৰুৱা আসন দিছে। উদাহৰণ স্বৰূপে — "লোকাপাৰ', 'মচিবা সাৰিবা', 'সাউদ' 'সোণৰ সোলেং', 'শোৱাপাটি', 'ফটাকানি', 'বাপতি সাহোন', 'ভন্‌টি', 'পুতলা', 'বগাকৈ বগলী', 'বিধি', ইত্যাদি।

ড° ভট্টাচাৰ্য্যদেৱে যেন জীৱন সত্যক দেখা পাইছে; উপলব্ধি কৰি কাব্যৰ মাধ্যমেৰে তাক প্ৰকাশ কৰিছে। এইখিনিতে তেখেতৰ মাধ্যমেৰে তাক প্ৰকাশ কৰিছে। এইখিনিতে তেখেতৰ ঋষিত্ব প্ৰাপ্তি হৈছে বুলি ক'লে বঢ়াই কোৱা নহ'ব নিশ্চয়। যিহেতু — 'না ঋষি কুৰুতে স্তোত্ৰম্'। সত্যদ্ৰষ্টা কবিক প্ৰয়োজন বিশেষে ছন্দ, লয়, তাল, মান আদিয়ে নিজেই ধৰা দিছেহি যেন লাগে। কবিৰ ভাৱনাত ৰূপ-ৰস-গন্ধ, শব্দ স্পৰ্শৰ মাজত কোন তুমি, কোন মই, পিতা-মাতা, ভাই-ভনী....... পুত্ৰ-বধু, নন্দিনী-নন্দন?? কিন্তু সেই ভাৱনাতে আপোন পাহৰা হৈ নাথাকি কবি প্ৰাণে বাস্তৱলৈ ঘূৰি আহি পুনৰ ধৰিত্ৰীকে সম্বোধন কৰি কৈছে।

*তোমাৰ উপমা নাই বিচিত্ৰ তুমি*
*দিছা মোৰ জীৱনক জীয়াই থকাৰ আশা*
*দিনে দিনে তুলিছা বঢ়াই ...........।*

— কুঁৱলীৰ আঁৰে আঁৰে, উপসংহাৰ

বিচিত্ৰ কালৰ গতিত ড° ভট্টাচাৰ্য্যদেৱৰ জীৱনৰ ভাৱ-সম্পদ সমূহে বৈচিত্ৰ্যময় ৰূপত প্ৰকাশ লাভ কৰিছে — যাক অসমীয়া সাহিত্যৰ ভঁৰালৈ এয়া তেখেতৰ ঐশ্বৰ্য্যময় অৰিহণা বুলি নিশ্চয় আন্তৰিকতাৰে স্বীকাৰ কৰিবই লাগিব। ●

# ড° ভট্টাচাৰ্য্যৰ কবিতা

শ্ৰীপৱন বৰদলৈ

ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এগৰাকী লোক সাহিত্যৰ গৱেষক আৰু অসমীয়া ভাষাতত্ত্ব তথা ভাষা বিজ্ঞানৰ বিশিষ্ট পণ্ডিত। আধুনিক ভাষা-বিজ্ঞানৰ দৃষ্টিৰে ভাষা-বিশ্লেষণ আৰু অসমীয়া তথা অসমৰ জনজাতীয় ভাষাৰ বিভিন্ন দিশ আলোচনা কৰোঁতাসকলৰ অন্যতম *(অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত, পৃ. ৪৩৭, ৪৭৪)*।

ড° ভট্টাচাৰ্য্যৰ প্ৰকাশিত কবিতা পুথিৰ সংখ্যা লেখত কম হ'লেও ছয় দশকজোৰা জীৱনৰ বিভিন্ন অনুভূতি, সাৱলীল প্ৰকাশভংগী আৰু সূক্ষ্ম চেতনাৰ প্ৰভাৱে কবিতাসমূহক অকল প্ৰাণৱন্তই কৰা নাই, 'ই যেন মানৱ জীৱনলৈও পোহৰৰ সন্ধান দিব পাৰিছে।" ড° ভট্টাচাৰ্য্যৰ প্ৰকাশিত কবিতাৰ পুথি দুখন — *সৰাফুল* (১৯৯৭), আৰু *কুঁৱলীৰ আঁৰে আঁৰে* (১৯৯৮) । ড° ভট্টাচাৰ্য্যই *সৰাফুল* নামৰ কবিতা সংকলনত 'মনৰ কথা' এনেদৰে ব্যক্ত কৰিছে; মানৱ জীৱনক সৰাফুলৰ সৈতে তুলনা কৰিব পাৰি। মনৰ ভাববোৰ কথাৰূপে প্ৰকাশ কৰা সহজ নহয়। ....... নামনি অসমৰ পাগলাদিয়া নৈৰ পশ্চিম পাৰৰ গঞা পৰিবেশত সৰুকালিতে গীত-পদ, সাধুকথা, ওজাপালি-ঢুলীয়া, সভা আদিৰ মাজত ডাঙৰ হৈ পঢ়াশলীয়া জীৱনতে কবিতা-গল্প আদি ৰচনা কৰিবলৈ লৈছিলোঁ। নলবাৰী গৰ্ডন হাইস্কুলৰ নৱমমান শ্ৰেণীত পঢ়ি থাকোঁতে 'নৈবেদ্য' নামৰ বিদ্যালয় আলোচনীত ১৯৪১-৪২ চনত 'কবিৰ সমাধি' প্ৰকাশিত হোৱাত উৎসাহিত হৈছিলোঁ। ১৯৪৩ চনৰপৰা ক্ৰমে গুৱাহাটীত থাকি যোৱা পঞ্চাশ বছৰৰো অধিক কাল বিবিধ উপলক্ষত কবিতা ৰচনা কৰি আলোচনা, পত্ৰিকাত মাজে সময়ে প্ৰকাশ কৰিবলৈ সুযোগ পাইছোঁ। ....... কবিতা হয় যদি হওক বুলি নহয়— মনৰ প্ৰেৰণাত যোৱা পঞ্চাশ বছৰৰ অধিক কালৰ সমসাময়িক ঘটনা প্ৰৱাহৰ বিবিধ জিলিঙনি ৰচিত কবিতাবোৰত ব্যক্তিগত ভাৱানুৰাগৰ চৌপাশে প্ৰকাশিত হৈছে। ..... পূৰ্বসূৰী কবিসকলৰ প্ৰেৰণা মোৰ অন্তৰত সদায় বৈ আছে।" 'কুঁৱলীৰ আঁৰে আঁৰে' নামৰ কবিতাৰ পাতনিত কৈছে ঃ 'দ্বিতীয়াৰ পিছত প্ৰতিপদ অহাৰ দৰে আমাৰ কাব্যময়ী আকাশত *সৰাফুলৰ* পিছত *কুঁৱলীৰ আঁৰে আঁৰে* নামেৰে ক্ষুদ্ৰ কাব্যৰ উদয় হ'ল।

ইয়াৰ ভাবাশ্ৰয়ী মূল তৰংগ কেইটিৰ ৰচনা কাল ১৯৪৯-৫০ ইংৰাজী খ্ৰীষ্টাব্দ হোৱা বাবে লেখকৰ আগ বয়সৰ অনুৰাগকেন্দ্ৰী চিন্তা-দুঃচিন্তাৰ সমাজমুখী প্ৰতিচ্ছবি সহৃদয় পাঠক সমাজে বিচাৰিলে পাব বুলি আশা কৰিলোঁ।”

ড° মহেশ্বৰ নেওগে বিহগীকবি ৰঘুনাথ চৌধাৰীৰ কবিতা ৰাজিকপ্ৰধানকৈ দুটা শ্ৰেণীত ‘এটা ইন্দ্ৰিয়মুখী’ আৰু ‘আনটো ইন্দ্ৰিয়বিমুখী’ ভাগ কৰাৰ দৰে প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ কবিতা ৰাজিকো এই দুটা শ্ৰেণীত ভাগ কৰিব পাৰি, যদিও দুয়ো শ্ৰেণীৰ মাজত এটা অংগাংগী সম্বন্ধ বিৰাজমান। ভট্টাচাৰ্য্যৰ ইন্দ্ৰিয়মুখী কবিতা গোলাপ কলি, সৰাফুল পাহি, সৰাফুল ল'বা নে বুটলি, সীমান্তত সন্ধিয়া নামে, শৰতৰ আবেলিয়ে কি বতৰা দিলে, দীপালীৰ নিশা; শীতৰ শীতল ৰাতি, জেঠৰ জেঠুৱা খৰে আহাৰক ৰিঙিয়াই মাতে আৰু ‘কুঁৱলীৰ আঁৰে আঁৰে'ৰ প্ৰস্তাৱনাৰ পৰা উপসংহাৰলৈ সমগ্ৰ তৰংগত বৈৰাগ্যমূলক ভাবৰ অনুৰণন প্ৰতিফলন লক্ষ্য কৰা যায়। বৈৰাগ্যমূলক কবিতা জীৱনৰ ছবি, সন্ধিয়াৰ সমীৰণ, উপহাৰ, জীৱনৰ স্মৃতি, বিৰহৰ মাজনিশা, তেতিয়া, কবিৰ সমাধি, সেয়েহে শ্মশান মই বৰ ভালপাওঁ, মইনো বিলাম কি, বাটৰুৱা, পালানে বিচাৰি, আদি কবিতাত কবিৰ অন্তৰত থকা হা-হুমুনিয়া উপলব্ধি কৰিব পাৰি। এই বৈৰাগ্যভাবৰ মাজতো কবিৰ অন্তৰত ধ্ৰুৱতৰাৰ দৰে উজলি আছে জীৱনক সাহসেৰে প্ৰত্যাহ্বান কৰাৰ সংকল্প। কবি যেন দুখত নিলাজী লতাৰ দৰে আন হাতৰ পৰশত জঁয় পৰা নাই, বৰং উৰ্দ্ধমুখী শস্যৰ দৰে মূৰ তুলি থিয় হৈ আছে। সমসাময়িক ঘটনাপ্ৰৱাহৰ বিবিধ জিলিঙনি তথা ব্যক্তিগত ভাবানুৰাগৰ স্ফুৰণ লক্ষ্য কৰা যায় কেইটিমান কবিতাত। ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰাম, চীন-ভাৰত যুদ্ধ, পাক-ভাৰত সংঘৰ্ষ, বাংলাদেশত শ্বেখ মুজিবৰ ৰহমানৰ হত্যাকাণ্ড, আদি কবিৰ চকুৰ আগতে সংঘটিত ঘটনা প্ৰৱাহ। এইলানি কবিতাত স্বদেশপ্ৰেমৰ সুন্দৰ ছবি অংকিত হৈছে ঃ

*যাবই লাগিব আমি আগবাঢ়ি*
*ধোৱাঁ জুই বোমা বিস্ফোৰণ*
*নোৱাৰে ৰুধিব আজি*
*দেশ মাতৃকাৰ আহ্বান। যাবই লাগিব আমি।*
*শীতৰ জড়তা ভাঙি কৰোঁ অংগীকাৰ*
*জনগণ জাগৃতিৰে নৱ ভাৰতত*
*সোণৰ অসম সাজোঁ সম মৰ্য্যাদাৰ;*
*বিপ্লৱৰ অগ্নিমন্ত্ৰ ঘোষোঁ বাৰম্বাৰ।*

— শীতৰ শীতল ৰাতি।

*লাচিতৰ তৰোৱাল*
*চকুত ভাহিছে আজি*
*বৰটোপ কামানৰ ৰঙা জুই নাচে*
*এই অসমৰ এই ভাৰতৰ*
*নতুন জোৱানবোৰে*
*বীৰ সাজে কাচেঁ*
*জননীৰ শুভাশিস মাগে।*

*— সীমান্তত সন্ধিয়া নামে ।*

নৱকান্ত বৰুৱাৰ ভাষাত 'প্ৰমোদে কবিতা লেখে তেওঁৰ আবেগিক মুহূৰ্তবোৰৰ প্ৰকাশ হিচাপে, কলা-কৌশলী কবিৰ আংগিকৰ পৰীক্ষা-নিৰীক্ষাৰ ক্ষেত্ৰ হিচাপে নহয়। পাঠক হিচাপে, যি ধৰণৰ কবিতাৰে তেওঁৰ ৰসচিত্ত নিৰ্মিত হৈছিল সেই ভংগীতে তেওঁ কবিতা ৰচনা কৰে। এইবোৰ যেন তেওঁৰ অন্তৰ জগতৰ দিনলিপি। তেওঁৰ নিজৰ উচ্চ জ্ঞান মাৰ্গৰ পৰা নামি আহি কৰা চিত্ত কণ্ডুয়ন। ঘৰুৱা ভাষাত ক'বলৈ গ'লে বিভিন্ন মানসিক পৰিস্থিতিত মনৰ খজুৱতি মাৰিবলৈকে তেওঁ এই কবিতাবোৰ লেখিছে। তাত কেতিয়াবা তন্ময়তা, কেতিয়াবা ধেমালি, কেতিয়াবা পুঁথিভৰালৰ খিৰিকিৰে চাই পঠিওৱা প্ৰকৃতিৰ দৃশ্যাৱলী ; কেতিয়াবা আকৌ শৈশৱ, কৈশোৰ, যৌৱনৰ স্মৃতি ৰোমন্থনৰ অনাবিল আনন্দ। মাজে মাজে এনে যেনো লাগে দেহ আৰু মনৰ জটিল পৰিস্থিতিৰ পৰা এই কবিতাবোৰ যেন এটা পলায়নৰ পথ।"

ড° নিৰ্মল প্ৰভা বৰদলৈৰ ভাষাত "কবি গৰাকীৰ তীক্ষ্ণ, স্পৰ্শকাতৰ মনে উশাহৰ স্বপ্নৰ অৱক্ষয়, আদৰ্শৰ পতন দেখি মৰ্মাহত হৈছে। কাৰণ স্বপ্ন আছিল মুক্তা কৰাৰ অশ্ৰু বিন্দুবোৰ। তাৰ বিপৰীতে এতিয়া যে কেউফালে অশ্ৰুৰেই সাগৰ। তথাপিও নিৰাশাৰ ক'লা ডাৱৰৰ মাজতো লুকাই থাকে আশা আৰু সপোনৰ ৰূপোৱালী ৰেখা অকণমান মায়াময় অনুভৱেই কেউকাষৰ যন্ত্ৰণাৰ মাজতেই জীৱনক আপ্লুত কৰি থয়। কাৰণ জীৱন বৰ অনুপম মৰণ-বিজয়ী সাধনা।"

ভট্টাচাৰ্য্যৰ কবিতাত দুখ আছে, দুখৰ কাৰণ আছে। বৌদ্ধ ধৰ্মত দুখ নিৰোধ সম্ভৱৰ দৰে তেখেতৰ ভালেমান কবিতাত সেই মতবাদ লক্ষ্যণীয়। 'গৌতম বুদ্ধ' নামৰ জীৱনীমূলক প্ৰবন্ধত বুদ্ধৰ বাণী কবিতাৰে প্ৰতিভাত হৈছে ঃ

*বহু জনমৰ ভৱ-বন্ধন ভেদি*
*লৰিছোঁ মই অবিৰাম গতিৰে*
*ভৱ-আবাসৰ স্ৰষ্টাক বিচাৰি*
*বাৰে বাৰে জন্মৰ অসহ্য বেদনা সহোঁ।*

****

*জ্ঞানৰ পক্কতা কি যে মনোৰম*
*এই পূৰ্ণতাই অভিলাষ সফল কৰে;*
*নিৰ্ব্বাণ-শান্তি চমুৱাই আনে;*
*সেইজনে বিজয়ী বেশ ধৰে।*

****

*সকলো সত্তা হেৰাই গ'লে*
*সকলো ধাৰণা শেষ হ'লে,*
*সকলো কথাকে সবিস্তাৰে জানিলে;*
*তেতিয়া আৰু কামনা ঘূৰি নাহে।*

ড° ভট্টাচাৰ্য্যৰ কবিতা ছন্দ সজ্জাৰ দিশৰপৰা ঋদ্ধ। ছন্দ-সজ্জাৰ বিষয়ে সম্যক আলোচনা নকৰিলে প্ৰবন্ধটো অসম্পূৰ্ণ হ'ব যেন লাগে। অৱশ্যে ছন্দ -সজ্জাৰ বিষয়ে আলোচনা কৰিব লাগি লে ছন্দ -বিজ্ঞান সম্পৰ্কে বিস্তৰ ধাৰণা থকা বাঞ্ছনীয়; কিয়নো অসমীয়া ভাষাৰ নিজস্ব বিশেষ উচ্চাৰণ পদ্ধতি, তান প্ৰধান (যৌগিক), ধ্বনি প্ৰধান (মাত্ৰাবৃত্ত), স্বৰ প্ৰধান (স্বৰবৃত্ত), ছন্দ ৰীতি, পয়াৰ, ছবি, দুলড়ী, মুক্তক, অমিতাক্ষৰ আদি ছন্দ সজ্জা, অক্ষৰ, মাত্ৰা, পৰ্ব, যতি, চৰণ, মিলৰ বিষয়ে জনা দৰ্কাৰ। ড°ভট্টাচাৰ্য্যৰ সৰহ সংখ্যক কবিতাত শব্দৰ আদি যুগ্মধ্বনিৰ সংকোচন আৰু শেষৰ যুগ্মধ্বনিৰ প্ৰসাৰণ তান প্ৰধান (যৌগিক) ছন্দ-ৰীতিৰ বৈশিষ্ট্য লক্ষ্য কৰা যায়। উদাহৰণ ঃ

| ||   |||   | |   |||   |   ||
সুখৰ হাঁহিটি তোৰ দুখৰ কান্দোন
||||   | |   ||   | | |   |   ||
বিৰহৰ হা-হু তাশ, বুকুৰ না চোন
| | | |   || ||   | | |   |   ||
মিলনৰ শিহৰণি কবিতা সপোন
| |   | |   ||   ||   |||   | ||
মিলি যায় একে লগে শতেক বান্ধোন

তাল সমমাত্ৰিক আৰু তাৰ চৰণান্তিক মিলে কিছুমান কবিতাক সুৰময় কৰাত সহায় কৰিছে। এনেধৰণৰ কবিতাত প্ৰাণ-প্ৰাচুৰ্য্য লক্ষ্যণীয়। উদাহৰণ ঃ

ঢালি দিছা বেদনাৰ / শতপাৰাবাৰ
মোৰ এই ক্ষুদ্ৰ হৃদয়ত
সানি দিছা নিৰাশাৰ / তপ্ত হুমনিয়া
ব্যথা তিক্ত সন্ধিয়া পৰত

পয়াৰ, বা দীৰ্ঘ পয়াৰ ছন্দত ৰচিত কবিতাত পোৱা যায়। পয়াৰৰ মাত্ৰা হৈছে ৬+৬+৮ আৰু ছবিছন্দ হৈছে ৮+৮+১০ মাত্ৰাৰ। দুটা উদাহৰণ দিয়া হ'ল ঃ

৬ ৬

যিপিনেই চাও / হাঁহি দেখা পাওঁ

৮

উঠে আনন্দৰ ঢল

....................

৮ ৮

প্ৰেমৰ কবিতা ৰচি / সুন্দৰ ৰূপত ৰাজি

১০

পালোঁ মাথোঁ অতি দুখ ভাৰ।

....................

ড°ভট্টাচাৰ্য্যই অমিতাক্ষৰ ছন্দসজ্জাৰে ৰচনা কৰিছে *কুঁৱলীৰ আঁৰে আঁৰে* নামৰ কাব্য গ্ৰন্থ। স্বৰূপাৰ্থত এই লানি কবিতা হৈছে 'অসুস্থ শৰীৰৰ বেদনাত প্ৰেৰণাক্লিষ্ট মনৰ ভাবাবেগ কুঁৱলীৰ প্ৰতীকৰ সহায়ত প্ৰকাশ কৰা' এক বিমল প্ৰচেষ্টা। কবিৰ ভাষাৰে ক'ব পাৰি ঃ

*শীতৰ কুঁৱলী নামে দেৱালীৰ নিশা উজাগৰে*
*ৰূপ-ৰস-গন্ধ-শব্দ-স্পৰ্শৰ মাজত*
*কোন তুমি, কোন মই, পিতা-মাতা, ভাই-ভনী*
*.......... পুত্ৰ বধু, নন্দিনী-নন্দন*
*কুঁৱলীয়ে ধৰিছে আৱৰি নামি আহে আকাশৰ পৰা*
*শীত আৰু হেমন্তৰ মিলনৰ সেতু*
*.......... ই যে মণি-কাঞ্চন।*

কিছুমান আলংকাৰিকৰ মতে অলংকাৰ কাব্যৰ বাহ্যিক ভূষণ আৰু কিছুমানৰ মতে ই কাব্যক সৌন্দৰ্য্যমণ্ডিত কৰাত সহায় কৰে। অলংকাৰো দুবিধ - শব্দালংকাৰ আৰু অৰ্থালংকাৰ। শব্দালংকাৰৰ ভিতৰত অনুপ্ৰাস আৰু অৰ্থালংকাৰৰ ভিতৰত উপমা, ৰূপক, উৎপ্ৰেক্ষাৰ প্ৰয়োগ কাব্যত কবিসকলে প্ৰয়োগ কৰে। ড°ভট্টাচাৰ্য্যৰ কবিতাত শব্দালংকাৰৰ অনুপ্ৰাস বিদ্যমান। যেনে ঃ

(১) মই কি বিলাম বিশাল বিশ্বত
মইনো বিলাম কি
এদিন বিলাম মৰণৰ বাতৰি
নিজকে বিলাই দি।

— 'ব' আৰু 'ম'ৰ অনুপ্ৰাস 'মইনো বিলাম কি'

(২) গতিশীল, গতিদ্রুত, গতিহ্রস্ব বিবিধ বতাহ

— 'গ' আৰু 'ব'ৰ অনুপ্ৰাস — খেলিমেলি

শব্দালংকাৰ শ্ৰুতিমধুৰ, অৰ্থালংকাৰ কাব্যৰ প্ৰাণ। অৰ্থালংকাৰে কবিতাক হৃদয় সংবাদী কৰি তোলে, সমগ্ৰ চিত্তক আনন্দিত কৰে। ড°ভট্টাচাৰ্য্যৰ কবিতাত উপমা অলংকাৰৰ আভাস এনেদৰে পোৱা যায় ঃ

১. *ধনীৰ ঘৰত মমবাতি জ্বলে তৰা জিলিমিলি*
*ফটকাৰ শব্দ ফুলজাৰিবোৰে চকুত চমক জাগে;*
*দুখীয়াৰ পঁজা এন্ধাৰ মুন্ধাৰ*
*চিকমিক বিজুলীৰ জানোচা পোহৰ মাগে।*

২. *নিয়ৰৰ টোপাবোৰে মুকুতাৰ মালা গাঁথে*

৩. *চকুৰে নাপালে মোৰ অপৰূপ ৰূপ ৰেখা*
*হিয়াই নাপালে হায় অৰুণ কিৰণ*
*হাতেৰে নাপালে চুব হেমাংগিনী পাৰিজাত*
*সৰাফুল পাহি মাথো প্ৰণয় বিভ্ৰাট।*

ভালদৰে বিচাৰ-বিশ্লেষণ কৰিলে ড° ভট্টাচাৰ্য্যৰ কবিতাত ভালেমান অৰ্থালংকাৰৰ ভাগ বিচাৰি পোৱা যাব।

ভট্টাচাৰ্য্যৰ কবিতাত ভাৰতীয় সুৰৰ স্পন্দন সুন্দৰকৈ উপলব্ধি কৰিব পাৰি। ক্ষণিকৰ আনন্দ-উত্তেজনাৰ বশৱৰ্ত্তী হৈ কবিতা ৰচনা কৰিলেও কবিয়ে প্ৰথমতে অসম আৰু পিছত ভাৰতবৰ্ষৰ গুণগান কৰিবলৈ পাহৰা নাই। কবিৰ অন্তৰৰ শিৰাই শিৰাই প্ৰবাহিত হৈ আছে ভাৰতীয় জাতীয়ত্বৰ সোপান। সেয়ে কবি এগৰাকী মহান অসমীয়া হৈও এগৰাকী সুমহান ভাৰতীয়। কবিৰ ভাষাৰে ক'ব পাৰি — "এই অসমৰ এই ভাৰতৰ নতুন জোৱানবোৰে বীৰ সাজে কাচে..........।"



# 'সৰাফুল'ৰ জলঙাৰে ড° ভট্টাচাৰ্য্য

শ্ৰীস্মৃতিৰেখা ভূঞা

ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য — নামটো শুনিলেই সাধাৰণতে সকলোৰে চকুৰ আগলৈ ভাঁহি আহে ভাষাতত্বৰ গভীৰ পণ্ডিত, সংস্কৃতিৰ চিন্তা-চৰ্চাকাৰী এজন গুৰু-গম্ভীৰ ব্যক্তিৰ ছবি। অৰ্থাৎ তেখেতৰ সহজ পৰিচিতি তিব্বতবৰ্মীয় ভাষাগোষ্ঠীৰ এজন বিশিষ্ট গৱেষক ৰূপে। কিন্তু নিৰবচ্ছিন্ন আৰু নিৰপেক্ষভাৱে ভাষাবিষয়ক গধুৰ তথ্য-সমৃদ্ধ আলোচনা লিখা ভট্টাচাৰ্য্যৰ কলমৰ আগত যে কবিতাৰো জন্ম হয় এই কথা বহুতৰেই অজ্ঞাত। এখনি কবিতাপুথি হ'ল *সৰাফুল*। পুথিখনিৰ নামটোৱেই ইয়াত অন্তৰ্ভুক্ত কবিতাসমূহৰ অৰ্থগত ব্যঞ্জনা সম্পূৰ্ণৰূপে বহন কৰিছে। *সৰাফুলৰ* দোষ-গুণ বা প্ৰকৃতি বিচাৰ এই লেখাৰ উদ্দেশ্য নহয়; ইয়াৰ মাজত দেখা পোৱা ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মানুহজনক পাঠকৰ আগত দাঙি ধৰাৰ লক্ষ্যৰেহে এই লেখাৰ সৃষ্টি।

একুৰি সোতৰটা কবিতা সন্নিবিষ্ট পুথিখনি পঢ়িলে অনুভৱ হয় যে ভাৰ্ষা-সংস্কৃতিৰ গৱেষণাত কঠোৰ সংযমেৰে শতযোজন দূৰত আতৰাই ৰখা তেখেতৰ একান্ত ব্যক্তিগত সুকোমল ভাব-অনুভূতিবোৰক ইয়াত যেন অতি মুকলিমনেৰে বাধাহীনভাবে বিচৰণ কৰিবলৈ এৰি দিছে। প্ৰতিটো কবিতাতেই দেখা পাওঁ এখনি গভীৰ আবেগিক হৃদয়ৰ প্ৰতিফলন। *সৰাফুলৰ* মাজত ভট্টাচাৰ্য্যছাৰক প্ৰধানকৈ তিনিটা ৰূপত দেখিবলৈ পোৱা গৈছে। প্ৰথম— এজন প্ৰেমিকৰ ৰূপত, দ্বিতীয়—দেশহিতৈষীৰ ৰূপত আৰু তৃতীয়— প্ৰকৃতিপ্ৰিয়, অতীতপ্ৰিয় এজন সংস্কৃতিসম্পন্ন ব্যক্তিৰ ৰূপত।

'সৰাফুল'ৰ বহুকেইটা কবিতাতেই অংকিত হৈছে এক গভীৰ মানৱীয় প্ৰেমৰ ছবি। কিন্তু এয়া মিলনমধুৰ আনন্দময়ী প্ৰেম নহয়। কিবা এক নোপোৱাৰ দুখ-আক্ষেপৰ অনুভূতিয়ে কবিতাসমূহ আচ্ছন্ন কৰি ৰাখিছে। উপহাৰ, ব্যৱধান, তুমি, বিৰহৰ মাজনিশা, তেতিয়া আদি বিভিন্ন কবিতাৰ মাজত কবিৰ নিৰ্মল প্ৰেমিক হৃদয়ৰ সুন্দৰ প্ৰকাশ ঘটিছে। উদাহৰণ হিচাপে ইয়াত মাত্ৰ এফাঁকি কবিতা দাঙি ধৰা হ'ল ঃ

*এদিনৰ বাবে তুমি নিদিলা মৰম সানি*
*বৃথা হ'ল জীৱন-সুৰমা;*
*তাতো মোৰ দুখ নাই, তথাপিও সখি হায়*
*তুমি মোৰ প্ৰাণৰ প্ৰতিমা।*

কোনোবা অনামী প্ৰেয়সীৰপৰা পোৱা অনাদৰ অৱহেলাই কবিৰ অনুভূতিসিক্ত হৃদয়ত সামান্য আক্ষেপৰ জন্ম দিলেও প্ৰেমৰ গভীৰতা কিন্তু নকমে। অপ্ৰাপ্তিৰ বেদনা সাবটিও কবিৰ বুকুত অহৰহ বৈ থাকে নিৰ্মল প্ৰেমৰ নিৰবচ্ছিন্ন নিজৰা।

*চঞ্চলা চপলা*
*বিজুলীৰ দৰে*
*গুচি যোৱা তুমি*
*বহুত দূৰেৰে ;*
*মই থাকো হ'লে*
*তোমাকে নিৰিখি*
*ভগা পজাঁটিত*
*নিৰাশ মনেৰে।*

ব্যৰ্থ প্ৰেমৰ জয়গান গোৱা কবিৰ আশাৰ যেন শেষ নাই। জীৱিতকালত যাৰ পৰা কেৱল লাভ কৰিলে নিৰাশা আৰু নিৰ্লিপ্ততা, মৃত্যুৰ পাছত হ'লেও তেওঁৰ পৰা সামান্য মৰম-আদৰ পাবলৈ কবিয়ে গভীৰ আশা কৰিছে। সেয়াই যেন কবিৰ ব্যথিত হৃদয়ৰ বাবে পৰম প্ৰশান্তি হৈ দেখা দিব।

*মলয়াৰ সুৰে সুৰে আহিম বান্ধই*
*মনে মনে চুমা এটি খাম;*
*কোনোৱে নুশুনা মোৰ বুকুৰ কাহিনী*
*বতাহৰ সুৰে সুৰে ক'ম।*
*বুকুৰ মাজত মোৰ জ্বলিব আবেগ*
*হেঁপাহেৰে চুমা এটি খাই;*
*অনাদি অনন্তকাল থাকিম ই দৰে*
*মৰণতো ভিনপৰ নাই।*

*A Descriptive Analysis of the Boro Language* ৰ দৰে গ্ৰন্থৰ স্ৰষ্টা

ড° ভট্টাচাৰ্য্য ছাৰৰ এনে যি ৰোমাণ্টিক ভাববিলাসী ৰূপ সেয়া আমাৰ বাবে সঁচাই এক আশ্চৰ্য্যজনক দিশ।

*সৰাফুল*-ৰ মাজত ইয়াৰ কবিজনক আন এক ৰূপতো লগ পোৱা যায়। সমসাময়িক ৰাজনৈতিক - সামাজিক পৰিবেশক লৈ তেখেত যেন বাৰুকৈয়ে উদ্বিগ্ন। সেয়েহে তেখেতৰ এক শ্ৰেণীৰ কবিতাত এনে ধৰণৰ বিষয়বস্তুৰেও প্ৰাধান্য লাভ কৰিছে। সংকটকালত দেশৰ বাবে কিবা এটা কৰাৰ আন্তৰিক হাবিয়াস, সাহস, মানসিক শক্তি আদিৰ প্ৰকাশে কবিক এজন দেশহিতৈষীৰ ৰূপত উপস্থাপিত কৰিছে।

*কেন্দ্ৰ ৰাজ্য সম্পৰ্কৰ ঘটে অৱনতি।*
*ভাৰতৰ চৌপাশে জনতা জাগৃতি,*
*পাঞ্জাব, কাশ্মীৰ জাগে অসমৰ হিয়া জ্বলে,*
*বৰো-কাৰ্বি জনগোষ্ঠী সবাৰো যে আত্মনিয়ন্ত্ৰণ ;*
.......... .......... .......... .......... ..........
.......... .......... .......... .......... ..........
*জাগ্ৰত জনতাক জগোৱা আকৌ*
*নৱ ভাৰতক গঢ়ো নতুন অসম সাঁজো।*
*পৃথিৱীৰ চৌপাশে জনাওঁ আকৌ*
*জনতাৰ মুক্তিৰ নিনাদ ;*

ভাৰতে লাভ কৰা তথাকথিত স্বাধীনতাৰ নামত আনন্দত উত্ৰাৱল নহৈ দূৰদৰ্শী কবিয়ে সন্মুখত আহি পৰা কৰ্তব্যৰ প্ৰতিহে সকলোকে সচেতন কৰিবলৈ চেষ্টা কৰিছে। ড° ভট্টাচাৰ্য্য ছাৰৰ নিভাঁজ দেশপ্ৰেমৰ এয়া প্ৰকৃষ্ট চানেকি —

*স্বাধীন শিশুৰ দল*
*ওপৰত উৰে ত্ৰিৰঙ্গ পতাকা*
*তলত দেখোন বাট একা-বেকা*
*অতীত সুঁৱৰি ভীৰুতা পাহৰি*
*আগবাঢ়িবৰ হ'ল —*

সৌন্দৰ্য্যময়ী প্ৰকৃতিৰ একো একোটা ক্ষুদ্ৰ ক্ষুদ্ৰ উপকৰণৰ প্ৰতিও কবিৰ আছে গভীৰ মমতা, সহানুভূতি আৰু সূক্ষ্ম দৃষ্টি। সেয়েহে ফুলনিৰ একোপাহ গোলাপ, একোপাহ শেৱালীৰ প্ৰতি থকা তেখেতৰ সহধৰ্মিতা আৰু স্নেহ-আদৰো কবিতাত সাৰ্থক প্ৰকাশ ঘটিছে।

সময়ৰ গতিশীলতাই মানুহৰ জীৱন-প্ৰৱাহলৈ পৰিবৰ্ত্তন আনিছে। পৰিবৰ্ত্তনশীলতাক কবিয়ে স্বীকাৰ কৰিও লৈছে। তথাপি কবিৰ অন্তৰত কিবা এক অবুজ দুখ। বৰ্তমানলৈকে এৰি অহা সময়বোৰ তেওঁৰ বাবে বেছি ৰঙীণ আৰু আকৰ্ষণীয়। সেয়েহে 'বিজ্ঞান প্ৰমুখী' হৈও কবিৰ মন-প্ৰাণ থাকি যায় বুঢ়ী আইতাৰ সাধু, আম-কঠালৰ বাগান আৰু বাপতি সাহোন ৰঙালী-ভোগালী বিহুৰ মাজতেই। সমাজৰ যান্ত্ৰিক পৰিবৰ্ত্তনে মানুহৰ মানসিকতালৈ অনা অবক্ষয় দেখি তেওঁ সঁচাকৈয়ে চিন্তিত আৰু দ্বিধাগ্ৰস্ত।

*মোৰ আৰু মোৰ দৰে বহুতৰ*
*গএগ্ৰামুখী মনবোৰ লাহে লাহে*
*হ'ল কিয় বিজ্ঞান প্ৰমুখী ?*
*ধৰ্ম কৰ্ম সাহিত্যৰ বেদীত আমি হ'লো*
*ভাৰতীয়, অসমীয়া, সীমা মুৰলীয়া*
*সুখী নে অসুখী, নে বহুদুখী*
*সমস্যাৰে জুৰুলা জুপুৰা অকলশৰীয়া।*

আধুনিক পৃথিৱীত জীয়াই থকাৰ প্ৰয়োজনত সৃষ্টি হোৱা এশ-এবুৰি সমস্যাৰ প্ৰতি কবিৰ আছে সচেতন দৃষ্টি। বাহ্যিক দৃষ্টিত ছাৰক এইবোৰৰ প্ৰতি নিৰ্লিপ্ত যেন লাগিলেও এনে প্ৰদূষিত পৰিবেশে যে তেখেতৰ মনটোক বাৰুকৈয়ে স্পৰ্শ কৰিছে তাৰ সাৰ্থক প্ৰমাণ 'সৰাফুল' ৰ কেইবাটাও কবিতাই দাঙি ধৰিবলৈ সক্ষম হৈছে।

সমাজব্যৱস্থাই মানুহৰ মাজত সৃষ্টি কৰা শ্ৰেণীগত, জাতিগত পাৰ্থক্য দেখি কবি অতি গভীৰভাবে ব্যথিত। তেওঁ বিচাৰে পাৰ্থক্যবিহীন কেৱল মানুহৰ সমাজ। কিন্তু বৰ্তমান সময়ত এনে সমাজ কতো পাবলৈ নাই। শ্মশানেই একমাত্ৰ ঠাই য'ত সকলো মানুহৰে একে স্থান, একে কাম। সেয়েহে কবিৰ বাবে শ্মশান এক প্ৰিয় ঠাই। ধনী-দুখীয়াৰ ভেদ নথকাৰ স্বাৰ্থত শ্মশানকো ভালপাব পৰা কবিৰ মানৱ প্ৰীতিৰ ই অতি উৎকৃষ্টি নিদৰ্শন ঃ

*ৰজা ভিকহুৰ নাই ভিন পৰ,*
*চিতাই সাৱটি ধৰে;*
*তাতেই মানৱে বিশ্বৰ কৰ্ত্তব্য*
*সমূলি পাহৰি পৰে।*
*সকলো সমান জুইৰ মাজত*
*সবাৰো সমান ভাওঁ,*

*জীৱনে-মৰণে, দিঠকে-সপোনে*

*সেয়েহে শ্মশান মই বৰ ভালপাওঁ।*

তিব্বতবৰ্মীয় ভাষাগোষ্ঠীসমূহৰ সৈতে ড°ভট্টাচাৰ্য্য ছাৰৰ সম্পৰ্ক অতি মধুৰ আৰু ঐতিহ্যপূৰ্ণ। এই সকলোৰে ভিতৰত আকৌ বৰোসকলৰ ভাষা-সাহিত্য, সমাজ-সংস্কৃতিৰ সৈতে তেখেতৰ আত্মীয়তা আৰু কিছু বেলেগ পৰ্য্যায়ৰ। তেখেতৰ কবিতায়ো এই মধুৰ সম্পৰ্কৰ কৰা গৌৰৱেৰে ঘোষণা কৰিছে।

*আজিও খেৰায় পূজাৰ মাদল বাজে*

*অসম হাদৰত দেওধনী দিয়ে ভৈৰৱী নাচ*

*দাওজ্‌লা – জুমায় দিছোঁ দেৱতাক*

*তুষ্ট কৰিবৰ বাবে।*

জীৱনৰ অসাৰতা, ক্ষণভঙ্গুৰতাৰ প্ৰতি যেন কবি সদা সচেতন। সেয়েহে সৰাফুলৰ বহুতো কবিতাতেই এক মৃত্যু চেতনাৰ প্ৰকাশ লক্ষ্য কৰা যায়।

কবিতা আৰু ভাষাতত্ত্বৰ গৱেষণা-দুয়োটা বিষয়ৰ মাজত পাৰ্থক্যৰ এক স্পষ্ট সীমাৰেখা বিদ্যমান। প্ৰথমটোত প্ৰাধান্য লাভ কৰে হৃদয়বৃত্তিয়ে আৰু দ্বিতীয়টোত প্ৰাধান্য লভে চিন্তাবৃত্তিয়ে। সেয়েহে এই দুয়োটা কাম একেজন ব্যক্তিৰদ্বাৰা সম্পাদিত হোৱাটো তেখেতৰ ব্যক্তিত্বৰ ভিন্নধৰ্মীৰূপৰে এক উজ্জ্বল সাক্ষী। তদুপৰি কবিতা-সমূহৰ বহুবিবিধা বিষয়বস্তুৱেও কবিৰ চিন্তা-চৰ্চা, ভাৱ-অনুভূতিৰ বহুমুখিতা সুন্দৰভাবে প্ৰকাশ কৰিছে। *সৰাফুলে* ৰচয়িতাৰ বাহ্যিক মূৰ্তিৰ আঁৰত গোপনে লুকাই থকা অনুভূতিসিক্ত হিয়াখনি স্পষ্ট আৰু সাৰ্থক ৰূপত উন্মোচিত হৈছে।



# ড° ভট্টাচাৰ্য্যৰ নান্দনিক ঐশ্বৰ্য্যৰ প্ৰতিফলন

শ্ৰীলীনা ডেকা

তিব্বত বৰ্মীয় ভাষাগোষ্ঠীৰ বিশিষ্ট গৱেষক-পণ্ডিত ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ভাষাতত্ত্বৰ, অসমৰ জনজাতি, অসমৰ সংস্কৃতি আদিৰ চিন্তা-চৰ্চাত ব্ৰতী হ'লেও সৃষ্টিশীল সাহিত্যতো তেওঁৰ দখল আছে। ড°ভট্টাচাৰ্য্যই ভাষা-সাহিত্যৰ জটিল অধ্যয়নৰ মাজত নিৱিষ্ট হৈ থাকিও আৱেগ-অনুভূতিবোৰকো ধৰি ৰাখিছে ছন্দিল ভাষাৰে। তেনে ছন্দোময় ভাষাৰ মূৰ্ত্ত প্ৰকাশ ড°ভট্টাচাৰ্য্যৰ *সৰাফুল*।

*সৰাফুলত* আছে বিভিন্ন সময়ৰ সমসাময়িক ঘটনা প্ৰবাহৰ জ্বলন্ত প্ৰকাশ। কবিৰ ভাৱাবেগৰ পৰিস্ফুৰণ ঘটিছে কাব্যপুথিখনৰ অন্তৰ্গত সাতত্ৰিশটা কবিতাৰ মাজত। লক্ষ্মীনাথ বেজবৰুৱাই কবিতা লিখিছিল 'কবিতা হয় যদি হওক, নহ'লে নাই' এনে ভাৱত। তাৰ মাজতে বেজবৰুৱাৰ কিছু কবিতা অতি উৎকৃষ্ট মানৰ; সেইকথা অসমীয়া পাঠকমাত্ৰেই জানে। কিছু কবিতাই কবিতাৰ সাজপাৰ পিন্ধি ওলাইছে। বেজবৰুৱাৰ এইখিনি কথা ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ক্ষেত্ৰত প্ৰযোজ্য নহয়। তেওঁ 'কবিতা হয় যদি হওক' মনোভাৱেৰে কবিতা লিখা নাই। ড°ভট্টাচাৰ্য্যৰ কবিতা সৃষ্টিৰ আঁৰত আছে মনৰ প্ৰেৰণা।

মানুহৰ চিন্তা আৰু ৰুচিবোধ মানুহভেদে পৃথক পৃথক। এনে ভিন্নমুখী চিন্তাৰ ফলস্বৰূপে কবিতাৰ গতি-প্ৰকৃতিও কবিভেদে পৃথক পৃথক হয়। তথাপিতো এইকথা সৰ্বজনস্বীকৃত যে কবিতাত চিত্ৰিত হয় সত্যৰ প্ৰতিফলন। কবিতাৰ সৃষ্টি হয় এখন হাস্যময় অন্তৰ্জগতৰ তাগিদাৰপৰা। কবিতাত নিহিত হৈ থাকে কবিয়ে অনুভৱ কৰাঃ আত্মপ্ৰকাশৰ তাগিদাৰ কথা। তেনে এক ব্যক্তিগত অনুভৱৰ প্ৰকাশ 'জীৱনৰ ছবি' কবিতাটোত ঃ

*ক'বলই হৃদয়ৰ বিতৃষ্ণা-ভাণ্ডাৰ*
*জীৱনৰ নাই অধিকাৰ;*
*জীৱনৰ বিফলতা জীৱনতে লীন হয়,*
*ছিণ্ডি যায় প্ৰীতি-উপহাৰ। (পৃঃ ৩)*

জীৱনত পদে পদে ব্যৰ্থতা পাইয়ো কবি হতাশ হোৱা নাই। ব্যৰ্থতাতে গঢ়ি তুলিছে কবিয়ে জীৱনৰ ভেটি। কেতিয়াবা দুখত ভাঙি পৰি আৰ্তনাদ কৰি উঠিছে 'ঢালি দিছা বেদনাৰ শত পাৰাপাৰ/মোৰ এই ক্ষুদ্ৰ হৃদয়ত'। ৰুদ্ধ বেদনাত কবিয়ে নিৰলে নীৰৱে কান্দিলেও গৰজি উঠে এনেদৰে :

*বুকুৰ এটোপা তেজ গৰজি উঠে এনেদৰে —*
*লুইতৰ ৰূপালী বালিত,*
*সঙ্গীহীন জীৱনৰ প্ৰহেলিকা হ'ব শেষ*
*সপোনৰ মায়াবী পুৰতীত। (পৃঃ ৪)*

কবি হৃদয়ৰ চিৰন্তন আকুতিয়ে প্ৰকাশৰ বাট বিচাৰোতেই এক কাৰিকৰী পৰিপাট্যৰ মাজত সৃষ্টি হয় কবিতাৰ। কবিতা হৃদয়ৰ সম্পদ; কবিতাই আলোড়ন তোলে হৃদয়ত। কাৰণ কবিতাত থাকে কমনীয়তা, যিয়ে আলোড়িত কৰে অনুভৱক। কবিতাৰ কাব্যিক আবেদন বক্তব্যৰ গভীৰতালৈ নোযোৱাকৈয়ে হৃদয়ক স্পৰ্শ কৰিব পাৰে। 'তোমালৈকে চাই চাই : ৰেলগাড়ীৰ ওপৰত' কবিতাটোত ইয়াৰ স্পষ্ট আভাস পাব পাৰি :

*সন্ধিয়াৰ আৰতিৰ*
*বিদায়ৰ চুমা।*
*উৰ্বৰা পৃথিৱীত*
*সূৰুযৰ শেষ আলিঙ্গন*
*জীৱনৰ বালিচৰ*
*বাৰিষাই দিবহি ধুৱাই*
*আমিও আঁতৰি যাম। (পৃঃ ৫৭-৫৮)*

'আমিও আঁতৰি যাম' — কথাষাৰত শুনা যায় যৌৱনৰ কবি দেৱকান্ত বৰুৱাৰ এই শাশ্বত প্ৰশ্ন 'আমিও মৰহি যাম?' -ৰ প্ৰতিধ্বনি। কবিতাটোত প্ৰেমৰ অভিব্যক্তিৰ মাজতে আছে কঠোৰ বাস্তৱৰ চিত্ৰ এখনি! কৃষকৰ ওপৰত মহাজনৰ শোষণৰ সৰ্বজনবিদিত বাস্তৱ চিত্ৰ (মহাজনে সুতকছা কৰে)।

কবি মনৰ স্বাভাৱিক আনন্দানুভূতিখিনিক ড° ভট্টাচাৰ্য্যই সহজ-সৰলভাৱেই প্ৰকাশ কৰিছে। কবিয়ে কেতিয়াবা নীলিম আকাশত ডাৱৰৰ ছটা হৈ উৰিবলৈ মন কৰে। কিন্তু পিছ মুহূৰ্ত্ততে কবি সজাগ হয়; 'এয়া মাথো বিলাসী কল্পনা' বুলি বাস্তৱৰ নিষ্ঠুৰতাৰ মাজলৈ ঘূৰি আহে।

*হুমুনিয়াহ ভৰা আমাৰ আকাশ*
*ক্ষুধাতুৰ শগুনৰ জাক।*
*আমি পঙ্গু পৃথিৱীত*
*পৰি থকা মৰাশৰ*
*গতিহীন কাৰাবান* (বগাকৈ বগলী : বিমানেৰে উকি; পৃঃ-৫৪)

কবিয়ে বাস্তৱক চিনি পায় আৰু সেয়েহে ৰ'দে বতাহে ঘূৰি ফুৰিয়ো কৰ্তব্যত ৰত হয় ঃ

*জানো মই বাস্তৱৰ কঠোৰ সংঘাত*
*ঘূৰি ফুৰোঁ প্ৰখৰ ৰ'দত*
*শ্ৰান্তহীন, ক্লান্তিহীন যন্ত্ৰৰ দৰেই*
*কৰ্ত্তব্যৰ পিচে পিচে*
*যদিওবা হিয়া কান্দে দুখ-ভাগৰত।*

— ( সৰাফুল পাহি ; পৃঃ ২৭)

সকলো কালৰ সাহিত্যতে প্ৰেম এটা চিৰন্তন বিষয়। ড° ভট্টাচাৰ্য্যৰ 'তুমি' নামৰ কবিতাটিত প্ৰিয়াৰ ৰূপৰ প্ৰতি হেঁপাহ ভৰা ধাউতি আছে। কবিয়ে তেওঁৰ প্ৰণয়ৰ পাত্ৰী মৰমীক বিভিন্ন ধৰণে কল্পনা কৰিছে। সকলো প্ৰেমিকে নিজৰ প্ৰেমিকাক অতিকৈ সুন্দৰী দেখাৰ দৰে কবিয়েও মৰমীক 'অতিকে সুন্দৰ' বুলি স্বীকাৰ কৰিছে। কবিৰ বাবে তেওঁৰ প্ৰেয়সী প্ৰেৰণাৰ পাত্ৰী। সেই প্ৰেয়সীৰ এদিনলৈ দৰ্শন নাপালে কবিৰ হৃদয় ব্যথিত হয়। কবিৰ বাবে প্ৰেয়সী হ'ল 'সপোন কুঁৱৰী', 'চকুৰ মণি', 'কবিতা কুঁৱৰী' আৰু 'হৃদয়ৰ ৰাণী'। কবিৰ চাৰিওফালে প্ৰেয়সীৰে ছবি। আনকি চকু মুদিলেও প্ৰেয়সীয়ে আহি ধৰা দিয়েহি ঃ

*মোৰ চাৰিওফালে মাথো*
*তোমাৰে মূৰতি*
*চকু মুদিলেই দেখোঁ*
*তোমাৰ ৰূপটি।*

ৰমন্যাসিক কবিতাত প্ৰেম এক মুখ্য অংগ। ড° ভট্টাচাৰ্য্যৰ দুই এটি কবিতা এনে ৰমন্যাসিক গুণেৰে ভৰপূৰ। ৰমন্যাসিক কবিসকলে পৃথিৱীৰ সকলো সুন্দৰ বস্তুতে প্ৰেয়সীৰ ৰূপ-সাদৃশ্য বা প্ৰেয়সীৰ অস্তিত্ব অনুভৱ কৰে। কবি ভট্টাচাৰ্য্যৰ কবিতাতো আছে প্ৰেয়সীৰ ৰূপ-ধ্যানৰ অপৰূপ বৰ্ণনা। এনে কবিতাসমূহত আছে কবিৰ ব্যক্তি প্ৰাণৰ বাতৰি।

প্ৰেমত আনন্দৰ লগত বিষাদো আছে। প্ৰিয়াৰ বিৰহে কবিৰ প্ৰাণত হাঁহাকাৰৰ সৃষ্টি কৰে। এনে ভগ্ন হৃদয়ৰ হাঁহাকাৰৰ প্ৰতিফলন ড° ভট্টাচাৰ্য্যৰ কবিতাতো আছে। তেওঁৰ 'বিৰহৰ মাজনিশা' এটি এনে ধৰণৰ কবিতা। কবিৰ বিৰহী প্ৰাণৰ হাহাকাৰৰ প্ৰতিফলন থাকিলেও সঁচা অনুভূতি কবিতাত কিমানখিনি, সন্দেহৰ বিষয়। নতুনত্ববৰ্জিত ই এটা গতানুগতিক বিৰহৰ কবিতা। 'ৰঙালী-বিহুৰ দিনা' কবিতাটিত কবিৰ প্ৰেমময় জীৱনৰ মধুৰ চিত্ৰ এখনিৰ বৰ্ণনা আছে।

অসমীয়া কবিতাত শৰতৰ ৰূপ ৰস নানাভাৱে প্ৰকাশ পাইছে। শৰতে কি আনে? শৰতে প্ৰকৃতি জগতলৈ নিৰ্মল সৌন্দৰ্য্য লৈ অহাৰ লগে লগে মানুহৰ

হিয়া-মনতো আনন্দৰ জোঁৱাৰ তোলে। কবি ভট্টাচাৰ্য্যৰ 'শৰতৰ আবেলিয়ে কি বতৰা দিলে' কবিতাত এনে ভাবৰ প্ৰতিফলন লক্ষ্য কৰা যায় ঃ

*প্ৰকৃতিৰ হিয়া মন বসন্তযুৰীয়া শোভাৰাশি*
*মানুহৰো হিয়া মন দিছে বা উজাৰি* (পৃঃ ৪২)

একেদৰে শীতৰ বৰ্ণনাও কবি ভট্টাচাৰ্য্যৰ কবিতাত উজ্জ্বল। 'কুৱলীয়ে আচ্ছন্ন' কৰা শীতৰ শীতল ৰাতিবোৰে মনবোৰ গধুৰ কৰি তোলাৰ মাজতে কবিয়ে অংগীকাৰ কৰে 'শীতৰ জড়তা ভাঙি কৰোঁ অংগীকাৰ / জনগণ জাগৃতিৰে নৱ ভাৰতত / সোণৰ অসম সাজোঁ সম মৰ্য্যাদাৰ / বিপ্লৱৰ অগ্নিমন্ত্ৰ ঘোষো বাৰম্বাৰ'। (শীতৰ শীতল ৰাতি', পৃঃ ৪৮)

সৰ্বসাধাৰণৰ দৃষ্টিত যিটো ভয়াবহ বা দুখৰ কাৰণ, কবিৰ মানত সেইটোও কেতিয়াবা সুখ বা আনন্দৰ কাৰণ হ'ব পাৰে। জনসাধাৰণৰ মনত ভীতিৰ সঞ্চাৰ কৰা শ্মশানক কবিয়ে ভালপাওঁ বুলি ক'লে সেয়েহে আচৰিত হ'বলগীয়া একো নাই। 'শ্মশান' শব্দটোৰ সৈতে জড়িত হৈ থাকে আত্মীয়-স্বজন, বন্ধু-বান্ধৱ বা প্ৰিয়জনৰ দুখৰ মুহূৰ্ত্ত। জীয়াই থকাকালত পৃথিৱীত মানুহে বিভিন্ন ভাও দিয়ে; উচ্চ-নীচ, ধনী-দুখীয়া নানান বিভাজনৰ সৃষ্টি হয়। অথচ শ্মশানত 'ৰজা ভিকহুৰ নাই ভিনপৰ'। কবিৰ ভাষাত ঃ

*সকলো সমান জুইৰ মাজত*
*সবাৰো সমানে ভাও,*
*জীৱনে মৰণে দিঠকে-সপোনে*
*সেয়েহে শ্মশান মই বৰ ভাল পাওঁ।* (পৃঃ ১৭)

এই শ্মশান-প্ৰীতিৰ অতি সহজ গ্ৰহণযোগ্য কাৰণ এটিও 'সেয়েহে শ্মশান মই বৰ ভালপাওঁ' কবিতাটোত কবিয়ে দাঙি ধৰিছে। এনে সহজ সৰল প্ৰকাশ ভংগীৰ বাবে কবিতাটোৰ সৌন্দৰ্য্য আৰু আকৰ্ষণ সদায়ে থাকিব।

এই পৃথিৱীত প্ৰত্যেকেই কিবা নহয় কিবা দান কৰিছে। বতাহে যিদৰে ফুলৰ বাতৰি বিয়পাই দিয়ে, আকাশে একেদৰে বিলায় তৰাৰ বাতৰি। নদীয়ে দিয়ে পানীৰ বাতৰি। পৃথিৱীৰ প্ৰত্যেকটো বস্তুৱে এইদৰে কিবা নহয় কিবা দান কৰে। এই পৰিপ্ৰেক্ষিতত কবিয়ে নিজকে প্ৰশ্ন কৰিছে 'মইনো বিলাম কি'? এই বিশাল বিশ্বত বিলাই দিবলৈ কবিৰ যেন অন্য আৰু একো নাই। নিজৰ মৃত্যুৰ বাতৰিকে বিলাই দিয়াৰ দৰে নিষ্ঠুৰ কথাষাৰ ক'লেও পাঠকসমাজে জানে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যদেৱে ইতিমধ্যে নিজস্ব অধ্যয়নৰ ফচল, জ্ঞান-গৰিমা ভালেখিনি বিলাই আছে। ভাষা-সাহিত্যৰ একনিষ্ঠ গৱেষক পণ্ডিত হিচাপে, লোক-সাহিত্য-সংস্কৃতিৰ সাধক হিচাপে ড° ভট্টাচাৰ্য্যই কেবাখনো উৎকৃষ্ট গ্ৰন্থ ইতিমধ্যে উপহাৰ দিছে।

এই সুন্দৰ পৃথিৱীখন মানুহেই যে অসুন্দৰ কৰি তোলে, তেনে এক অশান্তিৰ ভাৱ ড° ভট্টাচাৰ্য্যৰ কবিতাত আছে। মুখেৰে সাম্য-মৈত্ৰী-ভাতৃত্বৰ জয়গান গাই উচ্চ-নীচ, জাত-কুল, ধনী-দুখীয়াৰ শ্ৰেণীবিভাজন অনা ভণ্ড মানুহেৰে ভৰি আছে এই পৃথিৱী। এনে আশাহত যুগৰ হুমুনিয়াহৰ ছবি 'পৃথিৱীখনি বুঢ়ী হৈ গ'ল' কবিতাত স্পষ্ট। কবিৰ ভাষাত ঃ

*আমি পিন্ধো ভণ্ডামিৰ মুখা*
*সমাজৰ ৰঙ্গশালাত,*
*মুখত অমৃত, হৃদয়ত ৰাখো হলাহল।* (পৃঃ ৭১)

— এইখন পৃথিৱীত চলি আছে অন্যায়-দুৰ্নীতি-অবিচাৰ; পদে পদে শংকিত হ'লেও কবি ভট্টাচাৰ্য্য কিন্তু আশাবাদী। তেওঁৰ হৃদয়ত এতিয়াও 'নতুন সৃষ্টিৰ উন্মাদনা আছে'। এয়া নিশ্চয় শুভ লক্ষণ। পূৰ্বসূৰী কবিসকলৰ প্ৰেৰণাই ভট্টাচাৰ্য্যক কাব্য চৰ্চাত সহায়তা কৰিছে; সেই কথা কবি ভট্টাচাৰ্য্যই *সৰাফুল* কবিতা সংকলনখনৰ পাতনিত নিজেই স্বীকাৰ কৰিছে। দুই এটি কবিতাত হেমচন্দ্ৰ গোস্বামী আৰু দেৱকান্ত বৰুৱাৰ প্ৰভাৱো স্পষ্ট। যেনে ঃ

*ফুল ফুলে সৰি যায় শুকায় বননি*
*বসন্তৰ কুঁহিপাত ৰ'দত লেৰেলে।*
\+ + + + (হেম চন্দ্ৰ গোস্বামী)
*ফুলে ফুলে সৌৰভ বিলায়*
*আবেলি লেৰেলি যায় সন্ধিয়া শুকায়।*

আকৌ,

*মাজনিশা সাৰপাই শুনিছানে কেতিয়াবা কেতেকীৰ*
*হিয়া ভগা মাত ?*
\+ + + +
*মাজনিশা সাৰ পাই*
*শুনিছো বহুতবাৰ*
*দূৰণিৰ বিহগীৰ ভাঁহি অহা সুৰ*

কবিৰূপে তেওঁৰ দক্ষতা বৰ বেছিকৈ প্ৰকাশ পোৱা নাই যদিও দুই-এটি কবিতাৰ মাজত ৰচনাৰ বিশিষ্টতা তথা সৌন্দৰ্য্য প্ৰতিভাত হৈ উঠাতো বিশেষভাৱে লক্ষ্যণীয়। মনৰ প্ৰেৰণাতে কবি ভট্টাচাৰ্য্যই মনৰ ভাৱবোৰক কবিতাৰ মাজত ধৰি ৰাখিছে । ●

# বৰো ভাষাৰ গৱেষণা আৰু প্ৰথম গৱেষণা গ্ৰন্থ

শ্ৰীসত্যেন্দ্ৰ নাৰায়ণ গোস্বামী

[১]

পৃথিৱীৰ ভাষা সমূহৰ মাজত চীন-তিব্বত গোষ্ঠীৰ এটি প্ৰধান শাখা তিব্বত-বৰ্মীৰ অন্যতম উপশাখা বডো-নাগাৰে এটি ভাগ বৰো। সেই বৰোৰ অন্তৰ্ভুক্ত কথিত ভাষাকেইটাৰ ভিতৰত বৰো বা বৰো কছাৰী, ডিমাচা, গাৰো, ৰাভা, লালুং বা তিৱা, সোণোৱাল, তিপ্ৰা বা কক্‌বৰক্, ইত্যাদি লেখত লবলগীয়া ভাষা। এই আটাইকেউটা ভাষাৰ ভিতৰত বৰো ভাষাটোৱে বেছি চহকী। এই ভাষা-ভাষী মানুহৰ সংখ্যা অসমতে সৰহ। এই ভাষাটোৱে লিখিত ভাষাৰ মৰ্য্যাদা পাবৰ আজি আশী বছৰ মানহে হ'ল। 'বিবাৰ' নামৰ এখন আলোচনীয়েই 'বেঙ্গো-আছামিজ' লিপিত লিখা প্ৰথম বৰো কিতাপ। ইয়াৰ আগতে ইংৰাজী ভাষাত লিখা বৰোৰ পৰিচয় মূলক কিতাপ প্ৰবন্ধ আদি ওলাইছিল। স্বাধীনতা লাভৰ পৰৱৰ্তী কালছোৱাত ই প্ৰথমে অসমীয়া লিপি আৰু পিছত দেৱনাগৰী লিপিত স্কুল-কলেজৰ পাঠ্যপুথিৰ যোগেদি বৰো ভাষাটো উন্নতিৰ জখলাত এখোপ দুখোপকৈ আগুৱাই আহি বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ত এম. এ. মহলাত ঠাই পোৱাৰ পিছত আমাৰ সংবিধানতো ৮ম অনুসূচীৰ অন্তৰ্ভুক্ত হৈছে। সেই হিচাপে কিন্তু বৰো ভাষাত লিখা কিতাপ পাতিৰ সংখ্যা যথেষ্ট নহয়, যিবোৰ আছে সেইবোৰ অসমীয়া আৰু দেৱনাগৰী দুটা লিপিত প্ৰকাশ পাইছে। যিয়েই নহওক তিব্বতবৰ্মী ভাষাবোৰৰ ভিতৰত বৰো চহকী ভাষা। ইয়াৰ পিছতে ঠাই পাব গাৰো, কক্‌বৰক্ আৰু চেমা-আও-আঙ্গামি আদি কেইটামান নগা ভাষাই। বৰো ভাষাই আমাৰ ভাষা চৰ্চাকাৰীসকলৰ দৃষ্টি আকৰ্ষণ কৰে ড° বাণীকান্ত কাকতিৰ ইংৰাজীত লিখা 'অসমীয়া ভাষাৰ গঠন আৰু বিকাশ' গ্ৰন্থখনৰ প্ৰকাশ হোৱাৰ পাছত। তেওঁ অসমীয়া ভাষাৰ লগত বৰোকে ধৰি সেই জাতীয় অন্যান্য ভাষাৰ লগত সম্পৰ্কৰ বিষয়ে উল্লেখ কৰি গৈছিল। তেওঁৰ তেনে এটা অনুমানৰ সত্যাসত্য জনাৰ আগ্ৰহেৰে পৰৱৰ্তীকালত

বৰো আৰু আন আন জনজাতীয় ভাষাৰ চিন্তা চৰ্চা কৰিবলৈ কেইবাগৰাকীও গৱেষকে আগবাঢ়ি আহিছে। এই ক্ষেত্রত ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ ভূমিকাৰ কথা পোনতে আমাৰ মনলৈ আহে। কিয়নো তেৰেঁই প্ৰথমতে এনেকুৱা ধৰণৰ বিষয়ত গৱেষণাৰ বাবে ইচ্ছুক মেধাৱী ছাত্র-ছাত্রীক উদ্‌গণি দিছিল। সেই সকল গৱেষকৰ ভিতৰত ড° বৰুৱাৰ প্ৰিয় ছাত্র প্রফুল্ল দত্ত গোস্বামী আৰু প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য প্ৰথম দুগৰাকী গৱেষক। পোনতে ভট্টাচাৰ্য্যই ড° বাণীকান্ত কাকতিৰ তত্ত্বাৱধানত অসম চৰকাৰৰ গৱেষণা বৃত্তি লৈ গুৱাহাটী বিশ্ববিদ্যালয়ত ডক্টৰেটৰ বাবে *A Descriptive Analysis of the Boro Language* শীৰ্ষক বিষয়ৰ ওপৰত গৱেষণা কৰিবলৈ ধৰিলে। পিছে, তেওঁ কাম আৰম্ভ কৰাৰ অলপ দিনৰ পিছতে ড° কাকতিৰ দেহান্তৰ ঘটিল। তেতিয়া ভট্টাচাৰ্য্যৰ পানীত হাঁহ নচৰা অৱস্থা। ড° বৰুৱাই ত্ৰাণকৰ্তাৰ ভূমিকা লৈ তেওঁক নানাভাৱে উৎসাহিত কৰিব ধৰিলে। ভট্টাচাৰ্য্য ৰক্ষণশীল বামুণৰ ল'ৰা, বৰো ভাষাৰ বিষয়ে একোকে নাজানে, কেবাজনো বৰো ডেকাৰ সহায়ত ভাষাটো শিকি লোৱাই নহয়, একেবাৰে সলসলীয়াকৈ কব পৰা হ'ল। বৰো গাঁৱত তেওঁৰ লগত বৰো ভাষাত কথা পাতি ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলোৱে তাজ্জৱ মানি বুকুৰ কুটুমৰ দৰে সাৱটি ললে। এনেকৈয়ে বৰো ভাষাটোৰ ভিতৰ-বাহিৰ জানি বুজি শিকি লোৱাৰ পিছত তাৰ ভাষাতাত্ত্বিক দিশটোৰ বিচাৰ-বিশ্লেষণত মনযোগ দিলে। পিছে, গুৰিতে যি পয়মালৰ সৃষ্টি হৈছিল সি কিন্তু সহজে এৰা নিদিলে। কামটোৰ আধৰুৱা অৱস্থাতে ড° বৰুৱায়ো আকস্মিকভাৱে সংসাৰৰ পৰা চিৰ বিদায় ল'লে। তেতিয়া এটা বিশেষ পৰিস্থিতিত গৱেষণাৰ কামটোৰ পূৰ্ণতাৰ কাৰণে এই প্ৰবন্ধ লিখকৰ সহযোগত ভট্টাচাৰ্য্যই কলিকতা বিশ্ববিদ্যালয়ৰ ভাৰতীয় ভাষাতত্ত্ব আৰু ধ্বনিবিজ্ঞানৰ খয়ৰা প্রফেছাৰ ড° সুকুমাৰ সেনৰ লগত যোগাযোগ কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ অনুমোদনক্ৰমে গৱেষণাকৰ্মটো সম্পূৰ্ণ কৰাৰ সুবিধা লাভ কৰে। মোৰ এম. এ. আৰু গৱেষণাৰ গুৰুৰ লগত সেই সম্পৰ্ক সূত্ৰেই ভট্টাচাৰ্য্যৰ লগত মোৰো ঘৰুৱা সম্পৰ্ক গঢ়ি উঠিল। ভট্টাচাৰ্য্যৰ বৰো ভাষাৰ গৱেষণা গ্ৰন্থখনি সম্পূৰ্ণ হ'ল আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ডি. ফিল. (আদিতে ডক্টৰেটৰ বাবে ডি. ফিল. আৰু সেই নামটো পাছত পি. এইচ. ডি.) ডিগ্ৰীও (১৯৬৫) পালে। বৰো ভাষাৰ গৱেষণাত ভট্টাচাৰ্য্যৰ লটিঘটি সম্পৰ্কে জনাটো দৰ্কাৰ বুলিয়ে এই প্ৰসঙ্গত উল্লেখ কৰা হ'ল। আজি কালি কিন্তু ইউৰোপ-আমেৰিকাৰ নীতিৰে ভাষাটো কবলৈ, বুজিবলৈ, নিশিকাকৈয়ে সূচকৰ (Informant) সহায়ত কিতাপ পাতিৰ আলমত একো একোটা ভাষাৰ গৱেষণা কৰি বিদ্বৎ সমাজত প্ৰতিষ্ঠা লাভ কৰি আহিছে। অসম মুলুকত প্ৰথম অৱস্থাত বৰো ভাষাৰ গৱেষণাত কিন্তু তেনে উপৰুৱা ধৰণৰ চিন্তা-চৰ্চা হোৱা নাছিল। আমাৰ জনজাতীয় ভাষাৰ বিশেষকৈ আদি পৰ্য্যায়ত বৰো ভাষাৰ গৱেষণা কৰ্মত কিমান আহুকাল

আছিল এই বৰ্ণনাৰ পৰাই তাৰ এটা আভাস পোৱা যায়। প্ৰথম গৱেষণা প্ৰস্তুতিপৰ্বৰ কেনে অসুবিধা আছিল, গৱেষকে কেনে পৰিস্থিতিৰ সন্মুখীন হৈছিল চমুকৈ উল্লেখ কৰা হ'ল।

[২]

বৰো ভাষাৰ প্ৰথম গৱেষণা গ্ৰন্থখনেই হ'ল *A Descriptive Analysis of the Boro Language*। এইখন ইংৰাজী ভাষাত লিখা প্ৰায় চাৰিশ পিঠিৰ বুজন আকাৰৰ আটকধুনীয়া গ্ৰন্থ। গুৱাহাটী বিশ্ববিদ্যালয়ৰদ্বাৰা প্ৰকাশিত এখনি অতি আপুৰুগীয়া পুথি। ড° ভট্টাচাৰ্য্যৰ এইখনৰ আগতে বৰো ভাষাৰ বিষয়ে লিখা পুথি মাত্ৰ তিনিখন ঃ জৰ্জ আব্ৰাহাম গ্ৰীয়াৰ্ছনৰ *লিঙ্গুইষ্টিক চাৰ্ভে অব ইণ্ডিয়া,* ইয়াৰ ৩য় খণ্ডৰ ২য় অংশত এই ভাষাৰ বিষয়ে ৪৮ পৃষ্ঠা জোৰা বৰ্ণনা আছে। বীৰেন্দ্ৰ নাৰায়ণ বিচ্‌মিথ ৰচিত *কছাৰী মাতৃভাষা* (খোচাৰি বিমা খথা) চাৰিশ পিঠিৰ পুথিখন আৰু মোহিনী মোহন ব্ৰহ্মাৰ *'বড়ো ভাষা শিক্ষা'* ওঠৰ পিঠিৰ পুথিখনৰ কথা এই প্ৰসঙ্গত মনলৈ আহে। পূৰ্বৰ এই তিনি ঠাইত বৰো ভাষাৰ ব্যাকৰণৰ সাধাৰণ পৰিচয়ৰ বাহিৰে আন বিশেষ একোৱেই নাই। ৰেভাৰেণ্ড এচ. এনদেলৰ দৰঙৰ কথিত বৰোৰ ওপৰত লিখা এখন সৰু ব্যাকৰণ আছে। ড°ভট্টাচাৰ্য্যই সেইবাবে ভাষাতত্ত্বৰ অন্যান্য গৱেষণা গ্ৰন্থৰ আকাৰ-প্ৰকাৰৰ লগতে আধুনিক ভাষাবিজ্ঞানৰ গৱেষণা পদ্ধতিৰ নীতি অনুসৰি বৰোভাষাৰ গৱেষণা কৰ্মত মন দিয়ে আৰু প্ৰথমতে ভাষাটো শিকি বুজি লোৱাৰ পাছত কবলৈকো শিকি ল'লে। কিয়নো বৰোৰ লিখিত নিদৰ্শন তেনেই কম, নোহোৱাৰ নিচিনাই। তদুপৰি ভাষাটো মূলতঃ কথ্য ৰূপতহে প্ৰবৰ্তি আছিল। সেই কাৰণে তেওঁ বৰো ভাষা ভাষী কেবাজনো উৎসাহী লোকৰ সহায়ত ভাষাটো কব পৰা হ'ল। এইদৰে তেওঁ বৰো ভাষাত বিশেষ পাৰদৰ্শিতা লাভ কৰিছিল বিস্তৃত ক্ষেত্ৰ অধ্যয়নৰ ফলত।

তেওঁ গ্ৰন্থখন যুগুতাওঁতে সুন্দৰ ভাৱে আঁচনি কৰি লৈছিল। ইয়াৰ তিনিটা মুখ্য অংশ বা বিষয় – ধ্বনিতত্ত্ব, ৰূপতত্ত্ব আৰু বাক্যৰীতি। আকৌ ইয়াৰ আনুসঙ্গিক প্ৰধান বিষয় দুটা ঃ অৱতৰণিকা আৰু গ্ৰন্থপঞ্জী। গৱেষণা গ্ৰন্থ বুলিয়ে নহয় আচলতে যি কোনো বিষয়ৰ পুথি ৰচনাত হাত দিওঁতে তাৰ এটা পৰিকল্পনা অৰ্থাৎ স্কীমকৰি লোৱা দৰ্কাৰ। গৱেষণা গ্ৰন্থ প্ৰণয়নত যে সেইটো প্ৰথম প্ৰধান কাম। ভট্টাচাৰ্য্যই আঁচনি মতে কামত ধৰিলে। পুথিৰ ভিতৰত বৰো শব্দ লিখোঁতে প্ৰয়োগ কৰা ধ্বনি লিপিৰ তালিকাখন যথাযথ ভাৱে আৰম্ভণিতে সন্নিবিষ্ট কৰি গৱেষণাকৰ্মৰ লক্ষ্য তথা অভিপ্ৰায়, সমল সংগ্ৰহৰ ঠাই আৰু সহযোগী ব্যক্তি, সমল সংগ্ৰহ

পদ্ধতি, বৰো ভাষাৰ আঁতি গুৰিৰ সংক্ষিপ্ত পৰিচয়, বৰোভাষীৰ বসবাস, বৰোভাষাৰ আঞ্চলিক কথ্যৰূপ তথা উপভাষা, বৰোৰ গোষ্ঠীগত সংবাদ, বৰোৰ লিপি আৰু সাহিত্য আৰু বৰো সংস্কৃতিৰ বিষয়ে থূলমূলভাৱে গৱেষণাৰ বিষয়ৰ লগত সঙ্গতিপূৰ্ণ এটা অৰ্থবহ বিৱৰণ দিয়াৰ লগতে এই অধ্যয়নৰ আৱশ্যকতাৰ বিষয়েও এটা তাৎপৰ্য্যপূৰ্ণ টোকাৰে সামৰণি মাৰি প্ৰায় উনৈশ পিঠি দীঘলীয়া অৱতৰণি কাটি যুগুতাইছে। ইয়াৰে 'বৰো ভাষী সম্প্ৰদায়'ৰ অন্তৰ্গত কথাখিনিৰ আঁত ধৰি বিচাৰ-বিশ্লেষণ কৰিবলৈ যথেষ্ট ঠাই আছে; আজিৰ সামাজিক আৰু ৰাজনৈতিক পৰিস্থিতিত ইয়াৰ প্ৰয়োজনো হৈ পৰিছে। ড° ভট্টাচাৰ্য্যৰ গৱেষণা- গ্ৰন্থত উনুকিওৱা এইটো বিষয়ৰ পৰা উঠি অহা ভাষানুৰাগী সকল উপকৃত হোৱাৰ সম্ভাৱনা মন কৰিব লগীয়া কথা। একেদৰে উপভাষা বিষয়ক কথাৰ আলমতো গভীৰ অন্তৰ্মুখী অধ্যয়নৰ ঠাই আছে। সেই কথা আঞ্চলিক ভাষাবোৰৰ যোগেদি বৰোভাষাত উচ্চাৰণৰ ব্যতিক্ৰমও অৰ্থাৎ বিকৃত ৰূপত যে বহু আৰ্য্যভাষা যেনে অসমীয়া, বঙলা ভাষাৰ উপাদান সোমাই পৰিছে সেইবোৰো দেখুৱাব পাৰি। এইটোবো ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰ গৱেষণা গ্ৰন্থৰে পৰোক্ষ ভাৱে দিয়া চমৎকাৰ ইঙ্গিত বুলিবৰ মন যায়। সেইদৰে সংস্কৃতিৰ বিষয়টোৱেও বৰোভাষী আৰু অসমীয়াভাষী অৰ্থাৎ বৰোজনজাতি আৰু অজনজাতিৰ অসমীয়া সংস্কৃতিৰ পাৰস্পৰিক আদান-প্ৰদানৰ সূক্ষ্মবিচাৰ বিশ্লেষণৰ লগত উৎসৱ-পৰ্ব সম্পৰ্কীয় গভীৰ চিন্তা-চৰ্চাৰ প্ৰতিও আঙুলিয়াই যোৱা দেখা যায়। বৰোজাতি আৰু ভাষাৰ সমৃদ্ধিৰ সংক্ষিপ্ত আভাস লগতে ভিন্ন ভিন্ন দিশৰ অধ্যয়নৰ ইঙ্গিতপূৰ্ণ মন্তব্যৰ কাৰণে 'অৱতৰণিকা'টো যি কোনো অধ্যয়ন নিয়ত লোকৰ বাবে উপাদেয় বুলি ক'ব পাৰি। এনেবোৰ কথাৰ মাজতে গৱেষণা কৰ্মৰ সাৰ্থকতা চকুত পৰে।

ধ্বনিতত্ত্ব আৰু বিশিষ্ট ধ্বনি শিতানত বৰোভাষাৰ তেৰটা ব্যঞ্জন, তিনিটা অৰ্ধস্বৰ আৰু ছটা স্বৰধ্বনিৰ বিচাৰ বিশ্লেষণৰদ্বাৰা বৰ্ণনামূলক দৃষ্টিভঙ্গীৰে এটা বিস্তৃত আলোচনা যুগুত কৰিছে। ইয়াৰ লগতে বৰোভাষাত ক্ষেত্ৰ অধ্যয়নত শ্ৰুতলিপি পদ্ধতিৰে আহৰণ কৰা তথ্যৰ আধাৰত ড° ভট্টাচাৰ্য্যই ফঁহিয়াই উলিওৱা চাৰিপ্ৰকাৰ সুৰ তথা লহৰৰ কথাও যথাযথভাৱে আলোচনা কৰিছে। বৰো ভাষাৰ গুৰুত্বপূৰ্ণ কথাটো হ'ল ইয়াত থকা লহৰ, তাক বাদ দিলে ভাষাটোৰ ধ্বনিগত, ৰূপগত অধ্যয়নৰ কোনো অস্তিত্বই নাথাকে। প্ৰতিটো ধ্বনিৰ শব্দত ক'ত কেনেভাৱে ব্যৱহৃত হয় সেই বিষয়েও প্ৰচুৰ উদাহৰণ দাঙি ধৰি আলোচনা কৰা বাবে তাক বুজিবলৈ সহজ হৈ পৰিছে। ব্যঞ্জনৰ দৰে স্বৰধ্বনিৰ বিশ্লেষণধৰ্মী বৰ্ণনাও মনোগ্ৰাহী হৈছে। ড° ভট্টাচাৰ্য্য এই বিশ্লেষণত ষোল অনাই সন্তুষ্ট হ'ব পৰা নাছিল কাৰণেই ইয়াৰ অধ্যয়নত *'application of instrumental analytical proceedures to determine the Boro phonemes'* কথাষাৰ উল্লেখ কৰি

গৈছে। তদুপৰি তেওঁৰ এই অধ্যয়নৰ ক্ষেত্ৰ অধ্যয়নৰ প্ৰধান অঞ্চলটো আছিল অবিভক্ত উত্তৰ কামৰূপ জিলাৰ ৰঙিয়া-তামুলপুৰ-বৰমা-বাস্কা অঞ্চল। অৱশ্যে গোৱালপাৰাৰ আন আন অঞ্চলৰ লগতো কিছু যোগাযোগৰ কথা তেওঁ উল্লেখ কৰি গৈছে। একেদৰে তেওঁ প্ৰত্যয়-বিভক্তিৰ বিষয়েও আলোচনা কৰিছে। তিৰ্য্যকৰূপগ্ৰামতত্ত্ব (Morphophonemics) শিতানত; অৱশ্যে এই আলোচনাত দৃষ্টান্তসহ ব্যাখ্যা দাঙি ধৰিলেও সি কিছু চুম্বক হৈ পৰিছে। পৰৱৰ্তী এটা উল্লেখযোগ্য বিষয় ৰূপগ্ৰামৰ (Morphemics) বিশ্লেষণ। তাৰ গঠন সম্পৰ্কে বদ্ধ আৰু মুক্ত দুয়োটা দিশৰে দৃষ্টান্তসহ এক তাৎপৰ্য্যপূৰ্ণ আলোচনা দাঙি ধৰিছে। এই শিতানৰ সকলো দিশ সামৰি কৰা আলোচনাত বিতৰণ ভিত্তিক ৰূপগ্ৰামৰ প্ৰকাৰভেদ, ৰূপতাত্ত্বিক গঠনৰ প্ৰকাৰ আদিৰ বিষয়েও যথাযথভাৱে ফঁহিয়াই দেখুৱাবলৈ যত্ন কৰিছে। গৱেষকে কঠিন বিষয়বোৰো যথাসাধ্যে বিচাৰ কৰাৰ চেষ্টা কৰিছে।

'ৰূপতত্ত্ব –শব্দব্যাকৰণ' শীৰ্ষক আলোচনাৰ অন্তৰ্গত ড° ভট্টাচাৰ্য্যই বিশেষ্য, সৰ্বনাম, সংখ্যা তথা গণনা, ক্ৰিয়া, বিশেষণ, অব্যয় আদি বিষয়বোৰ সামৰি লোৱাৰ প্ৰয়াস কৰিছে। সেইবোৰ প্ৰণালীবদ্ধভাৱে সজাই প্ৰতিটো বিষয়ৰ প্ৰয়োজন অনুসৰি উদাহৰণসহ আলোচনা কৰা দেখা যায়। প্ৰসঙ্গক্ৰমে সম্বন্ধসূচক সৰ্বনামত পুৰুষ অনুসৰি ব্যৱহাৰ হোৱা পৃথক পৃথক প্ৰত্যয়বোৰো স্পষ্টভাৱে ফঁহিয়াই দেখুৱাইছে। সৰ্বনামৰ বিশ্লেষণ যথেষ্ট বিস্তৃত আৰু অতি স্পষ্ট। একৰপৰা এশলৈকে সংখ্যাবোৰ বৰোত কেনেভাৱে আছে তাৰ পৰিচয় দেখুৱাৰ উপৰিও সংখ্যাগত 'ক্লাছিফায়া'ৰ আৰু প্ৰত্যয়বোৰৰ প্ৰয়োগ উদাহৰণ সহ ফঁহিয়াবলৈ যত্ন কৰিছে। ক্ৰিয়াপদৰ ধাতুৰ ব্যৱহাৰ হোৱা ব্যুৎপত্তিমূলক প্ৰত্যয়ৰ আলোচনাটিও যথেষ্ট বৈশিষ্ট্যপূৰ্ণ আৰু ভাষাটোৰ বাবেও এক সম্পদ। তেনে প্ৰত্যয়ৰ প্ৰয়োগ তেওঁ সুন্দৰভাৱে বৰ্ণনা কৰিবলৈ সক্ষম হৈছে। ক্ৰিয়াপদৰ ধাতুৰ উপৰিও কাল অনুসৰি ক্ৰিয়াবিভক্তি নিষেধাৰ্থক ক্ৰিয়া, আদিৰ বৰ্ণনামূলক বিশ্লেষণ পদ্ধতিৰ আলোচনায়ো পঢ়ুৱৈ সমাজৰ মনত আনন্দৰ খোৰাক যোগাব বুলিব পাৰি।

বাক্যৰীতি শিতানটিও পুথিখনৰ এটা মন কৰিব লগীয়া বিষয়। বাক্যাংশ, খণ্ডবাক্যৰ উপৰিও বাক্যৰ শ্ৰেণীবিভাগ বৰোভাষাৰ পৰা আহৰণ কৰা উদাহৰণসহ দাঙি ধৰিবলৈ যত্ন কৰিছে। অৱশ্যে এই শিতানৰ আলোচনা তেনেই সংক্ষেপ। বাক্য ৰীতিৰ আলোচনাত যৌগিক বাক্যৰ যিবোৰ নিদৰ্শন দেখুৱা হৈছে সেয়া দৰাচলতে অন্যান্য ভাষাৰ প্ৰভাৱৰ ফলহে। কিয়নো অন্যান্য তিব্বত-বৰ্মী ভাষাৰ দৰে অৰ্থাৎ জনজাতীয় ভাষাবোৰৰদৰে বৰোৰ বাক্য গঠনৰীতি সদায় সৰল। সৰল বাক্য ভিন্ন যৌগিক বাক্যৰ প্ৰয়োগ এইবোৰ ভাষাত আন ভাষাৰ প্ৰভাৱত কম পৰিমাণে ব্যৱহৃত হোৱা দেখা যায়। বৰো ভাষা তাৰ ব্যতিক্ৰম নহয়। সেই কথাৰ

উল্লেখ নাই। ড° ভট্টাচাৰ্য্যই বৰো ভাষাৰ যিটো কথিত ৰূপ পাইছে তাৰহে বিশ্লেষণ কৰিবলৈ প্ৰয়াস কৰিছে; বৰো ভাষাত অন্যান্য কোন ভাষাৰ ক'ত কেনে ভাৱে কি কি উপাদান সোমাইছে কিম্বা বাহিৰৰ ভাষাৰ পৰা কেনে ধৰণৰ প্ৰভাৱ পৰিছে সেইবোৰ তেওঁৰ এই বিশ্লেষণত উল্লেখ কৰাৰ তিমান সুবিধা নাই। তৎ সত্বেও বৰো ভাষাগত সততে ব্যৱহৃত হোৱা অসমীয়া, বঙলা, হিন্দী, উৰ্দু আদি ভাষাৰ বৰো আহৰিত হুবহু বা বিকৃতৰূপী শব্দৰ লগতে ইংৰাজী শব্দৰ তালিকা দিয়াৰ যত্ন কৰিছে। এই বিষয়ক আলোচনাই যথেষ্ট দীঘলীয়া; নৰৈ পিঠিয়া এটা তাৎপৰ্য্যপূৰ্ণ বিচাৰ। এইটোৱে গ্ৰন্থখনিৰ এটা উল্লেখযোগ্য বৈশিষ্ট্য। আকৌ গ্ৰন্থৰ বাবে সমল আহৰণত ক্ষেত্ৰ অধ্যয়নৰ সময়ত কেনে পদ্ধতিৰে কাম কৰিছিল তাৰো এটা আভাস দিয়াৰ মানসেৰে ড° ভট্টাচাৰ্য্যই 'পাঠৰ নমুনা' অৰ্থাৎ Sample texts অৰ কুৰি পিঠিয়া গদ্য-পদ্য উভয় বিধৰ নিদৰ্শন দাঙি ধৰিছে আৰু তাত মূল বৰো নমুনাৰ লহৰৰ নিৰ্দেশ দিয়াৰ উপৰিও প্ৰতিটো শব্দৰ ব্যাকৰণগত দিশৰ লগত সম্বন্ধৰাখি ইংৰাজী অৰ্থৰ উল্লেখ কৰিছে। এনেকুৱা কাৰ্য্যৰ মাজত গৱেষকৰ আলোচ্য বিষয়ৰ লগত কেনে আন্তৰিকতা আৰু ঐকান্তিকতা তাৰ সুন্দৰ ছবি দাঙি ধৰে। ড° ভট্টাচাৰ্য্যৰ গৱেষণা কৰ্মটি এই দিশত অৰ্থাৎ সুৰ বা লহৰ যুক্ত কথ্য ভাষাত একেবাৰে নতুন, চকুৰ আগত তেনে বিষয়ৰ অধ্যয়নৰ কোনো আৰ্হি নাই কেৱল আছিল কেনেভাৱে তাৰ গৱেষণা কৰিব লাগে সেই পদ্ধতি আদিৰ আভাস। গতিকে সেই হেন পৰিস্থিতিৰ মাজত বিদ্বৎসমাজৰ মাজত এটা বিদ্যায়তনিক কামত হাত দিয়া কাৰণে সম্ভৱতঃ ঘনে ঘনে তেওঁৰ মনলৈ আহিছিল এটা সংকোচৰ ভাব। তদুপৰি এই কামত খুত কিবা থাকিবও পাৰে, নিজে কেনেভাৱে কাম কৰিছিল তাৰ এটি আভাস অতি খোলোচাভাৱে দিয়াতো দৰ্কাৰ। তেতিয়াহে প্ৰকৃত কথাটো ওলাব আৰু আগলৈকো থাকি যাব এটা আদৰ্শ। ড° ভট্টাচাৰ্য্যৰ এই দৃষ্টিভঙ্গী নিঃসন্দেহে সৰ্বকালৰ যি কোনো গৱেষকৰ কাৰণে অনুকৰণীয়। গৱেষণাৰ কামত কোনো লুকঢাক উচিত নহয়, ভুলেই হওক কিম্বা শুদ্ধই হওক তাক মুকলিভাৱে দেখুৱাব লাগে। অৱশ্যে অতি সাম্প্ৰতিক কালত গৰিষ্ঠসংখ্যক গৱেষকৰ গৱেষণাকৰ্ম ইয়াৰ ওলোটাটোহে দেখিবলৈ পোৱা যায়। ড° ভট্টাচাৰ্য্যৰ এনে সজ আৰু স্বচ্ছতাৰ খাতিৰতে গৱেষণা কৰ্মটিয়ে ৰাষ্ট্ৰীয় পৰিসীমা অতিক্ৰম কৰি আন্তঃৰাষ্ট্ৰীয় তথা আন্তৰ্জাতিক পৰিমণ্ডলত ঘাইকৈ ভাষাতত্ত্বৰ জগতত এটি বলিষ্ঠ স্বাক্ষৰৰূপে গজগজীয়াৰূপত প্ৰৱৰ্ত্তি আছে। চীন-তিব্বতীয় ভাষা পৰিয়ালৰ তিব্বতবৰ্মী ভাষাৰ ই এখনি উৎকৃষ্ট গ্ৰন্থ। সেয়ে বিশ্বৰ ভাষাতাত্ত্বিক কৃতী সমালোচকসকলে ড° ভট্টাচাৰ্য্যৰ এই গ্ৰন্থখনিক এটা নতুন দিশৰ পথপ্ৰদৰ্শনৰ বৰ্ত্তি বুলি মন্তব্য দিব খোজে। ইয়ো গৱেষকৰ কৃতিত্বৰে পৰিচায়ক।

[৩]

ড° ভট্টাচাৰ্য্যৰ গৱেষণাৰ পৰৱৰ্তী কালত ভাষাতত্ত্বৰ আৰু যথেষ্ট অগ্ৰগতি চকুত পৰে। সেই পিনৰপৰা এওঁৰ গৱেষণা কৰ্মত সংযোগ নকৰা কিছুকথা এতিয়াৰ গৱেষকৰ মনলৈ অহাটো স্বাভাৱিক। গতিকে পূৰ্বৰ পথৰ সন্ধান দিয়া ড° ভট্টাচাৰ্য্যৰ গৱেষণা কৰ্মৰ আৰ্হিতে নতুন নতুন গৱেষকে আৰু গভীৰভাৱে বৰো ভাষাৰ গৱেষণাত মন দিয়া উচিত। তেতিয়াহে ড° ভট্টাচাৰ্য্যৰ এই গ্ৰন্থখনে বৰো ভাষাৰ সমৃদ্ধি আৰু বিকাশৰ পথ অধিকতৰ প্ৰাঞ্জল হ'বলৈ হ'লেও ড° ভট্টাচাৰ্য্যৰ এই গ্ৰন্থখনি বৰোসমাজে দ্ৰুতগতিত বৰোভাষালৈ অনুবাদ কৰি ছপাই উলিওৱা উচিত। বাৰো ভাষাৰ সাংবিধানিক স্বীকৃতিৰ কালত বৰো ভাষাত ক্ষিপ্ৰ বিকাশৰ পথত তেনে এটা অনুবাদ নিতান্তই তাৎপৰ্য্য পূৰ্ণ। বৰো ভাষাৰ বিকাশতকৈও শিক্ষাজগতত প্ৰতিষ্ঠা লাভৰ ক্ষেত্ৰত এইখন গ্ৰন্থৰ অৰিহণাৰ কথা সদায়ে স্বীকাৰ কৰিবই লাগিব।



# ড° ভট্টাচাৰ্য্যৰ নিৰ্মিতি ঃ ভাষাকৃতি

শ্ৰীপৱন কুমাৰ বৰুৱা

ভাৰতীয় সংবিধানৰ ১০০ সংখ্যক সংশোধনী অনুযায়ী উত্তৰ পূৰ্বাঞ্চলৰ দুটি প্ৰধান জনজাতীয় ভাষাই অষ্টম অনুসূচীত অন্তৰ্ভুক্ত হোৱা সংবাদটি বাতৰি কাকতত যোৱা ২৪ ডিচেম্বৰ, ২০০৩ তাৰিখে প্ৰকাশ পোৱাৰ লগে লগে মোৰ ভাৱমণ্ডললৈ এগৰাকী মনীষীৰ ছবি স্পষ্টৰূপত আহি ধৰা দিলে। সেই গৰাকী দূৰদৰ্শী পণ্ডিত আন কোনো নহয়, তেওঁ হৈছে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, বৰ্ত্তমান চানমাৰিৰ স্থায়ী বাসিন্দা। বৰো ভাষাৰ গুণগ্ৰাহীসকলে আৰু অসমীয়া ভাষা সাহিত্যৰ ধ্বজাবাহীসকলে ইমানদিনে আনুষ্ঠানিক স্বীকৃতি নিদিলেও প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য স্বনামধন্য। তেওঁ ১৯৬৫ চনতেই বৰো ভাষাৰ বিষয়ে গৱেষণা কৰি *এ ডেছক্ৰিপটিভ এনালাইছিছ অৱ ডি বৰো লেংগুৱেজ* নামৰ গৱেষণা-পত্ৰ দাখিল কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা পি. এইছ. ডি. সন্মান লাভ কৰিছিল। কথিতৰূপত থকা এটি থলুৱা ভাষাক সন্মানীয় আসনত বহুওৱাৰ বিৰল কৃতিত্ব অৰ্জন কৰি প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য চিৰস্মৰণীয় হৈছে।

এই গৰাকী প্ৰত্যুৎপন্নমতি সৃষ্টিশীল প্ৰজ্ঞাৰ সাধকৰ কেইটিমান বাছকবনীয়া নিবন্ধৰ গ্ৰন্থ এখন মই সম্পাদনা কৰিছিলোঁ; নাম দিছিলোঁ *ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ প্ৰতিনিধি ভাষা নিবন্ধ*। গ্ৰন্থখন প্ৰণয়ন কৰা সময়ত তেওঁৰ সৈতে যি নিবিড় সম্বন্ধ হৈছিল তেতিয়াই তেওঁৰ বহুমুখী ৰচনাসমূহৰ লগত পৰিচয় হৈছিল। ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অসমৰ বৰেণ্য গৱেষক আৰু পণ্ডিত ব্যক্তি। ভট্টাচাৰ্য্যদেৱে সৃষ্টিশীল মনেৰে ল'ৰালিকালৰে পৰা কবিতা ৰচনাতো হাত দিছিল। কবি নৱকান্ত বৰুৱা তেওঁৰ অন্তৰংগ বন্ধু আছিল। এবাৰ নৱকান্ত বৰুৱাই সভা এখনত ৰগৰ কৰি এটি তাৎপৰ্য্যপূৰ্ণ মন্তব্য কৰিছিল যে প্ৰমোদ ভট্টই গৱেষণাৰ দৰে গধুৰ কামত নালাগি যদি কবিতা লিখিবলৈ *ল'লেহেঁতেন* তেন্তে এগৰাকী বৰেণ্য কবি হ'লহেঁতেন। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই আদ্যক্ষৰী নামাক্ষৰী পদ্য লিখি সাম্প্ৰতিক সময়ত আলোড়নৰ সৃষ্টি কৰিছে। ল'ৰালিকালৰে পৰাই তেওঁ কাব্য-চৰ্চা কৰিছিল। কিন্তু

কাব্য গ্ৰন্থ প্ৰকাশ কৰাৰ অৱকাশ নাপালে। সেয়েহে জীৱনৰ বিয়লিবেলাত তেওঁ দুখনমান কবিতাৰ গ্ৰন্থ প্ৰকাশ কৰি উলিয়াইছে। *সৰাফুল* কবিতাপুথিখন আদৰণীয় হৈছে। বিভিন্ন গৱেষণাপত্ৰিকা, গ্ৰন্থসংকলন, আলোচনী, বাতৰিকাকত আদিত ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ অসংখ্য নিবন্ধ, আলোচনা, কবিতা প্ৰকাশ পাইছে। বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ সভাপতি, কামৰূপ জিলা সাহিত্য সভাৰ সভাপতি, অসম সাহিত্য সভাৰ শাখা সন্মিলনসমূহৰ সভাপতি, সঞ্চালক, অংশগ্ৰহণকাৰী হিচাপে প্ৰদান কৰা লিখিত অসমীয়া আৰু ইংৰাজী ভাষাসমূহো আপুৰুগীয়া সম্পদ স্বৰূপ। সেই আটাইবোৰ সুশৃংখলভাৱে গোটেই গ্ৰন্থৰূপত প্ৰকাশ কৰিব পাৰিলে অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত তেওঁ আগবঢ়োৱা বৰঙণিৰ মূল্যায়ন কৰিব পৰা যাব।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য উত্তৰ পূৰ্বাঞ্চলৰ থলুৱা ভাষা-গৱেষণাৰ এগৰাকী পথিকৃৎ। তেওঁৰ গৱেষণা গ্ৰন্থখন ইতিমধ্যে ছপা আখৰত ওলাইছে। এই গ্ৰন্থই উত্তৰ পূৰ্বাঞ্চলৰ জনজাতীয় জনগোষ্ঠীৰ ভাষাসমূহ বৈজ্ঞানিকভাৱে অধ্যয়ন কৰাৰ পথ উন্মোচন কৰিছে। গ্ৰন্থখন ইংৰাজীৰ পৰা অসমীয়াভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰিব পাৰিলে বৃহৎ সংখ্যক ইংৰাজীভাষাত বুৎপত্তি নথকালোকে নতুন নতুন ক্ষেত্ৰত গৱেষণা কৰাৰ বাট বিচাৰি পাব। বিভিন্ন ঠাইত সিচঁৰতি হৈ থকা ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ মূল্যৱান লেখনি একত্ৰে গ্ৰন্থাকাৰে প্ৰকাশ হৈ ওলোৱা নাই। ভাষা-সাহিত্য-সংস্কৃতি বিষয়ক ইংৰাজী আৰু অসমীয়া ভাষাত লিখা নিবন্ধসমূহক লৈ বুজন আকাৰৰ আৰু চাৰিখনমান গ্ৰন্থ প্ৰকাশ কৰিব পাৰি। ১৯৯৭ চনত মই এই প্ৰবন্ধসমূহৰ এটি নিৰ্বাচিত সংকলন প্ৰকাশ কৰিবলৈ তেওঁক খাটনি ধৰিছিলোঁ। তেওঁ ওলোটাই মোকহে প্ৰবন্ধবোৰ বাচনি কৰিবলৈ দায়িত্ব দিলে। প্ৰকাশক নিৰ্বাচন কৰাৰ দায়িত্ব পৰিল মোৰ ওপৰতে। বন্ধু অধ্যাপক খগেন্দ্ৰ নাথ বৰাৰ জৰিয়তে ডিব্ৰুগড়ৰৰ 'ষ্টুডেন্টচ্ এম্পৰিয়ামক' প্ৰকাশনৰ দায়িত্ব দিয়া হ'ল। বৰ খৰখেদাকৈ কামটো কৰি ছপাশাললৈ প্ৰেৰণ কৰা হ'ল ক'লকতাৰ ছপাশালে ১৯৯৮ চনৰ ফেব্ৰুৱাৰী মাহত গ্ৰন্থখন ছপা কৰি উলিয়ালে। গ্ৰন্থখনৰ নাম দিছিলোঁ — *ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ প্ৰতিনিধি ভাষা-নিবন্ধ*। গ্ৰন্থখন ড° হীৰেন গোঁহাইদেৱে উন্মোচন কৰিছিল সাহিত্য কানন'ৰ জৰিয়তে।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ভাষা বিষয়ক প্ৰবন্ধ নিৰ্বাচন কৰাটো এক দুঃসাধ্য কাম। তাতে কম পৰিসৰ আৰু কম সময়ৰ ভিতৰত কামটো হ'ব লাগে। ইফালে আমাৰ সন্মুখত এটি সংকল্প আছিল গৱেষক উপাধি, স্নাতকোত্তৰ আৰু স্নাতক সন্মানৰ ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ নিবন্ধসমূহ নিৰ্বাচন কৰা। তদুপলক্ষে প্ৰথমতে অসমীয়া ভাষা, উপভাষা আৰু জনগোষ্ঠীয় ভাষা বিষয়ক প্ৰবন্ধ সমূহ থূপ খুৱাই নিৰ্বাচিত সংকলনখনৰ পৰিকল্পনা কৰা হৈছিল। কিন্তু ইংৰাজী, অসমীয়া আৰু

বৰোভাষাত লিখা প্ৰবন্ধবোৰৰ মাজৰ পৰা এখন মাত্ৰ গ্ৰন্থ কৰা সহজ নহয়। যোৱা তিনিকুৰি বছৰে ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই অসমৰ জনগোষ্ঠীগত চিন্তা-চৰ্চাৰ ক্ষেত্ৰত একান্তভাবে লাগি আছে। সাম্প্ৰতিক সময়তো একক প্ৰচেষ্টাৰে এই কাৰ্য্যত ব্ৰতী হৈ তেওঁ জনগোষ্ঠীয় ভাষাৰ প্ৰশিক্ষণ আৰু গৱেষণাৰ কাম চলাই আছে। তেওঁৰ নিষ্ঠা আৰু সাধনাৰ অপূৰ্ব ফচল হৈছে গৱেষণামূলক প্ৰবন্ধ সমূহ। তথাপি গ্ৰন্থখনৰ পাণ্ডুলিপি থিয় কৰোতে আমি এটি সীমা নিৰ্দ্ধাৰণ কৰিবলগীয়া হ'ল। বিশেষকৈ ভাষাবিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীৰ পাঠ্যক্ৰমলৈ লক্ষ্য ৰাখি বিদ্যায়তনিক দিশত সহায়ক হ'ব ভাবি আমি সাধাৰণ ভাষাবিজ্ঞান, অসমীয়াভাষা, চীন-তিব্বতীয় ভাষা বিষয়ক বৰো আৰু ডিমাছা ভাষা আৰু উপভাষাসমূহৰ বৈশিষ্ট্যমূলক আলোচনা থকা প্ৰবন্ধসমূহ বাছনি কৰিছিলোঁ। ড°ভট্টাচাৰ্য্যৰ লেখনিৰ এটি নিজস্ব ষ্টাইল আছে, এই ষ্টাইল ভংগ কৰাৰ দুঃসাহস আমি কৰা নাই।

*ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ প্ৰতিনিধি ভাষা-নিবন্ধ* গ্ৰন্থখনত বত্ৰিশটা নিবন্ধ নিৰ্ব্বাচন কৰা হৈছে। সেইবিলাক যেনে ঃ ভাষাৰ গুৰি কথা; আধা ফুটা মাত; ভাব, ভাষা আৰু পৰিভাষা; ভাষা তাত্ত্বিক অধ্যয়নত কাল নিৰূপণ পদ্ধতি; ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় সংহতিত ভাষাৰ ভূমিকা; অসমৰ ভাষা; উত্তৰ পূৰ্বাঞ্চলৰ উমৈহতীয়া ভাষা অসমীয়া; অসমীয়া ভাষা ব্যাকৰণ – ঐতিহাসিক বিচাৰ; অসমীয়া ভাষাৰ আখৰ-জোঁটনি; অসমীয়া ভাষাৰ উচ্চাৰণ-সমস্যা; বৰগীতৰ ভাষা ; অসমীয়া ভাষাত জনজাতীয় ভাষাৰ প্ৰভাব; চীন-তিব্বতীয় ভাষাপৰিয়ালত অসম অঞ্চলৰ তিব্বতবৰ্মী শাখাৰ ভুমিকা; অসম তথা উত্তৰপূব ভাৰতীয় ৰাজ্যাঞ্চলত জনগোষ্ঠীয় চৰ্চা; ভাৰতীয় আৰ্য্য নদী আৰু স্থানবাচক নামত চীন-তিব্বতীয় উপাদান; অসমৰ চীন-তিব্বতীয় ভাষা পৰিয়ালত ডিমাছা ভাষাৰ স্থান; অসমৰ কিৰাত অধিবাসী আৰু কিৰাতী ভাষা বৰোৰ পূৰ্বাভাষ; বৰো ভাষাৰ পৰিচয়; বৰো ভাষা ঃ এটি আলোকপাত; অসমীয়া ভাষাত বৰো (কছাৰী) উপাদান; অসমৰ বৰো ভাষাত বহু বচনান্ত প্ৰত্যয়; বৰো (কছাৰী) ভাষাত স্ত্ৰী-প্ৰত্যয়ৰ প্ৰয়োগ; কথিত ভাষাত এভুমুকি; অসমীয়া ভাষাৰ উজনি-নামনিৰ ঠাঁচৰ নিদৰ্শন; কামৰূপী উপভাষাৰ বৈশিষ্ট্য; অসমৰ অবিভক্ত কাছাৰ জিলাৰ ভাষা-উপভাষা; পশ্চিম অসমৰ উপভাষাৰ ধ্বনিবিচাৰ; দখিনপাৰৰ মাতবোল; অসমীয়া শব্দকোষত কামৰূপী আৰু দৰঙী উপাদান; অসমীয়া ভাষাৰ শব্দকোষ; পঠন-পাঠন, পৰীক্ষণ আৰু পাঠ্য-সম্ভাৰ। ইয়াৰ বাহিৰেও আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্থানত ২০০৩ চনত তেওঁৰ ভাষা বিষয়ক ইংৰাজী নিবন্ধৰ সংকলন এটিও প্ৰকাশ পাইছে।

ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য মুখ্যতঃ বৰ্ণনাত্মক ভাষাবিজ্ঞানৰ গৱেষক পণ্ডিত। সাম্প্ৰতিক সময়ত ভাষাবিজ্ঞানৰ বিভিন্ন সূত্ৰ আবিষ্কৃত হৈছে। আমাৰ ভাষাত

এইবোৰ সূত্ৰ সকলো ক্ষেত্ৰত প্ৰয়োগ হোৱা নাই। বিংশ শকিতাৰ সত্তৰৰ দশকত ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য বৰো ভাষাৰ বৰ্ণনাত্মক অধ্যয়ন কৰিবলৈ আগবঢ়াত অসমৰ ৰক্ষণশীল কেতবোৰ পণ্ডিতে ককৰ্থনা কৰিছিল। কিন্তু বিদ্যায়তনিক দিশ আৰু বিশেষকৈ অসমীয়া ভাষাৰ পূৰ্ণৰূপ অধ্যয়নৰ বাবে অসমৰ জনগোষ্ঠীয় ভাষাৰ বিচাৰ বিশ্লেষণৰ যে অতীব প্ৰয়োজন এইকথা উপলব্ধি কৰি তেওঁ সময়োপযোগী কাম কৰিলে। সাহসৰ উপৰি এই কৰ্ম যে কিমান কষ্টসাধ্য সেই কথা হৃদয়ংগম কৰা সহজ নহয়। অসমীয়া ভাষাৰ সংমিশ্ৰিত ৰূপৰ বিচাৰ-বিশ্লেষণ তেতিয়াহে সম্ভৱ হ'ব যেতিয়া উত্তৰ পূৰ্বাঞ্চলৰ সকলো জনগোষ্ঠীৰ ভাষাসমূহৰ বৈজ্ঞানিক বিশ্লেষণ সম্পূৰ্ণ হ'ব। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এই ক্ষেত্ৰত বাটকটীয়া হৈ ৰ'ব।



# ড° ভট্টাচাৰ্য্যৰ
# *Aspects of North East Indian Languages*

শ্ৰীমতী দীপ্তি ফুকন পাটগিৰি

অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতি জগতৰ উল্লেখযোগ্য ব্যক্তিসকলৰ ভিতৰত ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ নাম অবিস্মৰণীয়। ভাষাৰ বিভিন্ন ক্ষেত্ৰত বিচৰণ কৰোঁতা এইজন প্ৰথিতযশা ভাষাবিদৰ এখন উল্লেখযোগ্য গ্ৰন্থ হ'ল *A Descriptive Analysis of the Boro Language* । অসমত থকা তিব্বতবৰ্মীয় ভাষা-গোষ্ঠীৰ ভিতৰত বৰো ভাষা অন্যতম আৰু ড° ভট্টাচাৰ্য্যই হৈছে বৰোভাষা গৱেষণাৰ প্ৰথম বাটকটীয়া। তেখেতৰ এই গৱেষণা গ্ৰন্থখনত বৰো ভাষাৰ ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, বাক্যতত্ত্ব – আদি সকলো দিশৰ পুঙ্খানুপুঙ্খ অধ্যয়ন কৰা হৈছে। ড° ভট্টাচাৰ্য্যৰ এই ভাষাকৰ্মৰ আঁত ধৰিয়েই বিভিন্নজনে বৰো ভাষাৰ বিজ্ঞানসন্মত অধ্যয়ন কৰাৰ প্ৰেৰণা লাভ কৰিছে। তেখেতৰ ভাষাকৰ্মৰ আন এক বিশেষ নিদৰ্শন হ'ল *প্ৰতিনিধি ভাষা নিবন্ধ*। এই গ্ৰন্থত ভাষা সম্বন্ধীয় ভালেকেইটা তথ্য গধুৰ প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। অসমৰ অসমীয়া ভাষা আৰু অন্যান্য আৰ্য্য-ভিন্ন ভাষাসমূহৰ মাজত ড° ভট্টাচাৰ্য্যই এক সমন্বয়ৰ সেতু স্থাপন কৰিছে বুলি ক'লেও বঢ়াই কোৱা নহয়। ভাষাৰ ক্ষেত্ৰত ড° ভট্টাচাৰ্য্যৰ মৌলিক দৃষ্টি অতি প্ৰশংসনীয়। তেখেতৰ সম্পাদিত গ্ৰন্থৰ ভিতৰত অসম সাহিত্য সভাই প্ৰকাশ কৰা *অসমৰ জনজাতি* নামৰ গ্ৰন্থখনত কেইবাটাও উল্লেখযোগ্য প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। অসমৰ প্ৰায় আটাইকেইটা জনজাতিৰ ভাষা, ধৰ্ম, উৎসৱ-পাৰ্বন আদিৰ সম্যক্-বিৱৰণ এই প্ৰবন্ধৰাজিত পোৱা গৈছে। তদুপৰি ড°ভট্টাচাৰ্য্যই 'বড়ো কছাৰী সমাজ আৰু সংস্কৃতি', 'মিছিং সংস্কৃতিৰ আলেখ্য', 'ৰাভা ভাষা আৰু সাহিত্য' আদিৰ দৰে উল্লেখযোগ্য গ্ৰন্থৰ পাতনি লিখি গ্ৰন্থকেইখনৰ সৌষ্ঠৱ বৃদ্ধি কৰাত ইন্ধন যোগাইছে। শেহতীয়া ভাবে ড° ভট্টাচাৰ্য্যৰ এখন তথ্যপূৰ্ণ ভাষা সম্পৰ্কীয় গ্ৰন্থ আনন্দৰাম বৰুৱা ভাষা, কলা আৰু সংস্কৃতি সংস্থানে প্ৰকাশ কৰি উলিয়াইছে, যিখন গ্ৰন্থত চব্বিশটা প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। গ্ৰন্থখনৰ নাম হ'ল *Aspects of North East Indian Languages*।

*Aspects of North East Indian Languages* নামৰ প্ৰবন্ধ সংকলনখনৰ আগকথা সজাইছে কলিকতা বিশ্ববিদ্যালয়ৰ ভাষা-বিজ্ঞান বিভাগৰ অধ্যাপক (খৈৰা অধ্যাপক) ড° সুভদ্ৰ কুমাৰ সেনে। তেখেতে উল্লেখ কৰিছে ঃ

*Professor P. C. Bhattacharya's Aspects of North East Indian Languages is a welcome addition to the growing body of literature on the different issues of Indian Linguistics. Bhattacharya's interest and range of scholarship is wide. He is equally at home in Indo-Aryan as well as in Sino-Tibetan. This collection of his twenty four articles touching upon a wide range of subjects reflects this aspects of his scholarship. In this he is a follower of Suniti kumar Chatterji.*

গ্ৰন্থখনৰ অৱতৰণিকাত গ্ৰন্থকাৰে বিভিন্নজন ভাষাবিদৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰিছে আৰু এই গ্ৰন্থ ৰচনাৰ গুৰিতে থকা উদ্দেশ্য ব্যাখ্যা কৰিছে। গ্ৰন্থখনৰ প্ৰবন্ধসমূহৰ ভিতৰত 'অসমৰ ভাষা', 'অসমীয়া ভাষাত আৰ্য্যভিন্ন উপাদান ঃ বাণীকান্ত কাকতিৰ অৱদান', 'অসমীয়া ভাষাত চীন-তিব্বতীয় বড়ো উপাদান', 'অসমৰ প্ৰাচীন ঠাইৰ নামত বড়ো উপাদান', 'অসমৰ কাছাৰ জিলাৰ ভাষা আৰু উপভাষা', 'অসমীয়া আৰু বাংলা ভাষাৰ বৈপৰীত্যমূলক ধ্বনিতত্ত্বৰ অধ্যয়ন', 'অসমৰ তিব্বত-বৰ্মী বড়ো ভাষাত বহুবচনাত্মক প্ৰত্যয়', 'মেইতে (মণিপুৰী) ভাষাৰ কেইটিমান দিশ', 'অসমৰ বড়ো ভাষাত লিঙ্গ গঠনৰ প্ৰক্ৰিয়া' — আদি প্ৰবন্ধই বিভিন্ন গুৰুত্বপূৰ্ণ দিশ কেতবোৰ সামৰি লৈছে। ইয়াৰ প্ৰথম প্ৰবন্ধ 'The Languages of Assam' ত অসমত প্ৰচলিত বিভিন্ন ভাষাৰ এক যথাযথ আলোচনা আগবঢ়োৱা হৈছে। প্ৰবন্ধৰ শেষত প্ৰবন্ধকাৰে কৈছে ঃ *The Languages of Assam as well as India should be surveyed newly in the light of modern linguistic developments. The learning and teaching linguages also need modern methods and time-saving techniques. With the growing consciousness among the people of the need to preserve and to cultivate their own languages, it is sure that the Government by the people will have to provide all possible facilities for their study, analysis and cultivation.*

এই প্ৰবন্ধ সংকলনৰ অধিকাংশ প্ৰবন্ধই তিব্বতবৰ্মী শাখাৰ বৰো ভাষাৰ বিভিন্ন দিশ সামৰি লৈছে। 'Sino-Tibetan Boro Elements, in Indo-Aryan Assamese', 'A note on Boro Garo and Shan', 'Boro as on Indo-Tibetan Language', 'Plural suffixes in the Tibeto Barman Boro language of Assam', 'An Introduction to the Boro Language' —

আদি প্ৰবন্ধৰ জৰিয়তে বৰো ভাষাৰ ভাষাগত কেতবোৰ বৈশিষ্ট্য, অসমীয়া ভাষাত বৰো ভাষাৰ বিভিন্ন উপাদান আৰু বৰো ভাষা আৰু অসমীয়া ভাষাৰ মাজৰ পাৰস্পৰিক সম্পৰ্ক নিৰ্ণয় কৰা হৈছে। অসমৰ তিব্বতবৰ্মী ভাষাগোষ্ঠীৰ ভিতৰত বৰো ভাষাই এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছে। এইভাষী লোকসকলৰ বসতি স্থান, তেওঁলোকৰ উপভাষা আদিৰ সম্পৰ্কে আলোচনা কৰাৰ উপৰিও পণ্ডিত প্ৰবৰ ভাষাবিদ ড° সুনীতি কুমাৰ চেটাৰ্জী আৰু বিভিন্ন ভাষাবিদে বৰো ভাষা সম্পৰ্কে আগবঢ়োৱা মন্তব্যৰ বিচাৰ বিশ্লেষণো ইয়াত সন্নিবিষ্ট প্ৰবন্ধত আগবঢ়োৱা হৈছে। তদুপৰি বৰো ভাষাৰ লিপি আৰু সাহিত্য সম্পৰ্কেও প্ৰবন্ধত উল্লেখ কৰা হৈছে। বৰো ভাষাৰ লিংগৰ গঠনৰ ক্ষেত্ৰত এটি অতি সুন্দৰ প্ৰবন্ধ সংকলনে সামৰি লৈছে। এই প্ৰবন্ধত বৰো ভাষাৰ লিঙ্গ প্ৰক্ৰিয়াৰ লগত অসমীয়া ভাষাৰ লিঙ্গ প্ৰক্ৰিয়াৰ পাৰস্পৰিক সম্পৰ্কৰ দিশটো বিচাৰ কৰি চোৱা হৈছে। আন এটা প্ৰবন্ধত বৰো ভাষাৰ বহুবচনাত্মক প্ৰত্যয়ৰ যথাযথ আলোচনা আগবঢ়োৱা হৈছে। অসমৰ পুৰণি ঠাইৰ নামৰ ক্ষেত্ৰত ক'ত ক'ত বৰো উপাদান পোৱা যায় সেই সম্পৰ্কেও প্ৰবন্ধকাৰে স্ব-মত আগবঢ়াইছে। আন এটি প্ৰবন্ধত বৰো, গাৰো আৰু খাচি— এই তিনিটা ভাষাৰ এটি তুলনামূলক আলোচনাও আগবঢ়োৱা হৈছে। প্ৰকৃততে এই প্ৰবন্ধ সংকলনৰ বৰো ভাষা সম্পৰ্কীয় প্ৰবন্ধকেইটাত বৰো ভাষাৰ গঠন আৰু প্ৰকৃতি, অসমীয়া ভাষালৈ ইয়াৰ বৰঙণি আৰু অসমত থকা আন তিব্বতধৰ্মী ভাষাৰ লগত ইয়াৰ পাৰস্পৰিক সম্পৰ্ক নিৰ্ণয় কৰাত গৱেষক তথা ভাষাবিদ্ ড° ভট্টাচাৰ্য্য সম্পূৰ্ণৰূপে সফল হৈছে।

'Phonology of English loan-words in Assamese' নামৰ প্ৰবন্ধত অসমীয়া ভাষাৰ এটি বিশেষ দিশৰ প্ৰতি গৱেষকে দৃষ্টি নিক্ষেপ কৰিছে। 'Non-Aryan Elements in Assamese Language : Contribution of Banikanta Kakati' নামৰ প্ৰবন্ধৰ জৰিয়তে গ্ৰন্থকাৰে পণ্ডিতপ্ৰবৰ ভাষাবিদ বাণীকান্ত কাকতিয়ে তেখেতৰ গৱেষণা গ্ৰন্থ *Assames, Its Formation and Development* ত অসমীয়া ভাষালৈ আৰ্য্য-ভিন্ন উপাদান সম্পৰ্কে কি কি মন্তব্য আগবঢ়াইছে তাৰ যথাযথ আলোচনা কৰিছে। অন্যান্য প্ৰবন্ধৰ ভিতৰত অসমৰ কাছাৰ জিলাৰ ভাষা আৰু উপভাষা শীৰ্ষক প্ৰবন্ধ, অসমীয়া আৰু বঙলা ভাষাৰ ধ্বনিতত্ত্বৰ তুলনামূলক আলোচনা, মণিপুৰী ভাষাৰ কেতবোৰ দিশ আদি উল্লেখযোগ্য। 'Bhojpuri and Kamrupi : A Lexico-Statistic Analysis' শীৰ্ষক প্ৰবন্ধই ভাষাৰ এটি বিশেষ দিশৰ আলোচনা আগবঢ়াই গ্ৰন্থখনৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে।

'Different Aspects of Nation Building in North-East India : Socio Linguistic Approach' নামৰ প্ৰবন্ধত উত্তৰ-পূব ভাৰতৰ জাতি গঠনৰ

বিভিন্ন দিশৰ ক্ষেত্ৰত সমাজ ভাষাতাত্ত্বিক দৃষ্টিভংগীৰে বিষয়টো আলোচনা কৰা হৈছে। এই প্ৰবন্ধটি গ্ৰন্থখনৰ আন এক বিশেষ আকৰ্ষণ।

'Aspects of North East Indian Languages' নামৰ ভাষা সম্বন্ধীয় প্ৰবন্ধ সংকলনখনে ভাষাবিজ্ঞানৰ দিশত এটি উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য প্ৰকৃততে এজন ভাষা অনুৰাগীলোক আৰু লোক-সংস্কৃতিৰ একান্ত সাধক। বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত জড়িত এইজন ব্যক্তিয়ে 'অসমৰ লোক উৎসৱ', আৰু 'Boro Folk Songs and Tales) ৰ দৰে গ্ৰন্থও প্ৰণয়ন কৰিছে। প্ৰকৃততে ক'বলৈ গ'লে ড° ভট্টাচাৰ্য্য কেৱল অসমৰে নহয়, সমগ্ৰ ভাৰতবৰ্ষৰ অগ্ৰণী ভাষাবিদসকলৰ ভিতৰতেই অন্যতম এজন। ঐতিহাসিক আৰু বৰ্ণনামূলক ভাষাবিজ্ঞানৰ ধাৰাৰে ভাষা অধ্যয়ন কৰোঁতা ড° ভট্টাচাৰ্য্যৰ প্ৰতিটো প্ৰবন্ধৰ মাজতেই এক গৱেষণা-প্ৰসূত দৃষ্টিভংগী পৰিলক্ষিত হৈছে। Dr. S. M. Katre নামৰ এজন প্ৰসিদ্ধ ভাষাবিদে ড° ভট্টাচাৰ্য্যৰ বৰো ভাষাৰ গৱেষণা গ্ৰন্থৰ ক্ষেত্ৰত এনেদৰে মন্তব্য আগবঢ়াইছে ঃ

*It is a matter of great satisfaction that Indian linguistis have at last realised that the principal task of Modern Linguistics is the accurate description of a spoken Language, and Shri P. Bhattacharya must be congratulated on his bold step to join the ranks of pioneers in descriptive analysis by taking the Boro-Language and Studying its structure for well over twelve years:.......... Modern descriptive techniques have been fully utilised with a proper control of facts and critical judgement......*

অসমত অসমীয়া ভাষাৰ উপৰিও আৰু অন্যান্য ভাষাৰো প্ৰচলন আছে। তাৰ ভিতৰত তিব্বতবৰ্মী ভাষাগোষ্ঠী অন্যতম। সহ-অৱস্থানৰ হেতু অসমীয়া ভাষাৰ লগত এই ভাষাবোৰৰ পাৰস্পৰিক সম্পৰ্ক ঘটিছে। ড°ভট্টাচাৰ্য্যই এই দিশৰ প্ৰতি লক্ষ্য ৰাখিয়েই *Aspects of North East Indian Languages* শীৰ্ষক গ্ৰন্থখনি প্ৰণয়ন কৰিছে। ড° বাণীকান্ত কাকতি, ড° বিৰিঞ্চি কুমাৰ বৰুৱা আদি অসমীয়া ভাষাৰ বিজ্ঞানসন্মত অধ্যয়ন কৰোঁতা ভাষাবিদৰ পাছতেই ড°প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ নাম উল্লেখ কৰিব লাগিব, যিজনে ভাষাৰ ক্ষেত্ৰত সমন্বয়ৰ দিশটিৰ প্ৰতি বিশেষভাৱে দৃষ্টি নিক্ষেপ কৰিছে। বিভিন্ন বিদ্যায়তনিক আৰু সামাজিক সাংস্কৃতিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ গুৰিধৰোঁতা, বিদ্যোৎসাহী এইজন গৱেষকে মৌলিক চিন্তাৰ ক্ষেত্ৰত কেতিয়াও ক'তো আপোচ কৰা নাই। অৱশ্যে ভাষাৰ চিন্তা-চৰ্চাত তেখেতৰ উদাৰ দৃষ্টিভংগীও মন কৰিবলগীয়া। সংৰক্ষণশীলতা বহু সময়ত ভাষাৰ পৰিপন্থীস্বৰূপ। এইক্ষেত্ৰত ড° ভট্টাচাৰ্য্যৰ উদ্যোগ প্ৰশংসনীয়। ●

# ড° ভট্টাচাৰ্য্যৰ
# *অসমৰ লোক উৎসৱ*

শ্ৰীবিজয় কুমাৰ শৰ্মা

নিষাদ, দ্ৰাবিড়, আৰ্য্য আৰু কিৰাতসকলৰ লোককৃত্যৰ বিধানৰ উল্লেখ থকা গ্ৰন্থখন পিতৃ-মাতৃলৈ উছৰ্গা কৰিছে এটি সংস্কৃত শ্লোকৰ যোগেদি। গ্ৰন্থখনৰ বিষয়সূচীত আছে – পটভূমিকা, লোক উৎসৱৰ পটভূমি বিহু, বিহু আৰু অসমৰ জনজাতি বহাগী লোক উৎসৱ ভঠেলি, সাথ আৰু আমতী, শাওণৰ মাহতে শান্তি ৰোৱনৰে দিন, জন্মাষ্টমী আৰু পাচতি, আহিনৰ মাহতে শান্তি তুলসীৰ গোৰে চাতি, লখিমী আদৰা, মহ-হো আৰু ৰাস পূৰ্ণিমা, ভোগালী বিহুৰে ৰঙালী পথাৰখন ..., মাঘৰ মাহতে শান্তি ধৰমৰে তিথি, মাঘৰ পৰা বহাগলৈ মুকলি বতৰে মাতে, চৈতৰ মাহতে শান্তি পকে পৰে বেল, পাহাৰ-ভৈয়ামৰ বিবিধ লোক উছৱ আৰু গ্ৰন্থপঞ্জী।

লেখকৰ ভাষাৰে – অতীত কালত অসম দুৰ্গৰ, দুৰ্ভেদ্য, পৰ্বত-পাহাৰ, নদ-নদী, বন-বননিৰে আবৃত্ত কাৰণে তন্ত্ৰ-মন্ত্ৰ, যাদুবিদ্যাৰ কৌতুহলপূৰ্ণ মায়াজালৰ বাবে ভাৰতৰ মূল প্ৰবাহৰপৰা কিছু আতঁৰত আছিল; যদিও *বেদ, ৰামায়ণ, মহাভাৰত*-ৰ যুগতে এই প্ৰাচ্যভূমি লৌহিত্য, প্ৰাগজ্যোতিষ কামৰূপ আদি নামেৰে আংশিক ৰূপে জনাজাত আছিল। "কিৰাত সম্ভূত আচাৰ প্ৰচলিত প্ৰাগজ্যোতিষ, কামৰূপ বা অসম ৰাজ্যত যুগে-যুগে হিন্দু, বৌদ্ধ, ইছলাম, শিখ, জৈন, খৃষ্টান আদি ধৰ্মৰ প্ৰচলনৰ ফলত সামাজিক আৰু সাংস্কৃতিক বিনিময় ঘটিছে।" (পৃ. ০৪)

...... নানাবিধ লোকগীত লোক উৎসৱৰ ক্ষেত্ৰত অসম, পূৰ্ববঙ্গ, উত্তৰবঙ্গৰ মাজত সামঞ্জস্য আছে। এনে বহুল পটভূমিতে অসমৰ লোক উৎসৱ পুথিখন প্ৰণয়ন আৰু সংকলনৰ চেষ্টা কৰা হৈছে। (পৃ. ০৫) কোচবিহাৰৰ ৰাজন্যবৰ্গই বৈষ্ণৱ, শৈৱ, শাক্ত, ধৰ্মৰ প্ৰচাৰক সকলক পৃষ্ঠপোষকতা কৰিছিল আৰু তেনে প্ৰচাৰক বা বিধি প্ৰণেতাৰ মাজৰপৰা পীতাম্বৰ সিদ্ধান্ত বাগীশ আদিৰ দৰে পণ্ডিত সকলে সৰ্বভাৰতীয় স্তৰৰ পণ্ডিতৰ মৰ্য্যাদা পাইছিল। ৰাজধানী আছিল সাংস্কৃতিক কেন্দ্ৰ। সেয়ে উত্তৰ বঙ্গৰ লগত অসমৰ সংস্কৃতিৰ সাদৃশ্য লক্ষ্য কৰা যায়। লেখকৰ ভাষাত 'অসমৰ

কেইবাজনো বিদগ্ধ পণ্ডিতে দিয়া উছাহ আৰু বিভিন্ন লেখক-লেখিকাৰ প্ৰবন্ধ পঢ়ি অসমৰ থলুৱা, গএগ্রা আৰু জনজাতীয় উছৱ- পৰবৰ চমুকৈ হ'লেও সমূহীয়া ধাৰণা এটি ওপজে। সেই ধাৰণাসমূহকে গ্ৰন্থখনত সন্নিৱিষ্ট কৰা হৈছে। (পৃ. .০৬)। অসমৰ বিভিন্ন ঠাইত অনুষ্ঠিত বছৰেকীয়া সভা, মেলা আদি দুই চাৰিটাৰ উল্লেখ থাকিলেও বহুল বিৱৰণ এই পুথিত দিব পৰা নাই (পৃ. .০৭)। অসমৰ লোক উৎসৱ বোলোতে জনগণৰ মাজত প্ৰচলিত পৰিয়াল কেন্দ্ৰী, গাওঁকেন্দ্ৰী, সমাজকেন্দ্ৰী আৰু (পৃ. .০৯)। বেছি ভাগ লোক-উৎসৱৰ লগত নৃত্য, গীত, বাদ্যৰ সংযোগ ঘটে। অভিনয় যাত্ৰাভিনয়, ভাওনা, গীত-মাত, বাদ্য, ওজাপালি, পুতলা-নাচ, দেওধাই-দেওধনী, ঢুলীয়া, খুলীয়া, ভাৱৰীয়া, আপীওজা, নাম-জক, বাঘ-জক, পাল নাম, থিয় নাম, নাগাৰা নাম, নাওখেল, বিচিত্ৰাভিনয়, বহুৱা আদি. লোক উৎসৱৰ লগত ঠায়ে ঠায়ে অনুষ্ঠিত হয় (পৃ. .১০)। ইয়াৰ সাক্ষ্য হিচাপে ওজাপালি, দেউৰীসকলৰ বিহুনৃত্য, ডুবিৰ দেবদাসী নৃত্য আৰু চাওডাংসকলৰ বিহুৰ আলোক চিত্ৰ সন্নিবিষ্ট কৰা হৈছে। গ্ৰন্থখনৰ শেষত বিষয়ৰ লগত সঙ্গতি থকা আন দহখন আলোকচিত্ৰ আছে।

বিহুত আহোম ৰাজবংশৰ ৰাজকীয় পৃষ্ঠপোষকতা, কাতিবিহুত ৰঙৰ বোল, ভোগৰ আহ্বানৰ বিপৰীতে থকা অন্তৰৰ কাতৰ নিবেদন; আৰু মাঘ বিহুত মেজি-মঠ, ভেলাঘৰ - কণীযুঁজ, চিৰা-পিঠা, পাণ-ভোজন, বিভিন্ন চিকাৰ আৰু বিভিন্ন খেলৰ বৰ্ণনাও উল্লেখযোগ্য। ধৰ্মীয় পৰিবেশত গঢ়লোৱা বিভিন্ন অনুষ্ঠান পৰিবৰ্ত্তনৰ মাজেদি কেনেদৰে স্থানীয় ৰূপ পাইছে তাৰো ইঙ্গিত এই বৰ্ণনাৰ মাজত পোৱা যায়।

'বিহু আৰু অসমৰ জনজাতি' শীৰ্ষক আলোচনাত বৃহৎ নৃগোষ্ঠী সমূহৰ উল্লেখ আৰু অসমত তেওঁলোকৰ কেনেদৰে সাংস্কৃতিক সংমিশ্ৰণ হ'ল তাৰ বিৱৰণ দিয়া হৈছে। অসমত পালন কৰা বিহু উৎসৱত কোন জনগোষ্ঠীৰ সাংস্কৃতিক বৈশিষ্ট্য কিদৰে লক্ষ্য কৰা যায় তাৰো বিৱৰণ দিয়া হৈছে। বিভিন্ন জনগোষ্ঠীয় আচাৰ-নীতি বিহু উৎসৱত স্পষ্ট বুলি তেখেতে অভিমত দিছে। কাৰণ অসমৰ জাতীয় উৎসৱ ৰূপে বিহুৰ উৎপত্তি আৰু ক্ৰমবিকাশৰ নিৰপেক্ষ আৰু প্ৰত্যক্ষ অধ্যয়নমূলক বৈজ্ঞানিক আলোচনা এতিয়াও হোৱা নাই। খৃষ্টান মিছনেৰী আৰু ইংৰাজ শাসক সকলে কোনো কোনো জনগোষ্ঠীৰ বিষয়ে গ্ৰন্থ লিখিছে যদিও সেইবোৰ নিৰ্ভৰ যোগ্য নহয়। জনগোষ্ঠীয় লোকৰ চৌপাশে থকা অসমীয়া সংস্কৃতিৰ লগত তুলনামূলক আলোচনা বিশেষকৈ ৰচনা কৰা বাবে সেইবোৰত উল্লেখ কৰা উৎসৱ সম্পৰ্কীয় আলোচনা বিশেষকৈ বিহুৰ লগত সাঙোৰ খাই থকা লোকাচাৰ, নৃত্য, গীত, নীতি-নিয়ম, ৰুচি, বিশ্বাসৰ সৈতে জনজাতীয়সকলৰ অনুৰূপ বিষয়বোৰৰ তুলনামূলক অধ্যয়নৰ ওপৰত গুৰুত্ব দিলেহে ইয়াৰ পূৰ্ণাঙ্গ অধ্যয়ন কৰা হ'ব।

ভঠেলি উৎসৱ বসন্ত উৎসব। উজনি অসমত বিহু নৃত্য গীতৰ পয়োভৰ বেছি। নামনি অসমৰ ভঠেলিত বিহুৰ দৰে নৃত্য গীতৰ প্ৰাধান্য নাই। ই দিনেকীয়া

উৎসৱ। নামনি অসমত ভঠেলিৰ অনুৰূপ বিভিন্ন উৎসৱ পালন কৰা হয়। কামৰূপৰ দক্ষিণ অঞ্চলৰ সৰি (সুঁৱেৰি) মঙ্গলদৈ অঞ্চলৰ দেউল, গোৱালপাৰাৰ বিষুৱা আৰু স'ৰি উৎসৱ বহাগ মাহত নিৰ্দ্ধাৰিত তাৰিখত ভিন-ভিন গাঁৱত পতা হয়। গোৱালপাৰাৰ বাঁকা-পূজা, দৰঙৰ বাঁহবিয়া, জালি পুতেলিৰ বিয়া আদি এই শ্ৰেণীত পৰে। ভঠেলি, পাৰ আদি শব্দৰ মূলৰূপ নিৰ্ণয় কৰিবলৈ বিভিন্ন মতামত দাঙি ধৰি বংশদণ্ড উত্তোলনৰ লগত সামঞ্জস্য দেখুৱাব বিচাৰিছে। এনেদৰে 'বিহু উৎসৱ কিৰাত সংস্কৃতিৰ বাঁহৰ ব্যৱহাৰ আৰু বৈষ্ণৱ ধৰ্মৰ আনুষঙ্গিক প্ৰভাৱৰ সামূহিক ফলস্বৰূপে আৰ্য্যহিন্দু শিৱ উৎসৱৰ ইন্দ্ৰধ্বজৰ পৰা আহিছে বুলি আমাৰ ধাৰণা (পৃ. .৩৫)। এই আলোচনাই সংস্কৃতিকৰণ প্ৰক্ৰিয়াৰ কথা সোঁৱৰায়।

সাথ আৰু আমতী বিষয়ক আলোচনাত কৈছে সংস্কৃত ভাষাৰ ভূমিদাহেই সাথ। জেঠৰ শেষৰ তিনিদিন সংক্ৰান্তিৰ দিনা আৰু আহাৰ মাহৰ প্ৰথম তিনিদিন মুঠতে এই সাতদিন ধৰি সাথ চলে। আমতী বা আমেতী সংস্কৃতত অম্বুবাচী নামে অভিহিত। আহাৰ মাহৰ সাত তাৰিখৰ পৰা আমতী হয়। চাৰিদিনৰ মূৰত চুৱাৰ ওৰ পৰে। নামনি অসমত আহাৰ মাহৰ তিনিতাৰিখে সধবা তিৰোতাই বৰাত পূজা পাতে। বিধবা বা আবিয়ৈ ছোৱালীয়ে এই বৰাত পূজা নাপাতে। অম্বুবাচীৰ বিষয়ে সংস্কৃত গ্ৰন্থত উল্লেখ আছে। লোকজীৱনে পালন কৰা আমতী আৰু বৰাত পূজাৰ নিয়মৰ বিস্তৃত উল্লেখৰ লগতে এই উৎসৱ যে কামাখ্যা মন্দিৰৰ লগতো জড়িত সেই বিষয়ে উল্লেখ কৰিছে। লগতে কৈছে ভূমি বা বসুমতী ধৰিত্ৰীদেৱীক জন্মদাত্ৰী ৰূপে কল্পনা কৰি সৃষ্টিৰ প্ৰতীকত্ব আৰোপ কৰা দৃষ্টান্ত পৃথিৱীৰ বহুতো জাতি-জনজাতিৰ মাজত আছে।

'শাওণৰ মাহতে শান্তি ৰোৱনৰে দিন' আলোচনাত নামনি অসমৰ গাঁৱত কেনেদৰে ধানৰ গোছ লোৱা হয় তাৰ উল্লেখ কৰিছে। লগতে এই সময়ৰ অন্যান্য উৎসৱ হিচাপে বৰষুণৰ কামনাৰে কৰা ভেকুলী বিয়া আৰু মনসা বা মাঁৰৈ ৰূপত মাতৃদেৱী বা আই গোসানীয়ে মহাদেৱ-পাৰ্ব্বতীৰ পৰৱৰ্ত্তী ৰূপত নাগৰ অধিষ্ঠাত্ৰী ৰূপে পূজাসেৱা খাই উত্তৰ-পূৱ ভাৰতৰ বিভিন্ন স্থানত এটি বিশিষ্ট ধৰ্মীয় সভ্যতা গঢ় দি তুলিছিল তাৰ বিৱৰণ দিছে। মনসা বা মাঁৰৈত শাক্ত, বৈষ্ণৱ আৰু তান্ত্ৰিক পন্থাৰ সমন্বয় ঘটাৰ সম্ভাৱনাৰ বিষয়েও তেখেতে সোঁৱৰণ কৰিছে।

জন্মাষ্টমী বা পচতি আলোচনাত পচতি শব্দৰ অৰ্থ, জন্মাষ্টমী পালন, পচতিগোৱা, পচতি সাহিত্য, পচতিৰ কবি ৰতিকান্ত, প্ৰাচীন কবিৰ পুথি আৰু অন্যান্য প্ৰসঙ্গ শিতানেৰে আলোচনাৰ প্ৰবৃত্ত হৈছে। পচতি ল'ৰা-ছোৱালী জন্ম হোৱাৰ পাঁচদিনৰ মূৰত কৰা এটি জন্মকৃত্য যদিও শ্ৰীকৃষ্ণৰ জন্মতিথিৰ পাঁচদিনৰ মূৰত কৰা উৎসৱকহে পচতি বোলা হয়। পচতিৰ নায়ক শ্ৰীকৃষ্ণক হিন্দুসকলে ঈশ্বৰৰ পূৰ্ণ অৱতাৰ বুলি পূজা আৰাধনা কৰে। শ্ৰীকৃষ্ণৰ চিৰশিশুৰূপৰ বিষয়ে ড° বাণীকান্ত কাকতিদেৱৰ উদ্ধৃতি দি কৈছে ঃ

'অসমীয়া বৈষ্ণৱ সাহিত্যৰ মূল প্ৰেৰণা দাস্যভাবে হ'লেও ইয়াত বাৎসল্য ভাবৰ প্ৰবল আধিপত্য আছে'।

পচতি উপলক্ষে গোৱা গীত-মাতৰ মাজত এনেধৰণৰ সমলেই নিহিত আছে। পচতিগোৱা প্ৰথা অসমৰ নৱবৈষ্ণৱ আন্দোনৰ আগেয়েও আছিল বুলি লেখকে অনুমান কৰিছে। নৱবৈষ্ণৱ ধৰ্মৰ পৰশে পচতি অনুষ্ঠানত নতুন ৰূপ, নতুন ৰহণ আৰু লৌকিক আকৰ্ষণৰ সৃষ্টি কৰিলে। বৈষ্ণৱ সাহিত্যৰাজিৰ মাজত কেবাখনো নাট-পদ ৰচিত হৈছে পচতি বিষয়ক। অসমৰ বিভিন্ন সত্ৰৰ পচতি উৎসৱ পালন কৰা কাৰ্য্যই বৈষ্ণৱধৰ্মৰ লোকৰ মাজত পচতি অনুষ্ঠানৰ জনপ্ৰিয়তাৰ কথা সূচায়।

'আহিনৰ মাহতে শান্তি, তুলসীৰ গোৰে চাতি' আলোচনাত ৰাসক্ৰীড়াৰ গুৰি, কঙালী বিহু, আকাশ বন্তিৰ আয়োজন, তুলসী আৰু আকাশ বন্তিৰ গীত, শাৰদীয় দুৰ্গাপূজা, দুৰ্গাপূজা আৰু আইলাপূজা আদিৰ বিশ্লেষণাত্মক বিৱৰণ দাঙি ধৰিছে।

ড°বাণীকান্ত কাকতিৰ উদ্ধৃতিৰে লেখকে কৈছে ঃ ব্ৰহ্মবৈৱৰ্ত্তপুৰাণত বৰ্ণিত ৰাসক্ৰীড়া কামকেলিৰ প্ৰকট ৰূপ। ই আদিম মানৱৰ কৃষি উৎসৱৰ লগত সম্পৰ্ক থকা এক যৌন-নীতি মুক্ত উৎসৱ।' ৰাসক্ৰীড়াই যে প্ৰজনন কৃত্য (Fertility) হিচাবে শাৰদীয় কৃষি কৰ্মত প্ৰকৃতিকো উন্মাদনা অনুপ্ৰেৰণা জনাইছিল, তাত আচৰিত হ'ব লগীয়া একো নাই।

আহিন-কাতিৰ দোমাহীৰ দিনা কাতিবিহু বা কঙালী বিহু। সেইদিনা চোতালৰ আগত তুলসীৰ গুৰিত চাকি, বন্তি আৰু আকাশ বন্তি দিয়া হয়। লোকগীতৰ মাজতো ইয়াৰ বৰ্ণনা আছে। তুলসী হিন্দু সকলৰ পূজাৰ পবিত্ৰ সামগ্ৰী। এই তুলসী পাত নাৰায়ণ বা শালগ্ৰামৰ অতি প্ৰিয় পৰিধান। লোকজীৱনত তুলসীৰ ব্যৱহাৰ বিভিন্ন ধৰণে কৰা হয়।

শাৰদীয় দুৰ্গা পূজাৰ লগত বছৰৰ সময় গণনাৰ সম্পৰ্ক আছে। দুৰ্গাপূজা চান্দ্ৰগণনা মতে হয়। দুৰ্গাপূজাৰ লগত অনেক লোক বিশ্বাস আছে তাৰ ভিতৰত দেৱীৰ আগমন আৰু বিদায় কিহেৰে হ'ল, খোৱা লোৱাৰ নিষেধ আদি। দুৰ্গাপূজা ৰাজৰাজেশ্বৰৰ পূজা আছিল ; যদিও লেখকে স্পষ্টকৈ কৈছে যে — অতীতৰ ৰাজধৰ্ম আছিল প্ৰজাৰ মঙ্গলৰ কাৰণেই, সৰ্বাঙ্গীন উন্নতিমূলক। দুৰ্গাপূজা আইলাপূজা আদিৰ লগত সম্পৰ্ক ৰাখি অনেক গীত-পদৰ সৃষ্টি হৈছে। আইলা পূজাৰ যোগেদি সধৱা নাৰী আৰু কুমাৰী ছোৱালীয়ে বোৱা-কটাত পাৰ্গত হোৱাৰ কামনা কৰাৰ অন্তৰালত লুকাই আছে লোকবিশ্বাস। জনজাতিসমাজৰ পৰা এনে বিশ্বাস অহাৰ বিষয়ে লেখকে ড° প্ৰফুল্ল দত্ত গোস্বামীৰ ধাৰণাৰ লগত সহঅৱস্থান কৰা দেখা যায়। 'লখিমী আদৰা, মহ-হো আৰু ৰাস উৎসৱ' আলোচনাত লখিমী আদৰা উৎসৱৰ বিষয়ে লিখিছে — 'আঘোণ মাহত পকা শালিধানৰ আগ ভড়াঁললৈ

আদৰি অনা উৎসৱকে লখিমী আদৰা উছৱ বোলে। এই উৎসৱ কৃষিৰ লগত জড়িত। শুদ্ধচিত্তে পথাৰলৈ গৈ খেতিয়ক বা গৃহস্থৰ কোনো পুৰুষে সোঁহাতেৰে ধানৰ গোছত ধৰি বাওঁহাতেৰে এটা এটাকৈ তিনিটা গোছ কাটি ভক্তিপূৰ্বক ভাবে মূৰত তুলি লৈ অহা কাৰ্য্যই লোকবিশ্বাস আৰু শস্য অধিষ্ঠাত্ৰী গৰাকীৰ প্ৰতি থকা একান্তিকা ভক্তিৰ পৰিচয় ডাঙি ধৰে। ধানৰ আগ অনা কৃত্য অকল পুৰুষেহে সম্পাদন কৰিব পাৰে। গৃহস্থৰ ঘৰত মহিলা সকলে লখিমীক আদৰিবলৈ গীত গায়। এইগীত লোক সাহিত্যৰ অমূল্য সম্পদ। কৃষি কৰ্মৰ লগতে যে লোকদেৱতা শিৱও জড়িত; তেখেতৰ কৃষি কৰ্মৰ সহায়ক ভীম। পাৰ্বতীয়ে শিৱৰ কৃষিক্ষেত্ৰ চোৱাৰ লগত শস্য সমূহ যে নষ্ট হৈছিল সেই বিষয়ৰ মনোৰম কাহিনী জনজাতি-অজনজাতিৰ লোকৰ মাজত প্ৰচলিত। খেতি পথাৰত মুখ লগা বিশ্বাস লগতে শস্যৰ অনিষ্টকাৰী শক্তি নাশ কৰাৰ উপায় বিষয়ক বিশ্বাসবোৰৰ আলোচনা অসমৰ কোনো কোনো অঞ্চলত এই উৎসৱৰ দিনা কৰা দেখা যায়।

মহ-হো উৎসৱ আঘোণী পূৰ্ণিমাৰ দিনা গাঁৱৰ গৰখীয়া আৰু ডেকা ল'ৰাবিলাকে পালন কৰে। 'ডেকাবোৰে একোটাকৈ দল বান্ধি, এজনে ভালুক সাজি, বাকীবোৰে টাঙোন বা লাঠি লৈ ঘৰে ঘৰে গৈ চোতালত মহ খেদা গীত গায়, এই উৎসৱকে মহো-হো বা ম'হ খেদা উৎসৱ বোলে'। লেখকৰ মতে অসমীয়া মহ আৰু বৰো কছাৰী ভাষাৰ হো (হো মানে খেদা) শব্দৰ মিশ্ৰিত ৰূপ স্বৰূপে মহ-হো। জনজাতীয়-অজনজাতীয় সকলো সমাজত এই উৎসৱ পালন কৰা হয়। অৱশ্যে অসমৰ বিভিন্ন অঞ্চলত ইয়াৰ সমধৰ্মী অনুষ্ঠান বেলেগ বেলেগ নামেৰে উদ্‌যাপিত হোৱা দেখা যায়। অসমৰ বাহিৰেও অন্যস্থানত এনে উৎসৱ পালন কৰে। এনে উৎসৱে যৌগিক গীত পদৰ সৃষ্টিৰ লগতে অভিনয়, ছোঁ-মুখাৰ ব্যৱহাৰ, আৰু সম্প্ৰীতিৰ বান্ধোন সুদৃঢ় কৰি ৰাখিব পাৰিছে।

ৰাস উৎসৱৰ বিষয়ে লিখিছে — 'আৰ্য হিন্দু সমাজত এই যমুনা বৃন্দাবনৰ স্মৃতিৰূপে শ্ৰীকৃষ্ণৰ ৰাসলীলা বা ৰাস উৎসৱ যুগে যুগে পালন কৰা হৈছে।..... তিথি গণনা মতে ৰাসোৎসৱ অনুষ্ঠিত হয় .......। এই উৎসৱ ভাৰতবৰ্ষৰ বাহিৰতো হিন্দু ধৰ্ম, সভ্যতা, সংস্কৃতিৰ প্ৰভাবান্বিত অঞ্চল আৰু জনমানসত ৰাসলীলা নৃত্য উৎসৱৰ সমাদৰ আৰু প্ৰচলন আছে।' অসম, মণিপুৰ, কোচবিহাৰ আদিত বিভিন্ন ৰূপত ৰাস উৎসৱ পালন কৰা হয়। কোচবিহাৰত ৰাজকীয় পৃষ্ঠপোষকতাত ৰাস উৎসৱ পালন কৰা হৈছিল। সম্প্ৰতি বিভিন্নৰাজ্যৰ লগতে অসমৰ বিভিন্ন সত্ৰৰ লগতে ৰাজহুৱা স্থানত ইয়াক শিক্ষামূলক ভাৱেও অনুষ্ঠিত কৰা দেখা যায়।

'ভোগালী বিহুৰে ৰঙালী পথাৰখন' ৰ আলোচনাত পুহৰ শেষত 'আমনা' ধান দাই শেষ কৰা মুকলি পথাৰৰ লগতে জীয়ৰী-বোৱাৰীৰ মুকলি মনৰ বিষয়ে

উল্লেখ কৰা হৈছে। ভোগালী বিহুৱে ভোগৰ ভঁৰাল লৈ খেতিয়ক ৰাইজৰ ঘৰত উপস্থিত হয়। ............ পথাৰত গৰখীয়া ল'ৰা আৰু ডেকাহতঁৰ গাত ত'ত নাই। ...... নামনি আৰু উজনি অসমত মাঘ বিহুৰ মেজি পোৰা, মঠ আৰু ভেলাঘৰ সজা, লগ ভাতখোৱা আদি ৰং-ৰগৰত ঠাই বিশেষে কিছু লৰচৰ আছে যদিও ভোগালী বিহুৰ পথাৰ খনি যে ৰঙেৰে ৰাঙলী তাত অকণো সন্দেহ নাই। .......... লখিমী ওপজা এই পথাৰখনে খেতিয়ক ৰাইজৰ আশাৰ থলী। ...... এই সময়ত গাঁৱৰ মানুহে লখিমীৰ মুখ দেখি বছৰৰ দুখ-বেদনাৰ কথা কিছু পৰিমাণে পাহৰে। ......... মুকলি পথাৰখনত কিছুমান ঠাইত 'সভা দিয়াৰো' নিয়ম আছে। সভাৰ সময়ত — ৰাতি যাত্ৰা-ভাওনা, ঢুলীয়া, খুলীয়া, ওজাপালি আদিৰ অভিনয় চলে। এই পথাৰৰ বুকুতে অসমৰ কৃষি-উৎসৱ ভোগালী পাতিলে বয়সিয়াললোকে সকলো কথাৰ বিচাৰ কৰি দিয়ে।' জীয়াৰী বোৱাৰীহঁতে ধান বানি চাউল কাঢ়ি থাকোতে কাৰ লগত কোনজনীৰ বিয়া হ'ব, বিয়াখন কেতিয়া হ'ব ইত্যাদি কথাবোৰেৰে আনন্দত বিভোৰ হৈ থাকে ; খোৱা বোৱাৰ বস্তু উভৈনদী হৈ থকা এই সময়ছোৱাত ইষ্ট কুটুম্বৰ অহা-যোৱা এই মাহত নুগুচে। মুঠতে মাঘমাহে মানুহৰ মাজলৈ আনে ভোগৰ সামগ্ৰী আৰু আনন্দৰ ৰেঙনি।

'মাঘৰ মাহতে শান্তি ধৰমৰে দিন' ৰ আলোচনাত মাঘ মাহৰ পবিত্ৰতাৰ বিষয়ে বৰ্ণনা কৰা হৈছে। মাঘ মাহত দক্ষিণায়নৰ ওৰ পৰে। উত্তৰায়নৰ আগচোতাল। স্নানৰ বাবে উপযুক্ত সময়, মহাব্ৰত যজ্ঞৰ দিন, ইতিমধ্যে আলোচনা কৰা মাঘবিহুৰ উলহ-মালহৰ সময়। মাঘমাহক লৈ সৃষ্টি হৈছে অনেক খণ্ডবাক্য, জতুৱা ঠাচ, যোজনা-পটন্তৰ। এই পবিত্ৰ মাঘ মাহত সান্দহ, পিঠা, লাৰু, মাহকৰাইৰ যোগাৰ, ভেলাঘৰ, মঠ আদি সজা, বাঁহৰ ব্যৱহাৰ, চুঙাপিঠা পোৰা, কণী যুঁজ, মহ যুজঁ, চিকাৰ, হাউখেলা, ধোপ, টাংগুটি আদি খেল-ধেমালিৰ পয়োভৰৰ বৰ্ণনা, কৃষিৰ উন্নতিৰ বাবে বাৰীৰ লাগন গছ-বিৰিখত লাগন বন্ধা, গছত ফল লাগিবলৈ টোকন বা মাৰিৰে গছত কোবোৱা আদি লোকাচাৰবোৰ কোন কোন বৃহৎ জনগোষ্ঠীৰ আচাৰৰ লগত মিল আছে সেই বৰ্ণনাৰ লগতে এইবোৰ জনজীৱনত কেনেদৰে প্ৰভাৱ বিস্তাৰ কৰি আছে সেই বিষয়ে জানিব পাৰি।

'মাঘৰ পৰা বহাগলৈ ঃ মুকলি বতৰে মাতে' শীৰ্ষক আলোচনাত লেখকে উল্লেখ কৰিছে' মাঘ আহিলে পুহৰ বল বিক্ৰম লেৰেলি শৰাইঘাটৰ মোগল কাহিনী যেন হৈ পৰে। মাঘ ফাগুন চ'ত আৰু বহাগৰো আগভাগ আমাৰ কাৰণে পূৰ্ব ভাৰতবাসীৰ লোক সকলৰ কাৰণে মুকলি বতৰ। ভৈয়ামৰ বৰডেকা বড়ো-কছাৰীসকলে উদং বতৰ বুলি এই কালছোৱাৰ নাম ৰাখিছে। অসমৰ গঞা ৰাইজে মিতিৰ ৰক্ষা, মিতিৰপতা আৰু মাঙ্গলিক অনুষ্ঠানৰ বাবে এইসময়ছোৱা প্ৰশস্ত বুলি

ভাবে। এই সময়ছোৱাত দেউল (ফাকুৱা), স'ৰি (সুৰঁৰি), সৰস্বতী পূজা আৰু শাস্ত্ৰঅনুকূল বিধিৰে কৰা ধৰ্মীয় কৃত্যবোৰ অনুষ্ঠিত হয়।

'চৈতৰ মাহতে শান্তি পকে সৰে বেল' আলোচনাত অশোকাষ্টমী মেলা, চৈতালিগোৱা, চ'তৰ বিহু লাগিছে গাত এই তিনিটা বিষয়ৰ বিৱৰণ আছে। প্ৰবন্ধৰ প্ৰথমতে উল্লেখ কৰিছে ভাৰতীয় আৰ্য্য হিন্দুৰ বছৰ গননা অনুসৰি চ'ত বা চৈত্ৰ মাহটি বছৰৰ শেষ মাহ। এই মাহত বাসন্তী পূজা, অন্নপূৰ্ণাদেৱীৰ আৰাধনা, আশোকাষ্টমী, মদনত্ৰয়োদশী আৰু মদনোৎসৱ, চড়কপূজা আদি নানা বিধ আচাৰ-অনুষ্ঠান, স্নান-দান, মেলা-উৎসৱৰ আয়োজন হয়। এই উৎসৱ সমূহৰ উল্লেখৰ পৰা অসমৰ জনগণে অনুষ্ঠিত কৰা বছৰৰ শেষ উৎসৱ সমূহৰ ধাৰণা এটি কৰিব পাৰি। চ'ত মাহত সংস্কৃত টোলৰ ছাত্ৰসকলে মানুহৰ ঘৰে ঘৰে গৈ আশিস বচন দি চৈতালি গাই টকা-পইচা, চাউল-পাত সংগ্ৰহৰ বিৱৰণে পুৰণি অসমৰ শিক্ষা ব্যৱস্থাৰ ধাৰণাৰ লগতে আশিস বচনৰ প্ৰতি জনসাধাৰণৰ আনুগত্যৰ উমান পাব পাৰি।

- পাহাৰ-ভৈয়ামৰ বিবিধ লোক উছৱত কিৰাতজ ধৰ্ম, প্ৰাক্ আৰ্য্য সভ্যতা, জনজাতীয় ধৰ্ম উৎসৱ, অকা জনজাতি, আদি বা আবৰ জনজাতি দেউৰী চুতীয়া সকল, ডিমাছা, বৰো, সোণোৱাল কছাৰী, লালুংসকল, মিকিৰ জনজাতি, মিজোসকল, মিৰি বা মিচিং, ৰাভাসকল, হাজং জনজাতি তিপ্ৰা জনজাতি, খাছি আৰু ছিনটেং, গাৰোজনজাতি, বৌদ্ধধৰ্মী জনজাতি, মিচিমিসকল, নক্টেসকল, ৱাঞ্চোসকল, নগাভূমিৰ জনজাতি আওনগা, আঙ্গামী নগা, চেমানগা, ৰেংমা, টাংখুল, কন্যাক, মেইথেই জাতিৰ চমু পৰিচয় দিবলৈ যত্ন কৰিছে। বিবিধ লোক উৎসৱ-শিৰোনামাৰ আলোচনাত কৈছে 'প্ৰকৃত তথ্য আৰু ক্ষেত্ৰ অধ্যয়নৰ অজুহাতত উল্লিখিত জাতি সমূহৰ আচাৰ-ব্যৱহাৰ, সংস্কৃতি, গীত-মাত, নৃত্য-বাদ্য তথা লোকউৎসৱৰ পৰিচয় দিবলৈ আমি অপাৰগ।'

গ্ৰন্থপঞ্জীত বিশখন অসমীয়া গ্ৰন্থ আৰু ওঠৰখন ইংৰাজী গ্ৰন্থৰ তালিকা সন্নিবিষ্ট কৰিছে যিবোৰ গ্ৰন্থ লোকসংস্কৃতি বিষয়ক অধ্যয়নকাৰীৰ বাবে অতীব প্ৰয়োজনীয়।

বহুতো লোক উৎসৱৰ লগত যে শাস্ত্ৰীয় উৎসৱৰ সম্পৰ্ক অথবা সাদৃশ্য আছে যথাস্থানত সেই বিষয়ে ড° ভট্টাচাৰ্য্যই উল্লেখ কৰি গৈছে। সময়ৰ পৰিবৰ্ত্তন লগে লগে গ্ৰেট ট্ৰেডিছন, লিটলট্ৰেডিছনত আৰু কেতিয়াবা লিটল ট্ৰেডিছন গ্ৰেটট্ৰেডিছনৰ অন্তৰ্গত শাস্ত্ৰীয় উৎসৱ বিশেষকৈ মাঘ মাহত অনুষ্ঠিত হোৱা মহাব্ৰত যজ্ঞৰ অনুৰূপত কেনেদৰে লিটলট্ৰেডিছনৰ অন্তৰ্গত লোকউৎসৱ অগ্নিপূজাৰ ৰূপ পাইছে সেই বিষয়ে আলোচনা কৰিবলৈ যত্ন কৰিছে। উৎসৱ-অনুষ্ঠানৰ বিষয়ে আলোচনা কৰিবলৈ বিভিন্ন শ্ৰেণীবিভাজন পণ্ডিতসকলে দাঙি ধৰিছে। আমাৰ

আলোচ্য গ্ৰন্থ আজিৰপৰা ডেৰকুৰি বছৰ আগেয়ে ৰচনা কৰা। অসমত লোক সংস্কৃতি প্ৰণালীবদ্ধ অধ্যয়নৰ গজালি মেলিছিলহে মাথোন। সেই সময়ত বছৰৰ বিভিন্নমাহত পালন কৰা উৎসৱসমূহৰ আলোচনা কৰাৰ ক্ষেত্ৰত লেখকে যি প্ৰণালী অৱলম্বন কৰিছে সেইটোও বিশেষ গুৰুত্বপূৰ্ণ পদ্ধতি। সামৰণিত কব পাৰি যে লোক সংস্কৃতিৰ অধ্যয়ন আৰু গৱেষণাৰ বাবে প্ৰয়োজনীয় পদ্ধতিৰে ভট্টাচাৰ্য্যই ৰচনা কৰা এই গ্ৰন্থখন লোক উৎসৱেই নহয় ধৰ্মীয় তথা সামাজিক লোকাচাৰৰ লগতে চুবুৰীয়া ৰাজ্যৰ জনজাতি সমূহৰ লগত পৰিচয় হোৱাৰ বাবে ই লোকসংস্কৃতিৰ 'কোষ' স্বৰূপ। লেখকে জনজাতীয় সমাজত প্ৰচলিত আচাৰ-নীতি সমূহ, গ্ৰন্থত উল্লেখ কৰা উৎসৱ সমূহৰ কোনোকোনোটোৰ লগত সাদৃশ্য পৰিদৃষ্ট হোৱাৰ কথা উল্লেখ কৰিছে। কোনো কোনো উৎসৱ জনজাতীয় সমাজৰ প্ৰভাৱত গঢ় লৈ উঠা বুলি কবলৈ যত্ন কৰিছে; যদিও সংস্কৃতিকৰণৰ বিষয়টোতো বিশেষ গুৰুত্ব দিয়া পৰিলক্ষিত হয়। কিয়নো সৰ্বভাৰতীয় স্তৰৰ কেইবাটাও উৎসৱ অসমত পালন কৰা হয়। এই উৎসৱসমূহত জাতি-জনজাতিৰ সকলোলোকে অংশগ্ৰহণ কৰাটোৱে জনজাতীয় লোক কেনেদৰে সৰ্বভাৰতীয় সংস্কৃতিৰ সুঁতিত সোমাই পৰিছে সেই বিষয়ে ধাৰণা কৰিব পাৰি।



ড° ভট্টাচাৰ্য্যৰ সম্পাদিত পুথি-পত্ৰ ঃ

# *তৰুণ জাগৰণ, সন্ধান, চক্ৰৰ ৰূপৰেখা, চক্ৰ সুৰভি, চক্ৰাচয়ন* ইত্যাদি

শ্ৰীকনক চন্দ্ৰ চহৰীয়া

১৯৪৩ চনত কলেজীয়া শিক্ষা গ্ৰহণৰ বাবে প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য গুৱাহাটীলৈ আহি চেনীকুঠিত মাহে ৩ টকা ভাৰাত ভাৰাঘৰ এটি লৈ বি. বৰুৱা কলেজত নাম ভৰ্ত্তি কৰে। যুদ্ধৰ সময়। দ্বিতীয় মহাযুদ্ধৰ ধামখুমীয়াত জাতীয় জীৱন ছেদেলি-ভেদেলি। এই দুৰ্য্যোগৰ সন্ধিক্ষণতে ১৯৪৪ চনত ভট্টাচাৰ্য্যদেৱৰ সৈতে কেইজনমান ছাত্ৰ লগ লাগি গুৱাহাটীত গঠন কৰে 'তৰুণ লেখক সংঘ' নামৰ সাহিত্য অনুষ্ঠান এটিৰ। সৰ্বশ্ৰী চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, প্ৰভাত গোস্বামী, বসুধৰ শৰ্মা, জীৱেশ্বৰ গোস্বামী, প্ৰমোদ দাস, অমিয় দাস, বিপিন শৰ্মা, চন্দ্ৰ মজুমদাৰ, ভুবনেশ্বৰ শৰ্মা আদিৰ লগতে প্ৰমোদ ভট্টাচাৰ্য্যও আছিল এই অনুষ্ঠানটোৰ গুৰি ধৰোঁতা। গুৱাহাটীত প্ৰতিষ্ঠিত 'তৰুণ লেখক সংঘ'ৰ ডাঙৰি আৰু চামতাতো দুটা শাখা গঠিত হৈছিল। বাণীকান্ত শৰ্মা আৰু গগন চন্দ্ৰ সোণোৱালে এই শাখাদুটাৰ কাৰ্য্য পৰিচালনাত আগভাগ লৈছিল। সাহিত্য চৰ্চাৰ বাবে গুৱাহাটীৰ এই তৰুণ লেখক সংঘৰ দ্বাৰাই ১৯৪৬ চনত পোন প্ৰথমবাৰৰ বাবে প্ৰকাশ কৰা হয় 'তৰুণ জাগৰণ' নামৰ সংকলনটো। হাইস্কুলৰপৰা আৰম্ভ কৰি কলেজীয়া ছাত্ৰসকললৈকে কবিতা, গল্প, প্ৰবন্ধ আৰু সাধুকথাৰে সমৃদ্ধ এই সংকলনটোৰ সম্পাদনা কৰিছিল প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য আৰু প্ৰভাত গোস্বামীয়ে যুটীয়াভাৱে। উল্লেখ্য যে ভট্টাচাৰ্য্যদেৱে সম্পাদনা কৰা গ্ৰন্থসমূহৰ ভিতৰত এইখনেই আছিল প্ৰথম। গ্ৰন্থখনৰ সম্পাদনা সমিতিত অৱশ্যে প্ৰমোদ দাস, বগলা মেধি, উপেন্দ্ৰ গোস্বামী, নিৰুপমা দেৱী, ৰেণুকা দেৱী আৰু জোনা বৰুৱাও সদস্য হিচাপে আছিল। ১১৮ পৃষ্ঠাৰ এই সংকলনটোত ছয়টা কবিতা, আঠোটা গল্প, সাতোটা প্ৰবন্ধ আৰু এটা সাধুকথা সন্নিবেশিত হৈছিল। কবিতাসমূহ ৰচনা কৰিছিল যথাক্ৰমে দেবেন্দ্ৰ বৰুৱা *(তৰুণৰ অভিযান)*, ডম্বৰুধৰ দাস *(নুশুনাবা কবি তুমি অলীকৰ গান)*, প্ৰভাত গোস্বামী

*(দুখীয়াৰ সপোন)*, ওম প্ৰকাশ *(মই তুমি-তুমি আৰু মই)*, ভূপেন্দ্ৰ বৰুৱা *(শান্তিৰ সপোন)* আৰু কিশোৰী শৰ্মা *(মোৰ কবিতা)*। সেইদৰে গল্পকাৰ সকল আছিল নিৰুপমা তামুলী *(শান্ত ছোৱালী জনী)*, বিপিন শৰ্মা *(এটকীয়া নোট)*, নমিতা দেৱী *(অভিশপ্ত)*, অনন্ত শৰ্মা *(দায়ী কোন)*, কিৰণ বালা দাস *(ৰহস্য নহয়)*, বগলা মেধি *(ভুল ক'ত)*, ৰমণী শৰ্মা *(আহুতি)* আৰু দামোদৰ শৰ্মা *(স্মৃতিৰ চকুলো)*। গ্ৰন্থখনৰ প্ৰবন্ধলেখক সকল হ'ল প্ৰতুল গোস্বামী *(প্ৰগতিশীল সাহিত্যৰ ভূমিকা)*, অমিয় দাস *(সঙ্গীত আৰু বৰ্ত্তমান অসম)*, ৰেণুকা দেৱী *(গাৱঁলীয়া আৰু নগৰীয়া জীৱন)*, চন্দ্ৰ মজুমদাৰ *(কৰ্মবীৰ)*, জগদানন্দ গোস্বামী *(পৰমাণু বোমা)*, প্ৰমোদ ভট্টচাৰ্য্য (বেজবৰুৱাক ভালপাওঁ কিয়?) আৰু উপেন্দ্ৰ গোস্বামী *(বিশ্বশান্তিৰ বাটত)*। সংকলনটোত সন্নিবিষ্ট একমাত্ৰ সাধুকথাটো আগবঢ়াইছিল প্ৰমোদ চন্দ্ৰ দাসে *(জগতত সৰু বৰ নাই)*।

গ্ৰন্থখনৰ আৰম্ভণিতে 'আশীৰ্বাদ' একাঁজলি দি তৰুণলেখকসকলৰ প্ৰতি শুভেচ্ছা আগবঢ়াইছে প্ৰখ্যাত কবি ৰঘুনাথ চৌধুৰীয়ে। কবি গৰাকীয়ে তেওঁৰ শুভেচ্ছাত কৈছে ঃ

"সাহিত্যই মানৱজীৱনৰ শ্ৰেষ্ঠ সম্পদ। এই অমূল্য সম্পদ লাভ কৰিবলৈ 'তৰুণ লেখক সঙ্ঘ'ৰ সেৱকসকলৰ একনিষ্ঠ সেৱাই তেওঁলোকৰ জীৱনৰ বিশেষত্ব। তেওঁলোকৰ শিক্ষা আৰু বয়সৰ অনুপাতে বহুমুখী প্ৰতিভাৰ পৰিচায়ক স্বৰূপে যিখিনি অৱদান শিক্ষিত মণ্ডলীলৈ আগবঢ়াইছে সেয়ে যেন সাৰ্থক হয় ; ইয়াকেহে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।"

মন কৰিবলগীয়া কথা গ্ৰন্থৰ পাতনিখন সমালোচক অধ্যক্ষ হেমকান্ত বৰুৱাৰ (হেম বৰুৱা)। চৌধাৰীৰ দৰেই বৰুৱায়ো ডেকা লেখক চামৰ ওপৰত গভীৰ আস্থাৰে তেওঁলোকৰ সজ প্ৰচেষ্টাক সাহস দিছিল। যুদ্ধকালীন দুৰ্য্যোগৰ পিছতো সাহিত্য সৃষ্টিৰ প্ৰতি তেওঁ আছিল পৰম আশাবাদী। বৰুৱাই তেওঁৰ পাতনিত সেয়ে কৈছে ঃ

*বৰ্ত্তমান যুদ্ধ নাই। সামন্তবাদৰ তাড়নাত অৱশ্যে পৃথিবী আজি মুমুৰ্ষু। তথাপি এই দুৰ্য্যোগৰ অৱশেষত সাহিত্য কলাৰ উন্নতি যথোচিত আশা কৰিব পৰা যায়। বৰ্তমান যুদ্ধোত্তৰ পৰিকল্পনাৰ দিনত সাহিত্য-সংস্কৃতিৰ পুনৰ গঠন পৰিকল্পনা কৰাটো জানো অনুচিত হ'ব?*

তৰুণ লেখক সংঘৰ ডেকা উদ্যোগী ছাত্ৰসকল সাহিত্য কৰ্মকো বৰুৱাই পাতনিৰ শেষত ওলগ যাচিছে এনেদৰে ঃ

*প্ৰবন্ধৰ দোষ-গুণ পঢ়ুৱৈ সমাজে বিচাৰ কৰিব — আমি তৰুণ লেখক সংঘৰ উদ্যোগী ছাত্ৰ-ছাত্ৰীসকলৰ উদ্যম 'তাৰিফ' কৰিছোঁ। তেওঁলোকৰ সাহিত্য স্পৃহা*

*সঁচাই প্ৰশংসনীয়। জীৱনৰ বিবিধ অভিজ্ঞতাৰাজিক সজাই পৰাই সাহিত্যৰ আপুৰুগীয়া সম্পদত পৰিণত কৰিব পাৰিলেই তেওঁলোকৰ চেষ্টা ফলৱতী হৈছে বুলিব পৰা যাব।*

সংকলনটোৰ প্ৰায়খিনি লেখনিয়েই ডেকা ছাত্ৰসকলৰ ৰচনা হ'লেও তদানীন্তন সমাজৰ ছবিখন প্ৰকাশ কৰাত সেইবোৰ সাৰ্থক হোৱা বুলিয়েই ক'ব লাগিব। যুদ্ধ যুগৰ স্খলন, সামাজিক তথা ব্যক্তিজীৱনৰ অধঃপতন, পাৰমাণৱিক বোমাৰ আবিৰ্ভাব, প্ৰগতিবাদী চিন্তাৰ উন্মেষৰ আদি ভালেমান তাৎপৰ্য্যপূৰ্ণ দিশ গ্ৰন্থখনত লেখক সকলে ফুটাই তোলাৰ প্ৰয়াস কৰা দেখা যায়। সংকলনটোত জাতীয়তাবাদৰ চেতনাও প্ৰস্ফুটিত হৈছে। গ্ৰন্থখনৰ সম্পাদক প্ৰমোদ চন্দ্ৰ ভট্টচাৰ্য্যই লিখা'বেজবৰুৱাক ভালপাওঁ কিয়?' প্ৰবন্ধটোৱেই ইয়াৰ উৎকৃষ্ট প্ৰমাণ। বেজবৰুৱাই যিহেতু অসম আৰু অসমীয়াক ভাল পাইছিল গতিকে লেখকেও সেই কাৰণেই বেজবৰুৱাক ভালপাওঁ বুলি প্ৰকাৰান্তৰে জাতীয় প্ৰেমৰে চিনাকি দিছে। বেজবৰুৱাৰ ৰচনাৰাজিৰ মাজতে বেজবৰুৱা সোমাই আছে বুলি উল্লেখ কৰি সেইবোৰৰ যথাযথ মূল্যাংকন হোৱাটো প্ৰবন্ধ লেখক ভট্টাচাৰ্য্যই বিচাৰিছে। জাতিটোক নতুন ৰূপত মূল্যাংকন কৰিবলৈ হ'লে বেজবৰুৱাৰ সাহিত্য-তথা ৰাজিৰ বিচাৰ যথেষ্ট গুৰুত্বপূৰ্ণ; কাৰণ বেজবৰুৱাৰ এই সাহিত্য সম্ভাৰতে সোমাই আছে স্বদেশপ্ৰেমৰ সচাঁৰ কাঠী। বেজবৰুৱাই লেখনিৰ জৰিয়তে সংস্কাৰৰ আন্দোলন গঢ়িছিল বুলি ভট্টাচাৰ্যই উল্লেখকৰাৰ লগতে এই কথাও স্বীকাৰ কৰিছে যে, বেজবৰুৱাৰ ব্যক্তিসমালোচনাৰ অন্তৰালতো লুকাই আছিল আশ্বাস আৰু উৎসাহৰ বাণী। সন্দেহ নাই, বেজবৰুৱাৰ 'মিঠকড়া' সমালোচনাই বহুত উচ্ছৃংখল জীৱন তথা লেখনিকো সংযত হ'বলৈ বাধ্য কৰাইছিল। ইংৰাজ ৰসিক এডিচন, ষ্টীল, চুইফট - আৰু বঙালী বঙ্কিমচন্দ্ৰৰ 'মধুৰ সংস্কৰণ' বুলি বেজবৰুৱাক উল্লেখ কৰি ভট্টাচাৰ্য্যই তেওঁৰ কৃষ্ণ ভক্ত চৰিত্ৰ ব্যক্ত কৰিব পাহৰা নাই। সঁচা কথা, ভট্টাচাৰ্য্যই কোৱাৰ দৰে আধুনিক অসমীয়া গদ্য সাহিত্যত ৰাপ বহুৱাবলৈ বেজবৰুৱাৰ ধৰ্ম সাহিত্যই আছিল পাঠকৰ বাবে ক-খ স্বৰূপ। বেজবৰুৱাই ডালিমীৰ সঁচা চৰিত্ৰ অঙ্কন কৰি সমন্বয়ৰ সাকোঁখন সৌ তাহানিতেই ৰচনা কৰিছিল বুলি কোৱা কথাখিনিও প্ৰবন্ধটোৰ বেছ বৈশিষ্ট্যপূৰ্ণ দিশ। বেজবৰুৱাক 'সহজকবি' বুলি আখ্যা দি ভট্টাচাৰ্য্যই তেওঁৰ কাব্য সমগ্ৰক যথাক্ৰমে প্ৰেম আৰু হোজা, জাতীয় ভাৱাপন্ন, খুহুতীয়া , নীতিমূলক আৰু আধ্যাত্মিক ভাবাপন্ন এই পাঁচ ভাগত বিভক্ত কৰি দেখুৱাইছে। সমৰ ব্যস্ততা, ৰাজনৈতিক পৰিবৰ্তন, অৰ্থনৈতিক অধঃপতন আদি সমস্যাই গণ সাহিত্যৰ বাট মোকোলাই দিছিল যদিও বেজবৰুৱাৰ সাহিত্যই যে ভাবাবেগৰ সমলো সেই সময়ত যোগান ধৰিছিল তাকো ভট্টাচাৰ্য্যই অস্বীকাৰ কৰা নাই। ভট্টাচাৰ্য্যই সঠিক ভাবেই তেওঁৰ প্ৰবন্ধত উল্লেখ কৰিছে যে, বেজবৰুৱাক

ব্ৰহ্মপুত্ৰ বুলি নধৰি 'কোলাৰ ল'ৰা'ৰ দৰেহে ভাবি তেওঁৰ সাহিত্যকৃতিৰ সঠিক মূল্যায়ন কৰা উচিত। কাৰণ 'বেজবৰুৱা অসমীয়া সাহিত্যৰ এটা গৌৰৱময় অধ্যায়। যিমানেই মথা যায়, সিমানেই সোৱাদ ওলাব।"

গুৱাহাটীৰ 'তৰুণ লেখক সংঘই' যুদ্ধকালীন পৰিবেশত প্ৰকাশ কৰা এই 'তৰুণ জাগৰণ' নামৰ সংকলনটোৰ সাহিত্যিক মূল্য যিয়েই নহওঁক, ইয়াৰ এক ঐতিহাসিক গুৰুত্ব যে আছে তাত সন্দেহ নাই। ১৯৪৬ চনত এই সংকলনটো প্ৰকাশ কৰাৰ দুবছৰ পিছত অৰ্থাৎ ১৯৪৮ চনত তৰুণ লেখক সংঘই প্ৰকাশ কৰি উলিয়ায় *সন্ধান* নামৰ সংকলনটো। এই সংকলনটোত প্ৰভাত গোস্বামীৰ লগত যুটীয়া ভাবে সম্পাদনা কৰিছিল প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই। সংকলনটোত অন্যান্য সকলৰ লেখনিৰ লগতে প্ৰমোদ ভট্টাচাৰ্য্যই ৰচনা কৰা 'মনোৰম অসমৰ নতুন ৰূপ' নামৰ প্ৰবন্ধটোও সন্নিবিষ্ট হৈছিল।

তৰুণ লেখক সংঘৰ উদ্যোগতে প্ৰকাশিত *শৰৎ চন্দ্ৰ গোস্বামী* নামৰ জীৱনীখনো উল্লেখযোগ্য। এই গ্ৰন্থখন ৰচনাৰ ক্ষেত্ৰতো প্ৰমোদ ভট্টাচাৰ্য্যৰ যথেষ্টখিনি বৰঙনি আছে। ৰাম গোস্বামী আৰু উপেন্দ্ৰ গোস্বামীয়ে গ্ৰন্থখনৰ পাতনিত (আমাৰ ক'বলগীয়া) উল্লেখকৰা মতে ভট্টাচাৰ্য্যদেৱে হাতেলিখা অৱস্থাতেই সমগ্ৰ পুথি খন চাইচিতি দিয়াৰ উপৰিও পঞ্চম তথা শেষৰ অধ্যায়টো ৰচনাও কৰিছিল। অধ্যয়ন কৰিলে দেখা যায় *শৰৎ চন্দ্ৰ গোস্বামী* নামৰ এই জীৱনীখন দেশে স্বাধীনতা পোৱাৰ ঠিক আগে আগে (জানুৱাৰী, ১৯৪৭) ৰচিত এখন গুৰুত্বপূৰ্ণ গ্ৰন্থ, য'ত ভালেমান ঐতিহাসিক সমলৰো সংযোগ ঘটিছে। গ্ৰন্থখনত প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই ৰচনা কৰা পঞ্চম তথা শেষ খণ্ডটো চাই, বিষয়-শৰৎ চন্দ্ৰ গোস্বামীৰ লগতে লেখক ভট্টাচাৰ্য্যৰো স্বদেশ প্ৰীতিৰ উমান পোৱা যায়। উদাহৰণ স্বৰূপে ভট্টাচাৰ্য্যই লিখা শেষৰ ফালৰ দুটামান বাক্য এনেধৰণৰ ঃ

শৰৎ চন্দ্ৰ গোস্বামীৰ জীৱনৰ আদৰ্শক আমি মহান বা শ্ৰেষ্ঠতম বুলি ক'বলৈ যোৱা নাই। কিন্তু তেওঁৰ যি আদৰ্শ সি জাতীয়তাবাদী অসমীয়া মাত্ৰৰেই হেঁপাহৰ ধন। তেওঁ ৰাজনৈতিক নেতা হৈ আন্দোলন চলাবলগীয়া নহ'ল । কিন্তু তেওঁৰ সাহিত্য, শিক্ষা আৰু জনসেৱাৰ মাজেদি স্বদেশ প্ৰীতিৰ যি নিদৰ্শন ফুটি ওলাইছিল সি এখনি দেশপ্ৰাণ অন্তৰৰ সতেজ উচ্ছ্বাস, দুখীয়া অসমীয়া মানুহৰ কৰ্মধাৰাত সি চিৰদিন প্ৰেৰণা যোগাব।

দেশে স্বাধীনতা পোৱাৰ কেইবছৰমান পিছত অৰ্থাৎ ১৯৫৫ চনত গঠিত হয় 'গুৱাহাটী আলোচনা চক্ৰ'। প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই আছিল এই আলোচনা চক্ৰৰো প্ৰতিষ্ঠাপক সদস্য (চক্ৰধাৰী) পিছত ভট্টাচাৰ্য্যই আলোচনা চক্ৰৰ সম্পাদকৰ দায়িত্বও বহন কৰে। ভট্টাচাৰ্য্য 'গুৱাহাটী আলোচনা চক্ৰ'ৰ চতুৰ্থগৰাকী সম্পাদক। এখেতৰ আগৰ তিনিগৰাকী সম্পাদক হ'ল যথাক্ৰমে অতুল চন্দ্ৰ বৰুৱা,

প্ৰফুল্লদত্ত গোস্বামী আৰু কালীনাথ শৰ্মা। এই 'গুৱাহাটী আলোচনা চক্ৰই' ১৯৮৩ চনত প্ৰকাশ কৰা 'আলোচনা চক্ৰৰ ৰূপৰেখা' সংকলনটোত অতুলচন্দ্ৰ বৰুৱা, প্ৰফুল্লদত্ত গোস্বামী আৰু কালীনাথ শৰ্মাৰ লগতে যুটীয়া ভাবে প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই সম্পাদনা কৰি উলিয়ায়। চক্ৰই ১৯৯৩ চনত প্ৰকাশ কৰা *চক্ৰসুৰভি* নামৰ স্মৃতি গ্ৰন্থখনো প্ৰমোদ ভট্টাচাৰ্য্যই বৰেন্দ্ৰ বৰকটকী, প্ৰমোদ কাকতি, আৰু উমেশ শৰ্মাৰ লগত যুটীয়া ভাবে সম্পাদনা কৰে। *চক্ৰৰ ৰূপৰেখা* আৰু *চক্ৰসুৰভি* এই দুয়োখন গ্ৰন্থতে প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ সম্পাদকীয় সংযোজিত হৈছে। গুৱাহাটী আলোচনা চক্ৰই প্ৰকাশ কৰা *চক্ৰ চয়ন* নামৰ অন্য এটি সংকলনত প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই যুটীয়া ভাবে সম্পাদনা কৰাৰ লগতে 'অসমৰ জনজাতীয় ধৰ্ম বিশ্বাস' নামৰ প্ৰবন্ধ এটিও ৰচনা কৰিছিল। পিছত এই প্ৰবন্ধটোকে কটনকলেজৰ অসমীয়া বিভাগে প্ৰকাশ কৰে। *অসম গৌৰৱ* গ্ৰন্থত সংযোজন কৰা হয়।

ছাত্ৰকালৰপৰাই মেধাবী গুণৰ পৰিচয় দি অহা, অপূৰ্ব স্মৰণ শক্তিৰ অধিকাৰী ভট্টাচাৰ্য্যদেৱৰ ভাষা-সাহিত্য সংস্কৃতিৰ অধ্যয়ন-অধ্যাপনা তথা গবেষণাৰ মাজেৰে ফল্গুৰ দৰে বৈ থকা স্বদেশপ্ৰেমৰ চেতনাই তেওঁৰ জীৱনৰ বাণীস্বৰূপ। জাতীয় সেৱাত আত্মৰত উত্তৰপুৰুষৰ বাবে গৱেষক পণ্ডিত ড° ভট্টাচাৰ্য্য নিঃসন্দেহে এক বন্ধুপ্ৰতিম আদৰ্শ।



# ড° ভট্টাচাৰ্য্যৰ ৰসিকতা

শ্ৰীকনক চন্দ্ৰ শৰ্মা

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ৰসিকতাৰ বিষয়ে আমাক লিখিবলৈ কোৱা হৈছে। আজি বহুবছৰ আগৰপৰাই আমি বিভিন্ন দিশত তেওঁৰ সৈতে ঘনিষ্ঠ হৈ পৰাৰ সৌভাগ্য হৈছে ; চাকৰি কালতো বিভিন্ন প্ৰসংগত তেওঁৰ সৈতে নিকটতম সম্পৰ্ক স্থাপিত হৈছে। কিন্তু এনে ধৰণৰ দিশ বা দৃষ্টিৰে তেওঁক কেতিয়াও চোৱা নাই। তদুপৰি বিষয়টোৰ তাৎপৰ্য্য বা গূঢ়াৰ্থও তাৎকালিকভাবে আমাৰ উপলব্ধি হোৱা নাই। সেয়ে আমি ভবামতেহে এনে বিষয়টোৰ প্ৰতি লক্ষ্য ৰাখি দুই এটা কথা উত্থাপন কৰিছোঁ।

ইংৰাজী সাহিত্যত wit, humour, farce, comedy, epigram, irony, satire আদি বিভিন্ন কাব্যিক বা সাহিত্যিক আলংকাৰিক শব্দ আছে যি ভিন্ন ভিন্নভাবে সাহিত্য শৈলীত ব্যৱহাৰ হয়। অসমীয়া সাহিত্যতত্ত্বত wit, humour আৰু comedy য়ে বহলভাবে 'হাস্যৰস' শব্দৰ ভিতৰতে সোমাই পৰে, যদিও সূক্ষ্মভাবে ইয়াৰ বিচাৰ বৰ্ত্তমানৰ সাহিত্য সমালোচনাত কৰিবলৈ লোৱা হৈছে। সংস্কৃত সাহিত্য ভিত্তিক অসমীয়া শব্দালংকাৰ আৰু অৰ্থালংকাৰে অৱশ্যে এই শব্দবোৰৰ সকলো তত্ত্ব সামৰি লয়।

'হিউমাৰ' বুলিলে অসমীয়াত সাধাৰণতে হাস্যৰস বা ৰসিক উক্তিৰ ধাৰণা বুলি ভবা হয়। এই হাস্যৰসিকতা বা হাস্যাত্মকতা সাধাৰণতে চৰিত্ৰৰপৰাই জন্ম হয়। কেতিয়াবা মানুহ এগৰাকী 'মেজাজী' বা 'একঘেঁয়ে' বা 'একগুৰতা' হিচাপে দেখা পালে ইংৰাজী সাহিত্যৰ ৰসৰ দৃষ্টিৰে তেওঁক he is in a bad humour বুলি কওঁ। সেইদৰে যেতিয়া কোনো কথাত বা চৰিত্ৰত নিৰ্ভেজাল বুদ্ধিদীপ্ত কৌতুকপূৰ্ণ ব্যক্তিত্বৰ প্ৰকাশ বা কৌতুক উপভোগ্যতা অনুভৱ কৰা হয়, তেতিয়া সেই গুণ wit ৰ ভিতৰুৱা হয়। ইয়াক এতিয়া অসমীয়া পৰিভাষাত 'ৰসিকতা' বোলা হৈছে। পিছে, ভাৰতীয় অৰ্থেৰে 'ৰসিকতা' শব্দই wit ৰ সীমাৰেখা অতিক্ৰম কৰি যায়। ৰসিকজন হৈছে ৰসকলাবিদ, সৰস বা ৰসজ্ঞজন [ৰস+ইক্ (ঠন্)]।

ৰসিকা ঃ ৰসজ্ঞাঃ। "শ্ৰীমদ্‌ভাগৱত" ৰ ১ম অধ্যায়ত কোৱা হৈছে ঃ

*পিৱত ভাগৱতং ৰসমালয়ং*
*মুহুৰহো ৰসিকা ভুৱি ভাবুকাঃ।। (১.১.৩)*

[হে পৰমাৰ্থ ৰসচিন্তা পৰায়ণ ৰসিকমণ্ডলী ! আপোনাসবে এই ৰসময় ভাগৱতফলৰ বাৰে বাৰে আস্বাদ লওক।]

গতিকে তেওঁ কাব্য ৰসজ্ঞও ।ৰসৰ বিমূৰ্ত্তভাবেই হৈছে ৰসিকতা অৰ্থাৎ ৰসিক ভাব বা ৰসজ্ঞতা। অৱশ্যে ইয়াৰ লগত বৈদগ্ধ্য বা বিদগ্ধতাৰ ভাব অৰ্থাৎ পাণ্ডিত্য আৰু বুদ্ধি দীপ্ততাৰ গুণো নিহিত হৈ আছে। নহ'লে তেওঁ ৰসজ্ঞ হ'ব নোৱাৰে।

এনে ভাৰতীয় আৰু ইংৰাজী উভয়সাহিত্যৰ ৰসিকতাৰ ধাৰণাৰ জৰিয়তেও ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যক বিচাৰ কৰিলে তেওঁক যথাৰ্থ ৰসিক ব্যক্তি বুলিয়ে নিশ্চয় প্ৰতিভাত হ'ব।

ড° ভট্টাচাৰ্য্য চাৰিত্ৰিক গুণত সাদৰ, মৰমিয়াল, কথা চহকী, বমভোলা আৰু সুমিষ্ট ভাষণেৰে সকলোকে আপোন কৰি লব পৰা অনন্য ব্যক্তি। প্ৰতিজনক প্ৰথমতে লগ পাওঁতেই তেওঁ কিবা নহয় কিবা এটা ৰসাল উক্তিৰে — হয় প্ৰবাদ প্ৰবচন, কিংবদন্তী, নহয় প্ৰাসংগিক পৰিয়াল-পৰিচয়জ্ঞাপক উক্তি অথবা সংশ্লিষ্ট ঠাই নামৰ বৈশিষ্ট্য প্ৰকাশেৰে — তাৎকালিকভাবে আপোন কৰি লয়। এই লেখক ড° ভট্টাচাৰ্য্যৰ সৈতে কেবল একে গোত্ৰীয়ই নহয়, একে বৃহৎ বৰভাগ অঞ্চলৰো। পিতৃ-পিতৃব্যৰ সৈতেও আছিল পৰিচিত সম্পৰ্ক। সেয়ে লগ পালেই সদায় ৰসিকতাৰে কয়, 'অ' গোত্ৰভাগী আহিছে, আহক, আহক। আমি একেখন মঞ্চৰে যাত্ৰী।' বৰভাগৰ সীমাৰ কথা সাউৎকৰে উল্লেখ কৰি ওচৰত থকা সকলকো শুনায় এইদৰে ঃ

*পূবে ঘগৰা পশ্চিমে জাগাৰা*
*উত্তৰে দীঘেলি*
*দক্ষিণে বিজেলি।।*

এয়া বোলে বৰভাগ পৰগণাৰ সীমা। ইয়াৰ মাজৰ মানুহবোৰেই বৰভগীয়া। বৰ্ত্তমান কামৰূপ জিলা মোগল-মুছলিম সাম্ৰাজ্যৰ অধীনত থকা সময়তে ভূমি জৰিপ সহ পৰগণা বিভাগ কৰা হৈছিল।

এইদৰেই তেওঁ সকলো বৰভগীয়াকে নিজৰ কৰি লয়। *কামৰূপৰ বুৰঞ্জী*-ত বৰভাগ সম্পৰ্কে এনেদৰে কৈছে, "*বৰুৱাসকলে যি খাইছিল মানে বৰভাগ হ'ল*" বুৰঞ্জীকাৰ ৱেড (Wade) চাহাবে লিখিছিল ঃ

*The principal purgunah of Camroop is Burrabag, of which Cotta is the chief town.* ৰসিকতাৰ মাজত এনেবোৰ কথাৰো মাজে মাজে প্ৰসংগ আহে।

ড° ভট্টাচাৰ্য্যৰে লোক-সংস্কৃতি-চৰ্চাৰ গুৰু ড° প্ৰফুল্ল দত্ত গোস্বামীয়ে উল্লেখ কৰিছে যে 'মেটাফৰ' বা উপমাৰ প্ৰয়োগে কবিতা নহয়, গদ্যকো আকৰ্ষণীয় কৰে' ('মনৰ পখী উভতি উৰে')। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ঘৰুৱা কথোপকথনত আৰু ঘনিষ্ঠ আলাপত কামৰূপীয় প্ৰবচন, খণ্ডবাক্য অথবা উপমাযুক্ত কামৰূপী শব্দৰ স্বাভাৱিক ব্যৱহাৰ প্ৰায়ে এক লক্ষ্য কৰিবলগীয়া বিষয় হয়। এই বৈশিষ্ট্য বা গুণৰ অধিকাৰী হোৱা বাবেও তেওঁৰ উক্তি বা আলাপ আকৰ্ষণীয় হয়। কামৰূপী শব্দ 'ধেমেনি', 'আইলাপচু', 'হনাহ-ফনাহ' আদি শব্দবোৰ সময়ত আকস্মিকভাৱে আৰু মাজে মাজে ব্যৱহাৰ কৰি কামৰূপী বন্ধুসকলৰ মাজত তেওঁ পৰিবেশ এনেদৰে উপভোগ্য কৰি তোলে যে এনে ক্ষমতা একমাত্ৰ এগৰাকী ৰসজ্ঞ ব্যক্তিৰ ক্ষেত্ৰতহে সম্ভৱ হয়।

জন-সংস্কৃতিৰ চৰ্চাকাৰী আৰু সংগ্ৰহকাৰীৰূপে অসমৰ অন্যান্য অঞ্চলৰ ক্ষেত্ৰতো তেওঁৰ আছে বিস্তৃত জ্ঞান আৰু স্মৃতি। বৰভাগৰ বাহিৰে অন্যস্থানৰ লোকৰ লগত প্ৰথম পৰিচয় হোৱাৰ লগে লগেই নিৰ্মল ৰসিকতাৰে তেওঁক প্ৰশ্ন কৰে বা আনক জনাই দিয়ে — তেওঁ 'কি ক'ত কিয় বিখ্যাত'। উত্তৰলৈ বাট নাচাই সৰসৰকৈ কৈ যায় সেই ঠাইৰ বিশিষ্ট ব্যক্তিজনৰ কথা — অঞ্চলটোৰ 'চৈধ্য পুৰুষ'ৰ কথা।

'ঐতিহ্যপূৰ্ণ গুৱাহাটী আলোচনা চক্ৰ' — তেওঁৰ প্ৰাণতকৈও প্ৰাণ, আপোনজনতকৈও আপোন। সুদীৰ্ঘকাল প্ৰধান সম্পাদক ৰূপে কাৰ্য্যভাৰ চলাই এতিয়া সভাপতিৰূপে প্ৰতিষ্ঠিত। চক্ৰধাৰীসকল তেওঁৰ বৃত্ততে আৱৰ্ত্তিত। সকলোকে উৎসাহিত কৰে। লচপচী মহিলা লেখিকা-কবিসকলকো তেওঁ চিনাকি কৰি দিয়ে তেওঁৰ প্ৰিয় উপমা — 'মেটাফৰে'ৰে। ৰসিকতাৰে ঘৰুৱা পৰিচয়ো প্ৰয়োজনমতে দাঙি ধৰে। এনে আন্তৰিকতা আৰু ৰসিকতাৰ বিমল আনন্দেৰে মানুহক সুখানুভূতি প্ৰদান কৰিবলৈ সক্ষম হোৱা কেইজন ব্যক্তি আমাৰ মাজত পোৱা যায় — সেইকথা চিন্তনীয়। ঐতিহ্য, ইতিহাস, সাহিত্য, লোক-সংস্কৃতি আৰু কাব্যিক প্ৰভাৱসিক্ত কথোপকথন বা প্ৰীতিবাকৰ মাজত নিজকে বিজৰিত কৰি এনে ঘৰুৱা মাত-কথাৰ মাজতো যিজনে সদায় এইদৰে প্ৰকাশ কৰি থাকিব পাৰে; সেইজন ব্যক্তি প্ৰকৃততে পৰম সংস্কৃত আৰু পৰিশীলিত বিশেষ ব্যক্তিৰূপে প্ৰতিষ্ঠিত হয় আৰু বিশেষ আকৰ্ষণীয় ব্যক্তিত্বৰ অধিকাৰী হয়। সেই গুণেই ড° ভট্টাচাৰ্য্য বিশেষ নিৰ্বিশেষ-সকলোৰে মাজত অতীব জনপ্ৰিয়।

কিন্তু এটা কথা ইয়াৰ মাজতে উল্লেখ নকৰিলে ড° ভট্টাচাৰ্য্যৰ চাৰিত্ৰিক গুণৰ ক্ষেত্ৰত অসম্পূৰ্ণ হৈ থাকিব বুলি আমাৰ ধাৰণা। সেয়ে হৈছে — তেওঁৰ মাজে মাজে উঠা সামাজিক খং। বমভোলা, কথাচহকী মানুহৰ খং। কবি, ৰাজনীতিবিদ, বিদগ্ধ সাংসদ প্ৰয়াত হেমবৰুৱাই পণ্ডিত জৱাহৰলাল নেহৰুৰ মৃত্যুত 'এটুপি চকুলো' ৰে এলানি ৰচনা লিখিছিল। সেইখিনি তেওঁৰ 'সৰাফুল' গ্ৰন্থত সন্নিবিষ্ট হৈ

আছে। তাৰে এটা প্ৰবন্ধত তেওঁ পণ্ডিত জৱাহৰলাল নেহৰুৰ 'খঙ'ৰ বিষয়ে উল্লেখ কৰিছিল। তেওঁ লিখিছিল, 'ভমককৈ উঠি চকুৰ আগতে নুমাই যোৱা একুৰা জুই।........ বক্তৃতা দি থাকোতে মাজতে কিবা এটা এনেয়ে কৈ দিয়ক, অলপ বাধা দিয়ক, তেতিয়াহে দেখিব মানুহজনৰ ভাব, ভাষা, প্ৰকাশ ভংগিমাই কেনে ৰূপ লৈছে। .......... অলপ খং তুলি দিব পাৰিলে মানুহজনৰ বক্তৃতা সদায়েই সুন্দৰ হয়। খঙাল নেহৰু শান্ত নেহৰুতকৈ সদায়ে ভাল, অন্ততঃ দেখি ভাল লাগে" (পৃ. ১১৩)। হেম বৰুৱাই নেহৰুক চিতা বাঘৰ (Panther) ৰ লগত তুলনা কৰি কৈছিল, 'And it is these pantherese qualities in Mr. Nehru that makes him an exceedingly lovable personality".

এই উপমাটো বিস্ময়কৰ ভাবে ড° ভট্টাচাৰ্য্য ছাৰৰ ব্যক্তিত্বৰ লগতো সমানে ৰজিতা খায়। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰো বক্তৃতা দি থাঁকোতে অথবা কথা কৈ থাকোতে হঠাতে কোনো কাৰণত খঙ উঠি যায়। খঙ উঠিলে তেওঁ গুৰু গোসাঁই নামানে। কিন্তু দেখা যায় যে, সেই খঙে মানুহজনক প্ৰোজ্জ্বল কৰি তুলিছে। তেওঁৰ ভিতৰৰ মানুহজনৰ পাণ্ডিত্য আৰু বৈদগ্ধ্য স্বাভাৱিকভাবে প্ৰকট হৈ উঠে। একেবাৰে খোকোজা নলগাকৈ, সৰসৰকৈ সংস্কৃত শ্লোকবোৰ উদ্ধৃত কৰি খঙতে তেওঁ এটা সুন্দৰ বক্তৃতা প্ৰদান কৰে। এনেয়ে সাধাৰণ বক্তৃতাত তেওঁ সংস্কৃত ভাষাৰ বিশেষ প্ৰয়োগ নকৰে। শাক্ত সাহিত্য আৰু বিভিন্ন সংস্কৃত শাস্ত্ৰ আৰু মন্ত্ৰবোৰৰ সৈতে যে তেওঁৰ ভাল পৰিচয় আছে, তাক প্ৰকাশ নকৰে। কিন্তু খঙৰ ভমকত তেওঁ তেওঁৰ বৈদগ্ধ্য প্ৰকাশ কৰে। মানুহে আমোদ পায়, বিমুগ্ধ হয়। 'কামৰূপ অনুসন্ধান সমিতি'ৰ সভাপতি হৈ থাঁকোতে এনে পৰিস্থিতি একাধিকবাৰ হৈছিল। এই লেখকে উপযুক্ত এই 'নেহৰু প্ৰসংগ'ৰ কথা উনুকিয়াই তেওঁৰ ভকমকৈ জ্বলি উঠা জুইকুৰা নিমিষতে ছাই কৰি দিছিলোঁ। অন্যস্থানতো কেতিয়াবা এনে ঘটনা ঘটাৰ অভিজ্ঞতা আমাৰ আছে। কিন্তু এই গৰাকী ড° ভট্টাচাৰ্য্যইয়ে আকৌ তেওঁৰ বক্তৃতাৰ আৰম্ভণিতে অথবা শেষত উপনিষদৰ এই শ্লোকটো অপৰিহাৰ্য্যৰূপে উদ্ধৃত কৰিবলৈ নাপাহৰে। তেওঁ সৰ্বজনৰ সুখ, শান্তি আৰু কল্যাণ কামনা কৰে;

*সৰ্বে ভৱন্তু সুখিনঃ সৰ্বে সন্তু নিৰাময়া;।*

*সৰ্বে ভদ্ৰানি পশ্যন্তু মা কশ্চিৎ দুখভাগ্ ভবেৎ।।*

তেওঁৰ চোলাৰ জেপৰ বটাত থাকে তামোল, চুপাৰি, পাণ, শিলিখা অথবা আমলখি বা কেতিয়াবা আদা। ওচৰত বহি থকাজনক শিলিখা বা আমলখি খাবলৈ দি নিজে বৰ তৃপ্তি পায়।

ভাষাবিদ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য ঐতিহ্যপূৰ্ণ কামৰূপী সংস্কৃত তান্ত্ৰিক পণ্ডিতৰ গৃহৰ সুযোগ্য সন্তান। তন্ত্ৰ-শাস্ত্ৰ আৰু শাক্ত-সাহিত্যৰ বিষয়েও আছে

তেওঁৰ অগাধ জ্ঞান। কিন্তু দীক্ষিত নহ'লে এনে গূঢ় আৰু জটিল শাস্ত্ৰৰ বিশ্লেষণ ব্যাখ্যা সততে কৰা উচিত নহয় বুলি তেওঁৰ এক বিশ্বাস আছে — সেয়ে জ্ঞানৰ পৰিধি অনুসাৰে তেওঁ এই বিষয়ত বিশেষ সৃষ্টি কৰা নাই। কিন্তু ভাষাতত্ত্বৰ গৱেষণা, বৰোভাষাৰ উদ্ভৱ আৰু বৰ্ণনাত্মক বিশ্লেষণেৰে গৱেষণা গ্ৰন্থ ৰচনা আৰু জনজাতীয় সংস্কৃতিৰ চৰ্চা আৰু অনুশীলনত সাহিত্য কৰ্মৰ অধিকসময় ব্যস্ত থাকিও তেওঁ অসমীয়া আৰু প্ৰাচীন 'ভাৰতীয় সাহিত্যৰ পটভূমিতো মূল্যবান অৰিহণা আগবঢ়াই আছে। ভাষাতত্ত্ব আৰু অন্যান্য বিষয়ত তেওঁৰ গৱেষণা পত্ৰবোৰৰ আধিক্যই এই বিষয়ত তেওঁৰ স্বীকৃত নিদৰ্শনৰ চানেকি হৈছে।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য এনেদৰে মূলতঃ ভাষাবিজ্ঞানী হৈও বহুমুখী প্ৰতিভাৰ অধিকাৰী। অতি উজ্জ্বল ছাত্ৰ জীৱনৰ কৃতিত্ব লাভ কৰি তেওঁ সৃষ্টিশীল সাহিত্য আৰু সাংবাদিকতাৰ অনুশীলন কৰিছিল। গল্প, কবিতা আৰু সাহিত্যিক ৰচনা তেওঁৰ সিঁচৰতি হৈ আছে য'তে ত'তে। সেইবাবেই তেওঁ ওপৰত উল্লেখ কৰি অহা এক অগতানুগতিক ৰসিকতা গুণৰ অধিকাৰী হোৱা বুলি আমি ধাৰণা কৰোঁ। এই পৰিচয়ৰ বাবে আমি বক্তৃতাবোৰ অথবা যৌৱন কালৰ পৰাই লিখি থকা আৰু হেৰাই পেলোৱা সৃষ্টিশীল লেখাসমূহ বিচাৰি নগলেও অন্ততঃ দুখন প্ৰকাশিত কবিতাপুথি *সৰাফুল* আৰু *কুঁৱলীৰ আঁৰে-আঁৰে* কবিতাগুচ্ছ দাঙি ধৰিব পাৰোঁ।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ ৰসিকতাৰ বৌদ্ধিক প্ৰকাশ ঘটিছে তেওঁৰ কবিতা সমূহত। তেওঁ কেবাজনো বিশিষ্ট পুণ্যবান ব্যক্তিৰ জয়ন্তী তৰ্পণত অথবা স্মৃতিদিৱসত তেওঁলোকক সোঁৱৰণ কৰিছে কবিতাৰে। কিন্তু সেই কবিতাৰ শৈলী অগতানুগতিক আৰু বুদ্ধিদীপ্ত। অষ্টাদশী বা দ্বাবিংশ অক্ষৰৰ চৰণেৰে সুদীৰ্ঘ দ্বিপাদী বা পয়াৰ ছন্দত ই নামাক্ষৰী ৰচনা। তেনে এটি কবিতা প্ৰয়াত চিৰশ্ৰী প্ৰফুল্লদত্ত গোস্বামীৰ প্ৰতি ৰচিত হৈছে ঃ

*চিন্ময় আকাশৰ পৰা তৰা এটি আহে পৃথিৱীক।*
*ৰমকজমক সেয়া নহিৰাসত্ৰৰ ৰূপ পবিত্ৰ সাত্বিক।।*
*শ্ৰীময়ী অসমীৰ দখিন কোলত নহিৰা সত্ৰই কৰে শোভা।*
*প্ৰফুল্লদত্ত দেৱ অধিকাৰী জাত চ'ত মাহে মনোলোভা।।*
*ফুলিল মদাৰ ফুলিছে অশোক ভেবেলীয়ে গীত গাই।*
*ম্লন-ৰূপে· উল্লাসিত পিতৃসিংহদত্ত নামে বংশ উজলায়।।*

কবিতাটোৰ নামৰ প্ৰতিটো আখৰকে প্ৰত্যেক শাৰীৰ আদ্যক্ষৰৰূপে ব্যৱহাৰ কৰি উপযুক্ত ভাবে কাব্যিক প্ৰসংগৰে এক অভিনৱ কাব্য শৈলীৰ সৃষ্টি কৰিছে। প্ৰতিটো শাৰীৰ আদ্যক্ষৰ লগ লগালে হৈ পৰে 'চিৰশ্ৰীপ্ৰফুল্লদত্ত গোস্বামীৰ ওপজা দিনত' কবিতাটোৰ নাম।

সেইদৰে তেওঁৰ আন এটি নামাক্ষৰী কবিতা ঃ

*সমস্বৰে গাঁও আজি জয়গান সুদক্ষিণা সতীৰ মহিমা।*
*তীৰ্থভূমি ৰিহাবাৰী 'নাম নাই' সুশোভিত অতীত গৰিমা।।*

*(নাম নাই)*

কবিতাটোৰ নাম 'সতী সুদক্ষিণা দেৱী জনমৰ শতবৰষত'

এই কবিতাবোৰ একত্ৰ কৰি শীঘ্ৰে প্ৰকাশ কৰিলে ড° ভট্টাচাৰ্য্যদেৱৰ কাব্যিক বৈদগ্ধ্যৰ এটি নতুন দিশ মুকলি হ'ব।

'নাৰেঙ্গীত আছে জানো নাৰেং কমলা' আন এটি ৰসিক কবিতা। ইয়াত অনুপ্ৰাসৰ পৰা আৰম্ভ কৰি ভাষাতত্ত্ব আৰু ঠাইনামৰ চিন্তাৰ প্ৰবণতাইও ভুমুকি মাৰিছে।

গুৱাহাটী নগৰতে গুৱা বেচা হাট পাতিছিল কোনে।
'গয়' মানে তামোল বৰোভাষাত কয় — খাবা খানে খানে।।
'নুনমাটিৰ লুণীয়া সোৱাদ চিকাৰৰ পহু পায় যে ইয়াত।
চাহাব মেম বাবু ভায়াই শহাপহু নহ'লে নাখায় ভাত।।

*(নাম নাই)*

এইবোৰেই সাহিত্য ৰসৰ চৌ চৌ। কাব্যিক ৰসিকতা গুণেৰে সমৃদ্ধ। ৰূপৰো নাই অন্ত। এনে ৰসিক গুণেৰে সমৃদ্ধ ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই *ৰামধেনু* যুগৰ পৰম্পৰাযুক্ত কোনো ৰস-ৰচনা অথবা বেজবৰুৱা ঢঙৰ হাস্যৰসিক লেখা লিখিছেনে নাই, সেয়া আমাৰ চকুত পৰা নাই। সংবাদসেৱাত জৰিত থকা সময়ত হয়তো কেতিয়াবা লিখিবও পাৰে। কিন্তু আমাৰ ভাব হয় যে ড° ভট্টাচাৰ্য্যই এই বিধ ৰস ৰচনাত ৰত হ'লেও, তেওঁ এগৰাকী বিশিষ্ট 'উইট' (wit) ধৰ্মী লেখক হৈ উঠিলহেঁতেন।



# ড° ভট্টাচাৰ্য্য আৰু হাস্যৰস

শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

অসমৰ শিক্ষাজগতত অতি চিনাকি এটা নাম হ'ল ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। প্ৰচাৰ বিমুখ পণ্ডিত প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য অসমৰ বুলিয়েই নহয়, গৰাকী আন্তৰ্জাতিক খ্যাতি সম্পন্ন গৱেষক পণ্ডিত, বিশেষকৈ জনজাতীয় ভাষাৰ গৱেষণাৰ ক্ষেত্ৰত। জনজাতীয় ভাষাৰ গৱেষণাৰ কামটো প্ৰকৃততে বৰ কঠিন কাম; কিন্তু কোমল অন্তৰৰ নিৰহঙ্কাৰ ব্যক্তি ভট্টাচাৰ্য্যই বিভিন্ন ঠাইলৈ গৈ বিভিন্ন সমল গোটাই সেই কঠিন কামকো হেলাৰঙে সমাপন কৰিছিল। তেখেতে হাস্য-ব্যঙ্গ্য সাহিত্য ৰচনাৰ ক্ষেত্ৰত বিশেষভাৱে মনোনিবেশ নকৰিলেও হাস্যৰস আছিল তেখেতৰ এৰাব নোৱাৰা বিষয়। সেয়েহে সভাই সমিতিয়ে সুবিধা পালে ভাষণৰ মাজত হাস্য ৰস যুক্তবাক্য বা শব্দ প্ৰয়োগ কৰি আনন্দ পায়। এসময়ত তেখেতৰ প্ৰবীণ সতীৰ্থ প্ৰয়াত ৰজনীকান্ত দেৱশৰ্মাই বহুতো সভা-সমিতিত অতি গুৰুত্ব পূৰ্ণ ভাষণৰ মাজতো শশ শ্ৰোতাক হহুৱাইছিল আৰু তেনেকুৱা বহুতো সভাত ড° ভট্টাচাৰ্য্যই প্ৰয়াত শৰ্মা মহাশয়ৰ লগত একে লগে অংশ গ্ৰহণ কৰা আমি দেখিছিলোঁ। ড° ভট্টাচাৰ্য্যয়ো সভা সমিতিয়ে হাস্যৰস সম্বলিত ভাষণ দিয়া দেখা যায়।

তেখেতৰ লগত আমাৰ চিনাকি বহুদিনৰ হ'লেও ১৯৮৪ চনৰ পৰাহে গুৱাহাটী আলোচনা চক্ৰৰ যোগে ঘনিষ্ঠতা বাঢ়ে। একে নামৰ ব্যক্তি হোৱা বাবে তেখেতে আমাক 'মিতা' বুলি মতাটো আৰম্ভণিৰে পৰাই আৰম্ভ কৰিছিল। এবাৰ (সাত বছৰমান আগৰ কথা) তেখেতৰ ঘৰলৈ যাওঁতে দুখ কৰি কৈছিল যে, গাই এজনী হেৰাল। আমাক সুধিলে ঠিক্‌না চাব জানে নেকি ? আমি কিয় বুলি সোধাত ক'লে ঃ 'আমাৰ গাইটু হৰেছি মিতা। যদি ঠিক্‌না চাবা জানে, চাওক।" আমিও একো ঠিক্‌না চিক্‌না চাব নাজানো। তথাপি তৎক্ষণাৎ কৈ দিলোঁ যে ঘৰৰপৰা উত্তৰ পূব দিশত গাই পাব। তেখেতৰ কনিষ্ঠ পুত্ৰ ওচৰতে বৈ আছিল। তেওঁ জনালে যে গাই হেৰাবৰ সেয়া তৃতীয় দিন আৰু উত্তৰ পূব দিশত চোৱা হৈ গৈছে। সেয়েহে চোৰে ন-মাইলৰ বজাৰলৈ বা ধাৰাপুৰৰ ফালে নিব পাৰে। আমি আকৌ ক'লো ঃ গাই

চিৰিয়াখানা পাৰ হৈ যোৱা নাই নাইবা ভৰলুমুখ পাৰ হৈ যোৱা নাই। ঘৰৰ পৰা উত্তৰ-পূব দিশে খবৰ কৰিবলৈ কৈ গুছি আহিলোঁ। কিন্তু ভগবানৰ এনেহে দয়া (দুয়োৰে প্ৰতি) যে উত্তৰ পূব দিশতেই গাইজনী পালে। তৃতীয় দিনা আকৌ তেখেতৰ ঘৰলৈ যোৱাত প্ৰথমতেই ক'লে ঃ মিতা, কি খাব? আমি বোলো কিবা বিশেষ খবৰ আছে নেকি? তেখেতে হাঁহি মাৰি ক'লেঃ 'মিতা, আপ্নি কৱা মতে ঘৰৰপে উত্তৰ পূব দিশতে গাই পালু। কি মিঠাই খাব?' আমিও মনত আনন্দ পালোঁ। তাৰ পিছতে কিবা চাহ-মিঠাই খাই আমি বিভিন্ন আলাপ কৰি আহিলোঁ। কিছুদিন পিছত আকৌ তেখেতৰ তালৈ যোৱাত তেখেতে ক'লেঃ "অ' মিতা আপ্নি আইহ্ছি ভাল হৈছি। আজি আমাৰ ডাক্তৰে মেডিকেলৰ পে স্কুটাৰ চলে আহাতে বাটত ক'বাত ষ্টেথিচকোপে হতি বেগটু ফেলে আহিল। চাওঁকচুন পাবোনা। 'আমাৰ অৱস্থা 'ফৰিং সৰৱজানৰ দৰে হ'ল। নাজানো একো, কণাৰ দলি মৰাৰ দৰে কওঁতে আগৰবাৰ যেনিবা ফলিয়ালে, এইবাৰ কি কৰা যায়। প্ৰমোদে 'প্ৰমাদ' গণিলোঁ। তৎক্ষণাৎ কিবা বুধি অহাত ক'লোঁ — বেগ বেয়া মানুহৰ হাতত পৰিল। পাবৰ আশা নাই। তেখেতে অলপ ইচ্ ইচ্ কৰিলে। তৃতীয়া দিনা ফোন কৰি বেগ পালেনে নাই সুধিলোঁ। (নাপালে আমাৰ ভবিষ্যত বাণী ফলিয়ালে বুলি এটি ক্ষীণ আশাও অন্তৰত পুহি আছিলোঁ, মিছা কৈ কি লাভ ?) সিফালৰ পৰা উত্তৰ আহিল ঃ 'মিতা বেগ নাপালু'। আমিও লগে লগে ক'লো 'ৰক্ষা'! তেখেতে বোলে কিহৰ ৰক্ষাহে ? আমি ক'লোঁ ঃ 'আমাৰ কথাটোও ৰব লাগে নহয়?' তাৰ পিছত তেখেতে হাঁহি হাঁহি কৈছিল ঃ "আপ্নাৰ কথা ৰ'ল, আমাৰ কি লাভ হ'ল?"

এদিন ভট্টাচাৰ্য্যদেৱে আমাক কৈছিল ঃ 'মিতা, দৈনিক অসমত আপ্নাৰ ব্যঙ্গ্য ৰচনা পঢ়ি মানুহে মোক ফোনেদি অভিনন্দন দি আছে।' আমি বোলো অভিনন্দনৰ উত্তৰত আপুনি কি ক'লে ? তেখেতে ক'লে ঃ 'মই কৈছু তহ্নাৰ পঢ়া কাম, আমাৰ লেখা কাম। পঢ়ি থাকা। সেই গ্লা কৈ থাক্বা নালগে।' কথাষাৰ কৈ তেখেতে খুব হাঁহিলে আৰু আমিও নাহাঁহি থাকিব নোৱাৰিলোঁ। আনহাতে দুই এজনক কৈ দিয়ে ঃ 'সেইজন মোৰ মিতা। জ্যোতিনগৰত থাকে।'

মানুহে হাঁহক বুলি অতি সৰলতাৰে তেখেতে কিছুমান কথা কৈ দিয়ে। এবাৰ বাইহাটাৰ মদনকাম মন্দিৰ চৌহদত এখন আলোচনা অনুষ্ঠিত হৈছিল। তাত ভট্টাচাৰ্য্যদেৱে ভাষণ দিয়াৰ পাল আছিল। ভাষণৰ মাজতে তেখেতে কৈ দিলে 'ৰাইজসকল, মতা মানুহ বিলাকৰ কেৰেক্টাৰ ভাল নহয়। মোৰ সন্মুখত যিমান মতা মানুহ আছে কাৰো কেৰেক্টাৰ ভাল নহয়। মোৰো কেৰেক্টাৰ ভাল নহয়।" শেষৰ বাক্যটো নোকোৱালৈ কোনেও হঁহা নাছিল। কিন্তু 'মোৰো কেৰেক্টাৰ ভাল নহয়' বুলি কোৱাতহে বহুত মানুহে হাঁহিব ধৰিছিল। সৰল অন্তৰেৰে নিজকো ব্যঙ্গ্য কৰি তেখেতে যেন কথাষাৰ কৈছিল। দুই একে ক'লে ঃ নিজৰো 'কেৰেক্টাৰ' ভাল নহয় বুলি আমাক 'কনগ্ৰেচোলেশ্যন' দিছে।

এবাৰ অসম সাহিত্য সভাৰ পক্ষৰ পৰা আমি এখন বাছেৰে মধুপুৰ সত্ৰ নে কলৈ যাওঁতে প্ৰথম এশ কিলোমিটাৰ মান পথত তেখেতে ধেমেলীয়া কথা কৈ গৈ আছিল। বোধ হয় বঙাইগাওঁ মান পাওঁতে তেখেতে ক'লে, ঃ 'অ' মিতা, মোৰ ঘুম্‌তি ধইছি। ইতা আপ্‌নাৰ পালা। আৰু এটা কথা, 'অমুক ডেকা ল'ৰা জনে অমুকীৰ কাষতে বহি আছে। সিহঁতে মোৰ ঘুমতি আহাৰ মাজতে কিবা গণ্ডগোল কইৰ্‌বা পাৰে, চাবো'। কথাটো শুনি আমাৰ দুখনমান বেঞ্চৰ মানুহখিনিয়ে বৰকৈ হাঁহিছিল। তাৰ পিছত তেখেতৰ টোপনি আহিছিল। আসনৰ পিছফালৰ পথালি লোৰ পাইপৰ ওপৰত মূৰ থৈ শান্তিত টোপনি মাৰিছিল সৰল মনৰ মানুহজনে।

লোক সাহিত্য, লোক সংস্কৃতি তেখেতৰ প্ৰিয় বিষয়। তাতকৈও প্ৰিয় মহখেদা উৎসৱ 'মহোহো'ৰ ধেমেলীয়া গীতবোৰ সেইবোৰ লিখি বা গাই তেখেতে আনন্দ পায়। কাৰণ বিয়াৰ খীচাগীতৰ দৰে তাত ধেমেলীয়া শব্দৰ প্ৰয়োভৰ। হাস্যৰ পৰশ থকা 'নামাক্ষৰী কবিতা' তেখেতৰ প্ৰিয় বিষয়। বহু আলোচনী কাকতত তেনে কবিতা তেখেতে প্ৰকাশ কৰিছে। পুৰণি দিনত মেলে-মিটিঙে ঘটা কিছুমান হাস্যৰসাত্মক গল্প বা কাহিনী তেখেতে কৈ কনিষ্ঠসকলক আমোদ দিয়ে। এবাৰ তেখেতে (১৯৯১ চনৰ ১২ জানুৱাৰী তাৰিখে) এখন বৈঠকত আমাক ক'লে ঃ 'মিতা আমি দুয়ো যৌথ ভাবে এটা ধেমেলীয়া কবিতা লিখোঁ। আপুনি অলপ লিখিব তাৰ পিছত মই লিখিম।' কথা মতে কাম। দুয়ো ধেমেলীয়াকৈ লিখি গলোঁ ঃ

১] প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য — কবি স্ৰষ্টা কবি দ্ৰষ্টা
কবি পথভ্ৰষ্টা।

২] ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য — কবি যোগৰতা কবি অধিকৰ্তা
কবি চৌৰ্য্য কৰ্তা।

১] প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য — কবি আমাৰ এক
পাগল ভ্ৰাতা।

২] ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য — কবি আমাৰ চক্ৰৰ
ভাগ্য বিধাতা
ক্ষুদ্ৰ ভাষণ দিওঁ বুলি দীঘলীয়া বক্তা
কি যে ধৃষ্টতা

১] প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য — কবিৰ মাথাত গোবৰৰ বস্তা।
বজাৰত কবি সস্তা।

২] ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

আনিবলৈ নাই ইচ্ছা
ফুলকবি এটা দিছা
সভাপতিৰো উঠিল গা।
শীততো বসন্তৰ বা।।
সুযোগ্য নে অযোগ্য
নাজানে নিজৰ ভাগ্য
চায় আনৰ ভাগ্য
টকাবোৰ গণি লয়
নাজানে নিজৰ কাৰ্য্য।।

এই যৌথ ধেমেলীয়া কবিতাটোৰ ফটোষ্টেট কৰি ডক্টৰ ভট্টাচাৰ্য্যদেৱক একপি দিছিলোঁ। মূল কপি আমাৰ লগত আজি ১২ বছৰে আছে। কাগজখন এতিয়া হালধীয়া হৈ গৈছে। কিন্তু 'মিতা'ৰ হস্তাক্ষৰ বুলিয়েই সাঁচি ৰাখিছো। ড° ভট্টাচাৰ্য্যৰ হাস্য ৰসিক কবিতা 'অবিকল' আলোচনীতো প্ৰকাশ হৈছে।

তেখেতৰ নাম দুবাৰ মান অসম সাহিত্য সভাৰ সভাপতিৰ তালিকাত আহিছিল যদিও কিবা কিবি কাৰণত তেখেতৰ সপক্ষে শাখা সমূহৰ পৰা সৰ্ব্বোচ্চ পৰিমাণৰ ভোট নাহিল। তাৰ পিছতে এদিন তেখেতে নিজে গাইজনীক দানা খুৱাই থাকোঁতে এজন সাহিত্যিকক কৈছিল ঃ আজি মই সভাপতি হলি ইমান যত্ন কৰি গাইক দানা খুঅবা পাল্লুহে না? তাৰ পিছত দুয়ো খুব হাঁহিছিলোঁ। অন্তৰখন সৰল বাবেহে এইদৰে হাঁহিব পাৰিছিল।

ভাষাতত্ত্বৰ বিশিষ্ট পণ্ডিত গৱেষক, দেশ-বিদেশত জনজাতীয় ভাষাৰ আলোচনা চক্ৰ আদিত যোগদান কৰি ভাষা-সংস্কৃতিলৈ প্ৰভূত অৰিহণা যোগোৱা ড° ভট্টাচাৰ্য্যৰ অন্তৰত হাস্যৰসৰ এটা সুপ্ত ধাৰা প্ৰৱহমান। অৱশ্যে এই অভাজনৰ দৰেতেখেতে হাস্যব্যঙ্গ্যত গভীৰভাৱে মনোনিবেশ নকৰি ভাষা-সাহিত্যৰ গৱেষণাৰ কঠিন কৰ্মত নিজকে ব্যস্ত ৰাখি বিভিন্ন প্ৰকাৰে দেশ মাতৃৰ সেৱাত ব্ৰতী হৈ আছে আৰু বহু বছৰলৈ জীয়াই থাকক ঈশ্বৰৰ কৃপাত।



# অশীতি বৰ্ষাৰম্ভত

শ্ৰীপ্ৰদীপ কুমাৰ শৰ্মা

জ্ঞানৰ সাগৰ যেন
এনে এটি নাম
মহানুভৱ মন প্ৰাণ,
উপচি বাগৰি অহা
জ্ঞান অমৃতৰ ধাৰ
শ্ৰৱণত অনন্য অনন্ত
জাগে মন প্ৰাণ।
প্ৰকৃতি যেন মুক্ত বিচৰণ
মুক্ত বিহঙ্গৰ দৰে
উদ্দীপ্ত ভাৱৰ উন্মেষ
অফুৰন্ত বাক্যামৃত
মধুসম নিৰ্য্যাস
বিজ্ঞানী তত্ত্ব
মনন স্মৰণ,
আশ্বাসৰ অপূৰ্ব সংগম
আমোদিত প্ৰমোদ যাৰ নাম।
মন পৰশা কথাৰে বিলোৱা
অজান ভাৱত আপোন ভোলা
মিতা বান্ধৈ বন্ধু প্ৰীতি
অন্তৰ দখলৰ ৰীতি

প্ৰকৃতিস্থ দৰ্শন বাণী
অনুগামী শ্ৰোতা ভাগ্যবান।
হাঁহেৰেও চলে যাৰ
মাহেৰেও তুষ্ট,
মনতো দুৰ্লভ যাৰ
বিতুষ্ট বিৰাগ
যাৰ নাই মান অভিমান।
অনুভৱ অনুভূতি
ধ্যান ধাৰণাৰ
সংস্কাৰ সংলাপ
উৰণ বুৰণ গজন ভ্ৰমণ
নিখুঁত বাক্যৰ মান
বাস্তৱ যেন অনুৰাগ
মুক্ত পৃথিৱীৰ
উন্মুক্ত অনুভূতি
উদ্‌গনি চৰ্চাৰ,
চৰৈবেতি-চৰৈবেতি
নবীনলৈ বুলি
চেনেহৰ আশীৰ্বাদ। ●

# এজন মানুহ বিচাৰি

শ্ৰীমতী পূৰবী বৰুৱা

পোহৰৰ পম খেদি
এন্ধাৰত বাট খপিয়াই
খলা-বমা সাকোঁৰে
দৃষ্টিৰ অজ্ঞতা ভেদি
ফুৰিছিলোঁ মানুহ বিচাৰি।

দেৱতা নহয়
মোক মানুহ লাগে
কাৰণ দেৱতালৈ ভয়,
দেৱতাৰ লগত জানো
ধেমালি কৰিব পাৰি !

এজন পণ্ডিতৰ লগত
এদিন সাক্ষাৎ হ'ল
নুবুজিলোঁ গুৰু নে প্ৰেমিক নে বন্ধু
মাথো থিতাপি ললে মনত
উপদেশ-পৰমাৰ্শৰে তেওঁ ৰাখিছে আবৰি।

ফাগুনতে আহিছিল তেওঁ
হিয়া মন কৰি ৰাইজাই,
পছোৱা বতাহ হৈ
ধূলিকণাবোৰ কাষলে' উৰুৱাই
খং নাথাকে বেছি দেৰী
মাথো মৰম থাকে বুকু জুৰি

মানুহজনক লগ পাই হ'লো আশ্চৰ্য্য
সেইজন ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য। ●

# জন্মদিনৰ ওলগ

শ্ৰীমতী পখিলা কলিতা

ফাগুনৰ পূৰ্ণিমাৰ পিছৰ কৃষ্ণ অষ্টমীৰ
সেতা পৰা কাচি জোনটিয়ে –
মিচিকি হাঁহিলে;
শুভ বতৰা পাই – আগমন হ'ব আজি
এচমকা পোহৰৰ – দীঘেলী গাৱঁত।
নলবাৰীৰ দীঘেলী গাৱঁত –
প্ৰসৱ-বেদনাত ছট্-ফটাই উঠা –
পত্নী পাৰ্বতীৰ দেহাটো চাই – ভাবনাত বিভোৰ হ'ল
পুৰোহিত শঙ্কৰ চন্দ্ৰ।
ওচৰত থকা পূজা-সেৱাৰ পুথি
আৰু পঞ্জিকাৰ পাত দেখি
জিকাৰি উঠিল তেওঁ –
আজি ১৯২৫ চনৰ ১৬ ফেব্ৰুৱাৰী!
কি হ'ব পূজাৰ মন্ত্ৰ প্ৰভু কৃপা অবিহনে।
হঠাৎ প্ৰতিধ্বনিত হ'ল যেন কাণৰ কাষত –
'সোমবৰ' নামটো ভাল হ'ব,
ওজা আয়ে কৰিলে দাবী – মোৰ কথাই ৰব।
শঙ্কৰচন্দ্ৰই একো নকৈ
গুণি-গাথি ৰ'ল
সময় লগ্ন চাই নাম থবৰ হ'ল।
লগ্ন-গণি গণকে কৰিলে আখৰা
বিছা ৰাশিৰ জাতক ইটো তেনেই লেহুকা।
প্ৰমোদচন্দ্ৰ ব্যক্ত নাম, জগৎকৃষ্ণ গুপ্ত নামে
জীৱন ডিঙা তৰে

আনন্দত নিমজ্জিত সদা-নামটোৰ দৰে।
নকৰে নিৰাশা কাকো,
নামাৰে ফিতাহি
অজস্ৰ জ্ঞানৰ ভাণ্ডাৰ
জিজ্ঞাসা হিয়াত প্ৰবল
বুঢ়া নে ডেকা তেওঁ
ধৰিবই নোৱাৰি।
সুলেখক, পণ্ডিত-প্ৰৱৰ
বুলি সদা খ্যাত –
বি. বৰুৱা কলেজৰ আছিল অধ্যক্ষ ।
পৰীক্ষাবোৰ পাছ কৰোঁতে –
বৃত্তি দখল কৰে –
ৰচনা চৰ্চা কৰি স্বৰ্ণ পদক লভে।
বয়সলৈ নগণি– ডক্টৰেটো হয়
কবিতা, প্ৰবন্ধ আৰু বৰো ভাষাৰ তত্ত্ব লেখি
জগতত খ্যাতি হয়।
ভাষা-সাহিত্য জগতৰ চিৰ নমস্য– প্ৰমোদ ভট্টাচাৰ্য্যক
চিনাকী কৰি দিয়াৰ কিনো প্ৰয়োজন।
তেওঁৰ জন্মদিনটি ভাষা সমন্বয় দিৱস হিচাবে-পালন কৰিবলৈ কৰিছোঁ আমি আয়োজন। ●

# এটি আলোকপাত

শ্ৰীমতী চন্দ্ৰাদেবী ভূএগ

মোৰ কবিতাৰ পাতত বহি বহি কথা কোৱা
বহু গুণেৰে বিভূষিত মানুহজন চিৰ পূজনীয়।
গৱেষক শিক্ষাৰ জ্যোতি স্বৰূপ, প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য।

মানুহজন আমাৰ চিৰ পূজনীয়।
সকলোৰে ভাল লগা আপোন আপোন ভাৱৰ
মুখখনি অতিশয় উজ্জ্বল, চকুযুৰিয়ে হাঁহি হাঁহি যেন কথাই কব বিচাৰে।
এইজনেই আমাৰ আপোনভোলা ছাৰ, কি যে ৰসিক
তেওঁ গুৱাহাটী আলোচনা চক্ৰৰ পৃষ্ঠপোষক, নৱগিৰিৰ ঠিক দাঁতিতে বহু
নাতি-নাতিনীৰে ভৰা সুন্দৰ বাসভৱন।
তামোলৰ টেমাটো সদায়
টেবুলত থাকেআৰু থাকে কেইখনমান বাতৰি কাকত।
বাৰীখন সুন্দৰ ফল-ফুলেৰে শাক-পাচলিৰে সুশোভিতা।
আমাৰ ছাৰ মানুহজন
বৰ কৰ্মী লগতে বাইদেউও।
বয়সেও হাৰ নমনা ছাৰৰ ওচৰলৈ কোনোলোকৰ
সান্নিধ্য হ'লে তেওঁক যেন ছাৰে এৰিকে নিদিব
ইমান আপ্লুত স্নেহেৰেই ঠাহ খাই থকা ছাৰক
আমি যেন কেৱল শ্ৰদ্ধাই কৰিম। ●

# স্বাগতম্

শ্ৰীমতী বেদৱতী দাস

ফাগুনৰ এছাটি মিঠা বা'ত
লক্ষ্মী কুলিটিৰ মিঠা মাতত
খবৰ পালোহি
প্ৰমোদ ভট্টাচাৰ্য্যদেৱৰ
জন্ম দিন আজিয়ে বুলি।
মৌন ভাবে অদৃশ্যজনক
প্ৰাৰ্থনা জনালোঁ
দীৰ্ঘায়ু হওক
ভট্টাচাৰ্য্যদেৱ।
অনুভৱ মোৰ সৰল প্ৰাৰ্থনা
বলিয়া বা' ছাটিত সৰিছে
ৰঙা মদাৰৰ
বুকুৰ কলিজা।
গোঁসাই — ভকতত নলগা
কাতৰ দুখৰ যন্ত্ৰণা।
মোৰে সদৃশ হৈ
লিখা আছে —
এটি আইঁতৰ পাতত
নতুন কুমলীয়া
পাতৰ স্বাগতম্
মৃদুবৰষুণৰ পৰশত
নিকা হোৱা ধৰাৰ
সেউজী পোহৰত
জিলিকি উঠক
প্ৰভাতে প্ৰভাতে
ভট্টাচাৰ্য্যদেৱৰ লগতে
গোটেই মানৱ আৰু
প্ৰকৃতি জগত। ●

